# আধুনিক অসমীয়া গল্পসংগ্ৰহ

সঙ্কলন আৰু সম্পাদনা

ত্ৰৈলোক্যনাথ গোস্বামী




সাহিত্য-অকাদেমি
নতুন-দিল্লী

*Adhunik Asamiya Galpasangraha* (An anthology of contemporary Assamese short stories). Compiled and edited by Trailokyanath Goswami and published by the Sahitya Akademi, New Delhi. First impression : 1972 Price : Rs. 10.00



প্ৰথম প্ৰকাশ : বহাগ ১৮৯৪

তলৰ ঠিকনাতো পোৱা যায়
সাহিত্য-অকাদেমি
ৰবীন্দ্ৰ ভৱন, ৩৫ ফিৰোজ শ্বাহ ৰোড, নতুন-দিল্লী ১
ব্লক ৫ বি, ৰবীন্দ্ৰ সৰোবৰ ষ্টেডিয়াম, কলিকতা ২৯
২১ হ্যাডোছ ৰোড, মাদ্ৰাজ ১
১৭২, নইগাঁও ক্ৰচ ৰোড, বোম্বাই ১৪

মূল্য ১০·০০

বোধি প্ৰেছ ৫ শঙ্কৰ ঘোষ লেন কলিকতা ৬-পৰা
শ্ৰীসিদ্ধাৰ্থ মিত্ৰৰ দ্বাৰা মুদ্ৰিত
আৰু সাহিত্য-অকাদেমি নতুন-দিল্লীৰ দ্বাৰা প্ৰকাশিত

## গল্পসূচী

# ভূমিকা

"আধুনিক অসমীয়া গল্প-সংগ্ৰহ" পুথিখন সাহিত্য-অকাদেমিৰ অনুৰোধ ক্ৰমে দহ বছৰমান আগতে যুগুত কৰা হৈছিল কিন্তু এইখন ছপা হৈ ওলোৱাত ভালেমান দিন পলম হল। এই কাল ছোৱাত দেশত দেখা দিয়া কিছুমান সমস্যাৰ কাৰণে অকাদেমিয়ে হাতত লোৱা কোনো কোনো কাম সময়মতে কৰিব নোৱাৰা হয়তো কিছু পৰিমাণে স্বাভাৱিক। এই সময় ছোৱাৰ ভিতৰতে চীন আৰু পাকিস্তানৰ আক্ৰমণে এসময়ত চৰকাৰ আৰু দেশবাসীৰ মন প্ৰতিৰক্ষা ব্যৱস্থাৰ পিনে আকৃষ্ট কৰিছিল। সাহিত্য-অকাদেমিৰ দৰে সাংস্কৃতিক অনুষ্ঠান এখনৰ ওপৰতো পৰিছিল দেশবাসীৰ মনত দেশাত্মবোধ জগোৱাৰ পবিত্ৰ কৰ্ত্তব্য। তাৰোপৰি এই কাল ছোৱাৰ ভিতৰতে ৰবীন্দ্ৰ জন্ম-শতবাৰ্ষিকী আৰু গালিব জন্ম-শতবাৰ্ষিকীৰ আয়োজন আৰু পালন কৰাৰ দায়িত্ব সাহিত্য-অকাদেমিৰ দৰে সাংস্কৃতিক অনুষ্ঠানসমূহৰ ওপৰত পৰিছিল। এইবোৰ নানান কাৰণতে হয়তো "আধুনিক অসমীয়া গল্প-সংগ্ৰহ" পোহৰলৈ অহাত পলম হল।

অসমীয়া আধুনিক গল্প-সাহিত্যৰ ইতিহাস দীঘল নহয়, চুটি; কিন্তু কম সময়ৰ ভিতৰতে চুটি-গল্পৰ মাজেদি যি বৈচিত্ৰ্য আৰু প্ৰকাশ-কুশলতা প্ৰকাশিত হৈছে তালৈ লক্ষ্য কৰিলে অসমীয়া গল্প-সাহিত্য যে উচ্চ পৰ্য্যায়ৰ আৰু ইয়াৰ ভৱিষ্যত যে উজ্জ্বল এই কথা লিখিবলৈ হাত কোঁচ খাই নাহে। নানান জাতি উপজাতিৰ মিলনকেন্দ্ৰ এই অসম ৰাজ্যখন। ইয়াত দেখা দিয়া সমস্যা বোৰো অনন্য। অসমৰ অ'ত তত সিচৰতি হৈ থকা চাহ-বাগিচাবোৰৰ শ্যামল সৌন্দৰ্য্যৰ পটভূমিত যেনে শ্ৰমিকৰ জীৱন যাত্ৰাৰ সংগ্ৰাম পৰিস্ফুট হয়, পৰ্বত পাহাৰৰ দুৰ্গম অৰণ্যৰ মাজত আদিম মানৱৰ ঐতিহ্য বহন কৰা বলিষ্ঠ আৰু কৰ্মঠ জনজাতিৰ জীৱন-সংগ্ৰাম প্ৰকাশিত হয় আন এটা ৰূপত। আন হাতে আধুনিক শিল্প-কেন্দ্ৰিক সভ্যতাৰ প্ৰসাৰতাৰ লগে লগে আকৃতি আৰু প্ৰকৃতিৰ বৈশিষ্ট্যেৰে সমৃদ্ধ নগৰসমূহৰ বিলাস-ব্যসনৰ কাষে কাষে শ্ৰমৰত, আৰু বুভুক্ষু লোকৰ অস্পষ্ট অসন্তোষৰ ধ্বনি জীৱন-সংগ্ৰামৰ একো একোটা সুকীয়া অভিব্যক্তি।

এই পুথিত আজিলৈকে অসমীয়া চুটি-গল্পৰ মাজত প্ৰকাশিত হোৱা সকলো বৈচিত্ৰ্য বিচাৰি পোৱা নাযাব। পুথিৰ কলেবৰ যথাসম্ভৱ সৰু কৰিবলৈ বাধ্য হোৱাত লব্ধ-প্ৰতিষ্ঠ কেই গৰাকীমান লেখকৰ গল্প ইয়াত সন্নিবিষ্ট কৰিব পৰা নহল। ইয়াৰ বাবে আমি দুঃখিত। ইংৰাজী ১৯৬০ চনৰ আগেয়ে প্ৰসিদ্ধি লাভ কৰা আঠাইশ গৰাকী লেখক লেখিকাৰ গল্প এই পুথিত অন্তৰ্ভুক্ত কৰা হৈছে। এই কাল ছোৱাৰ ভিতৰতে প্ৰতিষ্ঠাৰ বাটত আগবাঢ়ি থকা কেইবা গৰাকী গল্প লেখকৰ গল্প অন্তৰ্ভুক্ত কৰিব পৰা নাই। এই সকলৰ ভিতৰত পোনতে নাম লব লগা লেখক হল সৌৰভকুমাৰ চলিহা। পুথিৰ কলেবৰ সৰু কৰাৰ বাধ্য-বাধকতাৰ মাজত শ্ৰীচলিহা আৰু তেনে ধৰণৰ দুই চাৰি লোকৰ গল্প পুথিত সন্নিবিষ্ট কৰিব নোৱাৰি দুখ পাইছোঁ। ১৯৬০ চনৰ পিছত সুপ্ৰতিষ্ঠিত হোৱা গল্প-লেখকৰ সংখ্যাও যথেষ্ট। এই সময়ৰে পৰা আজিলৈকে ৰচিত হোৱা ভাল গল্প সমূহৰ এটি সংকলন প্ৰকাশ কৰাৰ পৰিকল্পনাও সাহিত্য-অকাদেমিৰ আছে বুলি জানিব পাৰিছোঁ। আশা কৰোঁ সাহিত্য-অকাদেমিয়ে গল্প-সংগ্ৰহৰ দ্বিতীয় খণ্ড প্ৰকাশ কৰি চকু পচাৰতে অসমীয়া গল্প সাহিত্যৰ ক্ৰমোন্নতিৰ পথৰ সহজ সন্ধান দিবলৈ সোনকালে তৎপৰ হব।

অসমীয়া চুটি-গল্পৰ জনক সাহিত্যৰথী লক্ষ্মীনাথ বেজবৰুৱা। বেজবৰুৱাৰ ৰচনাত প্ৰাচীন সাধু আৰু আধুনিক চুটি-গল্পৰ অৱস্থিতি নিচেই ওচৰা ওচৰি। প্ৰাচীন সাধু বোৰৰ উপস্থাপন ৰীতিতো তেওঁৰ বৈশিষ্ট্য লক্ষ্য কৰা যায়। এই সাধুবোৰ মূলতঃ ঘটনা-প্ৰধান হলেও প্ৰকাশভংগীৰ চাৰুতা আৰু বৰ্ণনাৰ সাবলীলতাৰ কাৰণে বেছ সুখপাঠ্য। তেওঁৰ দ্বাৰা ৰচিত আধুনিক চুটি-গল্পৰ সংখ্যাও তাকৰ নহয়। "সুৰভি", "সাধুকথাৰ কুকি", "জোনবিৰি" "কেঁহো কলি" প্ৰভৃতি পুথিবোৰত সন্নিবিষ্ট গল্প সমূহে লেখকৰ ব্যাপক অভিজ্ঞতাৰ উপৰিও সেই যুগত মধ্যবিত্ত আৰু মেহনতী লোকৰ জীৱনত পৰিদৃষ্ট হোৱা সৰুবৰ ঘটনা আৰু তেওঁলোকৰ দোষ ত্ৰুটিৰ প্ৰতি বিশেষ সজাগতাৰ পৰিচয় দিয়ে। গল্পৰ যোগেদি কোনো জৈৱিক জটিল সমস্যাৰ চিত্ৰণ নাইবা অৰ্থনৈতিক পীড়নৰ পৰা উদ্ভৱ হোৱা জীৱনৰ স্খলনৰ ছবি সেই যুগত সৃষ্টি হোৱা নাই। মনোবৈজ্ঞানিক বিশ্লেষণৰ প্ৰতি পিছৰ যুগতহে সমাদৰ বাঢ়ি আহিছে।



বেজবৰুৱাৰ প্ৰতিভা হাস্যৰস-সৃষ্টি আৰু ব্যংগাত্মক ভংগীৰ মাজত বিশেষ ভাবে প্ৰোজ্জ্বল। যিটো সামাজিক পৰিবেশৰ মাজত বেজবৰুৱা ডাঙৰ দীঘল হৈছিল সেই পৰিবেশে হাস্যৰস-সৃষ্টি আৰু ব্যংগাত্মক বাক্যবাণ প্ৰয়োগৰ প্ৰতি তেওঁক আকৃষ্ট কৰিছিল বুলি কোৱাৰ থল আছে। তাৰোপৰি হেমচন্দ্ৰ বৰুৱা আৰু গুণাভিৰাম বৰুৱাৰ ব্যংগাত্মক ৰচনায়ো সেই যুগত এটা নতুন পথৰ সন্ধান দিছিল। ব্যংগাত্মক সৃষ্টিৰ প্ৰেৰণা মূলতঃ পশ্চিমীয়া প্ৰেৰণা।

ইংৰাজ আমোলৰ তলত আমাৰ জাতীয় জীৱনত যি দ্বন্দ্ব উপস্থিত হৈছিল সেই দ্বন্দ্বই এচাম লোকৰ ওপৰত আধিপত্য বিস্তাৰ কৰি পৰম্পৰাগত জীৱনৰ মান সম্পূৰ্ণৰূপে ওফোৰাই পেলাব নোৱাৰিলেও তেওঁলোকক কৰি তুলিছিল সংশয়বাদী। এওঁলোকৰ বাহ্যিক চাল-চলনৰ ওপৰত পৰিছিল শাসক-গোষ্ঠীৰ উপৰুৱা প্ৰভাৱ। এই শ্ৰেণী লোকৰ কাষে কাষে আছিল কুসংস্কাৰাচ্ছন্ন, আভিজাত্যাভিমানী, ভিতৰ ফোপোলা আন এটা শ্ৰেণী যিটোৰ ভেম-ভণ্ডামি আৰু অকৰ্মণ্যতাই সাক্ষ্য দিছিল এখন ক্ষয়িষ্ণু সমাজৰ। এই দুয়ো শ্ৰেণী লোকৰ ওপৰতে আছিল বেজবৰুৱাৰ চোকা নজৰ। কিন্তু এই দুই শ্ৰেণীৰ লোকৰ মাজত আছিল বিৰাট জনতা যিসকলে কায়িক শ্ৰম কৰি, জীৱনৰ ঘাত প্ৰতিঘাতত চেপাখুন্দা খাই লাহে লাহে সংসাৰৰ পৰা আঁতৰি গৈছিল। এই সকল লোকৰ জীৱনৰ প্ৰতিও বেজবৰুৱা উদাসীন নাছিল। কতো কতো এই সকল লোকৰ জীৱনৰ পৰা লোৱা দুটা এটা চৰিত্ৰ ভোটাতৰাৰ দৰে উজ্জ্বল। তথাপি এওঁলোকৰ চৰিত্ৰৰ অৱলম্বনত লিখা বেজবৰুৱাৰ গল্প সংখ্যাত কিছু কম। মধ্যবিত্ত আৰু নিম্ন মধ্যবিত্ত লোকৰ জীৱনত দেখিবলৈ পোৱা বিজতৰীয়া ৰুচি আৰু কপট আচৰণৰ কাহিনীয়ে ব্যংগাত্মক ৰূপ লৈ বেজবৰুৱাৰ কাপৰ পৰা সৰহকৈ ওলাইছিল। "স্বৰ্গাৰোহণ"ৰ দৰে সৰল হাস্যৰসাত্মক গল্পও তেওঁ লিখিছে। তথাপি ব্যংগাত্মক দৃষ্টি ভংগীৰ প্ৰতি তেওঁৰ আকৰ্ষণ স্পষ্ট। "জগৰা মণ্ডলৰ প্ৰেমাভিনয়", "ঘণ্টাকৰ্ণ শৰ্মা", "আমাৰ কানীয়া সভাৰ এক অধিবেশন", "নাঙলু চন্দ্ৰ দাস", "মলক গুইন গুইন" প্ৰভৃতি ভালেমান গল্পতে ব্যংগাত্মক শৈলীৰ প্ৰাধান্য চকুত পৰে। সৰহ ক্ষেত্ৰতে বেজবৰুৱাৰ ব্যংগ হাস্যৰস-আশ্ৰিত। গতিকে ইয়ে পাঠকৰ অন্তৰত প্ৰবল প্ৰতিক্ৰিয়াৰ সৃষ্টি কৰাৰ সলনি কৌতুকৰ মাজেদি পাঠকক চিন্তাৰ সমল যোগায়। বাক্-চাতুৰ্যৰে আক্ৰমণৰ তীব্ৰতা

লুকাই ৰখা বেজবৰুৱাৰ ক্ষমতা পৰবৰ্তী লেখক সকলৰ কমেইহে লাভ কৰিবলৈ সমৰ্থ হৈছে।

জৈৱিক সমস্যাক কেন্দ্ৰ কৰি লিখা বেজবৰুৱাৰ কেইটামান গল্পৰ গাথনি অজটিল হলেও সেইবোৰৰ আবেদন তৰল নহয়। "ৰতন মুণ্ডা" কোল জনজাতীয় জীৱনৰ প্ৰেমৰ কৰুণ কাহিনী। কোল ডেকা ৰতন মুণ্ডাৰ আকস্মিক মৃত্যুৰ পাছত অসহায়া জুৰীৰ অন্তৰভেদী ওলাই অহা নিস্ফল বিননি অস্পষ্ট হলেও গভীৰ। ভদৰীৰ অত্যাচাৰী স্বামীৰ প্ৰতি অন্তঃ-সলিলা ফল্গুৰ দৰে বৈ থকা প্ৰেমপ্ৰীতিৰ নিদৰ্শন হল মিছা কথাৰে স্বামীৰ মুক্তি-সাধন। বাপিৰামৰ দুঃসাহসিক কাৰ্য্য এটা অন্যায় অধৰ্মৰ জ্বলন্ত প্ৰতিবাদ।

বেজবৰুৱাৰ কেইটামান গল্পৰ মাজত অতি-বাস্তৱ ঘটনাৰ প্ৰবেশ ঘটিছে। "মৈদাম" "লাওখোলা" প্ৰভৃতি এই শ্ৰেণীৰ অন্তৰ্গত। কবিগুৰু ৰবীন্দ্ৰনাথ ঠাকুৰে "ক্ষুধিত পাষাণ", "মণিমালা" প্ৰভৃতি গল্পৰ অতি-বাস্তৱ ঘটনাৰাশি যেনে জীৱন্ত আৰু স্পৰ্শক্ষম ৰূপত তুলি ধৰি ভয়-বিহ্বলতা মূৰ্ত কৰিছে নাইবা ওৱাছিংটন আৰভিঙে "The Legend of the Sleepy Hollow"ৰ দৰে গল্পত অবাস্তৱ ঘটনাকো প্ৰকৃতিৰ পটভূমিৰ মাজত যেনে ভাবে বিশ্বাসযোগ্য কৰি তুলিছে বেজবৰুৱাৰ এই শ্ৰেণী গল্প সেই স্তৰলৈ উন্নীত হোৱা নাই। কথাবস্তুৰ চমৎকাৰিত্ব আৰু প্ৰকাশভংগীৰ কৌশল দুয়ো ফালৰেপৰা এই শ্ৰেণী গল্প ৰসোত্তীৰ্ণ হোৱাৰ বাটতে আছে।

বেজবৰুৱাৰ আন কেইটামান গল্প মানৰ আক্ৰমণৰ প্ৰত্যক্ষ নাইবা পৰোক্ষ প্ৰভাৱ-পুষ্ট। এই গল্পবোৰৰ ভিতৰত এটি নাৰী-চৰিত্ৰৰ প্ৰত্যুৎপন্নমতিত্ব আৰু সাহসিকতাৰ কাৰণে "জয়ন্তী" একক। ভাৰতীয় সাহিত্যৰ অধিকাংশ নাৰী-চৰিত্ৰই নিষ্ক্ৰিয় আৰু ভাগ্যৰ ওপৰত ভৰষা ৰখা দুৰ্বল চৰিত্ৰ। কিন্তু জয়ন্তী ভাল বংশৰ লাজুকী বোৱাৰী হলেও উগ্ৰ ৰণচণ্ডী মূৰ্ত্তি ধাৰণ কৰিব পৰা শক্তিমতী চামুণ্ডা। জয়ন্তীৰ দৰে সাহসী আৰু বুদ্ধিমতী নাৰী-চৰিত্ৰ পৰৱৰ্তী কালতো কমেই সৃষ্টি হৈছে।

বেজবৰুৱাৰ অলপ পিছতে গল্প-সাহিত্যত অবদান যোগোৱা উল্লেখযোগ্য লেখক শৰৎ চন্দ্ৰ গোস্বামী। বেজবৰুৱাৰ প্ৰথম গল্প-পুথি "সুৰভি" প্ৰকাশিত হয় ১৯০৯ চনত অৰু শৰৎ চন্দ্ৰ গোস্বামীৰ প্ৰথম পুথি "গল্পাঞ্জলি"ৰ প্ৰকাশৰ চন হল ১৯১৪। গোস্বামীৰ আন গল্প-পুথিবোৰ হল "ময়না", "বাজিকৰ"



আৰু "পৰিদৰ্শন"। "পৰিদৰ্শন" পুথিখন মৰণোত্তৰ প্ৰকাশ। বেজবৰুৱা আৰু গোস্বামী প্ৰায় একে সময়ৰ লেখক হলেও দুয়োজন লেখকৰ মাজত থকা দৃষ্টি-ভংগীৰ পাৰ্থক্য সুস্পষ্ট। বেজবৰুৱাৰ আপেক্ষিক দীঘল বাক্য-ৰীতিৰ তুলনাত গোস্বামীৰ বাক্যবোৰ অজটিল, পোন আৰু চুটি চুটি। হাস্যৰস আৰু ব্যংগৰ প্ৰতি গোস্বামীৰ আকৰ্ষণ কম। "পৰিদৰ্শন"ত যি দুটা এটা ব্যংগাত্মক গল্প আছে তাৰ আবেদন বেজবৰুৱাৰ ব্যংগাত্মক গল্পৰ আবেদনৰ স্তৰলৈ উঠা নাই। সমাজৰ ভেম-ভণ্ডামিৰ ওপৰত কটাক্ষ-পাত কৰাতকৈ সুখ দুখভৰা জীৱনৰ অভিব্যক্তি ফুটাই তোলাৰ আদৰ্শ তেওঁৰ চকুৰ আগত। কৰুণতা তেওঁৰ গল্পৰ মাজত আছে কিন্তু জীৱনৰ কাৰুণ্যৰ আঁৰত যেন লুকাই আছে নিয়তিৰ নিষ্ঠুৰ বিধান। "ময়না", "অদৃষ্ট" আদি গল্পৰ কৰুণতা এক দৈৱিক শক্তিৰ নিষ্ঠুৰ পৰিহাসৰ বেদনা। পীড়িত আৰু পতিত জনৰ প্ৰতি সহানুভূতিৰে উদ্বেলিত এখন অন্তৰ গোস্বামীৰ আছে। এনে সহানুভূতি "সামান্য প্ৰাণীৰ" দৰে গল্পত ইতৰ জীৱ-জন্তুৰ প্ৰতিও সম্প্ৰসাৰিত হৈছে। গোস্বামীৰ কেইবাটাও গল্পৰ ওপৰত অদৃষ্টৰ পৰিহাসৰ ধ্বনি প্ৰতি-ধ্বনিত হৈ আছে। "ময়না" আৰু "অদৃষ্ট" গল্পৰ উপৰিও "পশুপতিৰ বিয়া", "নৈৰ দাতিত" আদি গল্পত অদৃষ্টৰ ক্ৰুৰতা আৰু মানবৰ অসহায়তাৰ ইংগিত স্পষ্ট হৈ উঠিছে।

প্ৰেম-প্ৰীতিক কেন্দ্ৰ কৰিও গোস্বামীয়ে কিছুমান গল্প লিখিছে কিন্তু "বনৰীয়া প্ৰণয়"ৰ বাহিৰে আন তেনে ধৰণৰ গল্পৰ ওপৰত বৈ আছে শালীনতাৰ চৈতন্যৰ অংকুশ। ডেকা-গাভৰুৰ আকৰ্ষণৰ প্ৰচণ্ডতা তেওঁ অস্বীকাৰ কৰা নাই কিন্তু গুপ্ত প্ৰণয়ৰ অন্তত অনুশোচনাৰ তীব্ৰতাৰ প্ৰতিও তেওঁ সজাগ। পৰম্পৰাগত জীৱনৰ মানৰ ওপৰত তেওঁৰ বিশ্বাস গভীৰ। নিজেই এজন শিক্ষাবিদ্ আৰু শিক্ষাব্ৰতী লোক হোৱা বাবে সামাজিক শৃংখলা আৰু নিয়মানুবৰ্তিতাৰ প্ৰতি তেওঁৰ শ্ৰদ্ধা।

"নদৰাম" জনজাতীয় জীৱনৰপৰা বুটলি অনা এটা সহজ সৰল কাহিনী। ইয়াৰ প্ৰকাশভংগী সৰল অথচ বৈ যোৱা ; ভাব নিজৰাৰ পানীৰ দৰে ফটফটীয়া। জনজাতীয় জীৱনৰ ত্যাগ আৰু উদাৰতাৰ ছবি এই গল্পত আছে আৰু আছে প্ৰকৃত ভালপোৱাৰ স্বীকৃতি। নদৰামে নিজৰ ঘৈণীয়েকক ঘূৰাই অনাৰ কাৰণে চাহাবৰ আগত দাবী উত্থাপন কৰিও যেতিয়া জানিব

পাৰিলে যে তাইৰ অন্তৰে ভাটীৰামৰ বাবে কান্দিছে তেতিয়া হিংসা আৰু স্বাৰ্থপৰতাৰ সলনি তাৰ অন্তৰলৈ আহিছে অভিনৱ উদাৰতা। ঘৈণীয়েকৰ ওপৰত থকা সকলো দাবী সি তুলি লৈছে আৰু চাহাবক কৈছে যে তাই ভাটীৰামৰ লগতে থাকক। পৰপুৰুষৰ প্ৰতি নিজৰ স্ত্ৰীৰ আকৰ্ষণ দেখিও নদৰামৰ অন্তৰত প্ৰতিহিংসাৰ অগনি জ্বলি উঠা নাই। এক অহৈতুক অনাসক্তিয়ে তাৰ মনলৈ আনিছে ধৈৰ্য্য আৰু স্থিৰতা।

সামাজিক অন্যায় অবিচাৰৰ প্ৰতিও শৰৎ গোস্বামী সচেতন। তথাপি কোনো ব্যক্তি-চৰিত্ৰ অৱলম্বন কৰি তেওঁ বিদ্ৰূপৰ বাক্যবাণ প্ৰয়োগ কৰা নাই। সামাজিক বাতাবৰণৰ মাজত কিছুমান ঘটনা স্বাভাৱিক ৰূপত তুলি ধৰি অন্যায়, অধৰ্মক তেওঁ মূৰ্ত কৰিছে। সংস্কাৰকৰ মনোভাব নিশ্চয় তেওঁৰ আছিল কিন্তু এনে মনোভাব সাধাৰণতে পোনপটীয়াকৈ প্ৰকাশিত হোৱা নাই।

শৰৎচন্দ্ৰ গোস্বামীৰ সমসাময়িক লেখক দণ্ডীনাথ কলিতা। তেওঁৰ গল্পপুথি "সাতসৰী"। কুসংস্কাৰেৰে আচ্ছন্ন সমাজখনলৈ তেওঁৰ দুটা এটা গল্প-চৰিত্ৰই আনিব খোজে জ্ঞানৰ পোহৰ। লক্ষ্মীনাথ বেজবৰুৱাৰ গল্পতো সমাজ সংস্কাৰৰ আদৰ্শ লুকাই আছে কিন্তু কলিতাৰ গল্পত হলে এই আদৰ্শ ওপৰতে ওলাই থাকে। দণ্ডীনাথ কলিতাৰ সৰহ ভাগ গল্পই উদ্দেশ্যধৰ্মী। গতিকে তেওঁৰ গল্প-চৰিত্ৰবোৰ লেখকৰ নিৰ্দ্ধাৰিত গতিপথেদি আগবঢ়া টাইপ চৰিত্ৰ।

১৯২৯ চনত উচ্চ মান-বিশিষ্ট "আৱাহন" নামৰ মাহেকীয়া আলোচনীৰ জন্ম হয় কলিকতাৰ বুকুত। এইখন আলোচনীৰ যোগেদি অসমীয়া চুটিগল্পৰ মাজলৈ আহে সমৃদ্ধি আৰু বিচিত্ৰতা। দেশত ইতিমধ্যে শিক্ষিত লোকৰ সংখ্যা বাঢ়িছে আৰু পাশ্চাত্য সাহিত্যৰ পঠন পাঠনৰ প্ৰতিও বেছি সংখ্যক লোক আগ্ৰহশীল হৈ পৰিছে। এলেন পো, মোপাছা, চেক্‌খভ, ও হেন্‌ৰীৰ দৃষ্টি-ভংগীৰ প্ৰতি এদল লেক আকৃষ্ট হৈ পৰিছে। ফ্ৰয়দৰ মনস্তাত্বিক বিশ্লেষণৰ প্ৰতি আগ্ৰহশীল ব্যক্তিৰ সংখ্যা বাঢ়িছে। পূৰ্বাপৰ চলি অহা ৰক্ষণশীলতাৰ প্ৰভাৱ মুক্ত হোৱাৰ আকাংক্ষা চিন্তাশীল লোকৰ মনত জাগিছে আৰু সংস্কাৰৰ প্ৰাচীৰ ভাঙি মানৱ-মনৰ মুক্ত বিশ্লেষণ শিল্প-সাহিত্যৰ উপজীব্য বুলি বিবেচিত হব ধৰিছে। "আৱাহন"ত প্ৰকাশিত হোৱা ভালেমান গল্পৰ মাজতে ফ্ৰয়দীয় মনস্তত্ত্বৰ প্ৰবেশ ঘটিছে। অৱশ্যে এই প্ৰভাৱ গভীৰ আৰু ব্যাপক নহয়।



ফ্ৰয়দীয় মনোবিজ্ঞানত গভীৰ মনোনিবেশৰ প্ৰমাণ প্ৰায়বোৰ গল্পই নিদিয়ে। মোপাছাঁৰ প্ৰভাৱ হয়তো অলপ বেছি। স্বাভাৱিক পৰিৱেশৰ মাজত গল্প-চৰিত্ৰৰ মুক্ত বিচৰণ মোপাছাঁৰ ৰচনাশৈলীৰ অনুৰূপ উপস্থাপন-ৰীতি। এই যুগতে বিভিন্ন স্তৰৰ লোকৰ মাজৰপৰা গল্প-চৰিত্ৰৰ নিৰ্বাচন আন এটি লক্ষণীয় বৈশিষ্ট্য। "আৱাহন"ৰ আগতে ৰচনাৰীতিৰ ওপৰত থকা ৰক্ষণ-শীলতাৰ অংকুশ ন-লেখক সকলে দলিয়াই পেলাই কথাবস্তুৰ উপযোগী নতুন কথনভংগী উদ্ভাৱন কৰাৰ বাবে যত্নপৰ হয়। যত্ন সকলো সময়তে সাৰ্থক নহব পাৰে কিন্তু নতুন ভংগী বিচৰাৰ ফল-স্বৰূপে গল্পৰ ফৰ্ম বেছি আকৰ্ষণীয় হোৱাৰ সুযোগ ঘটিল।

"আৱাহন" যুগৰ এজন প্ৰখ্যাত লেখক হল জমিদাৰ নগেন্দ্ৰ নাৰায়ণ চৌধুৰী। চৌধুৰীয়ে যে উচ্চ মান-বিশিষ্ট ভালেমান গল্প লিখি অসমীয়া গল্প-সাহিত্য চহকী কৰি গৈছে তেনে নহয়। তেওঁৰ গল্পৰ ফৰ্ম বিচিত্ৰতা বৰ্জিত, প্ৰকাশ ভংগী অনেক সময়ত উজুটি খোৱা বিধৰ আৰু জীৱন-চেতনা অগভীৰ। তথাপি নগেন্দ্ৰ নাৰায়ণ চৌধুৰীয়ে জৈৱিক সমস্যাৰ ওপৰত ভৰ দি যিবোৰ সৃষ্টি আমালৈ এৰি গৈছে সেইবোৰে পৰিচয় দিয়ে এটা গ্ৰহণক্ষম মন আৰু এখনি উদাৰ হৃদয়ৰ। চৌধুৰীয়ে দীঘল আৰু চুটি গল্প দুয়োটাকে লিখিছে। দীঘল গল্পবোৰ উপন্যাস-ধৰ্মী। শৰৎ চন্দ্ৰ গোস্বামীৰ গল্পৰ দৰে তেওঁৰ গল্পৰ ওপৰতো কতো কতো নিয়তিৰ নেদেখা বিধানৰ ছাঁ পৰিছে কিন্তু সৰহ ভাগতে আছে chance বা accident অৰ খেলা। চৌধুৰীয়ে জনজাতীয় চৰিত্ৰৰ অৱলম্বনত কেইটামান গল্প লিখিছে। এইবোৰৰ কেন্দ্ৰস্থ বস্তু প্ৰেম আৰু ভালপোৱা। চৌধুৰীৰ নাৰী-চৰিত্ৰৰ মাজত সচৰাচৰ সততা দেখিবলৈ পোৱা যায়। চঞ্চলমনা নাৰীচৰিত্ৰ চৌধুৰীৰ গল্পত বিৰল। প্ৰেমাস্পদৰ প্ৰতি প্ৰায়বোৰ নাৰী-চৰিত্ৰৰে আছে গভীৰ অনুৰাগ। জীৱনলৈ বিপৰ্যয় নামি আহিলেও তাকে মূৰ পাতি লোৱাৰ সামৰ্থ্য এইবোৰ চৰিত্ৰৰ আছে।

"উছৰ্গা" আৰু "দুতিৰামৰ সংসাৰ" গল্পৰ কেন্দ্ৰীয় কাহিনী এজনী গাৰ্ঁলীয়া গাভৰু। দুৱৰীক কেন্দ্ৰ কৰি এই গল্প ৰচিত হৈছে। দুৱৰীৰ পাণি-প্ৰাৰ্থী কৰ্মঠ আৰু বলিষ্ঠ ডেকা জগতৰ দুৱৰী-লাভ নহল অৱস্থাৰ তাড়নাত। মৌজাদাৰৰ টেকেলা দুতিৰামে চিলাই থাপ মৰা দি তাইক লৈ গল এক

অন্ধকাৰ অন্তঃপুৰলৈ। ৰূপহী দুবৰীৰ উপস্থিতিয়ে দুতিৰামৰ মনলৈ আনিলে নানান প্ৰশ্ন আৰু অহৈতুক সন্দেহৰ জ্বালা। শেষত দুতিৰামৰ আসন্ন মৃত্যুৰ সময়ত দুতিৰামে দুবৰীক জগতৰ হাতত সঁপি দিলে আৰু দুবৰীৰ প্ৰতি থকা জগতৰ গভীৰ অনুৰাগে সাৰ্থকতাৰ মুখ দেখিলে।

"টুনী" জনজাতীয় জীৱনৰ প্ৰেম-প্ৰীতিৰ কাহিনী। শক্তিশালী প্ৰেমিক-ভ্ৰমৰ ভন্দৰা চিপাহীৰ স্বচ্ছলতাকো উপেক্ষা কৰি টুনী মিলিত হৈছে থাংৰিঙৰ লগত। গল্পটোৰ উপস্থাপন-ৰীতি উপাদেয় নহলেও জনজাতীয় ডেকা-গাভৰুৰ সাহস অৰু কৰ্ম-ক্ষমতাৰ পৰিচয় ইয়াত আছে।

নগেন্দ্ৰ নাৰায়ণ চৌধুৰীৰ অলপ পিছৰে গল্প-লেখক নকুল চন্দ্ৰ ভূঞা। ভূঞাৰ গল্পত কোনো সামাজিক, জৈৱিক বা অৰ্থনৈতিক সমস্যাৰ উদ্ভাৱন বা তাৰ সমাধানৰ চেষ্টা নাই। জীৱনৰ সৰু সৰু ঘটনা চিত্ৰিত কৰি তেঁও ভাল পায়। ভূঞাৰ কথনভংগী সৰস নহয় কিন্তু ইয়াৰ মাজত থকা সৰলতাই গল্প-বোৰ বিশ্বাসযোগ্য কৰাৰ সহায়ক হয়। তেওঁ কেইটামান ব্যংগাত্মক গল্পও লিখিছে।

আৱাহন যুগৰ দুজন গল্প-লেখকৰ হাতত অসমীয়া গল্প-সাহিত্য ঠন ধৰি উঠে। সেই দুজন হলীৰাম ডেকা আৰু লক্ষীধৰ শৰ্মা। এসময়ত ডেকাই কলিকতা হাইকোৰ্টত ওকালতি কৰিছিল। পিছত তেঁও অসম আৰু নগালেণ্ডৰ মুখ্য ন্যায়াধীশ হিচাবে অবসৰ গ্ৰহণ কৰে। ডেকাৰ গল্প কোৱাৰ এটা বৈশিষ্ট্য আছে। তেঁও সদালাপী ব্যক্তি আছিল। কথাৰ মাজে মাজে দুটা এটা শব্দৰ যোগেদি হাস্যৰসৰ উদ্ভাৱন তেঁওৰ বিশেষত্ব। এই হাঁহি অৱশ্যে দেহমন-প্ৰমাথী অট্টহাস্য নহয়। ই মৃদু, অতৰ্কিতে মনৰ মাজলৈ অহা আনন্দৰ পুলক, ক্ষণস্থায়ী কিন্তু মধুৰ। তেঁওৰ ভালেমান গল্পৰ মাজতে এনে এটি আনন্দৰ শিহৰণ যোগোৱাৰ সমল আছে। "দ্বিতীয় পক্ষ" এনে এটি গল্প। এক দুৰ্ভগীয়া বিবাহিতা নাৰীৰ যৌন-জীৱনৰ ব্যথাভৰা ইতিহাসৰ প্ৰতি লেখকৰ সহানুভূতি নিজৰি ওলাইছে দুটা এটা চুটি চুটি উক্তিৰ মাজেদি। গল্পটো ভাব-প্ৰৱণ হৈ পৰাৰ থল আছিল কিন্তু আৱশ্যকীয় সংযম আৰু বুদ্ধি-শক্তিৰ দাপোণত কাহিনী প্ৰতিফলিত হোৱাৰ বাবে কম কথাৰ মাজেদি জীৱনৰ এটি নিখুঁত চিত্ৰ ইয়াত পৰিস্ফুট হৈছে।

ডেকাৰ গল্পবোৰ এতিয়াও পুথিৰ আকাৰত পোৱা নাযায়। কিন্তু



তেঁওৰ কাপৰপৰা ওলোৱা কেইটামান গল্প যে সাৰ্থক সৃষ্টি তাক নিঃসন্দেহে কব পাৰি। ডেকাই "বিয়া-বিভ্ৰাট"ৰ দৰে হাস্যৰসাত্মক গল্পও লিখিছে কিন্তু তেঁওৰ হাস্যৰস সচৰাচৰ বুদ্ধিদীপ্ত। "যোদ্দাৰ", "পৰ্বতৰ টিঙৰ বঙলা ঘৰ" প্ৰভৃতি গল্প কৰুণ ৰসাত্মক।

ডেকাৰ প্ৰকাশভংগী সাবলীল। বাক্যৰ বৈ যোৱা লালিত্য-সৃষ্টি তেঁওৰ স্বভাৱজ গুণ। তেঁওৰ হাস্যৰস বুদ্ধিদীপ্ত। গতিকে ইয়াৰ মাজত কতো কতো পোৱা যায় ব্যংগৰ বক্ৰতা আৰু বক্ৰাঘাতৰ স্তুতি। তেওঁৰ কথনভংগীৰ মাজত হাস্যৰস আৰু ব্যংগ সোমাই পৰি বাক্যবোৰ ৰসাল আৰু মনোগ্ৰাহী কৰি তোলে।

লক্ষীধৰ শৰ্মাৰ কেইটামান সাৰ্থক গল্প "ব্যৰ্থতাৰ দান" নামক গল্প-পুথিত সন্নিবিষ্ট কৰা হৈছে। শৰ্মা বলিষ্ঠ লেখক। নৰীয়া পাটিত পৰি থাকিও অসমীয়া সাহিত্যলৈ তেওঁ যি দান দি গৈছে সি মূল্যবান সম্পদ। ভাষাৰ ওপৰত শৰ্মাৰ দখল আছে আৰু সমাজৰ গ্ৰহণীয় নহব বুলি বিবেচিত ভাবৰ ৰূপদান কৰাৰ কাৰণে তেওঁৰ আছে নিভীৰ্ক মন। জৈৱিক সমস্যাৰ ক্ষেত্ৰতেই হওক নাইবা সামাজিক অন্যায় অবিচাৰৰ ক্ষেত্ৰতেই হওক সংস্কাৰৰ আৱকাপোৰ উদঙাই সমস্যাটো নগ্ন ৰূপত পৰীক্ষা নিৰীক্ষাৰ কাৰণে তুলি ধৰাৰ ক্ষেত্ৰত তেওঁৰ দৃষ্টিভংগী কিছু পৰিমাণে বৈপ্লবিক। "ব্যৰ্থতাৰ দান" গল্পত এজনী বিবাহিতা নাৰীৰ অদম্য যৌন কামনাৰ ছবি সংস্কাৰৰ বন্ধন পাৰ হৈ চিত্ৰিত কৰাৰ চেষ্টা আছে। ডেকা হাকিম ললিতৰ প্ৰতি সুন্দৰী লিলিৰ আসক্তি দেহমন-প্ৰমাথী এক সৰ্বনাশী ক্ষুধা। এই ক্ষুধাৰ মাজত আছে সুন্দৰীৰ ৰূপ-লাৱন্যৰ আত্মগৰিমা আৰু কল্পনাৰ মায়াপুৰীৰ মাজত অনাগত অভ্যাগতৰ আকুল প্ৰতীক্ষা। প্ৰেমাস্পদ ললিতৰ পত্নী-বিয়োগৰ সন্তাপেৰে বিধৌত অন্তৰত হয়তো লিলিৰ কাৰণে অকণমান ঠাই আছে তথাপি অভিসাৰিকা লিলিৰ প্ৰবেশ তাত অবাঞ্ছিত। শেহত চৰম পৰাজয়ৰ অন্তত লিলিৰ ভগ্ন-হৃদয়ৰ ওপৰত যি শান্তিপানী ছটিওৱাৰ চেষ্টা আছে সি পৰম্পৰাগত সংস্কাৰৰে চকুপানী।

লক্ষীধৰ শৰ্মাৰ দ্বাৰা ৰচিত এটা দীঘল গল্প হল "চিৰাজ"। গল্পটো উপন্যাসধৰ্মী হলেও গাৱঁলীয়া উদাৰ-চৰিত গৃহস্থ চিৰাজৰ মানবিকতা আৰু দয়াৰ্দ্ৰ চিত্তৰ কোমলতাৰে কাহিনী উপভোগ্য। লক্ষীধৰ শৰ্মাৰ কোনো কোনো

গল্পত নগ্নতা আছে কিন্তু উপস্থাপনৰ কৌশলৰ বাবে সৰহ ক্ষেত্ৰতে সি গ্ৰহণীয় ৰূপত প্ৰকাশ লাভ কৰিছে। সামাজিক অবিচাৰৰ চৈতন্যই তেওঁক কতো কতো সংস্কাৰকামী কৰি তুলিছে। "পৰাজয়"ত নায়কে চাহ বাগিচাৰ কুলীৰ মাজত যি সংস্কাৰ আনিবলৈ যত্ন কৰিছিল তেওঁৰ অকাল মৃত্যুৱে তাক পূৰ্ণ কৰাত বাধা দিলে। প্ৰেয়সী সুব্ৰতাই প্ৰেমাস্পদৰ আদৰ্শ অনুসৰণ কৰি নায়কৰ অসমাপ্ত কাৰ্য্য সম্পাদনৰ দায়িত্ব নিজেই মূৰ পাতি ললে। "বিদ্ৰোহিণী"ত বিধবাই সামাজিক বাধা-নিষেধৰ বিপক্ষে প্ৰকাশ্যে মাত মাতিছে।

লক্ষ্মীধৰ শৰ্মাৰ গল্পত মনস্তাত্ত্বিক সংঘাতৰ চিত্ৰ পৰিস্ফুট হোৱা দেখা যায়। হলীৰাম ডেকাৰ তুলনাত জৈৱিক-চিত্ৰণত সমস্যা শৰ্মা বেছি অন্তৰ্মুখী। সমাজৰ চিৰাচৰিত প্ৰথাৰ অন্তৰালত লুকাই থকা নৃশংসতা আৰু কদৰ্য্যতাৰ বিপক্ষে কৰা সংগ্ৰামত তেওঁ নিৰ্ভীক যোদ্ধা। এনে নিৰ্ভীকতাৰ আশ্ৰয়তে কতো কতো ইন্দ্ৰিয়াসক্তিৰ উৎকট ৰূপৰ প্ৰকাশ ঘটিছে আৰু প্ৰকাশভংগীৰ সংযমৰ বাঘজৰী ডালো ছিগি গৈছে। লক্ষ্মীধৰ শৰ্মাৰ ৰচনাৰীতি প্ৰাঞ্জল।

এনে প্ৰাঞ্জল ৰীতিৰ প্ৰয়োগ মহীচন্দ্ৰ বৰাৰ গল্পতো পোৱা যায়। সমাজৰ অন্যায়, অবিচাৰৰ প্ৰতি বৰা সদায় সচেতন আৰু এনে সচেতনতাৰ ফলতে কতো কতো তীব্ৰ ব্যংগাত্মক ভংগীৰে তেওঁ এদল লোকৰ হৃদয়হীনতাৰ পৰিচয় দিছে। তেওঁৰ প্ৰকাশৰীতিৰ ওপৰত ঠায়ে ঠায়ে বেজবৰুৱাৰ প্ৰভাৱো পৰি-লক্ষিত হয়। "অব্যয়", "অনাথিনী" প্ৰভৃতি গল্পৰ কাহিনীৰ ওপৰত ব্যংগ আৰু বক্ৰোক্তিৰ অবাধ খেলা। ধনীৰ লুণ্ঠন আৰু নিৰ্য্যাতিত লোকৰ মনো-বেদনা দুয়োটা গল্পৰে উপজীব্য হলেও এই মনোবেদনাই প্ৰকৃতপক্ষে কৰুণ ৰসৰ সঞ্চাৰ কৰা নাই কিয়নো উপস্থাপন-ৰীতি খণ্ডিত। "কেৰাণীৰ কপাল" আন এটা ব্যংগাত্মক গল্প। চিৰস্তাদাৰৰ ঘৈণীয়েকৰ ভেম আৰু চিৰস্তাদাৰৰ মৌ-মিঠা কথাৰ আঁৰত থকা ফেটীসাপৰ হলাহলৰ ইংগিত উপাদেয়। গল্পটোৰ বিষয়বস্তু কাৰুণ্যব্যঞ্জক হলেও লক্ষ্মীনাথ ফুকনৰ "টাইপিষ্টৰ জীৱন"ৰ দৰে ই সাৰ্থকতা লাভ কৰা নাই।

লক্ষ্মীনাথ ফুকনৰ পাঁচখন গল্প-পুথি প্ৰকাশিত হৈছে। এই কেইখনৰ মাজেদি ফুটি উঠিছে জীৱনৰ বিচিত্ৰ অভিজ্ঞতাৰ ছবি। ফুকনৰ প্ৰকাশভংগী অজটিল আৰু পোন। গল্পৰ ফৰ্মতকৈ তাৰ কথাবস্তুৰ ওপৰত তেওঁৰ নজৰ বেছি। গতিকে তেওঁৰ গল্পত যেনেকৈ ঘটনাৰ প্ৰাধান্য স্পষ্ট, তেনেকৈ চৰিত্ৰ বোৰো



উজ্জ্বল। গল্প-চৰিত্ৰবোৰ সচৰাচৰ ৰুচিমান। সমাজ-বন্ধনৰ প্ৰতি এইবোৰৰ আনুগত্য আছে। সৰহভাগ চৰিত্ৰই হৃদয়হীন নহয়। "মাটিৰ দাম" গল্পত গৌতমৰ প্ৰতি থকা মাখনীৰ মৰম দীৰ্ঘ কালৰ ব্যৱধানেও মচি পেলাব পৰা নাই। মাটি বিচাৰি যেতিয়া গৌতমে মাখনীৰ ঘৰত উপস্থিত হয় তেতিয়া মাখনীৰ মনলৈ যি আনন্দ আহিছে তাত আন্তৰিকতা আছে—মাখনীয়ে আন সহস্ৰ নাৰীৰ দৰে অভিনয় কৰা নাই।

"ওফাইদাং" পুথিৰ সৰহ ভাগ গল্পই ব্যংগাত্মক। "মহিমাময়ী", "ওফাইদাং", "বিহু-সন্মিলন" প্ৰভৃতি গল্পবোৰ ব্যংগাত্মক গল্প হিচাবে সাৰ্থক সৃষ্টি। এই গল্প কেইটাৰ যোগেদি আধুনিক যুগত লগ পোৱা এদল বাহিৰ শুৱনি কিন্তু ভিতৰ ফোপোলা মানুহৰ চাৰিত্ৰিক দুৰ্বলতা জীৱন্ত ৰূপত তুলি ধৰা হৈছে। গল্পচৰিত্ৰবোৰৰ কথা আৰু কাৰ্য্যৰ মাজত থকা বৈপৰিত্যৰ স্পষ্ট ৰূপদানৰ দক্ষতা ফুকনৰ আছে। "টাইপিষ্টৰ জীৱন"ত দৰিদ্ৰতাৰ লগত অবিশ্ৰান্ত সংগ্ৰামৰ মাজতে নিঃশেষ হৈ যোৱা টাইপিষ্ট জনৰ মৃত্যুৰ পাছত অফিচত তৈল-চিত্ৰ উন্মোচনৰ ব্যস্ততা এটা হাস্যাস্পদ অভিনয় মাথোন।

ফুকনৰ গল্পবোৰ সচৰাচৰ অজটিল। তেওঁৰ চৰিত্ৰাংকন স্পষ্ট। গল্প কোৱাৰ এটা নিজস্ব ভংগী ফুকনৰ আছে। এই ভংগীৰ সৰলতাই পাঠকৰ অনুৰাগ আকৰ্ষণ কৰে। হাস্যৰস-সৃষ্টিতো ফুকনৰ বৈশিষ্ট্য পৰিলক্ষিত হয়। চৰিত্ৰবোৰৰ কথা আৰু কাৰ্য্যৰ বৈষম্য উচিত শব্দ-প্ৰয়োগেৰে মূৰ্ত কৰাৰ ক্ষমতাৰ মাজত হাস্যৰসৰ পুলক অনুভূত হয়। ভাবৰ বিশ্লেষণ আৰু ভাষাৰ প্ৰয়োগত ভাব-প্ৰৱণতাৰ সলনি আৰ্টিষ্টৰ আৱশ্যকীয় সংযম দেখিবলৈ পোৱা যায়।

বীণা বৰুৱা বিৰিঞ্চি কুমাৰ বৰুৱাৰ ছদ্ম নাম। তেওঁৰদ্বাৰা ৰচিত গল্প-পুথি দুখন—"আঘোনী বাই", আৰু "পট পৰিবৰ্তন"। উপন্যাস লেখক হিচাবে বীণা বৰুৱাৰ যশস্যা সুপ্ৰতিষ্ঠিত। উপন্যাসৰ দৰে গল্পৰ ক্ষেত্ৰত সমানে যশস্বী নহলেও কেইটামান গল্পৰ মাজত যে লেখকৰ প্ৰতিভাৰ পৰিচয় স্পষ্ট ৰূপত ধৰা দিছে তাত অকণো সন্দেহ নাই। "আঘোনী বাই" এজনী গাৱঁলীয়া তিৰোতাৰ অনাড়ম্বৰ জীৱন কাহিনী। কেইটামান সৰুসুৰা ঘটনা আৰু কাৰ্য্যৰ যোগেদি এইটো নাৰী-চৰিত্ৰৰ সাৰ্থক ৰূপদান প্ৰতিভাৰ পৰিচায়ক। "লাপেলি"ত নগা-জীৱনৰ সৰলতা, ক্ৰুৰতাৰ ওপৰত এজনী

নাগিনী ছোৱালীৰ প্ৰাণ-প্ৰাচুৰ্য্য আৰু চৰম ত্যাগৰ চিত্ৰ কম কথাৰে আকৰ্ষণীয় ৰূপত ফুটাই তোলা হৈছে। নাগিনী ছোৱালীক কল্পনা-কুৰঁৰী অশৰীৰী পৰীৰ সদৃশ কৰি চিত্ৰিক কৰাৰ ৰীতি বৰুৱাৰ আগৰ কোনো কোনো লেখকৰ লেখাত পোৱা যায়। বৰুৱাই হলে লাপেলিক তেজ-মঙহৰ বালিকা ৰূপত সৃষ্টি কৰিছে। গতিকে তেওঁৰ ৰূপায়ণ বেছি বাস্তৱ আৰু বেছি মানবীয়।

বিংশ শতিকাৰ মাজ ভাগত কিছু পৰিমাণে স্ত্ৰীশিক্ষাই প্ৰসাৰতা লাভ কৰে। শিক্ষিতা আৰু শিক্ষাব্ৰতী যুৱতীৰ জীৱনক কেন্দ্ৰ কৰি বিৰিঞ্চি বৰুৱাই কিছুমান গল্প লিখিছিল। কথাবস্তুৰ ৰমণীয়তা নাইবা কলা-কৌশলৰ দক্ষতাৰ ফালৰপৰা এই গল্পবোৰ "আঘোনী বাই" নাইবা "লাপেলি"ৰ স্তৰ পোৱাগৈ নাই।

বীণা বৰুৱাই জৈৱিক বাসনাৰ ওপৰত গুৰুত্ব দিছে কিন্তু কতো এনে বাসনাৰ উগ্ৰতা বিচাৰি পোৱা নাযায়। সমাজৰ শালীনতা-বোধৰ দুৱাবদলি তেওঁ চেৰাই যাব নোখোজে।

হেম বৰুৱাই তিনিখন ব্যক্তিমুখী ৰচনা-পুথি লিখিছে। ইয়াৰ ভিতৰত গল্পধৰ্মী কাহিনী কেইটামান আছে। "জহৰা" নামৰ এটা গল্পৰ কাৰণে এসময়ত লেখক নিন্দা আৰু প্ৰশংসা দুয়োৰে ভাগী হৈছিল। গাৱঁলীয়া ছোৱালী কেঁহদৈৰ যৌন অনুৰাগৰ মত্ততাৰ অৱলম্বনত এই গল্প ৰচিত হৈছে। গল্পটোৰ ওপৰত ফ্ৰয়দীয় প্ৰভাৱৰ স্পষ্ট নিদৰ্শন। ফ্ৰয়দীয় মনস্তাত্ত্বিক বিশ্লেষণ চকুৰ আগতে জ্বলি থকাৰ কাৰণে কেঁহদৈৰ সহজ আত্ম-সমৰ্পণৰ কাষে কাষে ঘূৰি ফুৰিছে দুৰ্দমনীয় যৌনাকাঙ্ক্ষাৰ নগ্ন প্ৰচণ্ডতা। গল্পটোত ব্যক্তি-জীৱনৰ সাময়িক মত্ততা অশোভনীয় ৰূপতে প্ৰকাশ কৰা হৈছে।

হেম বৰুৱাৰ চুটি-চুটি বাক্যৰ প্ৰবাহ স্বচ্ছ নিজৰাৰ পানীৰ দৰে লয়লাসে বাগৰি যোৱা। চুটি বাক্যৰ সহায়ত কাব্যিক মাধুৰ্য্য সৃষ্টি কৰাৰ কৌশল বৰুৱাৰ দৰে আনে আয়ত্ত কৰিব পাৰিছে বুলি মনে নধৰে। বাক্যৰীতিৰ মাধুৰ্য্যৰ কাৰণে বৰুৱাৰ ৰচনা সুখপাঠ্য।

দুজন গল্প-লেখকৰ গল্পৰ মাজত সামাজিক সমস্যাৰ চিত্ৰ বেছি স্পষ্ট ৰূপত পৰিস্ফুট হৈছে। সমাজৰ অন্যায়, অধৰ্ম, অবিচাৰ, অনাচাৰ আদিৰ কাহিনী এই দুয়োজন লেখকৰ লেখাৰ মাজত পোৱা যায় কিন্তু দুয়োজনৰ



দৃষ্টিভংগীৰ মাজত সামান্য পাৰ্থক্য আছে। কোনো এক পৰিবেশৰ মাজত সামাজিক অন্যায় অবিচাৰৰ কাহিনী যথাৰ্থ ৰূপত তুলি ধৰা ত্ৰৈলোক্যনাথ গোস্বামীৰ বৈশিষ্ট্য। ৰাধিকা গোস্বামীয়েও প্ৰায় একে ধৰণেই গল্পৰ পাতনি মেলে কিন্তু কাহিনী-বৰ্ণনাৰ লগে লগে সুবিধা উলিয়াই ব্যংগাত্মক উক্তিৰে সমাজৰ অবিচাৰৰ কথা সঘনে সোঁৱৰাই দিয়ে। ত্ৰৈলোক্যনাথ গোস্বামীৰ প্ৰকাশিত গল্প-পুথি চাৰিখন। এইবোৰত সন্নিবিষ্ট গল্পৰ মাজত যেনেকৈ পতিত আৰু নিপীড়িত জনৰ দুখ-দুৰ্গতিৰ ছবি ফুটি উঠিছে তেনেকৈ দুনীৰ্তিগ্ৰস্ত লোকৰ অন্যায় উৎপীড়নৰ বাতুলতায়ো আত্ম-প্ৰকাশ লাভ কৰিছে। দৰিদ্ৰ আৰু পতিত জনৰ প্ৰতি গোস্বামীৰ সহানুভূতি অবিকৃত, কৰ্মী আৰু সাহসী লোকৰ প্ৰতি তেওঁৰ শ্ৰদ্ধা, আৰু ত্যাগ আৰু সমাজকল্যাণ তেওঁৰ আদৰ্শ। তেওঁৰ সৰহ ভাগ গল্পৰ মাজেদি উজলি আছে মানবিকতা। "দৰিদ্ৰৰ বিননি", "জাৰজ", "মাকৰ মৰম" প্ৰভৃতি গল্পত প্ৰকাশিত হোৱা মানবিকতাই সাৰ্থক ৰূপ লাভ কৰিছে "পৰাজয়" নামক গল্পটোত। এই সৰু গল্পটোত প্ৰফেচাৰ আৰু তেওঁৰ পত্নীৰ জীৱনৰ প্ৰতি বিশেষ দৃষ্টিভংগী প্ৰকট হৈছে। প্ৰফেচাৰ অৰ্থনীতিবিদ পণ্ডিত, যুক্তিবাদী লোক, ঘৈণীয়েক অনুভূতিসৰ্ব্বস্বা, দয়াশীলা যুৱতী ৰমণী। দুয়োৰে আদৰ্শৰ দ্বন্দ্ব প্ৰকাশিত হৈছে অভ্যাগত অচিনাকি এক বৃদ্ধৰ আগমনত। এক করুণ পৰিস্থিতিৰ মাজত বৃদ্ধৰ মৃত্যুৱে, যুক্তি-তৰ্কৰ আবৰণে সংকুচিত কৰি ৰখা প্ৰফেচাৰৰ হৃদয়ৰ দুৱাৰ খুলি দিছে আৰু বৃদ্ধৰ কাৰণে তেওঁৰ আকুল হৃদয়ে আৰ্তনাদ কৰি চিঞৰিছে। প্ৰফেচাৰৰ মনৰ মাজত জ্বলি উঠিছে এটা নতুন সত্য— মানবপ্ৰীতি।

গোস্বামীয়ে কেইটামান হাস্যৰসাত্মক গল্পও লিখিছে। "গবেষণাৰ গজালি" "বোৱাৰীৰ পৰাজয়" প্ৰভৃতি গল্প এই শ্ৰেণীৰ। বাস্তৱ জগতৰ ক্ৰূৰতা আৰু অত্যাচাৰ উৎপীড়নৰ চিত্ৰ "শিল্পী" আৰু "ৰক্তবীজ" গল্পত ফুটাই তোলা হৈছে এই দৰে ত্যাগৰ আদৰ্শৰ ওপৰত গুৰুত্ব দি ৰচনা কৰা হৈছে "শিল্পীৰ জন্ম"। "শিল্পী" আৰু শিল্পীৰ জন্ম" দুয়োটাই প্ৰতীক-ধৰ্মী।

গোস্বামীৰ গল্প চৰিত্ৰবোৰ ভাব-বিলাসী দুৰ্ব্বল চৰিত্ৰ নহয়। সবলতা আৰু সাহসিকতা সৰহ ভাগ চৰিত্ৰৰে আছে। তেওঁৰ গল্পৰ মাজত জীৱনৰ মত্ততা কমেই প্ৰকাশিত হৈছে। তেওঁৰ ৰচনাৰীতি সৰল আৰু প্ৰায়েই

অলংকাৰ-বিবৰ্জিত। বাক্-সংযম তেওঁৰ আছে, বৰং বেছিকৈয়ে আছে। শব্দাড়ম্বৰৰ কছৰতৰ প্ৰতি তেওঁৰ বিতৃষ্ণা। তেওঁৰ কেইবাটাও গল্প ধ্বন্যাত্মক।

ৰাধিকা মোহন গোস্বামী এজন সাৰ্থক ঔপন্যাসিক। গল্প-লেখক হিচাবেও তেওঁৰ বাবে অসমীয়া সাহিত্যত এখন আসন আছে। আকৰ্ষণীয় পৰিস্থিতি সৃষ্টি আৰু তেনে পৰিস্থিতিৰ মাজত প্ৰকাশিত হোৱা মানবৰ হা-হুতাশৰ বিশ্লেষণ চমকপ্ৰদ। "ষ্টেট ট্ৰেন্সপোৰ্ট" এটা দীঘল গল্প। বাৰ বছৰ শিক্ষকৰ কাম কৰি ভাগৰি পৰা দৰিদ্ৰ শিক্ষক দত্ত আৰু তেওঁৰ লৰা ছোৱালী কেইটিক চুটি চুটি বাক্যৰ সহায়ত দত্তৰ ধনী শহুৰেকৰ ঘৰৰ বিয়া এখনৰ মাজত স্পষ্ট ভাৱে অংকিত কৰা হৈছে। তেওঁৰ সম্বন্ধীয় লোক সকলৰ চাল চলন আৰু আচৰণৰ বৌদ্ধিক বিশ্লেষণ তাৎপৰ্য্যপূৰ্ণ। আন এটা সমানধৰ্মী গল্প হল "চক্ৰবাত"। ইয়াতো ন্যায়পৰায়ণ, সত্যবাদী অথচ অভাৱগ্ৰস্ত এজন উকীলৰ আদৰ্শবাদ আৰু উকীলনীৰ ঐহিক সুখ স্বাচ্ছন্দ্যৰ প্ৰতি থকা আসক্তিৰ দ্বন্দ্ব ফুটাই তোলা হৈছে। গল্পটোৰ প্ৰকাশভংগী আকৰ্ষণীয়। মাজে মাজে আহি পৰা উকীলৰ সমালোচনামূলক স্বগতঃ উক্তিৰ জেউতিৰে গোটেই গল্পটো সমুজ্জল। ৰাধিকা মোহন গোস্বামীৰ ব্যৱসায় ওকালতি। গতিকে এই ব্যৱসায়ৰ প্ৰথম অধ্যায়ত জুমুৰি দি ধৰা নানান সমস্যাৰ অভিজ্ঞতা তেওঁৰ প্ৰতি বাস্তৱ জীৱনৰ অভিজ্ঞতা। বিষয়গত দৃষ্টিৰে এনে অভিজ্ঞতাৰ সাৰ্থক ৰূপায়ণ হল "চক্ৰবাত"। "নিয়তি"ত ৰুগ্ন ড্ৰাইভাৰৰ নৈতিকতাৰ পতনৰ মূল কাৰণ নগ্ন দৰিদ্ৰতা। দৰিদ্ৰ জনৰ প্ৰতি গোস্বামীৰ দৰদ আছে।

উন্নত কলা-কৌশলৰ যোগেদি অসমীয়া গল্প সাহিত্যত সুপ্ৰতিষ্ঠিত লেখক হল ৰমা দাশ। তেওঁৰ প্ৰকাশিত গল্প পুথি দুখন। কথনভংগীৰ বৈচিত্ৰ্য আৰু জৈৱিক কামনা-বাসনাৰ নগ্ন ৰূপায়ণে ৰমা দাশৰ গল্পৰ মাজলৈ আনিছে আকৰ্ষণৰ চুম্বক। অভিজাত আৰু উচ্চ মধ্যবিত্ত এক শ্ৰেণীৰ লোকৰ বিলাস-বাসনাৰ লগত তেওঁৰ পৰিচয়। তেওঁৰ কেইবাটাও গল্পৰ পটভূমি শিলং আৰু তাৰ প্ৰাকৃতিক সৌন্দৰ্য্য। সেই সৌন্দৰ্য্যেৰে অভিভূত যুৱক যুৱতীৰ অবাধ বিচৰণৰ ক্ষুধা গল্প কেইটাত ৰমণীয় ৰূপত প্ৰকাশিত হৈছে। প্ৰকাশ-ভংগীৰ সাবলীলতাৰ কাৰণে গল্প চৰিত্ৰবোৰ বেছ জীৱন্ত ৰূপত উপস্থাপিত কৰা হৈছে যদিও গতানুগতিকতাৰ পৰা কেইবাটাও গল্পই মুক্তি লাভ কৰা



নাই। ৰমা দাশৰ ভালেমান গল্পতে নাৰী সহজ-লভ্যা, পুৰুষ সম্ভোগ মত্ত। সামাজিক পৰিবেশ বা তাৰ ৰীতিনীতিৰ চৈতন্য লেখকৰ কম। গল্প মনোগ্ৰাহী কৰাৰ আশাত লেখকে নাৰী-চৰিত্ৰবোৰ লৈ গৈছে গলফ্ লিংকলৈ, নিজৰাৰ পাৰৰ শ্যামল সৌন্দৰ্য্যৰ মাজলৈ নাইবা বুঢ়া মাতৃৰ কাষৰ কোঠালৈ। নাৰী-চৰিত্ৰৰ আচৰণৰ মাজত বৈচিত্ৰ্য ফুটাই তোলাৰ গৌৰৱ তেওঁ লাভ কৰিব পৰা নাই। দুটা বা ততোধিক গল্প পঢ়িলে তাৰ মাজেদি বাজি উঠা এটা সুৰৰে ধ্বনি শ্ৰুতিগোচৰ হয়। তথাপি ৰমা দাশৰ গল্প সুখপাঠ্য। তেওঁৰ প্ৰকাশ ভংগীত আছে এটা কাব্যিক মাধুৰ্য্য।

"বৰ্ষা যেতিয়া নামে" গল্পই ৰমা দাশৰ প্ৰতিভা আৰু জীৱনৰ প্ৰতি থকা তেওঁৰ দৃষ্টিভংগীৰ পৰিচয় দিয়ে। গল্পটোৰ টেকনিক সুন্দৰ, ভাব সংলগ্ন, চিত্ৰ নিখুঁত। গল্পৰ বৰ্ণনাত কতো কতো অতিৰঞ্জনৰ ছাপ পৰিলেও সি কলা সৌন্দৰ্য্য মলিন কৰা নাই। কিন্তু গল্পত থকা আটাই কেইটা নাৰী চৰিত্ৰই ভাব-বিলাসী। বিবাহিতা অঞ্জলিয়ে স্বামী আৰু পুত্ৰ কন্যাৰ মৰম নেওচি মনোৰাজ্যত অকলে বিচৰণ কৰি জয়ন্তৰ বাবে শ্লিপ ওভাৰ গুথিছে, বিয়া দিব লগা আৰতিয়ে বিবাহ-বন্ধনত আবদ্ধ নহৈ হয়তো চিৰ দিনৰ বাবে বন্ধন-মুক্ত হোৱাৰ আশাত ভাবুকি দি চিঠি লিখিছে, জমিদাৰ দুহিতা বন্দনাই মাক বাপেক চিনেমা চাবলৈ যোৱাৰ সুযোগ লৈ কল্পনাত কবিতাময়ী হৈ পৰিছে আৰু জয়ন্তৰ সান্নিধ্য বিচাৰিছে। শেহত অধ্যাপক জয়ন্ত ওলালগৈ কলেজৰ সহপাঠী হেমন্তৰ ভনীয়েক চিত্ৰাৰ ঘৰত। হেমন্ত ঘৰত নাই। মাকৰ বেমাৰ। ৰান্ধনি ঘৰত চিত্ৰা আৰু জয়ন্ত এনে ভাৱে মতলীয়া হৈ পৰিল যে তেওলোকৰ কাষত ৰুগ্না মাক আৰু আয়াজনীৰ অস্তিত্বকে পাহৰি পেলোৱা হল। তথাপি এটা শ্ৰেণীৰ লোকৰ কামনা-বাসনাৰ নগ্ন চৰিত্ৰ ৰূপায়ণত ৰমা দাশ অনন্য। "দুৰ্য্যোগৰ ৰাতি"ত হলে নায়কৰ মোহমুক্তি প্ৰকাশিত হৈছে। দীপিৰ ককেট-ধৰ্মী অভিনয়ৰ মাজত নিজকে হেৰুৱাই পেলোৱা অনিলে যেন বাসন্তীৰ সান্নিধ্যত নতুন জীৱনৰ সন্ধান পালে। ই যেন গভীৰ বিশ্বাসেৰে নাৰীৰ দেহমন সৰ্বস্ব অৰ্পণৰ পূৰ্ণতা। কল্পনাৰ সৰগৰপৰা তললৈ খহি পৰি মাটিৰ বুকুত বাগৰি থকা মাণিক বুটলি লৈ অনিলে লাভ কৰিলে প্ৰেমৰ পৰম তৃপ্তি। বাসন্তীৰ অংগাভৰণ বাক্-চাতুৰ্য্যৰ অলংকাৰেৰে ভাৰাক্ৰান্ত হোৱা নাই যদিও বাসন্তী পৃথিবীৰ নাৰী, যি নাৰীয়ে অন্তৰৰ ভালপোৱাৰে সৈতে খেলা কৰিব নিবিচাৰে।

ৰমা দাশৰ গল্পৰ মাজেদি একে ধৰণৰ চৰিত্ৰ আৰু একে ধৰণৰ জৈৱিক আকাংক্ষাই প্ৰকাশিত হৈছে। ভাববিলাসী চৰিত্ৰ-সৃষ্টিত তেওঁৰ ক্ষমতা অসামান্য। লক্ষ্মীধৰ শৰ্মাৰ কেইটামান গল্পৰ মাজেদিও যৌন কামনাৰ প্ৰচণ্ডতা চিত্ৰিত হৈছে। কিন্তু শৰ্মা আৰু দাশৰ উপস্থাপন কৌশল ভিন্ন প্ৰকাৰৰ। লক্ষ্মীধৰ শৰ্মাৰ হাতত নগ্ন চিত্ৰবোৰ নায়কৰ স্মৃতিৰ পটত নানান ৰং ৰূপেৰে সমৃদ্ধ হৈ উপস্থিত হৈছে আৰু নায়কৰ ভাব-বিলাস কিছু পৰিমাণে গ্ৰহণযোগ্য কৰি তুলিছে। ৰমা দাশৰ হাতত হলে সচৰাচৰ বাস্তৱ পৰিবেশৰ মাজতে এই বোৰ ফুটাই তোলা হৈছে অথচ পৰিবেশৰ মাজত গল্পবোৰ থাকিও যেন থকা নাই কাৰণ ভোগৰ স্বপ্নৰ মাদকতাত কতো কতো বাস্তৱতা উপেক্ষিত হৈছে। "জাহ্নৱী" বোলা গাল্পত এই ত্ৰুটি স্পষ্ট। কোনো কোনো সমালোচকে ইয়াকে সমৰ্থন কৰিবলৈ গৈ জীৱনৰ দোহাই দিব পাৰে কিন্তু গল্প জীৱন নহয়, আৰ্ট হে। আৰ্ট যুক্তি-নিৰ্ভৰ, জীৱন সদায় যুক্তি নিৰ্ভৰ নহয়।

উমা শৰ্মাৰ এখন গল্প-পুথি প্ৰকাশিত হৈছে "ঘূৰণীয়া পৃথিবীৰ বেঁকা পথ।" তেওঁৰ কোঁনো কোনো গল্পৰ মাজত আছে দাৰ্শনিক চিন্তাধাৰাৰ প্ৰবেশ। কতো কতো এনে চিন্তাধাৰাই গল্পৰ কাহিনীৰ ওপৰত আধিপত্য বিস্তাৰ কৰাৰ ফলত গল্পৰ কাব্যিক মাধুৰ্য্য চিন্তা-গধুৰ উক্তিৰ মাজত সোমাই পৰিছে। "পথী" গল্পটোত হলে দাৰ্শনিক ভাবধাৰাৰ সলনি ৰোমাণ্টিক ভাব-প্ৰৱণতাৰ প্ৰবেশ বেছি। ইয়াত এটা নিস্কলুষ ভালপোৱাৰ চিত্ৰ প্ৰকাশিত হৈছে। গল্পটোত বীণাৰ বালিকা-সুলভ চপলতাৰ কাষে কাষে আছে নায়কৰ বৌৱেকৰ যুক্তিৰ দৌৰাত্ম্য। সুন্দৰ প্ৰাকৃতিক পৰিবেশৰ মাজত গল্পৰ কাহিনী সজীৱ ৰূপত তুলি ধৰা হৈছে। উমা শৰ্মাৰ গল্পতো ঠায়ে ঠায়ে যৌন-আকৰ্ষণৰ চিত্ৰ দেখিবলৈ পোৱা যায়। তথাপি তেওঁৰ চৰিত্ৰবোৰ সামাজিক সংস্কাৰৰ অধীন। নাৰী-চৰিত্ৰবোৰো ঠায়ে ঠায়ে বেছ যুক্তিবাদী।

দীননাথ শৰ্মাৰ প্ৰকাশিত গল্প পুথি পাঁচখন। তেওঁ এজন ভাল ঔপন্যাসিকো। জীৱনৰ কিছুমান সাধাৰণ ঘটনাৰ ৰূপ দিয়াই তেওঁৰ প্ৰধান উদ্দেশ্য। তেওঁৰ গল্পবোৰ ঘটনা-প্ৰধান। অন্তৰ্দ্বন্দ্বৰ যোগেদি চৰিত্ৰৰ মানসিক বিশ্লেষণৰ চেষ্টা তেওঁৰ গল্পত কম। সমাজত প্ৰচলিত কিছুমান প্ৰথাৰ কদৰ্য্যতা চিত্ৰিত কৰাৰ ইচ্ছা তেওঁৰ আছে। পিছে এইবোৰ চিত্ৰ সংস্কাৰকৰ মনোভাবেৰে চিত্ৰিত নকৰি সেইবোৰ যথাৰ্থ ৰূপত তুলি ধৰাৰ কৌশল তেওঁ



অৱলম্বন কৰিছে। তেওঁৰ ৰোমান্সধৰ্মী গল্পবোৰৰ মাজতো আছে বাস্তৱতাৰ প্ৰতি সজাগতা। "মিলন পথত" গল্পটো এটা গ্ৰাম্য জীৱনৰ চিত্ৰ। পিতাক আৰু মাহীমাকৰ অত্যাচাৰ সহিব নোৱাৰি কেনেকৈ এজনী যুৱতীয়ে মৃত্যুৰ কোলাত শেষ আশ্ৰয় লবলৈ আগবাঢ়ি গল আৰু কেনেকৈ প্ৰেমিকে সংসাৰৰ মাধুৰ্য্যলৈ তাইক টানি লৈ আহিল তাৰ সৰল বৰ্ণনা এই গল্পটোৰ মাজত পোৱা যায়। শৰ্মাৰ আন ভালেমান গল্পৰ দৰে ইয়াতো লেখক পোন বাটেৰে আগুৱাই এটা সিদ্ধান্তত উপনীত হৈছে।

আলোচনীৰ পাতত কেইটামান গল্পৰ যোগেদি প্ৰচুৰ সম্ভাৱনাৰ পৰিচয় দি কৃষ্ণ ভূঞাই গল্প লিখিবলৈ এৰি দিলে। কথাবস্তু উথাপন কৰা কৌশল ভূঞাৰ আছিল কিন্তু কৌশলৰ সুপ্ৰয়োগৰ চিনাকি পাওঁ নৌপাওঁতেই গল্প-সৃষ্টিৰ প্ৰতি তেওঁ বীতশ্ৰদ্ধ হৈ পৰাৰ কাৰণ বুজা নাযায়। "বেদনাৰ স্মৃতি" কৃষ্ণ ভূঞাৰ এটা ভাল গল্প। এজনী নাৰ্ছৰ নিঃস্বাৰ্থ পৰিচৰ্য্যাত মুগ্ধ হৈ পৰা এটা ৰোগীয়ে তাৰ অন্তৰৰ ভালপোৱা প্ৰকাশ কৰিবলৈ আহি যেতিয়া সেই একেজনী নাৰ্ছেই সকলো মৰম স্নেহ উবুৰিয়াই আন এটা ৰোগীৰ ওচৰত বহি থকা দেখিলে তেতিয়া তেওঁ মোহমুক্ত হল। সেৱাৰ মহৎ আদৰ্শৰ জেউতিৰে সেই নাৰ্ছ গৰাকী এটি দেৱী-প্ৰতিমাৰ ৰূপত জিলিকি উঠিল। গল্পটোৰ উপস্থাপন-ৰীতি প্ৰাঞ্জল আৰু চৰিত্ৰাংকন স্পষ্ট। কৃষ্ণ ভূঞাৰ কথনভংগীত অদৰকাৰী সংলাপৰ বাহুল্য নাই। কথাবস্তু নিৰ্বাচন আৰু টেকনিক প্ৰয়োগৰ প্ৰতি তেওঁ সমানে সজাগ।

কৃষ্ণ ভূঞাৰ দৰে মুনীন বৰকটকীয়ো "আৱাহনৰ" পাতত কেইটামান গল্প লিখি প্ৰতিভা আৰু যোগ্যতাৰ পৰিচয় দিছিল। কিন্তু এই ক্ষেত্ৰত বুজন বৰঙণি যোগোৱাৰ আগতে তেওঁ গল্প লিখিব এৰিলে।

প্ৰবোধ চন্দ্ৰ গোস্বামীৰ প্ৰকাশিত গল্প-পুথি "বকুল যেতিয়া সৰে"। অৰ্থনৈতিক কাৰণত জুৰুলা হৈ পৰা নিম্নমধ্যবিত্ত শ্ৰেণীৰ চৰিত্ৰৰ অৱলম্বনত ৰচিত তেওঁৰ কেইটামান গল্পই এচাম লোকৰ জীৱনাদৰ্শৰ লগত উপস্থিত হোৱা সংঘাতৰ পৰিচয় দিয়ে। "যন্ত্ৰ" এনে ধৰণৰ এটা গল্প। দ্বিতীয় মহাসমৰৰ সময়ত নিম্ন মধ্যবিত্ত পৰিয়ালৰ মাজত দেখা দিয়া অৰ্থসংকটৰ মাজতো তেওঁলোকৰ চিত্ত-বিনোদনৰ বাবে থকা দুৰ্বাৰ আকাংক্ষাৰ পৰিণতি অতি কম কথাৰ মাজেদি এই গল্পত পৰিস্ফুট কৰা হৈছে। গল্পটোৰ মাজত

থকা তাচৰ আড্ডাতো কেৰাণী-জীৱনৰ গতানুগতিকতাই ধ্বনিত হৈছে। কেৰাণী কেইজনৰ অন্তৰত সূক্ষ্ম অনুভূতিৰ মৃদু কম্পন যেনেকৈ নাই তেনেকৈ নাই কৰ্মকুশলতাৰ বলিষ্ঠ পদক্ষেপ। এক অহৈতুক ঔদাসীন্যই যেন তেওঁলোকৰ দেহমন আগুৰি আছে।

জমিৰ উদ্দিন আহমদৰ তিনিখন গল্প-পুথি প্ৰকাশিত হৈছে। দৰিদ্ৰ-পীড়িত আৰু অৱহেলিত জনৰ প্ৰতি তেওঁৰ সহানুভূতি আছে। ধনী-দৰিদ্ৰৰ মাজত থকা পাৰ্থক্যৰ প্ৰতি তেওঁ সদায় সচেতন। কৰ্মৰত দৰিদ্ৰ জনৰ শ্ৰমৰ মৰ্য্যাদাৰ মূল্য তেওঁ বুজে। কতো কতো শ্ৰমৰত লোকৰ কায়িক আৰু মানসিক কষ্টৰ বৰ্ণনাত পাৰদৰ্শিতাৰ পৰিচয় পোৱা যায়। সমাজৰ অন্যায় অবিচাৰৰ প্ৰতিকাৰ তেওঁ বিচাৰে। "আন্ধাৰ নিশাৰ জুই" এটা তেনেই চুটি গল্প। নৱজাত সন্তান-হত্যাৰ নৃশংসতাই মাতৃহৃদয়লৈ আনিছে মত্ততা আৰু তাৰ ফলতে হৈছে গৃহদাহৰ দৰে এক নৃশংস ঘটনাৰ সংঘটন। জমিৰ উদ্দিন আহমদৰ বাক্যৰীতি পোনপটীয়া। তথাপি তেওঁৰ প্ৰকাশভংগীৰ মাজত আছে দয়াৰ্দ্ৰ চিত্তৰ সহজাত অনুকম্পা।

সুপ্ৰভা গোস্বামীৰ গল্পপুথি এখন—"অৰিহণা"। এসময়ত নাৰীসুলভ সহানুভূতিৰে তেওঁৰ অন্তৰ উদ্বেলিত হৈছিল। অনুশীলনৰ অভাৱ নহ'লে এই সহানুভূতিয়ে সহজতে আৰ্টৰ মৰ্য্যাদা লাভ কৰিলেহেঁতেন। পিছে, জীৱনৰ ব্যস্ততাই আন দহজনৰ দৰে তেওঁকো আন ফালে আঁতৰাই নিলে। গতিকে ভৱিষ্যত সম্ভাৱনাৰ বীজ অংকুৰিত হোৱাৰ পাছতে সি লহপহীয়া হৈ বঢ়াৰ ক্ষেত্ৰ নাপালে। "লুইতৰ মোহ" গল্পটোৰ মাজত আছে এক আবেগ-প্ৰৱণতাৰ পৰিণতি। এক প্ৰকাৰ কমপ্লেকছেৰে পীড়িতা নায়িকাৰ লুইতৰ প্ৰতি থকা মোহ সামগ্ৰিক যদিও অহৈতুক। এনে অহৈতুক, অযুক্তিকৰ মোহৰ পৰিণতি কৰুণ হোৱাই স্বাভাৱিক।

বিংশ শতিকাৰ চতুৰ্থ দশকত ভাৰতৰ সামাজিক আৰু ৰাজনৈতিক জীৱন কঁপাই তোলে দুটা ডাঙৰ ঐতিহাসিক ঘটনাই। তাৰে এটা হ'ল পৃথিৱী ব্যাপি আলোড়ন সৃষ্টিকৰা দ্বিতীয় মহাসমৰ আৰু আনটো হ'ল ভাৰতীয় জাতিৰ মুক্তিৰ বাবে চলোৱা বিয়াল্লিছৰ গণ-আন্দোলন। এই দুয়োটা ঐতিহাসিক ঘটনাৰ প্ৰভাৱ দেখোঁতে পৰস্পৰ-বিৰোধী যেন লাগিলেও সহিষ্ণুতাৰ প্ৰতীক ভাৰতবাসীৰ মনত এই দুয়োটা প্ৰভাৱে সহ-অৱস্থান কৰাত



একো অসুবিধা নঘটিল। দ্বিতীয় মহাসমৰ অৱশ্যে ভাৰতভূমিলৈ বিয়পি পৰা নাছিল। তথাপি তাৰ নিষ্ঠুৰতা আৰু ভয়াবহতাৰ আভাস ভাৰতে নোপোৱাকৈ থকা নাই। চৰা দাম, বস্তুৰ অভাৱ, বিতৰণৰ বেমেজালি, অৰ্থাগমৰ পথ-সন্ধানৰ বাবে ব্যাকুলতা আৰু কাল ৰাহুৰ দৰে জীৱনৰ সৎ আদৰ্শ গিলি পেলাব ধৰা দুনীৰ্তি-দানৱৰ অবাধ বিচৰণ সেই যুগৰ প্ৰত্যক্ষ অথচ নিষ্ঠুৰ অভিজ্ঞতা। বিয়াল্লিছৰ আন্দোলন আছিল সাম্ৰাজ্যবাদী এক শক্তিৰ বিপক্ষে ত্যাগ আৰু জাতীয় স্বাৰ্থ আগত ৰাখি চলাই যোৱা বলিষ্ঠ সংগ্ৰাম। এই সংগ্ৰামে জগাই তুলিছিল কৰ্মোদ্যম আৰু আদৰ্শৰ প্ৰতি নিষ্ঠা।

যুদ্ধকালীন অৱস্থাত যেনেকৈ অনাহাৰে অৰ্দ্ধাহাৰে দিন কটাবলৈ এদল লোক বাধ্য হৈছিল তেনেকৈ আন এদল সংখ্যা লঘিষ্ঠ লোকে সামাজিক আৰু অৰ্থনৈতিক শৃংখলাহীনতাৰ সুযোগ লৈ স্বাৰ্থ-পূৰণৰ বাট বিচৰাত সদায় ব্যস্ত আছিল। গতিকে অভাৱ-অনাটন-ক্লিষ্ট এদল লোকৰ কাষে কাষে আন এটি ক্ষুদ্ৰ শ্ৰেণীৰ সৃষ্টি হৈ আহিব ধৰিছিল যিটো শ্ৰেণীৰ একমাত্ৰ আদৰ্শ আছিল ধন গোটোৱাৰ বাবে সুবুদ্ধা বিচৰা। এইদল লোকৰ মনত মহাসমৰৰ নিষ্ঠুৰতা এক দুৰাৰোগ্য সামাজিক ব্যাধিৰ ৰূপত প্ৰকাশিত নহৈ, ই আবিৰ্ভূত হৈছিল অৰ্থ-সংগ্ৰহৰ অব্যৰ্থ ৰসায়ন স্বৰূপে। ধনী-দৰিদ্ৰৰ মাজত থকা ব্যৱধান লাহে লাহে বাঢ়ি আহিছিল। কৃষক, শ্ৰমিক আৰু আন মেহনতী লোকৰ মনলৈ আহিছিল গভীৰ অসন্তোষ। এই অসন্তোষ দূৰ কৰাৰ মানসে ধনী-দৰিদ্ৰৰ সমস্যাটো নতুন দৃষ্টিকোণৰ পৰা পৰীক্ষা কৰিবলৈ মানুহ আগ্ৰহান্বিত হৈছিল। দুৰ্লভ মাৰ্ক্সীয় চিন্তাপ্ৰসূত পুথিপত্ৰ যুদ্ধকালীন অৱস্থাতে সুলভ হৈ পৰিছিল। চিন্তাশীল লোকৰ ওপৰত মাৰ্ক্সীয় চিন্তাধাৰাৰ প্ৰবল ছাপ পৰিছিল। ইতিমধ্যে মনোবিজ্ঞান আৰু পাশ্চাত্য নতুন চিন্তাৰ প্ৰতিও দেশৰ একাংশ শিক্ষিত লোক বিশেষভাৱে আকৃষ্ট হৈ পৰিছিল। ফ্ৰয়দ আৰু ইয়ুঙৰ মনস্তাত্ত্বিক আলোচনাৰ ভিতৰলৈ সোমাবলৈ কোনো কোনোৱে চেষ্টা কৰিছিল। আন দুই চাৰি লোক হৈ পৰিছিল উৎকট ব্যক্তিবাদী। এওঁলোকৰ ওপৰত কেমু আৰু ছাৰ্ত্ৰৰ প্ৰভাৱ আংশিকভাৱে পৰিছিল বুলি অনুমান হয়।

যুদ্ধোত্তৰ যুগত লেখকসকলৰ কিছুমানে পৰম্পৰাগত জীৱনৰ মানৰ ওপৰত সংশয়বাদী হৈ পৰিছে। আন কিছুমানে নতুন মান বিচৰাৰ প্ৰচেষ্টা চলাইছে যদিও কৃতকাৰ্য্য হোৱা নাই। ইংৰাজী ভাষাৰ জৰীয়তে পাশ্চাত্য

সাহিত্য-সমূহৰ লগত ঘনিষ্ঠভাৱে পৰিচিত হোৱা আৰু মনোবিজ্ঞানৰ নতুন নতুন সূত্ৰৰ ভিত্তিত জীৱনৰ সমস্যা ৰূপায়ণৰ চেষ্টা কিছুমান লেখকে কৰিছে। উৎকট ব্যক্তিবাদী দলে অবচেতন মনৰ বিশ্লেষণত যি ভাবালুতা দেখুৱাইছে সি শ্লীলতাৰ বাহিৰতে আছে। তথাপি পাকে প্ৰকাৰে সাহিত্যত অশ্লীলতাৰো যে আৱশ্যকতা আছে এনে মত পোষণ কৰা লেখকৰ আবিৰ্ভাৱো এই যুগতেই হৈছে।

"আৱাহন" যুগতে প্ৰতিষ্ঠা লাভ কৰা দুই চাৰি লেখকে যুদ্ধোত্তৰ যুগতো গল্প ৰচনা কৰি আছে, যদিও এনে লোকৰ সংখ্যা কম। আন এদল নতুন লেখকৰ হাতত গল্প-সাহিত্যত লাভ কৰিছে ভংগী আৰু বস্তু-নিৰ্বাচনৰ বৈচিত্ৰ্য। নতুন কলাকৌশল বিচৰাৰ প্ৰয়াস যুদ্ধোত্তৰ যুগৰ লেখক সকলৰ ক্ষেত্ৰত বেছি স্পষ্ট।

চৈয়দ আব্দুল মালিকে গল্প কব জানে। তেঁওঁৰ গল্প-পুথি পাঁচ খন। মালিকৰ প্ৰকাশ ভংগীৰ মাজত আছে লালিত্য। মালিকৰ গল্পৰ মাজেদি উচ্চ, নীচ, সকলো শ্ৰেণীৰ চৰিত্ৰ ফুটি উঠিছে। তেওঁৰ অভিজ্ঞতাৰ ক্ষেত্ৰ বহল। যি চৰিত্ৰৰ অৱলম্বনতেই তেওঁ গল্প ৰচনা নকৰক লাগে তাক গ্ৰহণযোগ্য কৰি তোলাৰ ক্ষমতা তেওঁৰ আছে। তেওঁৰ গল্পৰ মাজেদি বিভিন্ন ধৰণৰ অভিজ্ঞতাই প্ৰকাশ লাভ কৰিছে। তেওঁৰ কল্পনা শক্তি উৰ্বৰ কিন্তু উপস্থাপনৰ ক্ষেত্ৰত যেনে ধৰণৰ নিয়ন্ত্ৰণৰ আৱশ্যক তেনে নিয়ন্ত্ৰণ চকুত নপৰে। অনেক গল্পৰ ভূমিকা দীঘলীয়া আৰু আন কিছুমানৰ পৰিণতি দুৰ্বল। জীৱনৰ প্ৰথমাৰ্দ্ধত লিখা মালিকৰ গল্পৰ মাজত অৰ্থ-গৌৰবৰ আদৰ্শ অস্পষ্ট কিন্তু জীৱনৰ মাজ ভাগত লিখা কেইটামান গল্প সাৰ্থক সৃষ্টি। একালত মালিকে মাৰ্কসীয় প্ৰভাৱ পুষ্ট কিছুমান গল্পও লিখিছিল। পিছলৈ এই প্ৰভাৱ কমিল। মালিকৰ গল্পৰ মাজত আছে মানবিকতা। দুখীয়া, শ্ৰমৰত, নিষ্পেষিত আৰু পীড়িতৰ প্ৰতি তেওঁৰ সহানুভূতি আছে আৰু ধনী, আভিজাত্যাভিমানী আৰু শোষক শ্ৰেণীৰ ওপৰত তেওঁৰ আছে ক্ৰোধ।

আব্দুল মালিকৰ সাৰ্থক গল্প কেইবাটাও। "কাঠফুলা"ৰ বিষয়বস্তু আৰু প্ৰকাশৰীতিৰ মিলন উপাদেয়। ইয়াত দৰিদ্ৰ জনৰ মৰম, স্নেহৰ ধীৰ আৰু মন্থৰ ফল্গুপ্ৰবাহ নিপুণতাৰে অংকিত কৰা হৈছে আৰু গোটেই গল্পটোৰ মাজতে বিয়পি পৰিছে নিস্বাৰ্থ মানবীয় প্ৰেমৰ মাহাত্ম্য। অৱশ্যে গল্পৰ



শেষাংশত এই প্ৰবাহ শুকাই যোৱাত গল্পৰ সামগ্ৰিক আবেদনৰ গভীৰতা কমি গল। "মৰম" গল্পটোৰ মাজেদিও কেপ্টেইন বিবেকানন্দৰ চৰিত্ৰত দেখা পোৱা বাহ্যিক নৃশংসতাৰ আঁৰত লুকাই থকা মৰম-স্নেহ নিজৰি ওলাইছে এটা পোহনীয়া কুকুৰ-পোৱালিৰ মৃত্যুত। সৈনিক হিচাবে আনক গুলিয়াই মাৰি নাইবা সংগীনেৰে খুচি বহু লোকক হত্যা কৰিও তেওঁ মৰণৰ কাৰুণ্য উপলব্ধি কৰিব পৰা নাছিল কাৰণ যুদ্ধ ক্ষেত্ৰত আত্মৰক্ষাৰ চৈতন্যই আছিল বলবান। কিন্তু স্বাভাৱিক অৱস্থাত কুকুৰ পোৱালিটিৰ মৃত্যুৰ যাতনা আৰু তাৰ কাৰুণ্যই তেওঁক অভিভূত কৰি পেলালে।

বীৰেন্দ্ৰকুমাৰ ভট্টাচাৰ্য্যৰ গল্পতো মানবিকতাৰ সুস্থ প্ৰকাশ ঘটিছে। "মিঞা মনচুৰ" গল্পত নিজৰ জীৱন বিপন্ন কৰি ব্ৰহ্মপুত্ৰৰ উত্তাল তৰংগৰ মাজৰপৰা মিঞা মনছুৰে অণুক যেনেকৈ উদ্ধাৰ কৰিলে সি এহাতে অদম্য সাহসৰ পৰিচয় আৰু আন হাতে মানব-প্ৰেমৰ সুস্থ নিদৰ্শন।

বীৰেন্দ্ৰ ভট্টাচাৰ্য্যৰ কোনো কোনো গল্পৰ ওপৰত ফ্ৰয়দীয় প্ৰভাৱৰ স্পষ্ট নিদৰ্শন পোৱা যায়। এনে গল্পবোৰৰ সৰহ ভাগেই ৰসোত্তীৰ্ণ হোৱা নাই। নগাজীৱনক কেন্দ্ৰ কৰি লিখা তেওঁৰ কেইটামান গল্পই নগাজীৱনৰ লগত থকা তেওঁৰ ঘনিষ্ঠ পৰিচয়ৰ সাক্ষ্য দিয়ে। ভট্টাচাৰ্য্যৰ চকুৰ আগত আছে প্ৰগতিবাদী আদৰ্শ। মনোবৈজ্ঞানিক বিশ্লেষণৰ প্ৰতি তেওঁ আগ্ৰহশীল আৰু মানবীয় আদৰ্শৰ ওপৰত তেওঁৰ আস্থা। তথাপি "মাকণৰ গোসাঁই"ৰ দৰে গল্পত তেওঁ আধ্যাত্মিক শক্তিৰ ওপৰতো গুৰুত্ব দিছে। ভাৰতবৰ্ষ এখন আধ্যাত্মিক ভাবাপন্ন দেশ, অথচ আধ্যাত্মিক শক্তিৰ অৱলম্বনত ৰচিত হোৱা গল্প-উপন্যাসৰ সংখ্যা এই দেশত কম। এটা মাথোন গল্পত বীৰেন্দ্ৰ ভট্টাচাৰ্য্যই জীৱনৰ এইটো দিশৰ ওপৰত ভৰ দি "মাকণৰ গোসাঁই"ক বিশিষ্ট কৰি তুলিবলৈ সক্ষম হৈছে।

বীৰেন্দ্ৰ ভট্টাচাৰ্য্যৰ বাক্যৰীতি শব্দ-বহুল নহয়, সংযমৰ অধীন। বৰ্ণনাৰ মাজত অনাৱশ্যক ভাবালুতাৰ নিদৰ্শন তেওঁৰ ৰচনাত পোৱা নাযায়। চুটিগল্পত কথাবস্তু বা কাহিনীৰ ৰমণীয়তাৰ লগে লগে কলাকৌশলৰ চাৰুতাৰো আৱশ্যক। পৰিমিত বাক্য-ব্যয়ৰ যোগেদি অৰ্থ-ব্যঞ্জনাৰ সাৰ্থকতা লাভৰ আদৰ্শ চুটিগল্প লেখকৰ থাকে। বীৰেন্দ্ৰ ভট্টাচাৰ্য্যই কথাবস্তু আৰু কৌশলৰ সংগতিৰ পিনে চকু ৰখাৰ কাৰণে কলাকৃতি হিচাবে তেওঁৰ গল্পবোৰৰ সৰহ

ভাগেই ত্রুটিহীন। ভট্টাচাৰ্য্য এজন কৃতী ঔপন্যাসিকো। তথাপি তেওঁৰ হাতত উপন্যাস আৰু গল্প সমানধৰ্মী আৰ্ট হিচাবে চিত্ৰিত হোৱা নাই। ভট্টাচাৰ্যৰ প্ৰকাশিত গল্পপুথি দুখন।

নগালেণ্ডৰ অধিবাসী গোবিন্দ চন্দ্ৰ পৈৰাই এসময়ত আলোচনীৰ পাতত কিছুমান গল্প লিখিছিল। "যৌবন যেতিয়া যায়" এটা ৰোমাণ্টিক গল্প। এগৰাকী যুৱতীৰ অবহেলা আৰু উদাসীনতাৰ ফলত লাহে লাহে মৃত্যুৰ মুখলৈ আগ বাঢ়ি সংসাৰৰ পৰা আঁতৰি যোৱা প্ৰণয়ীৰ স্মৃতিৰ পৰশত জাগি উঠা বেদনা, অনুশোচনা আদিয়ে আগুৰি ধৰা নাৰী-জীৱনৰ এটি চিত্ৰ এই গল্পৰ মাজত আছে। খণ্ডিত অথচ বলিষ্ঠ ৰূপত প্ৰকাশিত হোৱা নায়িকাৰ স্মৃতি-ৰোমন্থন আৰু আত্ম-তিৰস্কাৰ পৰস্পৰস্পৰ্শী হৈ বিকশিত হৈছে। গল্পটোৱে পৈৰাৰ কথনভংগীৰ বিশিষ্টতা প্ৰকাশ কৰিছে।

যোগেশ দাসৰ গল্প-পুথি চাৰিখন। জীৱনৰ সৰু সৰু ঘটনাৰ অৱলম্বনত অজটিল আৰু গ্ৰহণীয় ৰূপত গল্প-সৃষ্টিৰ ক্ষমতা যোগেশ দাসৰ আছে। সৰল পোনপটীয়া ভংগী তেওঁৰ বিশেষত্ব। কোনো কোনো গল্পত তেওঁৰ দৃষ্টি-ভংগী সামান্যৰূপে ব্যংগাত্মক হলেও আচলতে ব্যংগ ৰচনাৰ প্ৰতি তেওঁৰ আকৰ্ষণ কম।

বিংশ শতিকাৰ বুকুত জন্ম-লাভ কৰা এদল নিষ্ক্ৰিয়, সংশয়বাদী অথচ ভাববিলাসী লোকৰ অৱলম্বনত ৰচিত তেওঁৰ কেইটামান গল্প সাৰ্থক সৃষ্টি বুলি পৰিগণিত হৈছে। এই চৰিত্ৰবোৰ সাধাৰণতে দুৰ্বলমনা। জীৱনৰ বাটত দৃঢ়তাৰে খোজ পেলাবলৈ এওঁলোকৰ মনত সাহসৰ অভাৱ। "গৰা খহনীয়া" এই শ্ৰেণীৰ এটা গল্প। গল্প-চৰিত্ৰ কেইটাৰ মনৰ ওপৰত দেখা গৈছে হয়তো লাজ নহলে সংশয়। চাহ-জলপান, তামোল-পানৰ অভ্যাৰ্থনা যথাৰীতি চলিছে যদিও সেই অভ্যাৰ্থনাৰ ফাকে ফাকে ভুমুকি মাৰিছে হৃদ্যতাৰ অভাৱে। শেষত পদুলিমুখত নায়িকাই অবনীৰ ভৰি চুই সেৱা কৰা কাৰ্য্যই পূৰ্বৰ সকলো ঘটনাৰ ওপৰত সামান্যভাৱে হলেও আলোকপাত কৰি নায়িকাৰ জীৱনলৈ নামি আহিব ধৰা ঘণীভূত আন্ধাৰৰ ইংগিত দিছে আৰু তেওঁৰ অস্বাভাৱিক আচৰণৰ হেতু দৰ্শাইছে। সাৰ্থক সৃষ্টি বুলি পৰিগণিত হোৱা "কলপটুৱাৰ মৃত্যু" তো ধনীৰাম এটা যন্ত্ৰহে। ধনীৰামৰ নিজে ভবা শক্তি আছে কিন্তু নাই উচিত সিদ্ধান্তত উপনীত হোৱাৰ ক্ষমতা।



যোগেশ দাসৰ গল্পৰীতি সৰল আৰু অলংকাৰবিহীন। সাধাৰণতে সৰল বাক্যৰীতি বৈ যোৱা হলেও কেতিয়াবা সি গতানুগতিক লয়ৰ বাহক হৈ পৰিব পাৰে। যোগেশ দাসৰ হাতত এইটো হোৱা নাই। চেক্‌খভৰ গল্পৰ দৰে দাসৰ কেইটামান গল্পতো কম্‌প্লেক্‌ছেৰে পীড়িত চৰিত্ৰ আছে কিন্তু কমপ্লেকছ্‌ শীৰ্ষ বিন্দুলৈ লৈ যোৱাৰ চেষ্টা তেওঁ কমেই কৰিছে। স্ত্ৰী-পুৰুষৰ প্ৰেমৰ চিত্ৰও তেওঁ আঁকিছে কিন্তু প্ৰেমৰ গভীৰতা চিত্ৰণৰ প্ৰতি তেওঁৰ আকৰ্ষণ কম। সহজ বাক্‌ভংগীৰ মাজেদি গল্প বিশ্বাসযোগ্য আৰু উপাদেয় ৰূপত তুলি ধৰাৰ ক্ষমতা যোগেশ দাসৰ আছে। তেওঁৰ গল্পৰ মাজত সাধাৰণতে থাকে স্বাভাৱিকতা। তেওঁ এজন কৃতী ঔপন্যাসিকো।

হোমেন বৰগোহাঁঞিৰ গল্প-পুথি তিনি খন। এসময়ত সমাজৰ উগ্ৰ আৰু উদণ্ড চৰিত্ৰৰ অৱলম্বনত তেওঁ কিছুমান গল্প ৰচনা কৰিছিল। এনে চৰিত্ৰৰ প্ৰতি থকা তেওঁৰ আকৰ্ষণ জীৱনৰ মানৱ ওপৰত ক্ৰমবৰ্দ্ধমান আস্থাহীনতা। তেওঁৰ চিন্তাধাৰা বিষয়গত। তেওঁৰ কিছুমান গল্প মাৰ্কসীয় প্ৰভাৱ-পুষ্ট, আন কেইটামানৰ ওপৰত অস্তিত্ববাদৰ ছাপো আছে। পিছলৈ তেওঁৰ গল্পৰ মাজত পৰিস্ফুট হৈছে মানবিকতা। "শিশুৰ হাঁহি"ত অৰ্থনৈতিক পীড়নৰ বলি ধোবাটোৰ কৰুণ জীৱনৰ কাষে কাষে উজলিছে নায়কৰ চাকৰজনৰ দয়া আৰু সহানুভূতি। ইয়ে নায়কৰ চকু মুকলি কৰিছে। ফলত ধোবাটোৰ প্ৰতি নায়কৰো অন্তৰত জাগিছে অনুকম্পা। "চোৰ" গল্পত অভাৱ-গ্ৰস্তা, ক্ষুধিতা, অস্থি-মাত্ৰ-সাৰ কুষ্ঠ ৰোগীণীৰ আৱিষ্কাৰ লোমহৰ্ষক হলেও ই ক্ষুধাৰ মূৰ্ত্তিমতী কংকাল।

হোমেন বৰগোহাঁঞিৰ প্ৰকাশভংগী বলিষ্ঠ। কৰ্মোদ্যমী, সাহসী আৰু অনেক সময়ত খেয়ালী লোকৰ চৰিত্ৰাংকনৰ প্ৰতি তেওঁৰ অনুৰাগ। তেওঁৰ কোনো কোনো গল্পত নগ্ন চিত্ৰ-সংযোগো নোহোৱা নহয়। তথাপি এনে নগ্নতাৰ হেতু ইংগিতেৰে বুজাবলৈ তেওঁ চেষ্টা কৰিছে। তেওঁৰ কেইটামান ব্যংগাত্মক গল্পও আছে। এই বোৰৰ মাজতো লেখকৰ পাৰদৰ্শিতাৰ পৰিচয় পোৱা যায়।

সাবলীল বচনভংগীৰে আধুনিক জীৱনৰ কিছুমান ঘটনা ৰমণীয় ৰূপত প্ৰকাশ কৰাৰ সাৰ্থকতা ভবেন্দ্ৰ নাথ শইকীয়াই লাভ কৰিছে। নিজে বিজ্ঞানৰ অধ্যাপক হোৱা সত্বেও বৈজ্ঞানিক প্ৰভাৱে তেওঁৰ শিল্পী মনৰ স্বতন্ত্ৰতা অপহৰণ কৰা নাই বৰং তেওঁৰ প্ৰকাশৰীতি বেছি যুক্তি-নিৰ্ভৰ কৰি তুলিছে।

বাহ্যিক দৃষ্টিত ভবেন্দ্র নাথ শইকীয়াৰ গল্প কিছু পৰিমাণে বিক্ষিপ্ত কিন্তু প্ৰকৃতপক্ষে এই বিক্ষিপ্ততাৰ কলা সম্মত সংযোগ সাধন কৰিবলৈ তেওঁ অপাৰগ নহয়। এচাম চৰিত্ৰৰ সহায়ত গল্পৰ কাহিনী আগুৱাই নি দ্বিতীয় আন এচামৰ লগত যেনে ভাবে সংযোগ কৰা হয় তাৰ ৰমণীয়তা আৰু প্ৰকাশ-কুশলতাৰ কাৰণে তেওঁৰ গল্পবোৰ উপভোগ্য। "ঢোৱা সাপ" গল্পৰ ওপৰত লেখকৰ বিশ্লেষণী মনৰ স্বাক্ষৰ আছে। নিচেই সাধাৰণ ঘটনা এটাৰ আলমত দুগৰাকী নাৰী-চৰিত্ৰৰ বিশ্লেষণ দক্ষতাৰে তুলি ধৰা হৈছে। এই গল্পৰ সমধৰ্মী আন কেইটামান গল্প হল "দৰিদ্ৰ কুবেৰ", "বাৰাণ্ডা", আৰু "সেন্দুৰ"।

ভবেন্দ্ৰ নাথ শইকীয়াৰ পৰ্যবেক্ষণ শক্তি চোকা। বাস্তৱ ঘটনাৰ বৰ্ণনাৰ ক্ষেত্ৰত তেওঁৰ কাপে দীনতা প্ৰকাশ নকৰে। শব্দ-গাথনিৰ ঔচিত্য আৰু ভাবৰ সৌকুমাৰ্য্যৰ কাৰণে বৰ্ণনা দীঘলীয়া হলেও আমনি লগা নহয়। তেওঁৰ বৰ্ণনা বাস্তৱতামুখী। ইয়াৰ বাবে কেতিয়াবা কেতিয়াবা সৰু কথা আৰু কাৰ্য্যৰ ওপৰতো তেওঁ গুৰুত্ব দিয়া দেখা যায়। ব্যক্তিৰ খুটিনাতি যথাৰ্থ ৰূপত তুলি ধৰাত তেওঁৰ দক্ষতা। শইকীয়াৰ কেইটামান গল্পৰ ওপৰত তন্ত্ৰৰ প্ৰভাৱ পৰিছে। সৰহ ভাগতে জীৱনৰ সমন্বয়-হীনতাৰ ইংগিতেই স্পষ্ট।

নিৰুপমা বৰগোহাঁঞিৰ কেইটামান গল্পৰ বিষয়বস্তু সাধাৰণ হলেও এনে ঘটনাৰ মাজতে বিশিষ্টতা বিচৰাৰ প্ৰয়াস দেখিবলৈ পোৱা যায়। সহজ বাক্য ৰীতিৰ সহায়ত কিছুমান অভিজ্ঞতা পোনপটীয়াকৈ প্ৰকাশ কৰা তেওঁৰ চেষ্টাৰ মাজত ৰমণীয়ত্বৰ অভাৱ হোৱা নাই। "জয় পৰাজয়"ত সুশীলাই মোকৰ্দমাত জয়লাভ কৰিলে সঁচা কিন্তু এই জয়ৰ মাজতে পৰাজয় লুকাই থাকি সৰলাৰ সতীত্বক ব্যংগ কৰিলে। কলা কৌশলৰ ফালৰপৰা গল্পটো উন্নত সৃষ্টি নহলেও কাহিনীৰ বিন্যাস বাহুল্য-বৰ্জিত। সুশীলাৰ জীৱনলৈ নামি অহা বিপৰ্য্যয় অৱস্থাৰ পৰিহাস মাথোন। প্ৰতিকূল অৱস্থাই নৈতিক শিথিলতাৰ বাটলৈ তাইক ঠেলি লৈ গল।

চন্দ্ৰপ্ৰসাদ শইকীয়াই দীঘল আৰু চুটি দুয়ো ধৰণৰে গল্প লিখিছে। তেওঁৰ প্ৰকাশিত গল্পপুথি "মায়ামৃগ"। চুটি চুটি বাক্যেৰে ভাবঘন পৰিস্থিতি চিত্ৰণত শইকীয়াৰ দক্ষতা। তেওঁৰ গল্পৰ ওপৰত আদৰ্শৰ ছাপ আছে। তেওঁৰ প্ৰধান লক্ষ্য গল্পৰ ভাৱময় ফালৰ প্ৰতি। এই লক্ষ্য চকুৰ আগত থকাৰ কাৰণে গল্পৰ কোনো কোনো অংশ কাব্যধৰ্মী হৈ পৰিছে।



তেওঁৰ দ্বাৰা চিত্ৰিত নাৰী-চৰিত্ৰবোৰ জীৱনৰ বাটত উজুটি খোৱা বিধৰ নহয়। কেইটামান নাৰী-চৰিত্ৰৰ অন্তৰত আছে সাহস আৰু পৰিস্থিতি আয়ত্ত কৰাৰ সংকল্প। কোনোটো গল্পতে পুৰুষৰ কামনাৰ দাসী হৈ নাৰীয়ে জীৱনত জীয়াতু ভোগা নাই। তেওঁৰ নাৰী-চৰিত্ৰ সুন্দৰী, স্নেহশীলা আৰু আদৰ্শ-পৰায়ণা। "অথিৰ এইহু সংসাৰ" গল্প সৰলা বুঢ়ীৰ জীৱনৰ কৰুণ কাহিনী। জীৱনৰ নানান যাতনা বেদনাৰে জৰ্জৰিতা বুঢ়ী শেহলৈকে ভাগি পৰা নাই। বিয়াল্লিছৰ আন্দোলনৰ সময়ত আৰু তেল কোম্পানীৰ বাবে মাটি অধিগ্ৰহণ কৰিবলৈ অহা হাকিমৰ আগত তাই তেজস্বীতাৰ পৰিচয় দিছে যদিও শেষত স্বামী ভিঠাৰ মোহ পৰিত্যাগ কৰি তাই গুচি গৈছে কাৰণ নগলেও হয়তো স্বামী-পুত্ৰৰ শ্মশানৰ ওপৰত গঢ়ি উঠা কাৰখানা তাই নিজ চকুৰেই চাব লাগিব। সৰলা চৰিত্ৰটো প্ৰেমচন্দৰ নহৰীৰ অনুৰূপ চৰিত্ৰ।

মহিম বৰাৰ প্ৰকাশিত গল্প-পুথি "কাঠনিবাৰী ঘাট"। পৰিবেশ সৃষ্টিৰ দক্ষতা আৰু হাস্যাত্মক পৰিস্থিতি চিত্ৰণৰ নিপুণতা মহিম বৰাৰ বিশেষত্ব। দ্বিতীয় মহাসমৰৰ পাছৰ লেখক সকলৰ হাতত হাস্যৰসাত্মক গল্প কিছু কম পৰিমাণে সৃষ্টি হৈছে অথচ হাস্যৰসাত্মক গল্প ৰচনাৰ সমল নতুন যুগৰ জীৱন-যাত্ৰাৰ মাজত প্ৰচুৰ। মহিম বৰাই এই দিশৰ ওপৰত নজৰ ৰাখি কেইটা মান উপভোগ্য গল্পৰ যোগান ধৰিছে। জৈৱিক সমস্যাক কেন্দ্ৰ কৰিও তেওঁ গল্প নিলিখা নহয়, লিখিছে কিন্তু হাস্যৰসাত্মক গল্প কেইটা প্ৰোজ্জ্বল। "চক্ৰবৎ" এনে এটা গল্প। ইয়াত লেখকৰ সূক্ষ্ম পৰ্য্যবেক্ষণ ক্ষমতা আৰু প্ৰকাশৰ অসামান্য দক্ষতা পৰিস্ফুট হৈছে। হৰিনাথৰ চাইকেলক কেন্দ্ৰ কৰি গোটেই পৰিয়ালটোৰ অভাৱ-ক্লিষ্ট অৱস্থা আৰু গিৰীয়েক ঘৈণীয়েকৰ আশা আকাংক্ষাৰ আভাস সুন্দৰকৈ ফুটাই তোলা হৈছে। গল্পটোৰ হাস্যৰসাত্মক লাওখোলাৰ অন্তৰালত যি আৰ্থিক অনাটনৰ বেদনা সুপ্ত হৈ আছে তাৰ ইংগিতে গল্পৰ সাৰ্থকতা সুচাইছে। হাস্যৰসত্মক গল্পৰ উপৰিও "মাছ আৰু মানুহ", "কাঠনিবাৰী ঘাট" প্ৰভৃতি গল্পই তেওঁৰ প্ৰতিভাৰ পৰিচয় দিয়ে। গল্পত বৰাৰ দৃষ্টিভংগী যথাৰ্থবাদী।

লক্ষ্মীনন্দন বৰাৰ গল্পপুথি সাত খন। বৰাই গ্ৰাম্য জীৱনৰ কিছুমান ঘটনাৰ যথাৰ্থ ৰূপ দিয়াৰ উপৰিও মাজে মাজে ব্যংগাত্মক গল্পৰ যোগেদি দুনীতি-গ্ৰস্ত সমাজৰ ছবি আঁকিবলৈ যত্ন কৰিছে। কতো কতো অৰ্থনৈতিক গাথনি সলনি

হৈ যোৱাৰ ফলত কোনো কোনো শ্ৰেণীৰ পতনমুখী জীৱনৰ আভাস দিবলৈকো তেওঁ যত্ন কৰিছে। "সখা দামোদৰ" এক যোত্ৰহীন কৃষকৰ গৰু আৰু মাটিৰ প্ৰতি থকা গভীৰ আসক্তিৰ প্ৰকাশ। গো-লক্ষ্মীৰ পূজা আৰু মাটিৰ গন্ধৰ প্ৰতি ওপোজা তাৰ সহজাত আকৰ্ষণে হাস্পাতালৰ এক ধৰণৰ চৌকীদাৰৰ কামৰ প্ৰতি জগাইছে গভীৰ অসন্তোষ আৰু বিতৃষ্ণা। কল্পনাৰ সীমিত দিগন্তৰ মাজত মুকুটে আনকি মাৰোৱাৰী মহাজন গনপতৰ গাড়োৱান হোৱাৰ কথাও ভাবিছে কাৰণ তেতিয়া সি বেচি পেলোৱা গৰু হাল সৰু ৰঙা আৰু বৰ ৰঙাক আদৰ কৰিব পাৰিব আৰু তেতিয়া তাৰ মনে লাভ কৰিব তৃপ্তি। গল্পটোৰ উপস্থাপন-ৰীতি স্বাভাৱিক, বৰ্ণনা দীঘলীয়া কিন্তু অপ্ৰাসঙ্গিক নহয়।' ৰবাৰ কেইটামান গল্পৰ মাজেদি জৈৱিক বাসনাৰ তীব্ৰতা চিত্ৰিত কৰাৰ চেষ্টা আছে। এনে তীব্ৰ আবেগে কোনো কোনো চৰিত্ৰক নতুন জীৱন-বোধৰ প্ৰতি সজাগ কৰি তুলিছে। তেওঁ "আশামতীৰ আশা"ৰ দৰে ৰূপকাত্মক গল্পও লিখিছে।

হোমেন বৰগোহাঁঞি আৰু সৌৰভ কুমাৰ চলিহাৰ দৰে জীৱনৰ জটিল সমস্যাৰ প্ৰতি আকৃষ্ট হোৱাতকৈ গ্ৰাম্য-জীৱনত ঘটি থকা কিছুমান সৰুৰৰ ঘটনাৰ আলমত তেওঁ গল্প লিখি ভাল পায়। কিছুমান গল্পৰ ঘটনা সাধাৰণ আৰু বৈচিত্ৰ্যহীন। তেওঁৰ প্ৰকাশৰীতিৰ ওপৰত কথ্য ভাষাৰ প্ৰভাৱ চকুত পৰে। কোনো কোনো গল্পত তেওঁ বৈষ্ণৱ কবি সকলৰ পদৰ উদ্ধৃতিও দিছে, কতো কতো ফকৰা যোজনাও অনাৱশ্যকীয় ভাৱে বেছিকৈ ব্যৱহাৰ কৰিছে। সঘন উদ্ধৃতিয়ে সচৰাচৰ ৰচনালালিত্যৰ অন্তৰায় হিচাবে থিয় দিয়ে। ৰবাৰ গল্পতো উদ্ধৃতি আৰ্টৰ পোষক হোৱা নাই।

স্নেহ দেৱীৰ প্ৰকাশিত গল্পপুথি এখন। তেওঁৰ গল্পত ভাব-প্ৰৱণতাৰ ছাপ পৰিছে। বৰ্ণনা কতো কতো আতিশয্য-বিবৰ্জিত নহয়। তথাপি তেওঁৰ কেইটামান গল্পৰ কথাবস্তুৰ মাজত আকৰ্ষণ আছে। সহানুভূতিশীল দৃষ্টি ভঙ্গীৰে নাৰী চৰিত্ৰ বিশ্লেষণৰ চেষ্টা তেওঁৰ এটা বিশেষত্ব। "জননী"ত অসুস্থ কেচুৱাৰ প্ৰতি কৰা মাতৃৰ নিৰ্দয় আচৰণে পিতৃক ঠেলি আনিছে তাৰ বৃদ্ধা আৰু অবহেলিতা আপোন মাতৃৰ কাষলৈ। মোহমুক্ত পুত্ৰই স্নেহময়ী অথচ উপেক্ষিতা জননীৰ পৰা বিচাৰিছে ক্ষমা।

কলা-কৌশলৰ প্ৰতি স্নেহ দেৱীৰ নজৰ কম। ফলত অপ্ৰয়োজনীয় বৰ্ণনা



আৰু অনাৱশ্যকীয় সংলাপ-সংযোজনা তেওঁৰ কোনো কোনো গল্পত পোৱা যায়। তথাপি তেওঁৰ গল্পৰ আদৰ আছে।

১৯৬০ চনৰ আগতে খ্যাতিমন্ত হোৱা আৰু খ্যাতিৰ বাটত আগবাঢ়ি থকা কৃতী লেখক হল মেদিনী চৌধুৰী, পদ্ম বৰকটকী, ৰোহিণী কাকতি আৰু সৌৰভ কুমাৰ চলিহা। মেদিনী চৌধুৰীয়ে কুসংস্কাৰাচ্ছন্ন অথচ সহজ সৰল এক শ্ৰেণী কৃষকৰ জৈৱিক, সামাজিক আৰু অৰ্থনৈতিক সমস্যাৰ চিত্ৰ-সংযোজনাত পাৰদৰ্শিতা লাভ কৰিছে। পদ্ম বৰকটকীৰ আকৰ্ষণ বাস্তৱ জীৱনৰ ক্ৰুৰ নগ্নতাৰ আঁৰত থকা অৰ্থনৈতিক অসাম্য। ৰোহিণী কুমাৰ কাকতিৰ গল্পৰ মাজত আছে বিচিত্ৰতা। সৌৰভ কুমাৰ চলিহাৰ বস্তু-নিৰ্বাচন আৰু ভঙ্গীৰ সৌকুমাৰ্য্য আকৰ্ষণীয়। বৈজ্ঞানিক সূত্ৰেৰে জীৱন-ব্যাখ্যাৰ চেষ্টা তেওঁৰ নতুন প্ৰচেষ্টা।

১৯৬০ চনৰ পিছত আন এদল নতুন লেখকৰ হাতত অসমীয়া গল্প-সাহিত্যৰ অগ্ৰগতি অব্যাহত আছে। এই কালছোৱাত গল্পৰ কথাবস্তুৰ সলনি ফৰ্মৰ ওপৰত গুৰুত্ব দিয়াৰ প্ৰচেষ্টা চকুত পৰে। প্ৰকৃতপক্ষে ফৰ্ম বস্তুৰে গ্ৰহণ কৰা এটা ৰূপহে। তথাপি কোনো কোনো লেখক প্ৰধানকৈ ফৰ্ম-চেতন হোৱাৰ ফলত কিছুমান গল্প যে দুৰ্বল কাহিনীৰ চতুৰ প্ৰকাশ হৈ পৰিছে তাক সহজতে ধৰা যায়। শব্দাড়ম্বৰৰ মোহো কোনো কোনো নতুন লেখকে এৰিব পৰা নাই। কেইবাজনো লেখকৰ বাক্-সংযম কম। তথাপি ভদ্ৰ ৰবা, নিলীমা শৰ্মা, অতুলানন্দ গোস্বামী, নীৰোদ চৌধুৰী, মামনি ৰয়ছাম, অনিমা ভৰালি, ইমৰান শ্বাহ, নগেন শইকীয়া, যতীন গোস্বামী, ছাঈদুল ইছলাম, প্ৰতুল শৰ্মা প্ৰভৃতি লেখকসকলৰ অবদান উল্লেখযোগ্য। ওপৰত উল্লেখিত লেখকসকলৰ উপৰিও সাৰ্থক সৃষ্টিৰ বাটত থকা আন ভালেমান গল্প লেখকে নিষ্ঠাৰে গল্প ৰচনা কৰি আছে। ডেকা লেখকসকলৰ হাতত অসমীয়া গল্প-সাহিত্যই উত্তৰোত্তৰ উন্নতিৰ বাটত আগুৱাই যাব বুলি আশা কৰিব পাৰি।

আন আন গল্প-সাহিত্যৰ দৰে অসমীয়া গল্প-সাহিত্যতো ডেকা-গাভৰুৰ প্ৰণয়-প্ৰীতিৰ ওপৰত অধিক গুৰুত্ব আৰোপিত হৈছে। প্ৰেম, ভালপোৱাৰ আকৰ্ষণ জীৱনযোৱা। অৱশ্যে জীৱনৰ ভিন ভিন স্তৰত ইয়াৰ অভিব্যক্তি হয় বেলেগ বেলেগ ৰূপত। যৌন আকৰ্ষণ প্ৰণয়ৰে এক দুৰ্দমনীয় প্ৰবল বাসনা। এই বাসনা স্বভাৱজ। সংস্কাৰৰ বাধা-নিষেধ, আত্মনিয়ন্ত্ৰণৰ প্ৰচেষ্টা,

লোকোপবাদৰ ভয় প্ৰভৃতিৰ হেতুকে এই প্ৰবল বাসনা অবদমিত হৈ থাকিব পাৰে। এনে অবদমনে তাক অবচেতন মনৰ শয়ন-গৃহত অবৰুদ্ধ কৰি ৰাখিলেও ব্যক্তিৰ চিন্তা উৰ্দ্ধ স্তৰলৈ নি সমাজমুখী কৰিব নোৱাৰিলে সুষুপ্ত বাসনাও সময়মতে চেতন ৰাজ্যলৈ আহি ব্যক্তিক কৰি তোলে ভাববিলাসী আৰু কৰ্মোদ্যমহীন। অসমীয়া গল্প-সাহিত্যৰ মাজেদি অবচেতন মনৰ বিশ্লেষণ যেনেকৈ পৰিস্ফুট হৈছে তেনেকৈ ফুটি উঠিছে যৌন আকৰ্ষণৰ প্ৰবলতা, পৰিতৃপ্তিৰ মাদকতা নাইবা অতৃপ্তিৰ অশান্ত অক্ষমতা। অবচেতন মনৰ বিশ্লেষণৰ ক্ষেত্ৰত নগ্ন চিত্ৰ-সংযোগ আৰু প্ৰকাশৰ স্বতন্ত্ৰীয়া ৰীতিৰ ওপৰত থকা একালৰ আকৰ্ষণ এতিয়া কিছু কমিছে কিয়নো এনে ধৰণৰ কাহিনীক মনোবৈজ্ঞানিক সূত্ৰৰ অববোধৰ ওপৰলৈ তুলি কলাসন্মত ৰূপ দিবলৈ গভীৰ বিশ্বাসৰ দাপোণত সি প্ৰতিফলিত হব লাগে আৰু কৌশলৰ মাজতো থাকিব লাগে প্ৰতিভাৰ পৰিচয়। কম ক্ষেত্ৰতহে এই দুয়োটা একেলগে পোৱা যায়। প্ৰবল যৌন আকৰ্ষণৰ ছবি লক্ষ্মীধৰ শৰ্মা, ৰমা দাশ, আব্দুল মালিক, হোমেন বৰগোহাঁঞি প্ৰভৃতি গল্পকাৰ সকলৰ গল্পত স্পষ্টভাৱে ফুটাই তোলা হৈছে। কল্পিত বাতাবৰণৰ মাজত ৰমা দাশৰ গল্প-চৰিত্ৰৰ বিচৰণ অবাধ। লক্ষ্মীধৰ শৰ্মাৰ ওপৰত আছে সংস্কাৰৰ ছাপ। হোমেন বৰগোহাঁঞিৰ গল্প সংস্কাৰৰ প্ৰভাৱ-মুক্ত; তথাপি তেওঁৰ কিছুমান নাৰীচৰিত্ৰৰ পতনৰ আঁৰত আছে অৰ্থনৈতিক পীড়ন। ৰাধিকা মোহন গোস্বামীৰ দুটা এটা গল্পতো অভাৱ অনাটনৰ কাৰণে জীৱনৰ আদৰ্শৰ প্ৰতি উদাসীন হোৱাৰ দৃষ্টান্ত আছে। যৌন-আকৰ্ষণৰ ক্ষেত্ৰত হেম বৰুৱা আৰু বীৰেন্দ্ৰ ভট্টাচাৰ্য ফ্ৰয়দীয় সূত্ৰেৰে প্ৰভাৱান্বিত। ৰমা দাশৰ দৰে আব্দুল মালিকৰ কিছুমান চৰিত্ৰও সংস্কাৰ-মুক্ত কিন্তু কতো কতো তেওঁ সংযমৰ জৰী ঢিলাই দিয়া নাই। যোগেশ দাসৰ এনে ধৰণৰ দুটা এটা গল্প নিম্ন স্তৰৰ। চন্দ্ৰপ্ৰসাদ শইকীয়াৰ নাৰী-চৰিত্ৰ সচৰাচৰ যৌবন-মতলীয়া নহয়। তেওঁৰ দুটা এটা নাৰী-চৰিত্ৰই বলিষ্ঠ মনৰো পৰিচয় দিয়ে।

যৌন-জীৱনৰ স্খলনৰ তৃপ্তিৰ পাছে পাছে আহি পৰা অনুশোচনা আৰু কতো কতো এনে অনুশোচনাৰ স্পষ্ট প্ৰকাশৰ কাহিনী কিছুমান গল্পৰ মাজত পোৱা যায়। দুই চাৰিটা গল্পত স্বামীয়ে পতিতা স্ত্ৰীক গ্ৰহণ কৰি উদাৰ মনোভাবৰ পৰিচয়ো দিছে। আন কিছুমানত ধনী আৰু ক্ষমতাশালী লোকৰ



সান্নিধ্যত আহি পৰা নাৰী-চৰিত্ৰৰ দুৰ্ভাগ্য সহানুভূতিৰে অংকিত কৰা হৈছে। কতো কতো নিজৰ জীৱনলৈ নামি অহা বিপৰ্যয়ৰ কাৰণে কোনো কোনো নাৰীচৰিত্ৰই হয়তো আত্মহত্যা কৰিছে নহলে সন্ন্যাসিনী হৈ স্বামীৰ-পৰা আঁতৰি গৈছে। শৰৎ চন্দ্ৰ গোস্বামী, নগেন্দ্ৰনাৰায়ণ চৌধুৰী, লক্ষ্মীনাথ ফুকন, দীননাথ শৰ্মা প্ৰভৃতি লেখকৰ হাতত এনে কাহিনীয়ে ৰূপ পাইছে।

বিধবাৰ যৌন-ক্ষুধা আৰু তাইৰ সামাজিক অৱস্থিতিৰ প্ৰতি গল্পলেখক সচৰাচৰ সহানুভূতিশীল। বিধবাৰ যৌন-বৃত্তি অবদমনৰ নিৰ্দেশ যে এক পক্ষীয় সামাজিক অবিচাৰ এই কথাত গল্প-লেখকৰ মাজত বিৰোধ নাই। বৈধব্যৰ প্ৰতি লেখকসকলৰ আছে দয়া আৰু অনুকম্পা। দণ্ডীনাথ কলিতা, লক্ষ্মীধৰ শৰ্মা, ত্ৰৈলোক্য গোস্বামী প্ৰভৃতিৰ কোনো কোনো গল্পৰ মাজত বিধবাৰ প্ৰতি কৰা সামাজিক অবিচাৰৰ ছবি ফুটাই তোলা হৈছে।

আন আন সামাজিক অবিচাৰৰ কাহিনীৰ অবলম্বনত ৰচিত গল্পৰ সংখ্যা যথেষ্ট। সৰহ ক্ষেত্ৰতে এইবোৰ গল্পত প্ৰকাশিত হৈছে মানবিকতা। দৰিদ্ৰ, পীড়িত, পতিত আৰু অবহেলিত জনৰ প্ৰতি গল্প লেখকৰ মনত জাগিছে দয়া আৰু সহানুভূতি। কতো কতো ক্ষমতাশালী আৰু উৎপীড়নকাৰী লোকৰ চৰিত্ৰ-চিত্ৰণত ফুটি উঠিছে অত্যাচাৰ, উৎপীড়নৰ আতিশয্য। সামাজিক অবিচাৰৰ প্ৰতি চকু ৰাখি ৰচিত গল্প সমূহৰ ভিতৰত কিছুমান ৰচিত হৈছে যথাৰ্থবাদী দৃষ্টিভংগীৰে। এইবোৰত সংস্কাৰৰ মনোভাব প্ৰচ্ছন্ন। আন কিছুমান গল্পত সংস্কাৰ-কামী মনোভাব স্পষ্ট ৰূপতে প্ৰকাশিত হৈছে। শৰৎ চন্দ্ৰ গোস্বামী, লক্ষ্মীনাথ ফুকন, আবুল মালিক, ত্ৰৈলোক্য গোস্বামী, ৰাধিকা গোস্বামী, হোমেন বৰগোহাঁঞি, মেদিনী চৌধুৰী প্ৰভৃতি লেখকসকলৰ হাতত গল্প-সাহিত্যৰ এই ফালটো সমৃদ্ধ হৈছে। এনে কিছুমান গল্পৰ ওপৰত কাৰ্ল মাকৰ্সৰ দ্বন্দ্বাত্মক ভৌতিকবাদৰ প্ৰভাৱো পৰিছে।

সামাজিক অবিচাৰ আৰু ব্যক্তিৰ ভেম, ভণ্ডামি প্ৰভৃতিৰ ওপৰত গুৰুত্ব দি ৰচিত হোৱা গল্প-সমূহৰ এক শ্ৰেণী ব্যংগাত্মক। গল্পৰ এইটো ধাৰা লক্ষ্মীনাথ বেজবৰুৱাৰ দিনৰেপৰা আজিলৈকে বৈ আছে। ব্যংগাত্মক ৰচনাৰ ক্ষেত্ৰত হাস্যৰসৰ সংযোগ বেজবৰুৱাৰ বৈশিষ্ট্য। ব্যক্তিৰ অভিমান, কুসংস্কাৰ প্ৰভৃতি দোষ-ত্ৰুটিবোৰ উজলাই তোলাৰ কৌশলৰ ওপৰতে নিৰ্ভৰ কৰে ব্যংগাত্মক গল্পৰ সাৰ্থকতা। অসমীয়া সাহিত্যত সাৰ্থক ব্যংগাত্মক গল্পৰ সংখ্যা কম

নহয়। লক্ষ্মীনাথ বেজবৰুৱা মহীচন্দ্ৰ বৰা, লক্ষ্মীনাথ ফুকন, হোমেন বৰগোহাঁঞি, লক্ষ্মীনন্দন বৰা আদি লেখকসকলৰ হাতত ব্যংগাত্মক গল্পই বিচিত্ৰতা লাভ কৰিছে। বেজবৰুৱাৰ দিনৰ ব্যংগাত্মক সৃষ্টি-কৌশলৰ পৰা হোমেন বৰগোহাঁঞি আৰু লক্ষ্মীনন্দন বৰাৰ সৃষ্টি-কৌশল আঁতৰি আহিছে। এওঁলোকৰ ভংগীৰ মাজত হাস্যৰসৰ সৃষ্টিতকৈ ব্যংগৰ অস্ত্ৰাঘাতৰ মোহেই বেছি। লক্ষ্মীনাথ ফুকনৰ ব্যংগাত্মক গল্প-সমূহৰ একো একোটা নিজৰ বৈশিষ্ট্য আছে। ফুকনৰ ব্যংগাত্মক মনোভাব কতো কতো স্পষ্ট আৰু কতো কতো প্ৰচ্ছন্ন।

ব্যংগাত্মক গল্পৰ কাষে কাষে আছে বিমল হাস্যৰসাত্মক গল্প। এই শ্ৰেণীৰ গল্পও লক্ষ্মীনাথ বেজবৰুৱাৰ কাপৰপৰা পোনতে সৃষ্টি হয়। মহীচন্দ্ৰ বৰাৰ হাস্যৰসাত্মক গল্পৰ মাজত কিছু নহয় কিছু ব্যংগাত্মক উক্তি পোৱা যায়। হলীৰাম ডেকা, লক্ষ্মীনাথ ফুকন, ত্ৰৈলোক্য গোস্বামী, আব্দুল মালিক, মহিম বৰা আদিৰ গল্পই এই ধাৰাটো বোৱাই ৰাখিছে। নতুন লেখকসকলৰ দুই চাৰিয়েও হাস্য-ৰসাত্মক গল্পত পাৰদৰ্শিতা দেখুৱাইছে।

ভাববাদী দৃষ্টিভংগী অসমীয়া লেখকৰ আছে। কোনো কোনো গল্পৰ মাজত তাত্ত্বিক আলোচনায়ো ঠাই পাইছে। আন কিছুমানত ফুটি উঠিছে ত্যাগ আৰু সহিষ্ণুতাৰ আদৰ্শ। এনে ধৰণৰ কিছুমান গল্প প্ৰতীকধৰ্মী। দুই এজন লেখকৰ হাতত বাস্তৱতাকো প্ৰতীকৰ যোগেদি প্ৰকাশ কৰাৰ চেষ্টা দেখা যায়। দুটা এটা ৰূপকাত্মক গল্পও চকুত পৰে। ত্ৰৈলোক্য গোস্বামী, হোমেন বৰগোহাঁঞি আৰু স্নেহ দেৱীৰ কোনো কোনো গল্পত ভাবদাবী আদৰ্শ আৰু প্ৰতীকৰ প্ৰয়োগ দেখিবলৈ পোৱা যায়।

দেশাত্মবোধ জগাই তোলাৰ আদৰ্শ দুই চাৰি গল্পৰ মাজত আছে। দীননাথ শৰ্মাৰ এটা গল্পত দেশৰ কাৰণে আত্মাহুতি দিয়াৰ করুণ কাহিনী নাটকীয়-ভাৱে উপস্থাপিত কৰা হৈছে। চীন আৰু পাকিস্তানৰ ভাৰত আক্ৰমণৰ সময়ত কিছুমান গল্প প্ৰয়োজনৰ তাগিদাত ৰচিত হলেও লেখকৰ ভাবানুভূতিৰ সুস্থ প্ৰকাশ হোৱাত সেইবোৰে কলাত্মক ৰূপ পাইছে। দেশৰ সভ্যতা, সংস্কৃতিৰ ভিত্তিত গল্প-ৰচনাৰ প্ৰচেষ্টা ন-লেখক সকলৰ মাজতো দেখা যায়।

গল্পত কৰ্মনিষ্ঠ, আত্ম-বিশ্বাসী আৰু দৃঢ় মনৰ চৰিত্ৰ-সৃষ্টি কম হলেও অনুজ্জ্বল নহয়। এনে চৰিত্ৰৰ বৈশিষ্ট্য বলিষ্ঠ পদক্ষেপৰ সাহস। হোমেন বৰগোহাঁঞিৰ চৰিত্ৰৰ মাজত এনে সাহসৰ পৰিচয় পোৱা যায় কিন্তু এই সাহস



কৰ্মনিষ্ঠতাৰ সাহস নহয়। অনেক সময়ত ই আবেগিক উৎসাহহে। লক্ষ্মীধৰ শৰ্মা, ত্ৰৈলোক্য গোস্বামী আৰু বীৰেন্দ্ৰ ভট্টাচাৰ্য্যৰ দুটা এটা গল্পত সাহস আৰু কৰ্মনিষ্ঠাৰ পৰিচয় স্পষ্ট।

বৰ্তমান সময়ত গল্পৰ ফৰ্মৰ ওপৰত পৰীক্ষা চলোৱাৰ চেষ্টা চকুত পৰে। গল্পত ফৰ্মৰ গুৰুত্ব যে বেছি তাক নকলেও চলে। কিন্তু গল্পৰ ফৰ্ম কথা বস্তুৰ চাক্ষুষ ৰূপহে। চিত্ৰ কলাৰ দৰে এই ৰূপ নিৰ্বাক নহয়। ই বাণীসৰ্বস্ব শব্দধ্বনিৰ মাধ্যমেৰে প্ৰকাশিত ভাব ইয়াৰ উপজীৱ্য। গতিকে ইয়াক কথা বস্তুৰপৰা পৃথক কৰি চিন্তা কৰিব নোৱাৰি। বস্তু আৰু ফৰ্মৰ মাধুৰ্য্যৰ সম্বন্ধ অবিচ্ছেদ্য। ৰমণীয় ফৰ্মৰ খোলাৰ মাজত কুৎসিৎ বস্তুৰ প্ৰবেশে ফৰ্ম উপভোগ্য কৰি নোতোলে। বস্তুৰ একক প্ৰভাৱলৈ লক্ষ্য ৰাখি ৰমণীয় ৰূপত তাৰ উপস্থাপনৰ কৌশলত পোৱা যায় ফৰ্মৰ সাৰ্থকতা। গতিকে কৃতী গল্প লেখক হয় বস্তু আৰু ফৰ্ম দুয়োৰে প্ৰতি সমানভাৱে সজাগ। নতুন লেখক সকলৰ কিছুমানৰ বিপক্ষে সমালোচকে তোলা তাৰল্যৰ অভিযোগ কিছু পৰিমাণে সঁচা হলেও বিচিত্ৰতাৰ ফালৰ পৰা এনেবোৰ সৃষ্টিৰ দাম নোহোৱা নহয়। সমাজৰ বিবৰ্তনৰ লগে লগে নতুন নতুন দিশ আৰু সমস্যাৰ ওপৰত লেখকৰ নজৰ পৰে। গল্পৰ যোগেদি এনে দিশৰ ৰূপায়ণ কেতিয়াবা আকৰ্ষণীয় হৈ নুঠিলেও সি বৰ্জনীয় নহয়। আধুনিক গল্প সংকলনৰ দ্বিতীয় খণ্ড প্ৰকাশিত হলে অসমীয়া গল্প সাহিত্য সম্বন্ধে এটা থূলমূল ধাৰণা সহজতে লাভ কৰাৰ সুবিধা ঘটিব।

সাহিত্য-অকাদেমিয়ে অসমীয়া গল্প সংগ্ৰহৰ কাম হাতত লোৱা বাবে অকাদেমি ধন্যবাদৰ পাত্ৰ।

শ্ৰীত্ৰৈলোক্যনাথ গোস্বামী

# জয়ন্তী

লক্ষ্মীনাথ বেজবৰুৱা

## ১

জয়ন্তী ডাঙৰ মানুহৰ জীয়াৰী, ডাঙৰ মানুহৰ ঘৈণী; সৰুতে বাপেকৰ ঘৰত সুখত উঠা, ডাঙৰত গিৰিয়েকৰ ঘৰত সৌভাগ্যৰ কোলাত লালিতা। দৈন্যদৈত্যৰ তাড়নাত শাৰীৰিক কিম্বা মানসিক কষ্ট বাপেকৰ ঘৰত কি শহুৰৰ ঘৰত তেওঁ অনুভৱ কৰা নাছিল। কিন্তু সেই বুলি আন আন ডাঙৰ মানুহৰ জীয়াৰী-বোৱাৰীৰ নিচিনাকৈ আলাসৰ লাড়ুটিৰ দৰে নিস্কৰ্ম্মা হৈ সাজ-পাৰ, মেল-দোৱান আৰু আহাৰ-নিদ্ৰাদিতে মাথোন কাল কটাই ৰংপুৰৰ এই সম্ভ্ৰান্ত ধনী-মানুহৰ জীয়াৰী ডাঙৰ-দীঘল হোৱা নাছিল। বাপেকৰ ঘৰতে গুণৱতী মাকৰ যতন আৰু শিকনিত ভবিষ্যত ঘৰুৱা জীৱনৰ প্ৰায় সকলো আৱশ্যকীয় কামত জয়ন্তী সুশিক্ষিতা হৈ উঠিছিল। অসমৰ ভাল মানুহৰ ঘৰৰ জীয়াৰীয়ে যিবিলাক বিদ্যাত পাৰ্গতালি লাভ কৰা উচিত, জয়ন্তী আইদেউৰ সেইবিলাক একো বাকী নাছিল। "টিক বলধা ওলাই মাটি, মাক ভালে জীয়েক জাতি," জ্ঞানী ডাকৰ এই বচনটিয়ে জয়ন্তীত সাৰ্থকতা লাভ কৰিছিল। তেওঁ গুণৱতী শিপিনী মাকৰ আৰ্হিত গঢ় লৈ আপোন গুণেৰে ৰংপুৰ নগৰ পোহৰ কৰিছিল। কোনোবাই যদি সোধে, ৰংপুৰৰ ভিতৰত ভাল কাপোৰ বয় কোনে? উত্তৰ দিব লাগিব, জয়ন্তী আইদেৱে। ভাল পাৰি দিয়া কাপোৰ কাৰ তাঁতৰ পৰা ওলায়? কব লাগিব জয়ন্তীৰ। বিয়াই সবাহে সুললিত মাতেৰে সকলোতকৈ সুৰলাকৈ কোনে নাম দিব পাৰে? জয়ন্তীয়ে। দশম, কীৰ্ত্তন, ঘোষা ৰত্নাৱলী প্ৰভৃতি পুথিবিলাকৰ কথা ৰংপুৰৰ ভিতৰত কোন ছোৱালীৰ জিভাৰ আগত? শুনিবা—জয়ন্তীৰ। গা ধুই মুৰ আচুৰি, কপালত সেন্দুৰৰ ফোঁট, কাণত কেৰু, ডিঙিত মণি, হাতত খাৰু আৰু বগা পাটৰ ৰিহা মেখেলা পিন্ধি হাত যোৰকৈ বাল-সূৰ্য্যৰ সেই ৰৰণীয় কান্তি ধ্যান কৰিবৰ সময়ত বশিষ্ঠজায়া অৰুন্ধতীৰ নিচিনা সুন্দৰী দেখুৱায় কাক? স্বীকাৰ কৰিব লাগিব, ৰমানাথ

বৰুৱাৰ ষোল বছৰীয়া সহধৰ্মিণী শ্ৰীমতী জয়ন্তী দেৱীক। সঁচাসঁচিকৈয়ে ৰমানাথ বৰুৱাৰ পত্নী শ্ৰীমতী জয়ন্তী দেৱী পুৰণি অসমৰ ৰাজধানী ৰংপুৰ নগৰৰ মাজত সাবিত্ৰীৰ নিচিনা সতী, কমলাৰ নিচিনা সুন্দৰী, শচীৰ নিচিনা সৌভাগ্যৱতী বুলি ৰাষ্ট্ৰ আছিল।

## ২

আজি প্ৰায় এক শতিকা হবলগীয়া হল, অসম দেশ মানৰ দ্বাৰাই তিনি বাৰ আক্ৰান্ত হয়। তৃতীয় বাৰৰ আক্ৰমণ অতি ভীষণ। এইবাৰ অসম দেশে ব্ৰহ্ম ৰজাৰ সৈন্যৰ দ্বাৰা অধিকৃত হৈ স্বাধীনতা-ফুলৰ মালা ডিঙিৰ পৰা দলিয়াই পেলাই পৰাধীনতা-লোৰ শিকলি ভৰিত পিন্ধে। মানৰ গোৰোহনিয়ে স্বাধীন অসমৰ ওখ মূৰ দোৱাঁয়। আহোম ৰজাৰ গৌৰৱ-ৰবি চিৰকাললৈ অস্ত যায়। ছশ বছৰ অকণ্টকা ৰাজ্যভোগৰ পিচত সৌমাৰ বিজেতা আহোম-ৰজা চুকাফাৰ বংশধৰ সকল বাটৰ মগনিয়াৰ হল। ১৭৪২ শকৰ ২ চ'তৰ পৰা ১৭৪৬ শকৰ ২১ মাঘলৈকে নৃশংস ব্ৰহ্মবাসীহঁতৰ অত্যাচাৰ, নিষ্ঠুৰতা, হত্যা আৰু লুট্পাত আদিৰে অসম লালকাল আৰু জুৰুলা হয়। শেহত, বৃটিছ সূৰ্য্যৰ উদয়ত, দুৰ্ভগীয়া অসমৰ পৰা তিনি বছৰ দহ মাহ উনৈশ দিন ব্যাপি, এই ঘোৰ অন্ধকাৰ ৰাতিৰ ওৰ পৰে। এই সময়ৰ অসমৰ অৱস্থা বৰ্ণনা কৰিবলৈ কাপ অক্ষম। শিক্ষা, কৃষি, বাণিজ্য, শিল্প, সুখ, শান্তি পাপাত্মাবিলাকৰ দৌৰাত্ম্যত দেশৰ পৰা একেবাৰে অন্তৰ্হিত হৈছিল। ইহঁতৰ অত্যাচাৰত প্ৰায় তিনি ভাগৰ এভাগ প্ৰজা অসমৰ পৰা নাইকিয়া হৈছিল। স্বামীৰ পৰা তিৰোতাক, বাপেকৰ পৰা পুতেকক, কোলাৰ কেচুৱাৰ পৰা মাকক, এই দুৰাচাৰহঁতে চিৰ জন্মলৈ আঁতৰ কৰিছিল। শই শই গাওঁ দেৱালয় আদি অগ্নিত আহুতি দিয়া হৈছিল। হেজাৰ হেজাৰ সতী সাধবীয়ে দুৰাত্মাহঁতৰ ভীষণ কবলত সতীত্ব-ৰত্ন দিব লগীয়াত পৰিছিল। প্ৰকৃতিৰ কাম্য-কানন অসম, মহাতপা বশিষ্ঠ, গালৱ, গোকৰ্ণকে আদি কৰি যোগী তপস্বী-ঋষি-মুনি সকলৰ পবিত্ৰ আশ্ৰম অসম, নীলাচল, অশ্বক্ৰান্ত, মণিকৰ্ণেশ্বৰ, উমানন্দ, শুক্ৰেশ্বৰ হয়গ্ৰীৱ মাধৱ, বিশ্বনাথ প্ৰভৃতি হিন্দু-দেৱতাসকলৰ পীঠস্থান,



তীৰ্থস্থান অসম শ্মশানত পৰিণত হৈছিল। ঠিক এই সময়ৰ এদিনৰ এটি ঘটনা লৈ আজি আমি আমাৰ আখ্যান আৰম্ভ কৰিলোঁ।

## ৩

দেশৰ এনে অৱস্থা। ধন প্ৰাণৰ এনেকুৱা অস্থিৰতা। ৰজা চন্দ্ৰকান্ত সিংহ মানৰ ভয়ত কাপুৰুষৰ দৰে ৰাজ সিংহাসন আৰু ৰাজধানী এৰি পলৰীয়া। গতিকে মানৰ সেনাপতি মিঙিমাহা তিলুৱাই ৰাজছত্ৰ-দণ্ড বুটলি পোৱাদি পাই তুলি ললে। উদণ্ড মানৰ অত্যাচাৰ, লুটনি, হত্যা, কুৎসিত ব্যৱহাৰ আৰু নৃশংসতাত দুৰ্ভগীয়া অসমৰ টল্‌বলনি লাগি পৰিল।

ৰমানাথ বৰুৱাই কি কৰিব, কলৈ যাব, একোকে ভাবি থিৰ কৰিব পৰা নাই। তেওঁৰ বন্ধুবান্ধৱ লগুৱা-লিকচৌৱ ভালেখিনিয়ে প্ৰাণৰ ভয়ত দেশ এৰি পলাল অথবা অসমৰ অগাধ অৰণ্যত হিংসুক বনৰীয়া জন্তুৰ প্ৰতিবেশিত্ব স্বীকাৰ কৰিলে। ৰমানাথে দেখিলে যে প্ৰাণ-মন, ধন-জন লৈ আৰু জন্মভূমিত বাস কৰা অসম্ভৱ হৈ উঠিল। তেওঁ এই অৱস্থাত সোনকালে বংগদেশৰ ফাললৈ সস্ত্ৰীক পলোৱাৰ বাহিৰে আন একো উপায় দেখিবলৈ নেপাই এক সপ্তাহৰ ভিতৰতে জন্মভূমিৰ ওচৰত কৰযোৰ কৰি বিদায় মাগি ভটীয়াই যাবলৈ কৃত-সঙ্কল্প হল।

ইয়াৰ ভিতৰতে এদিন ঠিক দুপৰ বেলিকা ৰমানাথ বৰুৱাই আহাৰাদি কৰি চালপিৰাৰ ওপৰত শুই বিশ্ৰাম কৰিছে। চকুত অলপ তন্দ্ৰা আহিছে মাথোন; আৰু জয়ন্তী দেৱীয়ে গৃহকাৰ্য্য সমাপন কৰি ওচৰতে বহি বিচনী এখন লৈ স্বামীক বিচিব লাগিছে। এনে সময়তে তেওঁলোকে বাহিৰৰ দুৱাৰত ধুপ্-ধুপ্কৈ কোব পৰা শুনিবলৈ পালে। কি হৈছে, কিহৰ শব্দ বুলি সুধি নাম কাঢ়ি মাতি মাতিও কোনো লগুৱা লিগিৰীৰ উত্তৰ নেপাই জয়ন্তীয়ে নিজে উঠি গৈ দেখিলে যে তিনিটা অস্ত্ৰধাৰী মানে টোকোনেৰে কুবিয়াই ঘৰৰ দুৱাৰখন ভাঙি দুডোখৰ কৰিছে। এই কাণ্ড দেখিয়েই জয়ন্তীৰ মুখ কেঁহেৰাজ বটা যেন বিবৰ্ণ হল, ভয়ত তেওঁ থৰথৰ কৰে কঁপিবলৈ ধৰিলে। ঘৰৰ লগুৱা-লিগিৰীহঁত ইয়াৰ আগেয়ে ঘৰ এৰি মুহূৰ্তকতে কলৈ পলাই গল ঠিক

নাই। চকুৰ পচাৰতে মানুহঁতে ঘৰৰ ভিতৰত সোমাই জয়ন্তী আৰু ৰমানাথক জৰীৰে কট্‌কটীয়াকৈ বান্ধি ঘৰ লুটিবলৈ ধৰিলে। দেশৰ এনে হুলস্থুল অৱস্থা দেখি ইয়াৰ দিন চেৰেকৰ আগেয়েই ৰমানাথ বৰুৱাই তেওঁৰ ৰূপ-বান, অলঙ্কাৰ-পাতি আৰু মূল্যবান বয়বস্তু বিলাক গুৱাহাটীলৈ তেওঁৰ ভায়েকৰ ঘৰলৈ পঠিয়াই দিছিল। গতিকে মান ডকাইতহঁতে বিশেষ মূল্যবান একো লুটিবলৈ নেপালে। আশাত নিৰাশ হৈ মানহঁতৰ খং জুই জ্বলাদি জ্বলি উঠিল। দাঁতে কড়মড় কৰিবলৈ ধৰিলে, চকুৰ পৰা জুইৰ আগুনি ওলাল। প্ৰথমটো মানে দ্বিতীয়টোলৈ চাই কলে—"ইহঁত বৰ টেঙৰ মানুহ। ৰূপ-বান, অলংকাৰ-পাতি সোপাকে আগৰ পৰাই কৰবাত লুকাই থৈছে।" দ্বিতীয়টোৱে প্ৰথমটোৰ কথাৰ কোনো সমিধান নিদি ৰমানাথ বৰুৱাৰ পিঠিত চমটাৰে সাৰোপ সাৰোপকৈ তিনি কোব মাৰি গুজৰি সুধিলে—"ধনবস্তুবিলাক ক'ত লুকাই থৈছ? এতিয়াই দেখুৱাই দে, নাইবা তহঁতক এই ঘৰৰ ভিতৰতে জুই দি পুৰি মাৰিম।" চমটাৰ কোবত ৰমানাথ বৰুৱাৰ পিঠিৰ পৰা ৰাব্‌ঝৰকৈ তেজ পৰিবলৈ ধৰিলে। বপুৰীয়ে যন্ত্ৰণাত চেঙালুটি পাৰিবলৈ ধৰিলে। স্বামীৰ এনে অৱস্থা দেখি কান্দি কান্দি জয়ন্তীয়ে যোৰহাতকৈ কাতৰ কণ্ঠেৰে ডকাইত হঁতক কলে—"তোমালোকে এই দুখুনীৰ প্ৰতি দয়া কৰা, মোৰ দেউতাহঁত, মোৰ স্বামীক আৰু নেমাৰিবা। মই ঈশ্বৰক সাক্ষী কৰি কৈছোঁ, আমাৰ হাতত এতিয়া একো নাই। সত্যে সত্যে তিনি সইত খাই কৈছোঁ—ৰূপ-বান, অলংকাৰ পাতি বয়বস্তু যি আছিল, আমি ইয়াৰ পৰা গুচি যাম বুলি দিন চেৰেকৰ আগেয়েই আমাৰ গুৱাহাটীৰ মিতিৰ কুটুমৰ ঘৰলৈ পঠিয়াই দিলোঁ। এতিয়া তোমালোকে আমাক দুয়োকো ছোৰাছোৰাকৈ কাটিলেও একো পাবৰ উপায় নাই। সেই দেখি মোৰ দেউতাহঁত, আমাক মিছাতে মাৰি-কাটি আৰু যন্ত্ৰণা নিদি ঘৰত যি আছে তাকে লৈ তোমালোক যোৱাহঁক। তোমালোকৰ ভৰিত ধৰি কাবৌ কৈ মাতিছোঁ মোৰ স্বামীক আৰু নেমাৰিবাহঁক। মোৰ ডিঙিত এইধাৰ মণি আৰু হাতত এই যোৰ খাৰু আছে, ইয়াকে মই সোলোকাই দিছোঁ তোমালোকে তেওঁক এৰি দিয়া। এই বুলি ডিঙিৰ মণিধাৰ আৰু হাতৰ খাৰুযোৰ সোলোকাই জয়ন্তীয়ে মানহঁতক দি কাকুতি কৰিবলৈ ধৰিলে। জয়ন্তীৰ কথা শুনি মান তিনিটাই একে বেলিয়েই খল্‌খল্‌ কৰে হাঁহি কলে,—"তহঁতে আমাক কেচুৱা লৰা বুলি ভাবিছ নেকি, যে এইবিলাক মিছা কথা



আমি বিশ্বাস কৰিম? কত কি লুকাই থৈছ বেগতে ক, নাইবা পোনতে এই চমটাৰে কোবাই তহঁতৰ পিঠিৰ ছাল ছিঙিম। তাৰ পিচত জুই লগাই দুইকো এই ঘৰৰ ভিতৰতে পুৰি ছাই কৰি গুচি যাম।"

দুখুনী জয়ন্তীৰ কাকুতি মিনতিলৈ আওকাণ কৰি পামৰহঁতে ৰমানাথ বৰুৱাক কোবাই কিলাই যেনে যন্ত্ৰণা দিবলৈ ধৰিলে তাক বৰ্ণনা কৰিবলৈ এই কাপ অক্ষম। শেহত মানহঁতে যেতিয়া দেখিলে যে ইমান মৰিয়াই কিলাই জীয়াতু দিয়ো ধনবস্তু একোকে তেওঁলোকৰ পৰা পোৱা নগল, তেতিয়া প্ৰথম মানটোৱে লগৰীয়া দুটাৰ মুখলৈ চাই কলে—"আহ, ইহঁত দুইটাকেই লৈ যাওঁহক। মতাটো বেছ শকত-আৱত আছে, আমাৰ বয়-বস্তুবিলাক ইয়াৰ পিঠিত তুলি দি লৈ যাওঁহক। তাৰ পিচত লাঠুৱাক কাটি পেলাম। আৰু এই তিৰোতা মানুহজনী দেখিবলৈ শুৱনী আছে, আমাৰ মলুকলৈ এইক লৈ গৈ আমাৰ ৰজাক ভেটী দিমহঁক। এনে ৰূপহী তিৰোতা ৰজাই পালে আমাৰ ওপৰত খুব সন্তুষ্ট হব।" প্ৰথমটোৱে দ্বিতীয়টোৰ কথাত অমত প্ৰকাশ কৰি কলে—"দেখ, ককাই তোৰ আজিকালি এটা ৰোগ হৈছে। যিহকে হওক এটা ভাল বস্তু পালেই আগেইয়ে তই কৈ পেলা যে এইটো আমাৰ দেশলৈ লৈ গৈ ৰজাক দিম। কিয়! ৰজাক দিম কিয়? মই কওঁ এই ৰূপহী তিৰোতা জনী মোৰ। মই কাকো নিদিওঁ। তহঁতে ৰূপ-বান, বয়বস্তু যি মন যায় লহঁক, কিন্তু মোৰ ভাগত এই।" কথাষাৰ শুনা মাত্ৰকে তৃতীয় জনে গৰ্জি উঠিল—"কাৰ? তোৰ? কেতিয়াও হব নোৱাৰে। বাৰু, মই দেখিম, কোনে মোৰ হাতৰ পৰা এইক নিয়ে। এই মোৰ।" দুইৰো ভিতৰত এইদৰে পৌৰাণিক সুন্দ-উপসুন্দীয়া দন্দ লাগিবৰ দেখি প্ৰথমটোৱে—এই কথাৰ মীমাংসা পিচত কৰা যাব বুলি দুইকো বুজাই শান্ত কৰিলে। ইয়াৰ পিচত সস্ত্ৰীক ৰমানাথ বৰুৱাক লুটি-পুটি পোৱা বস্তুৰে সৈতে বান্ধি মানহঁতে লৈ যাবলৈ ধৰিলে। জয়ন্তীয়ে বিপদহাৰী মধুসূদনক কাতৰকণ্ঠে মাতি স্বামীৰে সৈতে চকুলো টুকি যাবলৈ ধৰিলে।

৪

বাটত যাওঁতে আত্মসংযমত অভ্যস্তা জয়ন্তীয়ে মনে মনে হঠাৎ এটা উপায় স্থিৰ কৰি খং আৰু বেজাৰৰ ভাও পৰিত্যাগ কৰি মানহঁতৰ ফালে চাই মৃদু-মধুৰ মাতেৰে কলে—"দেখ, ভায়া, তহঁতে যেতিয়া আমাক ধৰি লৈ গৈছ, আৰু ধনবস্তু ৰাখিবৰ মিছা চেষ্টা কৰি কি ফল ? আমিয়েই যেতিয়া গাওঁ-ভূঁই, দেশ এৰি যাব লগীয়াত পৰিলোঁ আৰু আমাৰ ৰূপ-ধান, ধন-সম্পত্তি কোনে খাব ? মোৰ কপালত গোসাঁয়ে যি লিখিছে সেয়েই হব। কিন্তু যদি তহঁতে মোৰ স্বামীক নাকাটি এৰি দিবলৈ মান্তি হৱ তেন্তে আমাক ওভতাই আমাৰ ঘৰলৈ লৈ বল। ক'ত আমাৰ পেৰাই পেৰাই সোণ-ৰূপ, অলঙ্কাৰ-পাতি পুতি লুকাই থৈছোঁহঁক, তহঁতক দেখুৱাই দিওঁগৈ।" জয়ন্তীৰ অলৌকিক ৰূপ-লাৱণ্যই ইতিপূৰ্বেই ডকাইতহঁতক আংশিকৰূপে জয় কৰি ৰাখিছিল। এতিয়া তেওঁৰ সেই সুমধুৰ বচনে আৰু বিপুল অৰ্থ-প্ৰাপ্তিৰ লোভে সিহঁতক সম্পূৰ্ণৰূপে পৰাজয় কৰিলে। সিহঁতে উলাহেৰে আকৌ উভতি আহি ঘৰৰ ওচৰ চাপিল। জয়ন্তীয়ে ঘৰৰ আগ চোতালৰ কাষতে থকা এজোপা কাঞ্চন ফুলৰ গছ দেখুৱাই কলে, "এইখিনিতে চাৰি হাত মাটিৰ তলত আমি আমাৰ ৰূপ-ধানৰ পেৰা বিলাক পুতি থৈছোঁ।" এই কথা কাণত পৰা মাত্ৰকতে মানহঁতে ৰমানাথক কাঞ্চন গছত ভালকৈ বান্ধি বং মনেৰে কোৰ লৈ সেই দেখুৱাই দিয়া ঠাই ডোখৰ খানিবলৈ লাগিল। এই খিনিতে কোৱা যাওক যে ডকাইতহঁতে জয়ন্তীক অবলা তিৰোতা মানুহ কলৈ পলাব বুলি সৰহ পৰ ৰাঙ্কি ৰাখিবৰ আৱশ্যক যেন নেভাবি মুকলিকৈ থৈছিল। সিহঁতে আৰু ভাবিছিল, যদি তেওঁ পলাব খোজেও ততালিকে এজনী তিৰোতা মানুহক ধৰি পেলাবলৈ সৰহ পৰ নেলাগে।

প্ৰায় এঘণ্টা মান বেলি তিনিউটা মানে ওপৰাওপৰিকৈ চাৰি হাতমান দকৈ গাঁত খানিলে ; কিন্তু ৰূপ-ধানৰ পেৰা কিম্বা আন বয়-বস্তুৰ একো চিন পোৱা নগল। প্ৰথম ডকাইতে জয়ন্তীৰ মুখলৈ চাই কলে,—'চাচোন ঐ মানুহজনী ! তই আমাৰে সৈতে ঠাট্টা কৰিছ নেকি ? এইয়া এডিঙীয়াকৈ গাঁত খানিলোঁ, তোৰ ধনৰ পেৰা ক'তা ?" জয়ন্তীয়ে গহীনকৈ উত্তৰ কৰিলে, "আৰু অলপ-



মান খান, নিশ্চয় ওলাব। আৰু নোলায় যদি আমিতো ডিঙি পাতিয়েই আছোঁ। তাৰ নিমিত্তে চিন্তা কি ? গাঁতৰ ভিতৰৰ মানটোৱে আশ্বস্ত হৈ আকৌ উৎসাহেৰে সৈতে খানিবলৈ ধৰিলে। গাঁতৰ পাৰত থকা দুটাই নিজ নিজ তৰোৱাল কাষতে থৈ কথা পাতি থাকোঁতেই ছেগ চাই জয়ন্তীয়ে বিজুলীৰ বেগেৰে, সিহঁত দুইকো ঠেলা মাৰি সেই এডিঙীয়া দ গাঁতত পেলাই দি সেই তৰোৱালেৰেই মুহূৰ্তৰ ভিতৰতে তিনিওৰো মূৰ তিনিটা কাটি পেলাই, ৰমানাথৰ হাতৰ বান্ধ সোলোকাই দি বলিয়াৰ দৰে নাচিবলৈ ধৰিলে। নিমিষৰ ভিতৰতে এনে আচৰিত পট-পৰিবৰ্তন ৰমানাথৰ সমাজিক যেন লাগিল। ক'ত সেই ভীমকায় দুৰ্বৃত্ত দস্যুৰ হাতত প্ৰতি নিমিষতে তেওঁৰ জীৱনৰ আশাক জলাঞ্জলি দিব লগীয়াত পৰিছিল, আৰু ক'ত খন্তেকতে সিহঁতৰ মৰা শ কেইটা স্বকৃত দুষ্কাৰ্য্যৰ পৰাচিত স্বৰূপে নিজে খনা গাঁতৰ ভিতৰত মূৰ নাইকিয়া হৈ পৰিল। ক'ত সেই ভয়ত সোত্‌মোত্‌ খোৱা জয়ন্তীয়ে চকুৰ লোৰে ৰিহাৰ আঁচল তিয়াইছিল, আৰু ক'ত নিমিষতে এই ৰণোন্মত্তা চামুণ্ডা ৰূপিণী তিৰোতাই তৰোৱাল হাতত লৈ উন্মাদ নৃত্য কৰিবলৈ লাগিছে। ক'ত কাঞ্চন গছত ৰমানাথ বধ্য বন্দীৰূপে বান্ধ খাই আছিল, আৰু ক'ত পলকৰ ভিতৰতে তেওঁ বান্ধৰ পৰা মুকলি হৈ স্বাধীনতা লভিলে। নিমিষতে দৃশ্যৰ কি অদ্ভুত সলনি ! সঁচাকৈয়ে এই নৃত্যকাৰিণী উন্মাদিনী ৰমণীয়েই সেই শান্তা, লজ্জা-শীলা আৰু ভীতা জয়ন্তীনে ? এই বিলাক স্বপ্ন নে মায়া নে দিঠক ? ৰমানাথে একো ঠিক কৰিব নোৱাৰি ধুৱঁলি-কুৱঁলী দেখি চকুমুদি বহি পৰিল। অলপ বেলিৰ পিচত আকৌ চকু মেলি তেওঁ দেখিলে যে ই সপোন নহয়। সঁচাসঁচি-কৈয়ে তেওঁৰ হাতত বান্ধ নাই, তেওঁ স্বাধীন আৰু মুক্ত। আৰু সঁচাকৈয়ে তেওঁৰ প্ৰিয়তমা জয়ন্তী চুলিমেলা চামুণ্ডাৰ নিচিনাকৈ তেজেৰে ৰাঙলী হৈ হাতত দা লৈ নাচিব লাগিছে। হায় ! জয়ন্তী সঁচাকৈয়ে উন্মাদিনী হ'ল নেকি ? ৰমানাথে স্পষ্টকৈ দেখিলে যে তেওঁৰ প্ৰাণপ্ৰিয়া জয়ন্তী বাহ্য-জ্ঞান-শূন্যা, উন্মত্তা !

ইয়াৰ পিচত মানুহ-দুনুহৰ সাহায্যত জয়ন্তীক লৈ সেই ৰাতিয়েই ৰমানাথ ৰবুৱাই ৰংপুৰ এৰি গুৱাহাটীলৈ যাত্ৰা কৰিলে। গুৱাহাটী পাই নিজৰ ভায়েক আৰু বন্ধুসকলৰ সাহায্যত তেওঁ অনেক প্ৰকাৰ চিকিৎসা আদি কৰালে, কিন্তু জয়ন্তী আৰু আৰোগ্য নহল।

বিষম উন্মাদ ৰুগীয়া জয়ন্তীৰ মুখত তেওঁৰ জীৱনৰ শেষ পৰ্য্যন্ত, 'মোৰ স্বামীৰ হাতৰ বান্ধ মোকোলালেঁ,' এইষাৰ কথাৰ বাহিৰে আৰু একো কথা শুনা নগৈছিল। শেহত সকলো দুখ আৰু সকলো শোক হৰোঁতা মৃত্যুৱে আপোনাৰ কোমল কোলাত আশ্ৰয়দান কৰি এই সতীক এই সংসাৰৰ দুখ-যন্ত্ৰণাৰ হাতৰ পৰা উদ্ধাৰ কৰিলে।

## নদৰাম

### শৰৎ চন্দ্ৰ গোস্বামী

১

১৯১৮ চনৰ অক্টোবৰ মাহত নিশা ন-দহ বজাৰ সময়ত আমি কেইজনমানে খোলা পোৰ্টি'ক'ত বহি 'প্লেনচেট' ধৰিছিলোঁ। সেইবাৰ মহামাৰী ইনফ্লুৱেঞ্জাই তেতিয়াই তিমান পৰাক্ৰমেৰে দেখা দিয়া নাছিল। গতিকে বতৰ অলপ জাৰ হলেও বাহিৰত বহিবলৈ ভয় বা অসুখ লগা নাছিল।

উপস্থিত মণ্ডলীৰ কোনোৱে ভূত মানে, কোনোৱে নামানে। কোনোৱে ভূতৰ আবিৰ্ভাৰ হয় বুলি বিশ্বাস কৰে, কোনোৱে 'প্লেনচেটক' প্লেইন চীট' (Plain cheat) বা সৰল ফাঁকি বুলি ভাবে।

এবাৰ 'প্লেনচেটটো' ঘূৰি 'নদৰাম" লিখিলে। প্ৰশ্ন হল—

—তোমাৰ নাম ?

—নদৰাম।

—কি লাগে ?

— ফ্ৰান্সত যুদ্ধ কৰিছোঁ।

—ঘৰ ক'ত ?

—গোৱালপাৰাত।

—কি বিচাৰিছা ?

—মোৰ তিৰোতা।

সকলোৱে গিৰ্জনি মাৰি হাঁহি উঠিল। 'প্লেনচেট' ধৰোঁতা দুজনৰ এজনে "যা, যা তোৰ তিৰোতা ইয়াত নাই' বুলি প্লেনচেট এৰি দিলে। অবিশ্বাসী দল আৰু সংশয়শূন্য হল যে 'প্লেনচেট' এটা মস্ত বুজৰুকী।

তাৰ পিচত, ইনফ্লুয়েঞ্জাৰ প্ৰবল আক্ৰমণত মনত আতংক আৰু ৰাতি নৰীয়া পতি কৰি থাকিব লগীয়া নোহোৱাকৈ যি দুই চাৰি দিন আছিল, সেই কেইদিনৰ প্ৰত্যেক সন্ধ্যাবেলাতেই প্লেনচেট ধৰোহঁক আৰু প্ৰত্যেক

দিনে নদৰামৰ আবিৰ্ভাৱ হয়। কিন্তু আমি কোনোৱে তাক আমল নিদিওঁ।

প্লেনচেটত নদৰাম লিখিলেই আমি হাত এৰা দিওঁ, নদৰামৰ বক্তব্য ৰৈ যায়।

২

প্ৰায় এবছৰৰ পাচত কাৰ্য্য-চক্ৰত পৰি, এদিন নৱেম্বৰ মাহৰ পুৱাবেলা গোৱালপাৰাৰ উত্তৰ শালমাৰা বঙলাত বহি আছোঁ। আগৰ দিনা অনেক কাম কৰি আহিছোঁ। মোৰ সংগীজনৰ অলপ অসুখ; সেইদেখি সেই দিনটো প্ৰায় আজৰি। কেনেবাকৈ এবছৰৰ আগৰ 'প্লেনচেট' ধৰাৰ কথাটো মনত পৰিল—সেই নদৰাম, সি চিপাহী। এইবোৰ ঠাইৰে কোনোবা মেচ বা ৰাজবংশী চিপাহীৰ নাম নদৰাম নাইনে?

এনেতে চিপাহীৰ বুট পিন্ধা, ভৰিত ফিটা মেৰোৱা, মূৰত বুত্তৰ হেট, কঁকালত কুক্ৰী—থুমৰি আঁতা, বাইশ তেইশ বছৰ বয়সীয়া গোৰা বৰণৰ ডেকা লৰা এটা ঘপৰ্ ঘপৰ্ কৰি বঙলাৰ ভিতৰলৈ সোমাই আহিল; আৰু এটা মিলিটাৰী চেলাম দি ওচৰতে থকা বেঞ্চি এখনত বহি পৰিল। মই আচৰিত হলোঁ। চৰকাৰী বিষয়াৰ অভিমানেও এটা খুন্দা খালে। মই অলপ বিৰক্ত হৈ সুধিলোঁ—'কি লাগে?'

'দেউতা আপুনি অসমীয়া নেকি?'

'এৰা।'—চৰকাৰী হাকিম সকলে এইবোৰ প্ৰশ্ন ভাল নাপায়। সেই দেখি অতি সংক্ষেপ উত্তৰ।

'বৰ ভাল হ'ল। মোৰ এখন আৰ্জি লব লাগে। মোৰ মাইকী লৈ কিবা এটা কাজিয়া হৈছে।'

ওচৰতে পুলিচ থানা, বঙলাৰ লগতে লগালগি। মই বুজিলোঁ—মানুহটোৱে মোক দাৰোগা বুলি ভুল কৰিছে। এই কথা ভাবি বিৰক্তি আৰু অলপমান চৰিল। হাতেৰে দেখুৱাই কলোঁ—'সৌৱা থানা। এয়া নহয়।' এই বুলি আগত থকা পুৰণি খবৰৰ কাকতখন মেলি ললোঁ।



খবৰৰ কাকত দেখি মানুহটোৱে আৰু সুবিধাহে পালে। সি সুধিলে—'দেউতা, লড়াইৰ খবৰ কি?' মই নামাতি থাকিলোঁ। সি বুজিব পাৰিলে, যে মই তাক তাচ্ছিল্য কৰিছোঁ। সি ঘপহ কৰে থিয় হৈ কৈ উঠিল, 'উঃ অসমীয়া মানুহেই অসমীয়া মানুহক নামাতে যদি আনে কি কৰিব? যাওঁ দেই।' এই বুলি ঘপ্ ঘপ্ কৰে ওলাই গল।

মোৰ মনত অলপ অনুতাপ উপজিল, বুজিলোঁ—হাকিমী মেজাজটো ভালদৰে নাখাটিল। মানুহজনক মাতি আনিলোঁ। বহিবলৈ দি সুধিলোঁ—'তোমাৰ নাম কি?

'নদৰাম।'

নদৰাম, মাইকীৰ মামলা! এবছৰৰ আগৰ সকলো স্মৃতি জাগি উঠিল।

'তুমি ফ্ৰাঞ্চৰ যুঁজলৈ গৈছিলা নেকি'?'

'হয়, দেউতাই কেনেকৈ জানিলে?'

তাৰ প্ৰশ্নৰ প্ৰতি কাণ নকৰি কলোঁ—'কোৱাচোন কোৱা তোমাৰ মাইকীৰ বাবে কি কাজিয়া হৈছে।'

৩

নদৰামৰ কথাটো এই—প্ৰায় দুবছৰ পূৰ্বেই সি যুদ্ধলৈ যায়। যোৱাৰ ছমাহমানৰ আগতে তাৰ গাৱঁৰে ছোৱালী এজনী [সি বিয়া কৰাইছিল। ছোৱালীজনী ৰূপহী। বহুতদিন আগৰ পৰাই তাহাঁত দুইৰ জনা-শুনা।

ফ্ৰাঞ্চৰ কোনোবা ঠাইত যুদ্ধ কৰি থাকোঁতে সি হঠাৎ এদিন চিঠি পালে—তাৰ ঘৈণীয়েক তাহাঁতৰ সমনীয়া আৰু লগৰীয়া ভাটিৰামৰ তালৈ গুচি গৈছে। বুঢ়া মাক-বাপেকৰ দুখৰ পাৰ কূল নাই।

কমাণ্ডাণ্ট অফিচাৰক নদৰামে সকলো কথা কলে। অফিচাৰে তাৰ চিঠিখন জিলাৰ ডিপুটি কমিচনাৰলৈ পঠালে কিন্তু আচল কথাটোৰ আৰু একো খা-খবৰ অনেক দিন নিমিলিল।

ইয়াৰ পাচত ফ্ৰাঞ্চত থকা ভাৰতীয় সৈন্য ইজিপ্ট, মেচোপটমিয়া প্ৰভৃতি

ঠাইত ঘূৰি ফুৰোৰ লগতে নদৰামেও অনেক দিন ঘূৰি ফুৰি মাহ ডেৰ-মাহৰ আগতে ঘৰ পাইছেহি।

ঘৰ পাইয়েই তাৰ 'মামলাটোৰ' এটা মীমাংসা কৰিবলৈ 'চালিচ' ছপাইছিল ; কিন্তু ভাটিৰামে একো নামানে।

তাৰ ঘৈণীয়েক ভাটিৰামৰ তালৈ যোৱাত নদৰামৰ তিমান আপছোচ নাই ; কিয়নো ভাটিৰামৰ অৱস্থা ভাল, মানুহজনো দেখন-শুনন চকুত লগা, আৰু আগৰ পৰা ভাটিৰামৰ লগতো ছোৱালীটিৰ প্ৰীতি আছিল। কিন্তু আপছোচৰ কথা এই যে, সি ঘৰত নথকাত মাক-বাপেকক ইমানখিনি দুখ দি তাই এনেটো কৰিব নালাগিছিল। সি লড়াইত ঘাইল হোৱা হলে মাকবাপেকৰ দুৰ্দশা কি হলহেঁতেন ?

কোৱা বাহুল্য, যে এই কথাৰ মীমাংসা মোৰ পৰা হবৰ একো সম্ভাৱনা নেদেখি নদৰামক থানালৈ যাবলৈ কলোঁ।

প্ৰায় এঘণ্টাৰ মূৰত নদৰাম থানাৰ পৰা ঘূৰি আহিল। থানাত সি সমিধান পালে, যে আঠ দহ দিনৰ ভিতৰতে বৰচাহাব সেইবোৰ ঠাইলৈ আহিব ; তাৰ কথাটো বৰ চাহাবক মুখে মুখে কলে, চাহাবে তেতিয়াই তাৰ এটা সুমীমাংসা কৰিব।

নদৰামৰ ভাব, সি লড়াইৰ পৰা অহা মানুহ, ৰাজাৰ কাৰণে যুদ্ধ কৰি ফুৰোঁতে যদি আনে তাৰ তিৰোতা লৈ যাব লাগিল, তেনেহলে ৰাজাৰ গৌৰৱনো ৰক্ষা পৰিল কেনেকৈ ?

৪

জিলাৰ বৰচাহাবে কি এটা ষ্টেচনত নামি তাৰ ওচৰতে ইন্স্পেক্‌চন বঙলাতে আছেহি। নদৰামে তাৰ গোচৰ বৰ চাহাবক জনালে। চাহাবে হুকুম কৰিলে, যে তাহাঁতৰ নিজ গাওঁত গৈ তেওঁ পাচদিনাই এই কথাৰ মীমাংসা কৰি দিব।

গাৱঁত গাওঁবুঢ়া, মেম্বৰ প্ৰভৃতি অনেক লোক। বৰ চাহাবে খোজ কাঢ়ি আহি সেইখিনি পালে। নদৰাম, ভাটিৰাম আৰু ছোৱালীটিক হাজিৰ কৰা



হল। চাহাবে গাওঁবুঢ়া আৰু আৰু নদৰামৰ বুঢ়া বাপেকৰ পৰা কথাটো আতিগুৰি মাৰি শুনিলে ; শুনি হুকুম কৰিলে—'ছোৱালীজনী এতিয়াই নদৰামৰ ঘৰলৈ যাব লাগে ; আৰু ভাটিৰামক ধুবুৰীলৈ চালান দিব লাগে, তাত তাৰ বিচাৰ হৈ ফাটেক হব। যদি খুচিমতে ছোৱালীয়ে নদৰামৰ ঘৰ নকৰে, তেন্তে তাইকো ফাটেক দিয়া যাব।'

৫

গধূলি প্ৰায় সাঁজ গৰি গৈছে। বঙলাৰ বহল বাৰান্দাত ইজি চেয়াৰ এখনত বহি বৰচাহাব, ওচৰতে সৰু টীপয় এখনৰ ওপৰত সেউজীয়া আঁৰ দিয়া লেম, আৰু বৰচাহাবৰ হাতত খবৰৰ কাগজ।

মানুহ এজন মিলিটাৰী বুটৰ গেৰেপগেৰেপনি তুলি একেলগে চাহাবৰ সমুখত হাজিৰ। গতিবিধিত অলপো সঙ্কোচৰ ভাব নাই। চাহাবে কিছু বিৰক্ত হৈ সুধিলে—'কোন ?'

'হুজুৰ, হাম নদৰাম হুঁ।'

'ক্যা মাঙ্‌তা ?'

'হুজুৰে ভাটিৰামক মাফ কৰি এৰি দিব লাগে।'

'ক্যা ?'

'ভাটিৰামতো তোমাৰ দুস্‌মেন আছে ?'

'হয় হজুৰ। পাচে, তাই ছোৱালীজনী কান্দিকাতি বিয়াকুল হৈছে। কিজানি ভাটিৰামক নাপালে তাই আত্মঘাতী হয়। কৈছে, বোলে তাইহে ভাটি-ৰামক এইবোৰ কৰিলে। ভাটিৰামৰ কিবা হলে নিশ্চয় তাই জীয়াই নাথাকে।'

'সেই মাইকী তোক নালাগে ?'

'লাগিলে কি হব হুজুৰ ? মোৰ লগত তাইৰ ৰাজী-খুচি নাহিল যেতিয়া তাইক ৰাখি কি লাভ হব ? ভাটিৰামৰ লগতে থাকক।'

'তোমাৰ মোকৰ্দ্দমা ভাল নালাগেতো কৰিছিলি কেলেই ?'

'হুজুৰৰ হুকুমে ৰাজাৰ মান ৰাখিছে, মোৰো মান বচাইছে। এতিয়া মই নিজে খুচি হৈ এৰি দিছোঁ।'

'তোমাৰ বুঢ়া মাও-বাপ ?'

'বুঢ়া মাও-বাপক হুজুৰ বুজাই দিম, বাজী-খৰচি নহলে ছোৱালীবে ঘৰ কৰি কি সুখ হব !'

বৰ চাহাব এক মুহূৰ্ত থমকি ৰল। তাৰ পাচত কলে—'নদৰাম, তুমি সাচ্চা আদমি আছে। ভাটিৰামক আমি খালাচ দিব।'

# টুনী

## নগেন্দ্ৰ নাৰায়ণ চৌধুৰী

ভৈয়ামত গৰু মেলি দি নিজৰাৰ কুলু কুলু মাতত সুৰ মিলাই টুনীয়ে যেতিয়া আপোন মনে গীত গাই পানীৰ সোঁত জপিয়াই জপিয়াই, কেতিয়াবা শিলত আচাৰ খাই গুচি যোৱা চাব ধৰিছিল তেতিয়া পাছ ফালৰ পৰা বাংখঙে তাইৰ দুই চকু ঢাকি ধৰিলে। তাই তাৰ হাতত ধৰি ভুল নাম কলে—"থাংৰিং।"

শুনি বাংখঙৰ মুখখন কলা পৰিল—টুনীৰ চকু এৰি দিলে। থাংৰিং যে তাৰ প্ৰেমৰ প্ৰতিদ্বন্দ্বী ! তাইক আপোন কৰি লোৱা পক্ষে ঘোৰতৰ অন্তৰায়। সি একো নামাতিলে। চকু খোলা পাই টুনীয়ে দেখিলে থাংৰিং নহয় বাংখংহে। হাহিঁ কলে "ও তইহে, কিয় আহিছ ?"

বাংখঙে এটা হুমুনিয়াহ কাঢ়ি কলে—"কিয় আহিছোঁ তোক কেনেকৈ বুজাম টুনী—কিয় আহিছোঁ। এই বুকুখন ফালি চা টুনী···" কথাষাৰ শেষ নৌহওঁতেই টুনীয়ে মুখখন বেকা কৰি কলে "কিনো সদায় এনে কথাকে কৈ থাক অ, ভাল নালাগে। বহি এটা গীতকে গা।"

বাংখং তাইৰ ওচৰতে বহিল ! তাই মুখৰ ফালে চাই সি কলে—"তয়ে গাচোন বাৰু কি গাইছিলি।"

টুনীয়ে মিচিকিয়া হাহি মাৰি কব খুজিছিল, এনেতে থাংৰিঙক দেখি কলে—"সৌৱা থাংৰিং আহিছে।"

থাংৰিঙৰ হাতত এথোপা ফুল। ওচৰলৈ আহি সি টুনীক ফুলথোপা উপহাৰ দিলে। তাই মহা ৰঙেৰে থোপাত গুজিলে, কাণত পিন্ধিলে আৰু কেইটামান হাতত লৈ সুঙিব ধৰিলে।

তাকে দেখি বাংখঙৰ অন্তৰ পুৰা যেন লাগিল। অলপ পৰ থাকি সি কলে—"এইবোৰ ফুলৰ গোন্ধ ভাল নহয়। মই ভাল ফুল লৈ আহোঁগৈ।"

কথাৰ লগে লগে সি পাহাৰৰ ওপৰলৈ গ'ল। কিবা এবিধ ফুলৰ গছ এজোপাত উঠিবলৈ গৈ মৰাত কৰি ডাল ভাগি পৰিল। পৰাৰ শব্দৰ

লগত "অঁ অঁ" কৰি উঠিল। "টুনীয়ে আই ঐ দেহি কিবা হল ঐ" বুলি কৈ শব্দ অনুসৰি লৰ মাৰিলে। ওচৰলৈ গৈ দেখিবলৈ পালে বাংখং অজ্ঞান হৈ পৰি আছে। থাংৰিঙে সৈতে দুয়ো ধৰা ধৰিকৈ তাক নিজৰাব ওচৰলৈ আনি তাৰ মূৰত পানী দিবলৈ ধৰিলে। থু দি বুকুখন ডলি দিবলৈ ধৰিলে কিছু পৰৰ পিছত তাৰ জ্ঞানৰ সঞ্চাৰ হ'ল দেখি টুনীয়ে বং পালে। তাইৰ নিমিত্তে ফুল আনিবলৈ গৈ এই কাণ্ড।

বাংখংওৰ হাতত ধৰি টুনীয়ে কলে—"কত দুখ পাইছ অ?" বাংখঙে তাইৰ হাতখন ধৰি টানি নি নিজৰ বাওঁ পাজৰত দেখুৱাই দিলে। পিছত তাইৰ হাতখন নিজৰ বুকুত লৈ ধৰি থাকিল। টুনীয়ে আন হাতেৰে তাৰ কপালত আউলি-জাউলি হৈ থকা চুলি বিলাক গুচাই দিবলৈ ধৰিলে। বাংখঙৰ সকলো যন্ত্ৰণাৰ ভিতৰত টুনীৰ এনে মৰমিয়াল হাতৰ স্পৰ্শত দুই চকুৰে আনন্দৰ অশ্ৰু কেইটুপিমান ববলৈ ধৰিলে।

এই দৃশ্য থাংৰিঙৰ ভাল নালাগিছিল। সি টুনীক মাতি দেখুৱালে "সৌৱা চা, তোৰ গৰু বিলাক কোন ফাললৈ যাব ধৰিছে।"

টুনীয়ে চাই কলে—"তয়ে যা ঘূৰাই লৈ আহগৈ।"

থাংৰিঙে ভাবিছিল তাই বাংখঙক এৰি তাৰ লগতে গৰু ঘূৰাবলৈ যাব, কিন্তু সি হৈ নুঠিল দেখি মনত দুখ কৰি ভৈয়ামলৈ নামি গ'ল।

২

আজি আকৌ টুনী আৰু থাংৰিঙৰ গৰু চৰোৱাৰ পালা পৰিছে। বৰগছৰ তলত গৰুবাথান। দুপৰীয়া গৰুবিলাকক ছাঁত লৈ গৈ দুয়ো গছৰ গুৰিতে বহিল। অবসৰ পাই থাংৰিঙে আৰম্ভ কৰিলে "টুনী? তোক পালে মোক আৰু একোকে নালাগে; কিন্তু তই মোৰ দুখ নুবুজ।"

টুনীয়ে অলপ ব্যগ্ৰ হৈ সুধিলে "তোৰ কোন দুখ মই নুবুজো!"

থাংৰিঙ—"বাংখঙৰ লগত তই ফুৰ কিয়! তেনেকৈ তোক ফুৰা দেখিলে মোৰ বৰ বেয়া লাগে।"

টুনী—"ফুৰিলেনো কি হব পাৰে? তাত বেয়া পাবৰ কি কাৰণ আছে—?"



থাংৰিং—"কাৰণ থাকক নাথাকক তই তেনেকৈ নুফুৰিবি দে।"

টুনী—"কিয় নুফুৰিম? লাগক তোৰ বেয়া।"

টুনীৰ কথা শুনি থাংৰিঙৰ চকুযুৰি ছলছলীয়া হ'ল। সি এটা হুমুনিয়াহ কাঢ়িলে। দেখি টুনীয়ে তাৰ হাতত ধৰি কলে—"কিয় তেনেখন কৰিছ তই? ক' কি কৰিলে ভাল লাগে বাৰু তাকে কৰিম। নুফুৰোঁ আৰু তাৰ লগত।"

টুনীৰ কথা শুনি থাংৰিং আশ্বস্ত হ'ল। মনৰ আনন্দত তাৰ কলা পৰা মুখত আকৌ বং বিৰিঙিল। তাই হাত দুখনত ধৰি প্ৰেমেৰে ভৰপূৰ অন্তৰৰ এটি স্নিগ্ধ দৃষ্টিৰে তাইৰ মুখৰ ফালে চাই ৰ'ল। তাকে দেখি টুনীয়ে হাঁহি কলে—"সদায় মুখৰ ফালে এনেকৈ চাই থাকিবলৈ কি ভাল পাৱ? তাতকৈ নহয় এটা গীতকে গা, নাইবা বাঁহীটোকে বজা।"

থাংৰিং—"মই বজাওঁ তই গা" বুলি কৈ পাছফালে ককালত গুজি থোৱা বাঁহীটো উলিয়াই মূৰ হলাই হলাই বজাবলৈ ধৰিলে। প্ৰকৃতি-প্ৰসন্ন মন, প্ৰাণ ভৰপূৰ। নানাবিধ পৰ্ব্বতীয়া চৰাইৰ সুললিত মাতত দিগন্ত মুখৰিত। নিজৰাৰ জৰ্ জৰ্ শব্দৰ লগত 'দেৱঘন্টা'ৰ (এবিধ পোক) টিং টিং ৰিং ৰিং ধ্বনি উঠি এটি স্বৰ্গীয় মাধুৰী আনি মৰ্ত্ত্যত বিলাইছে। এনেতে এটি বিঘিনি উপস্থিত হৈ সকলো উলটি গ'ল। এটা চিতাবাঘ আহি পালৰ মাজৰ পৰা দামুৰি এটাক ধৰিলে। বাঘৰ গাজনি, দামুৰিটোৰ চিঞৰ-বাখৰ আৰু গৰু পালৰ বিপদ-সূচক এক বেবনিয়ে যেন এটা মহাপ্ৰলয়ৰ সৃষ্টি কৰিলে। থাংৰিং আৰু টুনীয়ে "হুউ" "হুউ" বুলি বাঘ খেদিব ধৰিলে। বাঘে কিন্তু একোলৈকে গ্ৰাহ্য নকৰি দামুৰিটো লৈ হাবিৰ মাজত সোমাল। থাংৰিঙে আতংকত দৌৰি ফুৰা গৰুবিলাকক খেদি এঠাইত কৰিবলৈ ধৰিলে। এই কামত পলম হলে গৰুবিলাকৰ স্বভাৱমতে সকলোবিলাকে গোট খাই বাঘ মাৰিবলৈ বুলি হাবিত সোমাব। আৰু তেতিয়া এটা বাঘে এদিনতে একে ঠাইতে বহুত গৰু মাৰিবলৈ সুচল পাব।

বাংখঙে বিলত মাছ মাৰিবলৈ বুলি যাব ধৰিছিল। বাটতে টুনীক এনে ব্যস্ত-সমস্ত হৈ আহিবলৈ দেখি কাৰণ কি সুধিলে। টুনীৰ মুখত বাঘে গৰু ধৰাৰ কথা শুনি হাতত থকা শিঙাডাল শংখ বজোৱাৰ দৰে টু-টু-টু টু-টু-টু কৰি বজাবলৈ ধৰিলে। সেই শব্দ শুনা মাত্ৰকে গাঞা সকলে নিজ নিজ খাপৰ, যাঠী প্ৰভৃতি লৈ লৰ দিলে। টুনী আৰু বাংখঙো আগবাঢ়ি গ'ল। সিহতৰ

মুখত বিস্তাৰিত বিৱৰণ শুনি সকলোৱে জাল জৰী লৈ বাঘ থকা হাবিখনৰ চাৰিও ফালে জাল দি বেঢ়িলে! আন আন মানুহৰ লগত টুনীও বাঘ খেদিবলৈ হাবিত সোমাল। তাইৰ লগে লগে থাকিল বাংখং।

বাঘ মৰা পৰিল। বাংখং আৰু টুনীয়ে আন মানুহৰ লগতে হাবিৰ পৰা ওলাই আহিল। যিবিলাক অলপ আতৰত আছিল সিবিলাকক দুয়ো বাঘৰ চিঞৰ আৰু বনৰ মূৰত মৰণ-কামোৰ দিয়া কথা অথাই বেথাই কব ধৰিলে।

থাংৰিঙে দেখিলে এই সুযোগতে বাংখঙে টুনীৰ ওচৰে ওচৰে ফুৰিছে। তাৰ অন্তৰে অন্তৰে মহা খং উঠিল। সি কিমান বাৰ টুনীক বাংখঙৰ পৰা আঁতৰ হবলৈ চকুৰে ইংগিত কৰিলে, কিন্তু টুনীয়ে তালৈ লক্ষ্য কৰা দূৰৰ কথা, তাৰ ফাললৈ নোচোৱাই হ'ল।

৩

থাংৰিঙে এই ঘটনাত অন্তৰত বৰ আঘাত পালে। পোন প্ৰথমে তাৰ মহা খং উঠিছিল; কিন্তু প্ৰতিশোধ লব নোৱাৰি খং ক্ৰমে দুখ বেজাৰত পৰিণত হ'ল। এবাৰ মনে মনে থিৰ কৰিলে সি আৰু তাইৰ লগত কোনো সম্বন্ধ নাৰাখিব। কিন্তু ডেকাকলীয়া প্ৰবৃত্তিয়ে তাইক পাবৰ আগ্ৰহ বঢ়াই তুলিলে।

টুনীয়ে যেতিয়া গৰু নিবলৈ পথাৰ ওলাল তেতিয়া বাংখং তাইৰ লগত অহা দেখি থাংৰিঙৰ অন্তৰত প্ৰতিহিংসাৰ জুই জ্বলিবলৈ ধৰিলে। টুনীয়ে একোলৈকে লক্ষ্য নকৰি থাংৰিঙক মাতিবলৈ ধৰিলে, কিন্তু সি নিৰুত্তৰ। তাইৰ ওপৰত অভিমানে তাৰ মুখখন ডাৱৰে ঢকা বতৰৰ নিচিনা কৰিলে। টুনী সিবোৰৰ একো তত ধৰিব নোৱাৰি আগৰ নিচিনাকৈ তাক মাতি কলে—"সৌ গৰুজনী ঘূৰাই লৈ আহগৈ।

থাৰিং নগ'ল দেখি টুনীয়ে বাংখঙৰ মুখৰ ফালে চালে। তাৰ গৰু চৰোৱাৰ পালা নহলেও টুনীৰ মনৰ ভাৱ বুজিব পাৰি গৰু ঘূৰাবলৈ লৰ মাৰিলে। থাংৰিঙে আৰু সহি থাকিব নোৱাৰি চিঞৰি কলে—"নাযাবি।" তোৰ গৰু-পালা নহয়।" কিন্তু বাংখঙে সি কথা গ্ৰাহ্য নকৰিলে। তাকে দেখি থাংৰিঙেও সেই ফাললৈ লৰ দিলে। গৰুজনীৰ ওচৰ পাই একো মাত



বোল নোহোৱাকৈ বাংখঙৰ মূৰত মাৰিডালেৰে একোৱ দিলে বহাই। ভাগ্য ভাল গতিকে বাংখঙে মাৰিডাল আঁতৰাই দিলে। নহলে তাৰ মূৰ ফালি গ'লহেঁতেন। হঠাৎ অক্ৰান্ত হৈ বাংখং মস্কিলত পৰিল। থাংৰিঙে আকৌ বাংখঙক কোবাবলৈ মাৰিডাল তুলোতে সি লৰ মাৰি আঁতৰি গৈ পথাৰত পৰি থকা কাঠ এডোখৰ তুলি লৈ দলি মাৰিবলৈ সাজু হ'ল।

টুনীয়ে থাংৰিঙক লৰ মাৰা দেখি গৰু ঘূৰাবলৈ যায় বুলি ভাৱিছিল। কিন্তু গৰু এৰি বাংখঙক কোবোৱা দেখি আচৰিত হ'ল। তাই লৰি গৈ বাংখঙৰ ওচৰ চাপি থাংৰিঙক গালি পাৰিবলৈ ধৰিলে। কাৰণ আজি থাংৰিঙৰ অবাধ্যতাৰ বাবে আৰু তাইক সহায় কৰোঁতাক অন্যায় অপমান কৰা দেখি তাৰ ওপৰত টুনীৰ খং উঠিছিল।

বাংখঙৰ হাতত কাঠৰ দলি দেখি থাংৰিঙৰ আৰু আগবাঢ়িবৰ সাহ নহল।

* * * *

তিনিও গৰু লৈ ঘৰমুৱা হ'ল। বাটত কোনেও কাকো নামাতিলে।

৪

বাংখঙে এটি টুনী চৰাইৰ পোৱালি আনি টুনীক উপহাৰ দিছে। একোকে নাখায়। দুয়ো ফৰিং ধৰি খুৱাবৰ চেষ্টা কৰিছে। ভাল ভাল চাই ফুল আনি তাৰ মৌ উলিয়াই চৰাই পোৱালীটোৰ মুখ মেলি খুৱাই দিব ধৰিছে। মুখৰ ভিতৰ সোমাই দিয়াত অৱশ্যে গিলে কিন্তু খাবৰ বৰ আগ্ৰহ নেদেখি টুনী অস্থিৰ হৈ উঠিল। মাতৃত্ব তিৰোতা জাতিৰ স্বভাৱজ গুণ বুলিয়ে হ'ক নাইবা আন কোনো কাৰণতে হ'ক টুনীয়ে চৰাইৰ পোৱালিটোক এবাৰ বুকুত এবাৰ গলত চুৱাবলৈ ধৰিলে আৰু নানা মৰমিয়াল মাতেৰে চৰাইটোৰ গাত হাত বুলাই দিবলৈ ধৰিলে। পোৱালিটোৱে কিন্তু চকু মুদি কান্দে মাথোঁ। এই মৰমৰ জীৱটোক জীয়াই ৰাখিবলৈ তাইৰ সহায়কাৰী বাংখঙৰ ওপৰত নিৰ্ভৰ কৰিব লগীয়া হ'ল। বাংখং যিফালে যায় তায়ো পাছে পাছে ফুৰিবলৈ ধৰিলে। আকৌ সিও ঘূৰি পকি টুনীৰ ওচৰকে চাপিব ধৰিলে।

থাংৰিঙে সকলো দেখিলে। টুনী আজি কি কাৰণত তাৰ ওপৰত বিমুখ

সি একো বুজিব নোৱাৰিলে। মনৰ দুখত সি শুই পৰিল আৰু অলপ পৰৰ পিছত আকৌ উঠিল। হাবিৰ পৰা এটা বুলবুলি চৰাইৰ পোৱালি ধৰি আনি টুনী আৰু বাংখং বহি থকা ঠাইৰ পৰা অলপ আঁতৰত বহি ফৰিং খুৱাবলৈ ধৰিলে। টুনীয়ে দেখিলে। কিন্তু তাই নিজৰ চৰাইৰ পোৱালীটোক লৈ বৰ ব্যস্ত আছিল। সিফালে মন দিব নোৱাৰিলে। থাংবিঙে সুধিলে—"কাক লাগে চৰাইৰ পোৱালি ?

এইবাৰো কোনেও একো উত্তৰ নিদিলে দেখি থাংবিঙে তাৰ পৰা অলপ আঁতৰলৈ গৈ গছৰ তলত বহি বাঁহীত তাৰ বিষাদপূৰ্ণ কৰুণ সুৰ তুলিলে। কিন্তু আজি টুনীৰ হৃদয়ৰ তাঁৰ অলপ বেসুৰা হৈছিল গতিকে তাত কোনো কপনি নুঠিল। থাংবিঙে আৰু কি কৰিব। লাহে লাহে চৰাইৰ পোৱালিটো লৈ ঘৰমুৱা হ'ল।

৫

বহুত চেষ্টাতো চৰাইৰ পোৱালিটোক জীয়াব নোৱাৰি টুনীয়ে চকুলো টুকিলে। তেতিয়া গধূলি। বাংখঙে কলে—"নাকান্দিবি ঐ, মই কালিলৈ আন এটা পোৱালি বিচাৰি আনি দিম।" টুনীৰ ইমান পলম কৰিবৰ ইচ্ছা নাই। তাইৰ উদ্বেলিত মনমে এটা অবলম্বন বিচাৰে। টুনীয়ে বাংখঙক এৰি থাংবিংহঁতৰ ঘৰ বুলি লৰ দিলে। দুৱাৰ মুখত গৈ তাই মাতিলে "থাংবিং, ও থাংবিং, চৰাইৰ পোৱালি দিবি বোলে, দে মোক, মই পুহিম।"

হেৰোৱা ধন আকৌ পাই থাংবিঙৰ গাত ত'ত আহিল। কিন্তু অভিমানে আহি তাক আগুৰি ধৰিলে। সি একো নামাতিলে। টুনীয়ে একো উত্তৰ নাপাই আকৌ সুধিলে—"অ থাংবিং পোৱালি কাক লাগে বুলি সুধিছিলি দেখোন ? দিবি যদি দে।"

ইবাৰো অভিমানী ডেকা নিৰুত্তৰ। টুনীয়ে বুজি পালে থাংবিঙে খং কৰিছে। তাইক পোৱালিটো নিদিব। কাৰণ তাই আজি ওৰে দিনটো তাৰ বাধা নামানি বাংখঙৰ লগত ফুৰিছে। নিশ্চিত পাবৰ আশাত নিৰাশ হৈ তাই মনে মনে লাজ পাই ঘৰ বুলি যাব ধৰিলে। তাইক গুচি যোৱা দেখি থাংবিঙৰ



হুচ হ'ল। হাতত পোৱা ধন আকৌ হেৰায় হবলা। সি বেগাই ঘৰৰ পৰা ওলাই গৈ মাজ বাটত টুনীৰ হাতত ধৰিলে। টুনী থিয় হ'ল। কিন্তু মাত নিদিয়াকৈ হাত জোকাৰিলে। পিছত কলে—"হাতত ধৰিব আহিছ কিয় ?"

থাংবিঙে উত্তৰ দিয়াৰ আগতে বাংখং আহি আন ফালৰ পৰা এখন হাত টানি ধৰিলে। তাকে দেখি আকৌ থাংবিঙে আনখন হাতত ধৰি টানিব ধৰিলে। তাই খং কৰি দুয়োকো "এৰি দে" "এৰি দে" বুলি গালি পাৰিবলৈ ধৰিলে। এনেতে ভন্দৰা চিপাহী গাওঁত উপস্থিত হৈ দুই ডেকাৰ কাণ্ড দেখি ধমকালে। বাধ্য হৈ দুয়ো টুনীৰ হাত এৰি দিলে।

৬

ভন্দৰা চিপাহী গাওঁৰে এজন ডেকা। তুৰা পাহাৰত সামৰিক পুলিচৰ কাম কৰে। এমাহৰ ছুটী লৈ ঘৰলৈ আহিছে। তাক পাই গাওঁৰ ডেকা-বুঢ়া, লৰা ছোৱালী সকলোৰে মহা আনন্দ। চিপাহীৰ চাকৰি ইহতঁৰ এটি লোভনীয় বস্তু। তাত গাওঁৰ ভিতৰত মান সন্মান বহুত। তাৰ বাহিৰেও ভন্দৰাই নানা ঠাই ফুৰা মানুহ। নানান বাবু, নানান চাহাবৰ কথা, ৰেলগাৰী জাহাজ প্ৰভৃতিৰ কথা সচাঁই মিছাই ভন্দৰাই এনে ভাবে বৰ্ণাব পাৰিছিল যে সকলোৰে অবাক হৈ মুখ মেলি তাৰ কথা অতি আগ্ৰহেৰে শুনিছিল।

টুনীৰ কথা কবই নালাগে। ওৰে দিনটো তাই এই ভন্দৰাৰ লগতে।

* * * *

দেখি শুনি থাংবিং আৰু বাংখং দুয়োৰো অন্তৰ পুৰি দেই ছাই হবলৈ ধৰিলে। দুয়ো সমফল ভোগী বুলি হতাশ অন্তৰেৰে একে ঠাইত বহি চিপাহী চাকৰিৰ প্ৰয়োজনীয়তা সম্বন্ধে আলোচনা কৰিবলৈ ধৰিলে। দুয়ো ঠিক কৰিলে মাক বাপেকে নিদিলেও পলাই চিপাহী চাকৰি কৰিবলৈ যাব।

৭

থাংৰিঙৰ বাপেকে দেখিলে পুতেক মনমৰা হৈ ৰৈছে। অনুমানতে বুজিলে টুনীৰ নিমিত্তেই তাৰ এই দশা। পলম নকৰি তাইক বোৱাৰীৰূপে পাবৰ কাৰণে সিহঁতৰ জাতীয় প্ৰথা মতে কেইজনমান মানুহ লৈ জোৰকৈ ছোৱালীজনীৰ মূৰত তেলপানী দিলে। সেই মুহূৰ্ত্ততে দুয়ো দলৰ ভিতৰত বিষম মৰিয়ামৰি লাগিল। কাৰো হাত ভাগিল, কাৰো ভৰি ভাগিল, কাৰো দাঁত। কাৰোবা নাক ফাটি তেজ ওলাবলৈ ধৰিলে। এনেতে ভন্দৰা চিপাহী মাজত সোমাই যুঁজ থমাই দিলে। দৰা পক্ষই কবলৈ ধৰিলে ছোৱালীৰ মূৰত তেল দিয়া হৈছে যেতিয়া থাংৰিঙৰ লগত বিয়া দিবই লাগিব।" বাংখঙৰ দেউতাকে নিজ পুতেকৰ মন বুজি কইনাৰ পক্ষ হৈ জবাব দিলে—"ছোৱালী দিয়া নহয়।" বৰ পক্ষে আপত্তি কৰিলে—"তেনেহলে এনেই মাৰ খোৱা হ'ল নেকি ?"

ভন্দৰা মধ্যস্থ হৈ কলে—"আজি কালি আৰু সেই পুৰণি নিয়ম নচলিব। ছোৱালীৰ মাক বাপেক আৰু ছোৱালীক সুধিব লাগিব এই বিষয়ত মত আছে নে নাই। জোৰ জুলুম নচলিব। বৰ্ত্তমানৰ সকলো কিল খোৱা কষ্ট এনেই গ'ল।"

৮

গাওঁৰ সকলো মানুহ আৰু গাওঁবুঢ়াৰ ওপৰতো ভন্দৰাৰ অধিপত্য দেখি অকল টুনীয়ে নহয় গাওঁৰ তিৰোতা মাত্ৰৰে ভন্দৰা সন্মানৰ পাত্ৰ হৈ উঠিল। টুনীয়ে মাকৰ আগত কলে—"বাংখং আৰু থাংৰিঙৰ যেয়ে এই ভন্দৰাৰ দৰে চিপাহী হৈ আহিব পাৰিব তাই তাৰ লগতে বিয়াত বহিব।"

চিপাহী চাকৰিৰ কাৰণে বাংখং আৰু থাংৰিঙে আগৰ পৰাই ভাবি আছিল। টুনীৰ মনৰ কথা জানিব পাৰি দুয়ো ঘৰৰ পৰা গুচি গ'ল। যোৱাৰ আগতে



দুয়ো বেলেগে টুনীক লগ ধৰি উভতি নহালৈকে তাই যেন কাকো বিয়া নকৰায় বুলি শপত দি থৈ বিদায় ললে।

টুনীও তাইৰ ছোৱালী কালৰ এই দুই সহচৰক চিপাহী হবলৈ যোৱা দেখি মহা ৰং পালে। ঘৰৰ কোনেও একো নজনাকৈ দুয়োজনকে তাইৰ নিজ হাতে বোৱা একোখনকৈ ফুলাম গামোচা আনি দিলে। সিহঁতৰ বিদায় পৰত চকুপানী দেখি টুনীৰো চকুলো বৈ পৰিল। মনটো তাইৰ কেনেবা কেনেবা কৰিবলৈ ধৰিলে। ঘৰলৈ গৈ ঢাৰিপাটীত পৰি থাকিল।

৯

আজি ছোৱালীবিলাক নাচিবৰ কথা। সকলোৱে আহি উপস্থিত। নাই ওলোৱা আহি অকল প্ৰধান নাচনী টুনী। কেইজনীমান ছোৱালীয়ে মাতি আনিবলৈ—গৈ দেখিলে টুনীয়ে কান্দিছে। তাইৰ গা ভাল নহয় বুলি ছোৱালীহঁতক বিদায় দিলে।

উৎসৱৰ অনুষ্ঠাতা ভন্দৰা চিপাহীয়ে দেখিলে টুনী নানাচিলে তাৰ টকা পইচাৰ খৰচ অথলে যাব। তাইৰ সদায় হাঁহি লাগি থকা মুখখনি, ভৰপূৰ গা, সুঠাম হাত দুখনি আৰু ক্ষীণ কঁকাল খনিৰে হালি জালি যেতিয়া এ-হাতেৰে ঢাল আৰু আন হাতেৰে তৰোৱাল লৈ নাচিব তেতিয়া যে মৰ্ত্ত্যত পাৰিজাত ফুলিব—মন্দাকিনী বব।

ভন্দৰাই নিজে তাইক মাতিবলৈ আহিল। মাত শুনি তাই চকু মোহাৰি ঘৰৰ পৰা ওলাল। আৰু পলম নকৰি তাৰ লগতে নাচৰ ঠাইত আহি হাজিৰ হ'ল।

মাদল, শিঙা, বাঁহীৰ বোল উঠিছে। সকলো তিৰোতাই ঢাল তৰোৱাল লৈ নাচিব লাগিছে। টুনীৰ অন্তৰত তাৰ লয় আৰু তালে মত্ততা আনি দিলে। থাংৰিং আৰু বাংখঙৰ বিদায়-কাতৰ মুখৰ স্মৃতি কৰবাত লোপ পালে। ঢাল, তৰোৱাল লৈ শাৰীবন্ধা সকলো তিৰোতাৰ আগত গৈ তাই থিয় হ'ল। স্নেহৰ প্ৰতিমূৰ্ত্তি এই সুঠাম নাৰীৰ হাতত চোকা ধাৰৰ তৰোৱাল—কোমল কঠিনৰ সমাবেশ, ই এক অপূৰ্ব দৃশ্য। ভন্দৰাই প্ৰাণ ভৰি তাইৰ

ললিত নৃত্য চাবলৈ ধৰিলে। মনত ভাব আহিল এই ৰমণী যাৰ অংকশায়িনী হব, সি কিমান ভাগ্যবান।

নাচ থামিলত ভন্দৰাই গৈ এক "বেবেক' (লাওটোকোবা) মদ টুনীৰ হাতত দিলে। তাই আকণ্ঠ পান কৰি মধুৰ কটাক্ষ পাত কৰি ভন্দৰাক ধন্য কৰিলে। ভন্দৰা থিৰেৰে থাকিব নোৱাৰি তাইৰ হাতত ধৰি কলে—"মই তোত মন খাইছোঁ।"

টুনীয়ে লাহেকৈ হাত গুচাই লৈ মিচিকিয়া হাহিৰে উত্তৰ দিলে—"মিছা কৈছ? কিয় মোত মন খাবি?"

ডেকা চিপাহীয়ে কাতৰ হৈ কলে—"মিছা নহয়, ওপৰত ভগবান আছে মই শপত খাই কৈছোঁ তোক পালে মই বিয়া কৰাম।"

টুনীৰ মুখখন ৰঙা পৰি উঠিল; কিন্তু একো নামাতিলে।

১০

সকলোৰে মত লৈ বিয়াৰ ঠিক হ'ল। এই বিয়াৰ প্ৰস্তাৱত গাওঁৰ সকলোৱে ভাল পালে। টুনীয়ে যে উলাহতে নাচি ফুৰিছে। গাওঁৰ আন গাভৰু ছোৱালীবিলাকৰ মনত হিংসা হবলৈ ধৰিলে। দুই দিন পিছতে এখন হাট আছে। সেই হাট খাই অৰ্থাৎ বিয়াৰ বস্তু বাহানি কিনি আহিলে তাৰ পিছতে বিয়া। চাউল সিজাই ডাঙৰ ডাঙৰ 'জোঙা' ভৰাই মদ পতা হৈছে। টুনীয়ে তাইৰ পিন্ধা পাতনি বৈ অতাইছে। আন সকলো ঠিক।

* * * *

হাটৰ পৰা যি অলপ অচৰপ বস্তু আনিব লগীয়া আছিল তাক আনিবলৈ দুয়ো পক্ষৰে মানুহ গৈছে। গাওঁৰ 'বিট'ৰ ডাক পিয়নে টুনীৰ বাপেকক লগ পাই তাৰ 'কেৰাৱত' বাংখঙে টুনীৰ নামে পঠোৱা এটা পাছে'ল দি গ'ল।

* * * *

টুনীয়ে খুলি চালে। এখন ৰুমাল আৰু এচিচা গোন্ধ তেল। তাইৰ মহা আনন্দ, সকলোকে দেখুৱাই ফুৰিলে। যেতিয়া বিয়াৰ বাজনা বাজিল তেতিয়াহে তাইৰ হুচ হ'ল। তাই কি সৰ্ব্বনাশ কৰিবলৈ ধৰিছে, মাকৰ আগত কলে—"আইতা মই ভন্দৰাক বিয়া নকৰাওঁ।"



মাক বাপেক দুয়ো শুনি আচৰিত। দুয়ো ৰং কৰি কবলৈ ধৰিলে—"তোৰ ইচ্ছাই ইচ্ছা নেকি? বিয়া নকৰাহে যদি আগেয়ে কৰাবি বুলি কৈছিলি কিয়?"

ভন্দৰাইও শুনি ভয় দেখুৱালে। ইমান আগবাঢ়ি বিয়া নকৰালে গোটেই গোষ্ঠীকে ফাটেকত দিব। জোৰ কৰি বিয়াও কৰাব।

টুনীয়ে এতিয়াহে অবস্থাৰ গুৰুত্ব বুজি পালে। হাঁয়! হাঁয়! তাই কিয় ভান্দৰাৰ কথাত মান্তি হৈছিল! ইতো থাংৰিং নাইবা বাংখং নহয় যে যেতিয়া যিহকে ইচ্ছা তাই কৰিব পাৰিব। অকল সেয়ে নহয়—তাই যে শপত খাইছিল বাংখংহতঁৰ নিমিত্তে কটাব বুলি। এতিয়া উপায় কি?

কেইজনীমান ছোৱালীয়ে চিপাহী দৰা ধৰিবৰ বাবে জিলালৈ যাবলৈ কথা-বাৰ্তা হৈছে টুনীয়েও গৈ সিহঁতৰ লগত যোগ দিলে আৰু পাৰে যদি আজি ৰাতিতে ঘৰ এৰিলে ভাল হব বুলি কলে।

টুনীক লগত পাই গাভৰু কেইজনীয়ে ভাল পালে, কাৰণ লগৰীয়া বাঢ়িল। আকৌ টুনীৰ বাবে বাংখঙৰ ওচৰতে আশ্ৰয় পাবও পাৰে।

* * * *

ৰাতি যেতিয়া সকলো টোপনিত অচেতন তেতিয়া ছোৱালীহঁত সাৱক-সুৰে ঘৰৰ পৰা ওলাই গৈ নিৰ্দিষ্ট ঠাইত গোট খালে। কিন্তু টুনীৰ ওলোৱাত অলপ পলম হ'ল। কাৰণ বিয়াৰ ঘৰত কাম বনৰ পলম হয়। তাই যেতিয়া নিৰ্দ্দিষ্ট ঠাইত উপস্থিত হ'লগৈ তেতিয়া হঠাৎ থাংৰিং আহি আগত ওলাল। সি টুনীৰ বিৰহ সহিব নোৱাৰি জিলাৰ পৰা গুচি আহি গধুলি ঘৰ পাইছিলহি। টুনীৰ বিয়াৰ কথা শুনি তাইক এবাৰ লুকাই লগ পাবলৈ তাইৰ ঘৰৰ ওচৰত এই ৰাতি উপস্থিত হৈছিল। টুনী কাপোৰ-কানি লৈ ওলোৱা দেখি কাণ্ড কি তাক চাবৰ বাবে সি লুকাই আছিল। পাছে পাছে আহি সি তাইৰ লগ ধৰিলে। তাক দেখি টুনীয়ে যেন হাত মেলি সৰগ পালে।

সকলোৰে বাওণা হব, এনেতে পাছৰ পৰা কোনোবাই মাতিলে—'হল্ট হুকুমদাৰ'। সকলোৰে আচৰিত হ'ল—ই ভন্দৰা চিপাহী। নিজ অভ্যাস মতে সি চৰকাৰী 'বুলি' ধৰিছে; এটা অফুট শব্দ কৰি ছোৱালী বিলাকে যেয়ে যিফালে পালে লৰ দিলে। টুনী চিঞৰি উঠি থাংৰিঙক সাৱটি ধৰি অজ্ঞান হ'ল।

# কেৰাণীৰ কপাল

মহীচন্দ্ৰ বৰা

লেলাই থেন্দাই আৰু গোঁফ গজাই কিনাৰাম কাকতীয়ে যেতিয়া একেৰাহে তিনি বছৰ একেটা শ্ৰেণীতে আকোঁৰ গোজালি হৈ লাগিও কোনোমতে ওপৰ শ্ৰেণীলৈ উঠিব নোৱাৰি স্কুলৰ পৰা খেদা খালে, তেতিয়া তাত কোনো আচৰিত হোৱা নাছিল। সকলোৱে মাথোন কলে,—কিনাৰামে শ্ৰেণীত তিনি বছৰৰ বিৰুদ্ধ দখলৰ সুবিধা লৈ স্বত্ব সাব্যস্ত ক্ৰমে ম্যাদী পট্টা লভিবৰ উপক্ৰম কৰা নিতান্ত অন্যায় হৈছিল।

কিন্তু আচৰিত হ'ল সকলোটি, যেতিয়া শুনিলে সেই নোম নেগুৰ বৰ্জিত 'বেকিং' বিহীন কিনাৰাম কাছাৰীৰ 'পেইড্ প্ৰবেশ্যনাৰ' হৈ একে কোবেই তৌজী নবিছৰ কামত মকবল হ'ল।

নতুন বৰ চাহাবৰ হঠাৎ কিনাৰাম-প্ৰীতিৰ কাৰণ কি? চিৰস্তাদাৰৰ জেঠেৰিয়েক চন্দ্ৰধৰক নেওচি কিনাৰামে কি গুণত এই দুৰ্লভ কেৰাণী পদ লাভ কৰিলে? কাৰ বেকিঙৰ বলত কিনাৰাম ইমান উঠিল? ইত্যাদি আলোচনাত কাছাৰীৰ কেৰাণীসকল ব্যস্ত হ'ল। চিৰস্তাদাৰৰ দুৰ্ভাগ্যত সকলোটিয়ে সহানুভূতি দেখুৱাই ইজনে সিজনৰ চকুলৈ চোৱাচুই কৰিব ধৰিলে। কিন্তু কিনাৰামৰ কেৰাণী-পদ-প্ৰাপ্তিৰ কাৰণ কোনোৱে বুজিব নোৱাৰিলে।

দেখাত চিৰস্তাদাৰৰ সাচাকৈয়ে দুৰ্ভাগ্য। অসীম প্ৰতাপী চিৰস্তাদাৰৰ কোনো চেষ্টা বিফল হোৱা কাছাৰীৰ বুৰঞ্জীত বিৰল। চিৰস্তাদাৰৰ কথা যে কেতিয়াবা নৰজিব পাৰে সি কেৰাণী-কুলৰ স্বপ্নৰো অগোচৰ। তাতে সিদিনা মাথোঁ চিৰস্তাদাৰে কথাই কথাই প্ৰকাশ কৰিছিল নতুন বৰ চাহাবে তেওঁক কোনো কথা নোসোধাকৈ কলমেৰে এটা খোঁচেই নামাৰে। তেওঁ চাহাবৰ আগত দহ বুলিলে দহ, পাঁচ বুলিলে পাঁচ'। মুঠতে নতুন চাহাব তেওঁৰ হাতৰ মুঠিত।

চন্দ্ৰধৰক চিৰস্তাদাৰে আনি দুমাহে কাছাৰীৰ কামো শিকাইছিল। তাতে তেওঁ চিৰস্তাদাৰৰ তৃতীয় পক্ষৰ পত্নী সেউতীৰ ককায়েক। এনে অৱস্থাত



তেওঁ যে কাম নাপাব পাৰে তাক কোনোবাই ভাবিব পাৰেনে? এনে অঘটন কেতিয়াবা ঘটিব পাৰেনে?

কিন্তু এনে অঘটনো ঘটিল। নিৰ্বিকাৰ চিত্তে চিৰাস্তাদাৰে কেৰাণীকুলক মাথো কলে—,"কিনাৰাম মোৰ এজন বন্ধুৰ ল'ৰা। ঈশ্বৰৰ ইচ্ছাত মাউৰা ল'ৰাৰ তেও এটা দিহা লাগিল।"

তেওঁৰ এই উত্তৰত অৱশ্যে কোনেও সন্তোষ লাভ কৰিব নোৱাৰিলে। নাজিৰ নকুল চন্দ্ৰই চিৰস্তাদাৰে শুনাকৈ কলে,—"চিৰস্তাদাৰৰ চক্ৰতেই বোধ কৰোঁ মাউৰা কিনাৰাম পৰিল।"

## ২

কিনাৰামে যেতিয়া স্কুলৰ পৰা খেদা খাই নামকটা চিপাহী হৈ অনাই বনাই ফুৰিবলৈ ধৰিলে তেতিয়া তেওঁৰ বাপেকে তেওঁৰ মৰণৰ আগতে লৰাটিৰ এটি গতি লগাই থিতাপিকৈ থাপি থবলৈ খদমুদম্ লগাই দিলে। কিনাৰামৰ বিয়া হ'ল, বোৱাৰী জেউতিও আহিল। কিন্তু বুঢ়াইহে বেচি দিন বোৱা-ৰীৰ লালন পালন ভুগিবলৈ নাপালে। বিয়াৰ কিছুদিন পিচতে বুঢ়াই চকু মুদিলে।

গাৱঁত বুঢ়াৰ সম্পত্তিৰ পৰিমাণ আদি লৈ ফু-ফু-ফা-ফা হবলৈ ধৰিলে। কোনোৱে কলে,—"কম পক্ষেও বুঢ়াই পাঁচোটি হাজাৰ চিকাৰুপ থৈ নোযোৱাকৈ মৰা নাই।" কোনো জনে মন্তব্য প্ৰকাশ কৰিলে,—বুঢ়া যিহে বান্ধকানি, যিহে বাটেটোকা, নিশ্চয় দহ হাজাৰ টকা কিনাৰামলৈ ৰাখি থৈ গৈছে।" গাৱঁৰ গাওঁবুঢ়াই কলে,—"মৰিবৰ আগতে বুঢ়াই পোন্ধৰ হেজাৰ টকা কিনাৰামৰ হাতত দি গৈছে বুলি মোৰ আগত গুপুতে কৈ গৈছে।" গায়ন বৰাই গোঁফ শিয়ঁৰাই ন দি কলে,—"যদি কিনাৰামে কুৰি হাজাৰ টকাৰ এটা ফুটা কড়িও কম পায়, তেন্তে মই বোপাৰ পোৱেই নহওঁ।"

এদিন কিন্তু কিনাৰাম কিমান টকাৰ মালিক এই বিষয়ে নামঘৰত হোৱা তৰ্ক-বিতৰ্কত, বাক-বিতণ্ডাত খেল দুফাল হবৰেই উপক্ৰম হৈছিল। ভাগ্যে যেনিবা গায়ন বৰাৰ বুজনিত আৰু বুঢ়াৰ শ্ৰাদ্ধত ভূৰি ভোজনৰ সম্ভাৱনাত

খেল সেই যাত্ৰালৈ ৰক্ষা পৰিল। কিন্তু অনেকৰ হলে বুঢ়াৰ টকাৰ পৰিমাণৰ ভাৱনাত চকুৰ টোপনি হৰিল।

টকাই বোলে মানুহ টানে। যেতিয়া কিনাৰামৰ ধন-দৌলতৰ পৰিমাণ মানুহৰ মুখে মুখে বাঢ়ি গৈ এক ধৰিব নোৱাৰা, ভাবিব নোৱাৰা সংখ্যাত পৰিলগৈ তেতিয়া মাউৰা কিনাৰামৰ ইষ্ট বান্ধৱ, মিতিৰ কুটুমৰ সংখ্যা হঠাৎ বাঢ়ি উঠিল। শ্ৰাদ্ধলৈ বিনা নিমন্ত্ৰণে মাহী আহিল, মহা আহিল, পুত্ৰ-পুত্ৰী সমন্বিতে পেহা আহিল, পেহী আহিল। আনকি কিনাৰামে জন্মাৱধি নেদেখা আৰু নাম নুশুনা সকলো সপৰিবাৰে এটি নহয় এটি সম্বন্ধ লগাই কিনাৰামৰ ঘৰত হাজিৰ হৈ হেন্দোলদোপ লগাই দিলেহি। কিনাৰামৰ পিতৃবিয়োগত সকলোটিৰ হিয়া শোকত উথলি উঠিল। হুৰাওৱাও কান্দোনত গছৰ পাত সৰিল। লগে লগে কিনাৰামৰ আৰু তেওঁৰ বুঢ়া বাপেকৰ প্ৰশংসাত সকলোটিয়ে চতুৰ্মুখ ব্ৰহ্মাকো চেৰ পেলালে। মহাকে কলে,—"ঠিক কিনাৰাম এজন লেখৰ ল'ৰা—ভোলা পুৰুষ।" পেহাকে পেঘেনিয়াই কলে,—"বাঘৰ পোৱালি বাঘ নহৈ যায় কলৈ? চাই থাকিবা দিয়ন থোৰনত কিনাৰাম বোপাক এই অঞ্চলৰ কোনোৱে চেৰ পেলাব নোৱাৰে।"

ভিতৰৰ তিৰোতা সমাজত কিন্তু এনে ধৰণৰ আলোচনাই আৰু প্ৰবলাকাৰ ধাৰণ কৰিছিল আৰু তাৰ ফলত এদিন কিনাৰামৰ ঘৰত কুৰুক্ষেত্ৰৰ আগন্তুক মিলিছিল। সিদিনা খাই বৈ উঠি দুপৰীয়া তামোল ছালি খাবৰ সময়ত কথাই কথাই কিনাৰামৰ দূৰ সম্বন্ধীয় জেঠায়েকে জেউতিক ওচৰত বহুৱাই কলে,—" বোপাৰ বোৱাৰীৰ কথানো কম কি? ৰাম চাই সীতা, বিধাতাই যোৰ লগাই থৈছিল দেহি।" পেহীয়েকে কলে,—"মোৰ ওপৰতেই আইটীয়ে গোটেই ঘৰখনৰ ভাৰ পেলাই দিছে।" মাহীয়েকে তপৰাই মাত লগালে,—"মোক নো-সোধাকৈ কিন্তু বোৱাৰীয়ে কোনো কামতে হাত নিদিয়ে।" কিনাৰামে নজনা আৰু কাহানিও নেদেখা খুৰীয়েকে জেউতিৰ গালেমুখে হাত ফুৰাই কলে,— "গাত কথা নপৰা একেবাৰেই কুমলীয়া বোৱাৰী জনী মোৰ, সিদিনা বোপায়ে মোক মাতি নি মইনাক সোধাই দি কলে,—"খুৰী! তোমাৰ বাহিৰে মোৰ আপোন আছে কোন? বোৱাৰীয়েৰা নিচেই ভেলেকা। তোমাৰ হাততেই বোৱাৰীয়েৰাক গতালোঁ। নিজৰ জী বুলি চলাবা আৰু শৰাধত তিৰোতা মানুহক খুওৱা ধুওৱা কামত তুমিয়েই চকু দিবা। নহয়নে মইনা?" মইনা



অৰ্থাৎ জেউতিয়ে মুখ মেলিবলৈ নৌ পাওঁতেই হাত জোকাৰি বাহুত বাহুতকৈ কিনাৰামৰ মাহীয়েকৰ সাতিনীয়েকৰ জীয়েক সৰিতাই কৈ উঠিল,— "এই আটাইবোৰ উচটাই জোলখোৱা। বোপাৰ ঘৰত পেট পুহিবলৈ আহিছে। ধুহি মুহি বোপাৰ পৰা সৰকাব পাৰিলেই ভাল। আইকণ, মই কৈছোঁ এই বোৰক এতিয়াই পঠাই দিয়া। নহলে তোমাক আৰু বোপাক ইহঁতে খুলি খুলি খাব।"

"হয়েঁ-বেটী ৰাউমুই, কলি কি? তোৰ বাপেৰৰ ঘৰত খাবলৈ আহিছো নে? গৰুৰাগালীৰ কথা শুন। পাৰোঁতেনো জীয়া বাঁৰী হৈ···" বুলি কিনাৰামৰ মাহী, পেহী, খুৰী. জেঠাই বোৰে একেবাৰে উঠি সৰিতাৰ ফাললৈ চোঁচা ললে। ভাগ্যে গাৱঁৰ গায়ন বৰা আদি দলবল লৈ কিনাৰামৰ পুৰোহিত বাপু চ'ৰা ঘৰত সোমাই গ'ল। হেকাৰি কিনাৰামক মাত দিয়াত সৰিতা সেই যাত্ৰালৈ ৰক্ষা পৰিল।

"পিচে বোপা, দেউতাৰাৰ শ্ৰাদ্ধলৈতো আৰু বেচি দিন নাই। আ-আয়োজন যা-যোগাৰ এতিয়াৰ পৰাই নকৰিলে হব কেনেকৈ?"

কিনাৰামৰ বেলেগতীয়া বৰ দেউতাকে মাত লগালে,—"মই থাকোঁতে বোপাই সেই বোৰৰ ভাবনা ভাবিব নালাগে দেউ। মোৰ ভাইৰ নিচিনা এজন লোক নহব নুপজিব। মোকে নিব লাগিছিল ভাইৰ আগতে যমে মাৰি। অস্. অস্ মোৰ এইখনেই কপাল! ভাইৰ পিণ্ড দিবলৈ মোক কণা বিধাতাই জীয়াই ৰাখিলে!"

বৰ বাপেকৰ লগে লগে কিনাৰামৰ মহা, জেঠা, পেহা প্ৰভৃতিয়েও হুক-হুকাবলৈ ধৰিলে। ভিতৰতো কান্দোনৰ ৰোল উঠিল।

"নাকান্দিব, নাকান্দিব। তেৰাৰ আছিল পুণ্য পবিত্ৰ জীৱ। সংসাৰৰ নিকাৰ ভোগানৰ কাৰণে আমাৰ নিচিনা পাপী তাপী বোৰকহে ধৰ্মই চকু নিদিয়ে। ধৰ্মস্য সূক্ষ্মা গতি। পৰম পুৰুষৰ মহিমা আমি কি বুজিম?" বুলি পুৰোহিত বাপু চকু মুদি ধ্যানস্থ হ'ল।

কিছুপৰ টলকা মাৰি থাকি কিনাৰামৰ বৰ বাপেকে আকৌ মাত লগালে, —"পিচে দেউ, ভাইৰ সকামত নো কি কি কৰিব লাগিব? খৰচেই বা কি পৰিব, তাক জনা হলে ভাল আছিল।"

"ভাল কৈছে, বোপাৰ দেউতাৰ নাম-যশ বৈ বৈ যোৱা। তাতে গণনাত

পালোঁ, মৃতকে দুপাত পুহকৰ লগায়ো গৈছে। নলগাবইবা কিয় ? বোপা আৰু বোৱাৰীলৈ তেওঁৰ যি হেপাহ ! তেওঁৰ আত্মাই এতিয়াও সূক্ষ্ম শৰীৰ ধাৰণ কৰি এই ঘৰতেই বিচৰণ কৰিছে, কলোঁ। ইফালে এই অঞ্চলৰ সকলো ব্ৰাহ্মণ সজ্জনে দান-দক্ষিণাৰ কাৰণে হেপাহেৰে শৰাধৰ দিন আঙুলিৰ আগত গণিবলৈ লাগিছে। আকৌ ৰাইজেও বোলে শৰাধৰ দিনা দিনত হৰমোহন আৰু ৰাতি বকাসুৰ বধ ভাওনা পাতিবলৈ মন মেলিছে। তাতো চাৰি পাঁচ শ টকা লাগিব। ৰাইজেই বা মন নেমেলিব কিয় ? বোপাৰ বাপেক যে ৰাইজৰ এজন ধৰণী আছিল ?"

সকলোটিয়ে কিনাৰামৰ মুখলৈ চাই ৰ'ল। কিনাৰাম কিন্তু নিৰুত্তৰ। তেওঁৰ চকুৰেদি দুধাৰি চকুলো ওলাই দুগালেদি বাগৰি গ'ল। পুৰোহিত বাপুৰে কিনাৰামক সম্বোধি পুনৰ কলে,—"বেজাৰ নকৰিবা বোপা ! সংসাৰ অনিত্য, সকলো অসাৰ। "যত দেখা ধনজন সবে বিষ্ণুমায়া।" কোন কাৰ ? যাতে পিতৃপুৰুষৰ কামফেৰি সুকলমে হৈ যায় তাৰ বাবেহে ঈশ্বৰক চিন্তি চেষ্টা কৰিব লাগে। শত্ৰুৰ মুখত ছাই দি দেউতাৰাই যথেষ্ট থৈ গৈছে। তেখেত আছিল এজন লেখৰ লোক। মাটিবাৰী, ঘৰ দুৱাৰতকৈ তেখেতৰ চকু আছিল চিকা ৰূপত হে।"

"দেউ !"

"বোপা !"

"যি শুনিছে সকলো মিছা। দেউতাই বিশেষ একো থৈ যোৱা নাই।"

উপস্থিত সকলোটি উচাপ খাই উঠিল। তেওঁলোকৰ চকু থিৰ পৰিল। বৰ দেউতাকে কলে,—"হোৱা বস্তুক নোহোৱা বুলিব নাপায় কিনাৰাম।"

মহাকে মাত লগালে,—অৱশ্যে আমাৰ বোপাৰ মানত দহ বিশ হেজাৰ একোৰেই নহয়।"

পুৰোহিতে দান-দক্ষিণাৰ, পিণ্ডদানৰ মহিমা বৰ্ণালে।

"আপোনালোককনো আৰু মই কি কম ? অৱশ্যে মোৰ পিতৃ-পুৰুষৰ মুখৰ চুৱা যথাসাধ্যে গুচাব লাগিব।"

সকলোটিয়ে 'অৱশ্যে, অৱশ্যে' বুলি আশাৰ চকুৰে কিনাৰামলৈ চাই ৰ'ল।

"বৰ দেউতাৰ তাতে তিৰোতাৰ হাতৰ কাণৰ যি আছে সোতা থৈ যি পাওঁ, তাৰেই লেঠা মাৰিম।



সকলোটি সেই ফালেই জঁয় পৰিল। ইটিয়ে সিটিৰ মুখলৈ চাবলৈ ধৰিলে। ফোৰোহনি মাৰি বৰদেউতাক গুচি গ'ল। গাওঁৰ গায়ন বৰাই— 'বান্ধকানিৰ পুতেক কুলাংগাৰ কিনাৰামে কি শৰাধ কৰিবহে ?" বুলি একে চাবেই উঠিল। পুৰোহিতে "শৰাধৰ দিনা দেখা দিমহি" বুলি প্ৰস্থান কৰিলে। মহাক মাহীয়েকে ঘৰৰ ডাঙৰ লবাটোক জৰতে এৰি থৈ অহা বুলি তেতিয়াই খোজ ললে। পেহাক পেহীয়েকে ধান-চাউল চপাবলৈ ঘৰত কোনো মানুহ নাই বুলি ভিতৰি কিনাৰাম আৰু কিনাৰামৰ পত্নীক শাও দি পুত্ৰ-পুত্ৰী সমন্বিতে ঘৰলৈ ঘূৰিল। মুঠতে সকলোটিয়ে কিনাৰামৰ উত্তৰত নিৰাশ হৈ দিয়ন-থোৱনৰ অকণো আগন্তুক নেদেখি এটা নহয় এটা দেখুৱাই ঘৰাঘৰি গল। ল'ৰাছোৱালী, ডেকা-বুঢ়া সকলোৰে মুখত ধনগুলৈ কিনাৰামৰ কুৎসা বাহিৰ হবলৈ ধৰিলে।

পুৰোহিত বাপুৰ বাহিৰে শ্ৰাদ্ধত কোনো উপস্থিত নহ'ল। সকলোৰে বোলে কিনাৰামক এঘৰীয়া কৰিলে। সামৰ্থ্য হওক নহওক বাপেকৰ শ্ৰাদ্ধ বন্ধু-বান্ধৱৰ ইষ্ট-মিত্ৰৰ আৰু ৰাইজৰ অভিলাষ মতে পাতিব নোৱাৰিলে। তাতে আকৌ বোলে মৰিবৰ ঠিক আগতে কিনাৰামৰ বাপেকে মুছলমান ডাক্তৰজনে মুখত ঢালি দিয়া বেদানাৰ ৰস এঢোকা খাইছিল। লেঠাৰ কথাই।

ৰাইজৰ অত্যাচাৰত তিষ্ঠিব নোৱাৰি গাৱঁৰ মাটি-বাৰী বৰ বাপেকক বন্ধকত দি মুঠতে পোন্ধৰ শ টকা সমল লৈ কিনাৰাম সপৰিবাৰে জিলালৈ উঠি আহিল, আৰু চিৰস্তাদাৰৰ এটি পৰি থকা পঁজাঘৰ অধিক কেৰেয়াত লৈ বাস কৰিবলৈ ধৰিলে।

তাৰে কিছুদিন পিছত কিনাৰামৰ ভাগ্যত দুৰ্লভ কেৰাণী পদ উঠিল।

৩

কিনাৰামে কাম পালে হয়, কিন্তু সেই দিনাই চিৰস্তাদাৰৰ ঘৰত সিফালে খাণ্ডৱ দাহনৰ অভিনয় হ'ল। চন্দ্ৰধৰে কাম নেপাই যেতিয়া একে কোবেই গৈ ভগ্নীয়েক সেউতীৰ কাণত তেওঁৰ হাকিমৰ অক্ষমতাৰ কথা দহ গুণ কৰি বাকি দিলেগৈ, তেতিয়া সেউতীয়ে আৰু বুঢ়া হাকিমৰ ঘৰত নাথাকোঁ বুলি বাপেকৰ ঘৰলৈ যাবলৈ উখল-মাখল লগাই দিলে।

চিৰন্তাদাৰ চতুৰ, বিচক্ষণ লোক। তেওঁ ভালকৈয়ে বুজিছিল, চন্দ্ৰই কাম নোপোৱাৰ ফল কি হব। তেওঁৰ চেনেহৰ তৃতীয় পক্ষৰ স্ত্ৰী সেউতীৰ আগত যে মুখ দেখুৱা টান হব আৰু তেওঁ নানা কটু কাটব্য শুনিব লাগিব এইটো স্বতঃসিদ্ধ বুলি ধৰি লৈ এই বিপদৰ পৰা ৰক্ষা পাবলৈ মধুসূদনক সুঁৱৰি এখুজি দুখুজিকৈ গৈ যেতিয়া পদূলি পালেগৈ আৰু পদূলি মুখত দুখন ঘোঁৰাৰ গাড়ীত চাকৰ লহনক মাল-পত্ৰ বোজাই দিয়া দেখিলে তেতিয়া তেওঁৰ মূৰ ঘূৰি গ'ল। হাত-ভৰি আশংকাত কঁপি উঠিল। থৰ লাগি কিছুপৰ তাতে ৰৈ এটি হুমুনিয়াহ কাঢ়ি যেতিয়া ভয়ে ভয়ে ভিতৰত সোমাই সেউতীক সাজ-পাৰ কৰি ওলোৱা দেখিলে তেতিয়া আমাৰ হাকিমৰ মুখ তেনেই শুকাই পৰিল। সেউতীলৈ একেবাৰে চাই চকুত মিনতি ভৰা কাতৰ দৃষ্টি লৈ মাটিতে মাতবোল নোহোৱাকৈ প্ৰতাপী চিৰন্তাদাৰ বহি পৰিল আৰু অলপ ধৈৰ্য্য ধৰি সেই পুহ-মহীয়া জাৰতো হাকিমে চক্‌চক্‌কৈ ওচৰত থকা লোটাৰে এলোটা পানী পেটত সুমাই অলপ ৰসিকতাৰে সেউতীৰ অভিমান মাৰ নিয়াৰৰ মনেৰে "সৰগৰ অপেশ্বৰা সেউতী সুন্দৰী" বুলিও যেতিয়া সুন্দৰীৰ মুখৰ মাত উলিয়াব নোৱাৰিলে, তেতিয়া তেওঁৰ প্ৰতি সেউতীৰ অভিমানৰ গুৰুত্ব বুজিবৰ আৰু হাকিমৰ বাকী নাথাকিল।

সেউতী লাহতী বচকী ছোৱালী। তাতে 'আধুনিকা'। নানা আভৰণেৰে সাজি কাচি চিৰন্তাদাৰৰ কাতৰ মিনতিলৈ ভ্ৰূক্ষেপ নকৰি যেতিয়া সেউতী ওলাই যাবৰ নিমিত্তে শোৱা ঘৰৰ দুৱাৰদলি ডেইবৰ উপক্ৰম কৰিলে, তেতিয়া চিৰন্তাদাৰে স্থিৰে থাকিব নোৱাৰিলে। উঠি আগভেটা দি সেউতীৰ হাত জপাই ধৰিলেগৈ। সেপ ঢুকি মুখত হাঁহি লৈ কলে,—"এই আয়োজন কাৰ তপোভংগৰ নিমিত্তে সেউতী?"

সেউতীয়ে এচাৰ মাৰি এৰাই যাবৰ উপক্ৰম কৰিলে। "শুনা সেউতী শুনা। শুনি মোক দণ্ড বিহা।"

এইবাৰ সেইতীৰ মাত ওলাল। কলে,—"বুঢ়াৰ কথা শুনিবৰ মোৰ সময় নাই। আমি কাকো দণ্ড বিহাৰ গৰাকীও নহওঁ।"

"তোমাৰ মুখত মোক বুঢ়া বোলা শুনিয়ে মোৰ আমঠু ক'লা পৰি যায় সেউতী! আজি দুবছৰে তোমাক কেনেকৈ…!"

"সকলো আমাৰ জনা আছে। আমি কাৰ কি? নহলেনো মোৰ ককাই-



দেৰে এনেটো অপমান পাব লাগেনে? আমি তেওঁক তেতিয়াই নকৈছিলোঁ— এই বুঢ়াৰ পৰা একো নহয়। কিছু টকা ৰৰপেৰাত সুমাবলৈ নাপালে মিতিৰ কুতুমৰ হৈও একো নকৰে। এতিয়া?"

"শপত খাইছোঁ সেউতী, তোমাৰ গাত ধৰি। যদি দুমাহৰ ভিতৰতে তেওঁক কোনো এটা কামত ধৰাব নোৱাৰোঁ তেনেহলে—"

"তেনেহলে কি হব? মোৰ মূৰ খাব, আগৰ দুজনীৰ যেনেকৈ খালে?"

"কিয় এনে কলিজা ফাটি যোৱা কথা কোৱা? আগৰ দুজনীৰ লগত তুমি তোমাৰ তুলনা কৰা কিয়? শুনা সেউতী; তোমাৰ বাহিৰে মোৰ আৰু কোন আছে? তুমি এনেকৈ মোক এৰি থৈ গলে মোৰ গতিয়েই বা হব কি?"

"আকৌ এজনী বিয়া কৰাব। আপোনাৰতো ধনৰ অভাৱ নাই।"

"নুবুজিলা সেউতী তুমি মোক কেনে দৰে বান্ধি থৈছা।"

"চাওঁ, এৰক। বাটত আগভেটা নধৰিব। মই যাম বুলিছোঁ যামেই। যেতিয়া ককাইদেৱৰ এটা গতি লগাব পাৰিব তেতিয়া মন গলে আকৌ মোক লৈ আহিবগৈ পাৰে।" বুলি দম্‌দম কৰে বুঢ়াৰ চকুলো, কাতৰ উক্তি নেওচি সেউতী গাড়ীত উঠিলগৈ।

গাড়ীৰ চকৰি ঘূৰাৰ লগে লগে চিৰন্তাদাৰৰ মনৰ চকৰিও ঘূৰিবলৈ ধৰিলে। গাড়ী যোৱাৰ ফালে তেওঁ অন্তৰত বিৰাট শূণ্যতা লৈ উদাস দৃষ্টিৰে চাই ৰল। গাড়ীৰ ঘৰ্ঘৰণিৰ লগে লগে তেওঁৰ অনুমান হল যেন তেওঁৰ বুকৰ ওপৰেদিহে ঘোঁৰাই চেকুৰ মেলিছে।

সাত্বিক লোকক সময়ে সময়ে বিসংগতিয়ে দেখা দিয়ে। চিৰন্তাদাৰ সাত্বিক লোক। নিতৌ তিনিও প্ৰসংগ তেওঁ গায় আৰু ভোৰতাল কোবায়। হৰি দীনবন্ধুক নিচিন্তি একাষাৰ কথাও তেওঁ নকয়। সাতোটা সেৱা জনাইহে কাছাৰী ঘৰৰ পিৰালিত তেওঁ ভৰি দিয়ে। শ্ৰীকৃষ্ণৰ সহস্ৰ নাম লেখি অঁটাইহে লেখা-পঢ়া কামত তেওঁ ধৰে। বয়স অৱশ্যে মাঠিৰ দেওনা পাৰ হৈ গৈছে। এনেজন পুৰুষে এবাৰ নহয় তিনিবাৰকৈ বিয়া কৰাত কিছুমান নিন্দুকে নাক কোচাব পাৰে। সত্যৰ খাতিৰত আমি কিন্তু কবলৈ বাধ্য যে চিৰন্তাদাৰৰ তৃতীয় দাৰ-পৰিগ্ৰহৰ এটা সাত্বিক কাৰণ আছিল।

শাস্ত্ৰত আছে—"পুত্ৰাৰ্থে ক্ৰিয়তে ভাৰ্য্যা, পুত্ৰঃ পিণ্ড-প্ৰয়োজনম্।" পুত্ৰহীন যাগ-যজ্ঞ, পূজা-অৰ্চ্চনা, দান দক্ষিণা সকলো পণ্ড, সকলো বিফল আৰু

সেইবোৰে বেচেৰাক উদ্ধাৰ কৰিবও নোৱাৰে। গতিকে হেজাৰ বাৰ চণ্ডী পাঠ কৰাৱো, এশবাৰ আই ষষ্ঠীক পূজা পাতল দিও আৰু সন্যাসী প্ৰদত্ত নানাবিধ ভৌতিক আধিভৌতিক-কবচ সৰ্বাংগত ধাৰণ কৰিও আৰু তাৰ লগে লগে দুগৰাকী বিয়া কৰাৱো পুত্ৰলাভ কাৰ্য্যত সাত্বিক চিৰন্তাদাৰ সফল হব নোৱাৰিলে। বৰঞ্চ তেওঁৰ দুয়োগৰাকী পত্নী নিঃসন্তান অৱস্থাতে কপালত সেন্দুৰ লৈ সিফলীয়া হ'ল। তেতিয়া অসীম ধনদৌলতৰ অধিকাৰী পুৰুষৰ মনত পুন্নাম নৰকৰ ভয়াবহ দৃশ্যই বিভীষিকা সঞ্চাৰ কৰাটো স্বাভাৱিক। ধৰ্ম কাৰ্য্যত আমি আমাৰ চিৰন্তাদাৰক পাছ হুহকা দেখা নাই। অদম্য উৎসাহেৰে তেওঁ পুনৰ পুত্ৰবান হবৰ বলৱতী বাসনা অন্তৰত ৰাখি পুন্নাম নৰকৰপৰা ৰক্ষা পাবৰ অৰ্থে ধৰ্ম-কাৰ্য্যত লাগি গল। আৰু ফলত দ্বিতীয়া ভাৰ্য্যা ঢুকাবৰ ছমাহৰ ভিতৰতেই তৃতীয়া ভাৰ্য্যা নিজৰ ঘৰত নিজৰ হিয়াত চপাই ললে।

ধৰ্ম-কাৰ্য্যত সদায় বিঘিনি আছেই। তেওঁৰ এই বিয়াতো দুই এজনে তেওঁৰ বয়স আৰু শক্তিহীনতালৈ ইংগিত কৰি যে অন্তৰায় উপস্থিত কৰিবৰ চেষ্টা নকৰিছিল এনে নহয়। শেষত কিন্তু ধৰ্ম আৰু শাস্ত্ৰৰেই জয় হ'ল।

চিৰন্তাদাৰ যে এজন সাত্বিক পুৰুষহে এনে নহয়—তেওঁ এজন বৈদান্তিকো। "ত্বয়া হৃষিকেশঃ হৃদিস্থিতেন যথা নিযুক্তোস্মি তথা কৰোমি?" এইবাৰ শ্লোক তেওঁৰ মুখত সদায় লাগি আছেই। হৃষীকেশে তেওঁক যেনেকৈ চলাইছে তেওঁ তেনেকৈয়ে চলিছে। তেওঁ কেৱল নিমিত্ত মাত্ৰ। পৰম পুৰুষৰ ইচ্ছা নোহোৱা হলে তেওঁৰা এই মায়া মোহৰ সংসাৰত তৃতীয় বিবাহ কৰাৰ লগাত পৰিলহেঁ কেনেকৈ?

৪

সেউতী বাপেকৰ ঘৰলৈ গ'ল হয়, কিন্তু পৰম পুৰুষ হৃষীকেশে চিৰন্তাদাৰৰ হিয়াত ভালকৈ স্থিতি লৈ তেওঁৰ শোৱন-খাৱনত ৰাপ নোহোৱা কৰি তেওঁক খিট্‌খিটীয়া কৰি তুলিলে আৰু হা-হুমুনিয়াহেৰে তেওঁৰ গোটেই অন্তৰটো ভৰাই দিলে।

সেউতী যোৱাৰ পিছদিনা দুপৰীয়া বুকত বিৰহ আৰু বেজাৰৰ বোজা



লৈ ভাত খাবলৈ গৈ এগৰাহ মুখত দিওঁতেই আঞ্জাত লোণৰ প্ৰাদুৰ্ভাৱ দেখি খঙ্গা ভাত বঢ়াতে এৰি বান্ধনিৰ পিঠিত চিৰন্তাদাৰে ঔ পাৰিলে। এমোকোৱা খুন্দা তামোল মুখত সোমাওঁতেই চুণে তেওঁৰ মুখ ডাকি পেলোৱাত চাকৰ মনায়ে ভালকৈ এপিটনি পালে। তেওঁৰ অফিচৰে কেৰাণী কৃপাল চন্দ্ৰই তেওঁক দেখিও প্ৰণাম নজনোৱাত কৃপাল অমনোযোগী বুলি বৰচাহাবলৈ বুলি নোট মাৰি পঠালে। চাপ্ৰাচী চক্ৰধৰে তেওঁৰ মেজখন চাফ চিকণকৈ নৰখা বুলি সেইদিনাৰ তাৰ দৰ্মহা কাটিলে। ৰেভিনিউ পেস্কাৰে আজি তিনিদিনেও চিৰন্তাদাৰৰ আদেশ মতে এটা খচৰা তৈয়াৰ কৰিব নোৱাৰাত তেওঁক ফয়চলা নবিচৰ কামলৈ বদলি কৰিলে। বাকীজাইৰ কেৰেণীয়ে বাকী জাইৰ লিষ্ট তেওঁৰ আগত ঠিক এঘাৰ বজাতে পেছ নকৰাত ভালকৈয়ে এসেকা পালে। নাজিৰ নকুলচন্দ্ৰই চিৰন্তাদাৰৰ মনোভাৱ বুজিব নোৱাৰি আগৰ দৰে এবাৰ তেওঁৰ ওচৰলৈ গৈ কি এটা কথা কবলৈ মুখ মেলোঁতেই এটা ধনঞ্জয় ভেকাহি খালে। কিন্তু সবাতোকৈ চিৰন্তাদাৰৰ কোপৰ মাত্ৰা চৰিল মাউৰা কিনাৰাম তৌজীনবীছৰ গাত। এই কিনাৰামেইতো সকলো অনৰ্থৰ মূল। এওঁৰ কাৰণেইতো সেউতীৰ গৃহত্যাগ আৰু চিৰন্তাদাৰৰ লটিঘটি।

কিবা এটা কথা কিনাৰামে বুজিব নোৱাৰি এসোপা কাকত লৈ সেমেনা সেমেনিকৈ চিৰন্তাদাৰৰ ওচৰ চাপিল। কিনাৰামক দেখা মাত্ৰেই চিৰন্তাদাৰৰ খঙে গৈ তেওঁৰ ব্ৰহ্ম তালুত খুন্দিয়াবলৈ ধৰিলে। কিনাৰামৰ হাতৰপৰা কাকত বোৰ লৈ দলিয়াই পেলাই পোন্দোৱা পুন্দিকৈ কিছুপৰ কিনাৰামলৈ চাই থাকি চিৰন্তাদাৰে মাত লগালে,—"চোৱা কিনাৰাম, জন্মগত আৰু সহজাত গুণ নাথাকিলে কোনেও ভাল কেৰাণী হব নোৱাৰে। 'ক্লাৰ্ক'চ আৰ বৰ্ণ, নট মেড্।" কাম পাইছা হয়, কিন্তু কাম চম্ভালি থোৱাত হে কেৰাণীৰ কৃতিত্ব। সময় নাই, অসময় নাই, এনেকৈ আহি মোক জুলুম নকৰিবা। তুমি দৰ্মহা খাবা আৰু মই তোমাক কাম শিকাই দিম, এই কথা নেছেল। তোমাৰ প্ৰথম কচুৰ বুলি বাৰু এই বাৰলৈ 'এক্স্‌কিউজ্' কৰিলোঁ। যদি কাম বুজিব নোৱাৰা তেন্তে এৰি থৈ যোৱা।"

কিনাৰামৰ কচুৰ কি বুজিব নোৱাৰি বেচেৰাই কাকত পত্ৰবোৰ বুটলি লৈ নিজৰ ঠাইলৈ গৈ আকাশ পাতাল ভাবিব ধৰিলে। কেৰাণীকুলৰ অন্তৰ কঁপি উঠিল। মাজতে এবাৰ চিৰন্তাদাৰ চাহাবৰ ওচৰলৈ যোৱাত, হেড্‌ক্লাৰ্ক

আহি ঠাঁৱে চিয়াৰে বুজাই গ'ল যে চন্দ্ৰধৰে কাম নোপোৱাৰ জোৰ কাৰ ওপৰত তোলে তাৰ ঠিক নাই।

৫

এইদৰে কেৰাণী সকলৰ আতংকত কিছুদিন গ'ল। এদিন হঠাতে যেতিয়া বৰ্তমান অৰ্থসংকটৰ দিনত গৱৰ্ণমেণ্টে পতা খৰচ কমোৱা কমিটিৰ সিদ্ধান্তবোৰ আহি প্ৰলয় ধূমকেতুৰ দৰে কাছাৰীত উপস্থিত হ'ল, তেতিয়া কাছাৰীত হুলস্থুল লাগি পৰিল। সকলোৰে মনত চাঞ্চল্যই দেখা দিলে। সৰহায়ী বেতন পোৱা কেৰাণী সকলৰ মুখ শুকাল। কোনোৱে দোষ দিলে গান্ধীক, কোনোৱে দোষাৰোপ কৰিলে, ইংৰাজৰ ম'হতকৈ শিং চৰা শাসন পদ্ধতিক। কমিটিৰ আৰু এটা প্ৰস্তাৱ আছিল ডেৰকুৰি বছৰ বা ততোধিক কাল যি সকলে বিনয় ভোগ কৰি আহিছে, সেই সকলক কামৰ কোনো ক্ষতি নোহোৱাকৈ এৰি দিব পাৰিলে পেঞ্চন দি কামৰ পৰা অৱসৰ লোৱাব লাগিব। আজি কিছু দিনৰে পৰা কেৰাণী সকলৰ ওপৰত চিৰস্তাদাৰৰ অত্যাচাৰৰ মাত্ৰা দিনক দিনে বেছি হোৱাত কেৰাণী সকলে পেটে পেটে এই প্ৰস্তাৱটোৰ শলাগ লৈ মুখত বেজাৰৰ ভাব দেখুৱাই যেতিয়া তেওঁলোকে তেওঁৰ ওচৰ চাপিল, তেতিয়া নিৰ্বিকাৰ চিত্ত চিৰস্তাদাৰৰ মুখেদি মাথোন ওলাল,—"আমাৰ এতিয়া ৰাজসিক কামত সময় কটোৱাৰ দিন আৰু নাই। মই আজি অনেক দিনৰে পৰা যাওঁ যাওঁ বুলিও কেৱল চাহাবে নেৰাতহে ইমানদিনে মুকলি মুৰীয়া হব পৰা নাছিলোঁ। এতিয়া তেও পৰম পুৰুষে চকু মেলি চাইছে।" কিন্তু পৰম পুৰুষৰ তেওঁৰ প্ৰতি মেলা চকু জপোৱাবলৈ চিৰস্তাদাৰে ভিতৰি ভিতৰি চেষ্টাৰ ত্ৰুটি নকৰিলে। বৰচাহাবেও বোলে বুজি উঠিল চিৰস্তাদাৰৰ দৰে এজন বিচক্ষণ প্ৰাচীন কৰ্মচাৰীক কামৰপৰা অৱসৰ দিলে নিয়মিত সময়ত মৌজাদাৰ সকলৰ পৰা খাজনা আদায় কৰাত বিঘিনি মিলিব।

কিন্তু "বিশ্বাসং নৈৱ কৰ্তব্যং স্ত্ৰীষু ৰাজকুলেষু চ।" আজি প্ৰায় ডেৰকুৰি বছৰ কাছাৰীত কাম কৰি চুলি পকোৱা চিৰস্তাদাৰে এই কথা হাড়ে হাড়ে বুজিছিল। কেতিয়া কোন সময়ত খপহ কৰে তেওঁক কামৰ পৰা অৱসৰ দিয়ে



তাৰ ঠিক নাই। কামৰ পৰা গলে যে তেওঁ দাঁত ভগা সাপ হব আৰু তেতিয়া যে তেওঁলৈ ৰাজপুৰুষেই হওক বা আইনেই হওক কোনেও কেৰাহিকৈয়ে নাচাব এই কথাও তেওঁ ধ্ৰুৱ সত্য বুলি ধৰি লৈছিল। ইফালে তেওঁ থাকোঁতেই চন্দ্ৰৰ এটা দিহা লগাব নোৱাৰিলে তেওঁৰ সেউতীয়ে যে ধনু ভঙা পণ ভংগ কৰি তেওঁৰ ওচৰ চাপিব তাৰো তেওঁ কোনো আগন্তুক নেদেখিলে।

ইয়াৰ ভিতৰতেই বিৰহী চিৰস্তাদাৰে দুবাৰো সেউতীৰ ওচৰলৈ গৈ অনেক সাধ্য-সাধনা কৰিছিল। এডাল পাঁচশ টকীয়া সোণৰ হাৰো সেউতীক উপহাৰ দিছিলগৈ। কিন্তু সেউতীয়ে যেতিয়া সকলো উপেক্ষা কৰি চিৰস্তাদাৰৰ বুকুত জ্বলি থকা বিৰহৰ অগনিত ঘিঁউ ঢালি এক প্ৰকাৰে খেদিয়েই পঠালে, তেতিয়া কিনাৰামৰ প্ৰতি তেওঁৰ আক্ৰোশৰ মাত্ৰা আৰু চৰি উঠিল। হৃষীকেশক হৃদয়ত স্থিত কৰাই লৈ তেওঁ চন্দ্ৰৰ কৰ্ম-প্ৰাপ্তিৰ বিষয়ে সুযোগ অন্বেষণ কৰিবলৈ ধৰিলে।

৬

চিৰস্তাদাৰৰ সুযোগ কিন্তু সোনকালেই মিলিল। উদ্যোগী পুৰুষৰ প্ৰতি ভাগ্যলক্ষ্মী সুপ্ৰসন্ন হ'ল। সিদিনা কিনাৰামে দৰমহা পাই জেউতিলৈ এবটল তেল আৰু ভাল মাছ, তৰকাৰী কিনি লৈ ঘৰ সোমাল। কিন্তু ঘৰত চাকি জ্বলা নেদেখি এটা অজানিত আশংকাত তেওঁৰ বুকু কঁপি উঠিল। শেষত শয্যাত যেতিয়া জেউতিক সংজ্ঞাহীন অৱস্থাত পৰি থকা দেখিলে তেতিয়া বেচেৰাই হাতৰ বস্তু দলিয়াই জেউতিক আকোৱালি ধৰিলেগৈ। কিনাৰামৰ একমাত্ৰ সুখ-দুখৰ লগৰীয়া, কিনাৰামৰ প্ৰাণৰ শক্তি, সেৱা-পৰায়ণা এই জেউতি। তেওঁৰ অবিহনে—? কিনাৰামে আৰু ভাবিব নোৱাৰিলে। তেওঁৰ অনুমান হ'ল যেন গোটেই ভৱিষ্যতে দাৰুণ দুৰ্ভেদ্য অন্ধকাৰৰ মূৰ্তি লৈ জিভা মেলি তেওঁক গ্ৰাস কৰিবলৈ উদ্যত হৈছে। পিছদিনা ওচৰতে এজনী বুঢ়ীৰ হাতত খন্তেকলৈ জেউতিক গতাই দি বেচাৰা কিনাৰামে কাছাৰীত চিৰস্তাদাৰৰ কাষ চাপি কন্দনামুৱা হৈ কলে, "মোক সাদিনৰ ছুটী দিয়ক। ঘৰত পৰিবাৰক চাবলৈ চিন্তিবলৈ কোনো নাই।"

"দুখৰ কথা। বাবু দৰ্খাস্তখন দিয়া। চাহাবক ধৰোঁগৈ। কিন্তু আজি কালি ৰেভিনিউ কলেক্‌চনৰ দিন, কি হয়!"

দৰ্খাস্ত লৈ চিৰস্তাদাৰ বৰ চাহাবৰ ওচৰ পালেগৈ আৰু নানা কথাৰে কিনাৰাম যে কামত অপটু আৰু কাম দেখিলে ভয় খাই পিছ হুহুকা বিধৰ মানুহ বৰ চাহাবক এই কথা বুজাই দি ছুটীৰ দৰ্খাস্ত নামঞ্জুৰ কৰাই লৈ আহিল।

কিনাৰামৰ বিপদত চিৰস্তাদাৰৰ শোক উঠলি উঠিল। বেজাৰেৰে কলে,—"বোপা, তুমি মোৰ বন্ধুৰ লৰা। কেতিয়াবা নিজৰ ল'ৰা যেন ভাবি তোমালোকক দুষাৰ এষাৰ টান কথা কওঁ। জানো, তোমালোকে তাত বেয়া নোপোৱা বুলি। তোমাৰ এই বিপদত সহায় কৰিব নোৱাৰি যে কি শোক পাইছোঁ, তাক নেদেখা জনে দেখিছে। চাহাবক ইমান বুজালোঁ, তোমাৰ হৈ ইমান কাকুতি মিনতি কৰিলোঁ,—উহুঁ, নটলিল। সেই একে কথা—বৰ্তমানে এই খাজনা তোলা সময়ত কাকো ছুটী দিব নোৱাৰে। হৰিহে দীনবন্ধু! এয়েই গোলামীৰ সুখ। নিজৰ তিৰোতা মৃত্যু-শয্যাত, তাতো আমাৰ ছুটী নিমিলে!"

অলপ পৰ টলকা মাৰি হৃষীকেশক চিন্তি লৈ চিৰস্তাদাৰে ফুচ্‌ফুচাই কিনাৰামক পুনৰ কলে,—"আজি তুমি এতিয়া যোৱা। মোৰ দায়িত্বতে তোমাক পঠালোঁ। কাইলৈ ঘৰৰ পৰা ছুটীৰ দৰ্খাস্ত দিবা। আকৌ এবাৰ তোমাৰ হৈ চাহাবৰ ওচৰত কান্দি চাম।"

আত্মগ্লানি আৰু ধিক্কাৰে কিনাৰামৰ শৰীৰৰ তেজ শুহি পেলালে। কিনাৰামৰ দুৰ্বল দেহক কাছাৰী ঘৰৰ পৰা কিহে ঠেলি হেচি নি জেউতিৰ ওচৰ পোৱালেগৈ তাক বপুৰাই ধৰিবকে নোৱাৰিলে।

দুদিন দুৰাতি কিনাৰামে যুজি জেউতিক মৃত্যুৰ মুখৰ পৰা আনি তৃতীয় দিনা হৰ্ষ-গৌৰৱৰ অনাবিল আনন্দৰ চিন মুখত লৈ কাছাৰী ঘৰত সোমাল। কিন্তু তেওঁৰ ঠাইত চিৰস্তাদাৰৰ জেঠেৰিয়েক চন্দ্ৰক তৌজিৰ আহল বহল বহীৰ পাতবোৰ মেলি থকা দেখি কিনাৰাম উচাপ খাই উঠিল। বেচেৰাৰ বুজিবৰ বাকী নাথাকিল যে তেওঁৰ কপাল ভাগিল। তেওঁৰ কেৰাণী জীৱনৰ ওৰ পৰিল। তেওঁৰ ভৰিৰ তলৰ পৰা পৃথিৱী আঁতৰি গল। এটা দীঘল হুমুনিয়াহ কাঢ়ি কিনাৰাম বহি পৰিল।

অলপ পাছতে চিৰস্তাদাৰে কিনাৰামক মাতি নি প্ৰবোধ দি কলে,—"বোপা, দৰ্খাস্ত পায়েই চাহাব জ্বলি পকি উঠিল। টুকুৰা টুকুৰকৈ দৰ্খাস্ত ফালি তোমাক কামৰ পৰা অৱসৰ দিছে। ডিচিপ্লিন বৰ-ডাঙৰ জিনিছ বোপা। তোমাৰ হৈ মাত্ৰ চাহাবৰ ভৰিত হে নধৰিলোঁ, কিন্তু তেওঁৰ মন ঘূৰাব নোৱাৰিলোঁ। কাম পালা হয়, কিন্তু কাম ৰখাই থাব নোৱাৰিলা। মই কোৱা কথাষাৰ বোধ কৰোঁ বোপাৰ মনত থাকিব পায়—'ক্লাৰ্ক্‌চ্‌ আৰু বৰ্ণ্‌, নট মেড্‌।' এই চন্দ্ৰৰ গাতো কেৰাণীৰ ভাল লক্ষণ দেখা নাই। তেৱোঁ যে টিকি পেটৰ ভাত মোকোলাব পাৰিব তাত মোৰ্ সন্দেহ আছে। আপোন মানুহক কেৰাণীৰ কামত সুমাবৰ মনেই নাছিল বোপা। কিন্তু চাহাবে কেনেকৈ জানিলে চন্দ্ৰই আগতে কাছাৰীত কাম শিকা বুলি। টেলিগ্ৰাম দি মতাই ননালৈকে মোৰ তত্‌ হেৰুৱালে। বোপা, মনত বৰ দুখ পালোঁ। যোৱা, ঈশ্বৰে তোমাৰ মংগল কৰক। হৰিহে দীনবন্ধু!"

৭

"সোনকালেই কাছাৰীৰ পৰা আহিল দেখোঁ?—"ৰোগশয্যাৰ পৰা জেউতিয়ে সুধিলে।

কিনাৰামৰ মুখৰ মাত হৰিল।

"কি হৈছে আপোনাৰ? মুখখন ইমান শেতা পৰিছে কিয়?"

"শুনিবা জেউতি? আজিৰ পৰা মোৰ কেৰাণী জীৱনৰ লীলা সাং হল।"

"কি দোষত?"

"দোষ এই—অপৰাধ এই—মোৰ নিমিত্তে চিৰস্তাদাৰৰ জেঠেৰিয়েক চন্দ্ৰই বহি থাকিব লগা হৈছিল।

"বেজাৰ নকৰিব। বলক আমাৰ গাওঁৰ ঘৰতে দুখীয়াৰ দুখীয়া অৱস্থাৰে শুদাই নিকাই এগাল খাই দিন নিয়াওঁগৈ।"

"তাৰো যে বাট বন্ধ জেউতি! পোন্ধৰ শ টকাত মাটিবাৰী ঘৰদুৱাৰ বৰ দেউতাক বন্ধকত দি জিলালৈ আহি কেৰাণীৰ কামৰ কাৰণে চিৰস্তাদাৰৰ বৰ-পেটত ভৰালোঁ হেজাৰ টকা। উঃ কি পাষণ্ড, টকাও খালে আৰু দুমাহ নৌহওঁতেই কামৰ পৰাও খেদালে!"

দুয়ো দুয়োবো মুখলৈ চাই ৰ'ল। আৰ্ত্তৰ দীঘল হুমুনিয়াহৰ মাজেদি বক্ষ-পিঞ্জৰ বিদীৰ্ণ কৰি এটা মৰ্মন্তুদ তীব্ৰ হাহাকাৰ বাহিৰ হ'ল। নাজানো সেই হাহাকাৰৰ আলোড়নত চিৰন্তাদাৰৰ হিয়াত থিতাপি লোৱা পৰমপুৰুষ হৃষিকেশ কঁপি উঠিছিল নে নাই।

## ব্যৰ্থতাৰ দান

### লক্ষ্মীধৰ শৰ্ম্মা

নিজৰ গতিৰ পৰিবৰ্তন দেখি নিজেই তবধ মানিব লগীয়াত পৰিছোঁ। মনত পৰাবে পৰা পুৰুষে মোৰ সৌন্দৰ্য্যৰ, মোৰ বুদ্ধিৰ পূজা কৰি আহিছে। অবিৰাম তাৰ গতি। কোনো পুৰুষে আজিলৈকে মোৰ ইচ্ছাৰ ওপৰত আঘাত কৰিব পৰা নাই। ইচ্ছামতে তেওঁলোকৰ ইচ্ছাশক্তিক দমন আৰু পৰিচালনা কৰি আহিছোঁ। নাৰীৰ পক্ষে, অন্ততঃ মোৰ পক্ষে ই বৰ গৌৰবৰ কথা বুলি নিজকে সদায় বুজাই আহিছোঁ। পুৰুষৰ আগত নিজক হীন কৰিবৰ আৱশ্যকতা হোৱা নাই আৰু তেনে হীনতা স্বীকাৰক মোৰ কল্পনাতো ঠাই দিব নোৱাৰোঁ। কিন্তু আজি ই কি পৰিবৰ্তন, জীৱনৰ ভিতৰত এজন পুৰুষে মোক অৱজ্ঞা কৰি আঁতৰি গ'ল। মোৰ নাৰীত্বৰ তীব্ৰ অৱমাননা এজন পুৰুষে কৰিবলৈ সাহ কৰিলে। এজন পুৰুষৰ আগত মই হীনতকৈও হীন হব লগীয়াত পৰিলোঁ। কিন্তু আজি মোৰ সৌন্দৰ্য্য পূজাৰ সকলো পুষ্প ম্লান হৈ গৈছে। ধূপৰ গন্ধ পুতিগন্ধময় হৈ উঠিছে। স্তৱৰ গানৰ কৰ্কশতাই বিভীষিকাৰ সৃষ্টি কৰিছে। আৰু অপমানৰ বোজাই, অৱহেলাৰ আঘাতেই আজি মোৰ মূৰৰ স্বৰ্ণ মুকুট হৈ উঠিছে। জীৱনৰ গতিয়ে যেন আজি সাৰ্থকতা লাভ কৰি কৃতাৰ্থ হৈছে। এই অপমানৰ লগত যদি জীৱন পথত মোৰ সাক্ষাৎ নহল হেঁতেন, তেন্তে পি যথাৰ্থতে অসমাপ্তিৰ কৰুণ গান গায়েই পৃথিৱীৰ পৰা চিৰবিদায় ললেহেঁতেন। অথচ যি জন মানুহে মোৰ সৌন্দৰ্য্য আৰু নাৰীত্বৰ প্ৰতি অসীম অৱহেলা দেখুৱালে তেওঁৰ লগত মোৰ কিমান দিনৰে বা পৰিচয়? মোৰ জীৱনৰ ওপৰত তেওঁৰ জীৱনে প্ৰতিক্ৰিয়া কৰিবলৈ সৰহ পৰ সা-সুবিধা পোৱা নাই। তথাপি আজি সেই এজন মানুহৰ জীৱনে কি শিলৰ ৰেখা-পাতেই মোৰ জীৱনত নকৰিলে!

২

মনত পৰা দিনৰে পৰা জীৱনৰ বিভিন্ন চিত্ৰ বিলাক আজি মোৰ মানস পটত উদয় হৈছে। দেউতাৰ তিনিটা ল'ৰা আৰু ময়েই একমাত্ৰ ছোৱালী। হাকিমৰ ল'ৰা-ছোৱালীৰ এনেয়ে আদৰ বেছি, তাতে মই নুমলীয়া হোৱাত ঘৰে বাহিৰে মোৰ আদৰৰ সীমা নাই। মনত পৰাৰে পৰা মই যে মানুহৰ বৰ আদৰৰ পাত্ৰ এই ধাৰণা মোৰ হৈছিল। লাহে লাহে ডাঙৰ হলোঁ। লগে লগে সাজ পোছাকৰ প্ৰতি মোৰ হাবিয়াহ বাঢ়িবলৈ ধৰিলে; আৰু ভালকৈ কানি-কাপোৰ পিন্ধিলে মই দেখিবলৈ শুৱনী হওঁ এনে এটা ধাৰণাও হবলৈ ধৰিলে। এই ধাৰণাৰ মূলতে, সম্ভৱতঃ মানুহে মুখে মুখে—"আই, ছোৱালীটি প্ৰতিমাৰ দৰে সুন্দৰী", "এনে সুন্দৰ নাক-মুখ এই অঞ্চলত আৰু কাৰো নাই"—এনে ধৰণৰ যি বিলাক মন্তব্য কৰিছিল, সিয়েই হব পায়। যি নহওক, মই যে দেখিবলৈ শুৱনী এই কথা সৰুৰে পৰা মোৰ মনত বদ্ধমূল হৈ আছিল।

দেউতাই স্কুলত নাম লিখাই দিলে। প্ৰথম বছৰেই প্ৰথম হৈ প্ৰমোছন পালোঁ। এনেকৈয়ে আৰু দুই-তিনি বছৰ প্ৰথম হোৱাৰ পাছত মোৰ প্ৰশংসাত সকলো বহুল-মুখ হৈ উঠিল। মই যে বেছি বুদ্ধিমতী এই ভাবো মোৰ মনত লাহে লাহে স্থায়ী হ'ল।

মোৰ বয়স তেতিয়া তেৰ বছৰমান হব। মই স্কুলত তৃতীয়মান শ্ৰেণীলৈ প্ৰমোছন পাইছোঁ। আগেয়ে যদিও মুনিহ তিৰোতাৰ বিষয়ে নানা ৰকম জল্পনা-কল্পনা স্কুলৰ ছোৱালী-বিলাকৰ মুখে শুনিছিলোঁ, তথাপি তাৰ স্বৰূপটো সদায় কিবা এটাই মোৰ চকুৰ পৰা আঁতৰাই ৰাখিছিল।

তাক বুজিবলৈ চেষ্টাও কৰা নাছিলোঁ আৰু বুজিবৰ প্ৰয়োজন আছে বুলিও ভবা নাছিলোঁ। সেইবাৰ গৰমৰ বন্ধত মাজু ককাইদেউৰ কলেজীয়া-বন্ধু এজন আমাৰ তালৈ তেওঁৰ লগত ফুৰিবলৈ আহিছিল। সুন্দৰ চেহেৰা। দেখিলেই মৰম লাগে। কাপোৰ কানি পিন্ধা, চুলি আচোঁৰা প্ৰভৃতি সকলোতে পৰিপাটি। তেওঁ আমাৰ ঘৰলৈ আহি মোক প্ৰথমতে যেতিয়া দেখিলে তেতিয়াই তেওঁৰ চকু মুখত কিবা এটা ভাবে খেলাই গ'ল।



তাৰ ভাষা মোৰ ওচৰত অস্পষ্ট হ'লেও সি মোৰ মনত এটা গভীৰ আনন্দৰ সৃষ্টি কৰিলে। তাৰ পিছত সেই ল'ৰাটিৰ প্ৰতি মোৰ বৰ মৰম লাগিল। এই মৰমৰ পৰিমাণ কেইদিন মানৰ ভিতৰতে ইমান বেছি হ'ল যে সি এটা অসহ্য যন্ত্ৰণাৰ দৰে মোক পীড়া কৰিবলৈ ধৰিলে। এই লৰাটিৰ চকুৰ আকুল দৃষ্টিয়ে মোক প্ৰথমে শিকালে যে মোৰ সৌন্দৰ্য্যই তেওঁক মুগ্ধ কৰিছে আৰু এই ভাবত মই পৰম আনন্দ লাভ কৰিছিলোঁ। তেওঁ আমাৰ ঘৰৰ পৰা গুচি গ'ল। ময়ো লুকুৱাই বহু কান্দিলোঁ; কিন্তু অল্প দিনৰ পিছতে তেওঁক একৰকম পাহৰি পেলালোঁ।

এই ল'ৰাজনক পাহৰিলোঁ হয়, কিন্তু তেওঁ মোক এটা নতুন অভিজ্ঞতা দি গ'ল। স্কুললৈ যাওঁতে ল'ৰাবিলাকে বাটত মোৰ ফালে কিয় থৰ লাগি চাই থাকে আজি তাৰ প্ৰকৃত সন্ধান পালোঁ। পুৰুষৰ চকুত মোৰ সৌন্দৰ্য্যৰ প্ৰতি উপাসনাৰ ভাষা মই বুজিবলৈ আৰম্ভ কৰিলোঁ। হৃদয়ে লাহে লাহে পুৰুষৰ আগত বাহিৰে সম্পূৰ্ণ উদাসীন থাকিও, পুৰুষৰ মন কেনেকৈ আকৰ্ষণ কৰিব লাগে তাৰ শিক্ষা লবলৈ আৰম্ভ কৰিলে। মোৰ সাজ পোছাকৰ পৰিপাটি বাঢ়িল আৰু লগে লগে পুৰুষৰ প্ৰতি বাহ্যিক উদাসীনতাও বাঢ়িল। কিন্তু পুৰুষক জয় কৰিবৰ মন অন্তৰে অন্তৰে বাঢ়ি গ'ল।

জীৱনত কেইবাজনো পুৰুষৰ লগত সাক্ষাৎ হ'ল। তেওঁলোকৰ প্ৰতি মোৰ মনৰ ভাবক প্ৰেমৰ সংজ্ঞা নালাগে স্নেহৰ সংজ্ঞাকে দিব নোৱাৰো। অথচ কি আকুলতা লৈয়েই তেওঁলোকে মোৰ সাধনা কৰিছিল! মোৰ একাষাৰ কথাৰ কাৰণে, এটা হাঁহিৰ কাৰণে কি অপূৰ্ব আগ্ৰহ! মোৰ এটুপি চকুৰ পানীত কি ভীষণ আতংক! অথচ মোৰ হৃদয়ৰ কেন্দ্ৰ কোনেও স্পৰ্শ, কৰিব নোৱাৰিলে। লাহে লাহে এনে এটা ভাবে মোৰ জীৱনত ঠাই ললে যে সকলো পুৰুষ মোৰ ৰূপ আৰু বুদ্ধি দেখি মোহিত। তেওঁলোকৰ কৰ্তব্য মোৰ স্তুতিগান কৰা। আৰু দৰাচলতে মই যিসকল পুৰুষৰ সংসৰ্গত আহিছিলোঁ সকলোৱেই তাকেই কৰিছিল। মই ৰাজ-ৰাণী হোৱা হ'লেও এওঁলোকৰ ওপৰত মোৰ প্ৰতিপত্তি আৰু বেছিকৈ খটাব নোৱাৰিলোঁ হেঁতেন।

মেট্ৰিকুলেছন পাছ কৰি দুবছৰ ঘৰতে থাকিলোঁ। এই সময়ত আৰু ইয়াৰ বহুত পূৰ্বতে মোৰ সৌন্দৰ্য্যখ্যাতি অন্ততঃ ডিব্ৰুগড়ত ব্যক্ত হৈ পৰিছিল। মোক আটায়ে ডিব্ৰুগড়ৰ লিলি বুলি কৈছিল। কাৰণ মোৰ মতা নাম লিলি

আছিল। নিজৰ গৌৰৱত নিজে আনন্দ লাভ কৰি মই সময় কটাবলৈ ধৰিলোঁ। তাৰ পিছত মোৰ বিয়া হ'ল। মোৰ নিচিনা সুন্দৰীৰ যে এনে সাধাৰণ ভাৱৰ এখন বিয়া হৈ যাব পাৰে তাক মই কল্পনাও কৰিব পৰা নাছিলোঁ। সাধাৰণ বাহ্যিক জাকজমকৰ ফালৰ পৰা নহয়, অন্তৰৰ আদান-প্ৰদানৰ ফালৰ পৰাহে সাধাৰণ বুলিব পাৰি। অন্য দহজনী ছোৱালীৰ বিয়া যেনেকৈ হৈ যায়, মোৰো তেনেকৈয়ে হৈ গ'ল। প্ৰেমৰ প্ৰবল আকৰ্ষণ, জীৱনৰ সাৰ্থকতা, হৃদয়ৰ আহ্বান, একোৱে তাৰ নিত্য নৈমিত্তিকতাৰ ওপৰত বহণ সানিবলৈ সুবিধা নাপালে। মোৰ যাৰ লগত বিয়া হ'ল, তেওঁ এজন ধনী, চাহ বাগিছাৰ মালিক, ডেকা। তেওঁৰ দেউতাকে তেওঁৰ নিমিত্তে দুখন বাগিছা আৰু বেংকত কিছু ধন থৈ আজি দুবছৰমান আগতে মৰিছে। মাকো আগেয়েই ঢুকাইছে। ভায়েক দুটা দুখন বাগিছাত মেনেজাৰ। তেওঁৰ ঘৰ শিৱসাগৰত, দিখৌৰ পৰা বেছি দূৰত নহয়। তেওঁ বি. এ. পাছ। বি. এ. পাছ কৰিলেও তেওঁৰ জীৱনত কোনোখিনি ঠাইতেই সৰস্বতীৰ প্ৰভাৱ দেখিবলৈ পোৱা নগৈছিল। অলপ গৰ্ব, অলপ ধনৰ অহংকাৰ, অলপ আত্ম-প্ৰশংসা আৰু অলপ ব্যৱসায়-বুদ্ধিয়েই তেওঁৰ জীৱনৰ সমস্ত খিনিকে পূৰাই ৰাখিছিল বুলি কব পাৰি। দেখিবলৈও তেওঁ সুন্দৰ আছিল আৰু কাপোৰ-কানি তেওঁ পৰিপাটিকৈ পিন্ধিছিল। এইবিলাক কাৰণেই হবলা তেওঁ নিজকে মাজে মাজে aristocrat বুলি প্ৰকাশ কৰিছিল।

মোৰ লগত তেওঁৰ সম্বন্ধ বৈচিত্ৰহীন। মই তেওঁৰ কামনাৰ সহচৰী আৰু তেওঁৰ কণ্ঠত মোৰ ৰূপৰ স্তুতি মুখৰ হৈ উঠিছিল। পুৰুষৰ মুখত মোৰ ৰূপৰ জয়গান, তাত নতুনত্ব একো নাছিল। মুঠতে মোৰ স্বামীয়ে মোৰ অন্তৰৰ সুপ্ত নাৰী প্ৰকৃতিক জগাব পৰা নাছিল। অন্য দহজন স্তাৱকৰ দৰে তেওঁৰো এজন। প্ৰভেদ, মই তেওঁৰ কামনাৰ সংগী। মোৰ কামনাৰ কথা নকলেই ভাল। তাৰ ফুল মোৰ জীৱনত ফুলি উঠাই নাই হবলা। সাহিত্য, শিল্প, সংগীত, ভাস্কৰ্য্যাদিৰ আলোচনাই বা ধাৰণাই মোৰ স্বামীৰ মূৰত ঠাই পোৱাৰ কথা দেখা বা শুনা নাই। কেতিয়াবা কিবা এটা আলোচনাৰ সূত্ৰপাত হলেই তেওঁ ব্যতিব্যস্ত হৈ উঠে। কোৱা বাহুল্য মোৰ স্বামীৰ মানসিক উৎকৰ্ষই মোক তেওঁৰ প্ৰতি আকৃষ্ট কৰিব পৰা নাছিল। কিন্তু মোৰ জীৱনত অলপ পৰিৱৰ্তনে দেখা দিলে। এখন ঘৰৰ মালিক হৈ এজন ধনী



মানুহক মোৰ ইংগিতত চলাব পৰা হৈ, আৰু সম্পত্তিৰ অধিকাৰিণী হৈ মোৰ গৰ্বৰ পৰিমাণটো আন একালে বাঢ়িল। মই কেৱল সুন্দৰীয়েই নহয়, কেৱল বুদ্ধিমতীয়েই নহয়, মই হাকিমৰ ছোৱালী, ধনীৰ তিৰোতা, এনে এটা গৰ্বই মোৰ মনত ঠাই ললে। স্বামীৰ সাহচৰ্য্যৰ বাবে কিমান দায়ী মই তাক কব নোৱাৰোঁ।

স্তাৱক পুৰুষৰ সংখ্যা বিয়াই কমাই দিলে হয়, কিন্তু একেবাৰে গুচাব নোৱাৰিলে। আজিও মোৰ ৰূপত বহুত পুৰুষ বিভ্ৰান্ত।

৩

আমাৰ শিৱসাগৰৰ ঘৰৰ ওচৰতে তৰুহঁতৰ ঘৰ। তৰুৰ পিতাক অসমৰ বিখ্যাত নন্দুৱৰা বংশৰ মানুহ। তেওঁলোকৰ ঘৰক সদায় সকলোৱে সম্মান কৰি আহিছে। তৰুৰ পিতাক হাকিম। শিৱসাগৰৰ মহকুমাধিপতি। মই নিজকে যদিও সদায় সুন্দৰী বুলি ভাবিছিলোঁ, তথাপি মনে মনে স্বীকাৰ কৰিবলৈ বাধ্য হৈছিলোঁ যে তৰু মোতকৈ বহু গুণে দেখিবলৈ ভাল। গাৰ বং, গঠন, আৰু লাৱণ্যৰ এনে সমাবেশ কম ছোৱালীতে দেখিবলৈ পোৱা যায়। মুঠতে তৰু অপূৰ্ব সুন্দৰী। এই কথাই যে মোৰ মনত অশান্তিৰ সৃষ্টি কৰা নাই এনে নহয়, ঈৰ্ষাৰ উষ্মাই মোক মাজে মাজে কষ্ট দিবলৈ এৰা নাই। কিন্তু তৰু যদিও যুৱতী তথাপি তেওঁৰ খ্যাতি পুৰুষৰ মুখত শুনিবলৈ পোৱা নগৈছিল। একেই স্বভাৱতে তৰু বৰ লাজকুৰীয়া, দ্বিতীয়তে মোৰ সমান বুদ্ধি-মতী তৰু নহয়। তেওঁলোকৰ ঘৰৰ চাল-চলনেও পুৰুষৰ দৃষ্টিৰ পৰা তৰুক আঁতৰত ৰাখিছিল। তৰুৰ বুদ্ধিৰ প্ৰখৰতা নাই বুলি কোৱাৰ কাৰণ, তৰুৰ স্নিগ্ধ সৰল ব্যৱহাৰ আৰু তৰুৰ কথাত কেতিয়াও গভীৰ চিন্তাৰ প্ৰকাশ হোৱা মই দেখা নাই। সাধাৰণ সুখ, দুখ, হাঁহি, আনন্দৰ মাজেদি তৰুৰ জীৱন প্ৰবাহিত হৈছিল। ঘৰত শিক্ষয়িত্ৰী ধৰি তৰুক গান আৰু ভালকৈ লিখা-পঢ়া শিকোৱা হৈছিল। কিন্তু তৰুৰ কথা-বতৰাৰ পৰা কোনেও তৰু যে বিশেষ ভাবে শিক্ষিতা ছোৱালী এই কথা ধৰিব নোৱাৰে! স্বাভাৱিক স্নিগ্ধতাই তেওঁৰ অন্য সকলোঁ দোষ গুণ ঢাকি থৈছিল।

মোৰ স্বামীয়ে তেওঁৰ দেউতাকক খুড়াদেউ বুলি কিবা দূৰ সম্বন্ধত মাতে। সেই সূত্ৰে মোৰ স্বামীক তেওঁৰে ককাইদেউ আৰু মোক লিলি-বৌ বুলি মাতে। স্বামীৰ ঘৰলৈ আহি প্ৰথমে মোৰ তেওঁৰ লগতেই আলাপ হয়। প্ৰথমতে তেওঁৰ সৌন্দৰ্য্য দেখি ঈৰ্ষাত মোৰ হৃদয়ত জুই জ্বলি উঠিছিল, কিন্তু তেওঁৰ স্নিগ্ধ ব্যৱহাৰে মোক লাহে লাহে মুগ্ধ কৰিলে। দুয়োৰো ভিতৰত বন্ধুত্বৰ ভাব গভীৰ হৈ উঠিল।

মই যেতিয়া শিৱসাগৰলৈ আহোঁ তেতিয়া তেওঁৰ বয়স সোতৰ বছৰ। তাৰ অলপ দিনৰ পিছতে তেওঁৰ বিয়া-বাবুৰ কথাবাৰ্তা আৰম্ভ হ'ল। তেওঁৰ দেউতাকে নগাঁওঁৰ নতুন উকীল ললিত বৰুৱালৈ ছোৱালী দিয়াৰ সিদ্ধান্ত কৰিলে। বিয়াৰ কথা উঠিলেই তিৰোতা মানুহৰ মনে নানা কথা জানিবলৈ ব্যগ্ৰ হৈ উঠে। এই লৰাটিৰ বিষয়ে আগেয়ে আমি কোনেও শুনা নাই। হঠাৎ তেওঁৰ নাম শুনি খবৰ আদি লৈ বুজিলোঁ তেওঁ দুখীয়া গাঁৱলীয়া মানুহৰ লৰা। দেখিবলৈ বৰ ভাল নহয়। গুণৰ ভিতৰত তেওঁ প্ৰখৰ বুদ্ধিমান। ওকালতিতো বেছ ভাল কৰিছে। তেওঁৰে বাহিৰে উদাসীনতা দেখুৱালেও অন্তৰে অন্তৰে সকলো কথা শুনিবলৈ উৎসুক হৈ বহি থাকে। মোৰ মুখেই সকলো খবৰ তেওঁৰে পায়, আৰু ঘৰৰ আলোচনা যিখিনি তেওঁৰ কাণত পৰে, তাৰ পৰাও। এই বিয়াৰ বিৰুদ্ধে নানা ৰকম আপত্তি উঠিবলৈ ধৰিলে; কোনোৱে কলে, গাৱঁলীয়া ল'ৰালৈ ছোৱালী দি তাইক কষ্টত নেপেলাব। কোনোৱে ক'লে—সেইটো নোম নেগুৰ বৰ্জিত। ভাল ল'ৰা ঢেৰ পায়, চিন্তা কি? কোনোৱে আকৌ কলে, সি ভদ্ৰলোকৰ দৰে কাপোৰ কানিকে পিন্ধিবলৈ শিকা নাই। সকলো কথা তেওঁৰ কাণত কেনেবাকৈ পৰে আৰু এই অচিনাকী মানুহটোৰ বিৰুদ্ধে তেওঁৰ মনটো কঠিন হৈ উঠে।

মই বুজিলোঁ এই বিয়া হলে তেওঁৰে সুখ নাপায়। হাকিমনীক সেই কথা কলোঁ। হাকিমনীয়ে "সেইবোৰ কথা মোতকৈ যি বহু গুণে বুজে তেওঁৱেই সকলো স্থিৰ কৰিব, মই তাত হাত নিদিওঁ" বুলি সমিধান দিলে। সকলো বাধা নামানি দুৰৰা হাকিমে ললিতলৈকে ছোৱালী দিয়াৰ স্থিৰ কৰিলে।

বিয়াৰ দিনা তেওঁৰ মনটো অপ্ৰসন্ন যেন দেখিলোঁ। সকলো আনন্দৰ মাজত কন্যাৰ মুখখনত যদি আনন্দৰ আভাস ফুটি নুঠে তেন্তে তাতকৈ দুখৰ কথা কি হব পাৰে?



বিয়াৰ দিনা ৰাতি ললিতক মই প্ৰথমে দেখোঁ। খীণোৱা দীঘল মানুহটো। গাৰ বৰণ মিঠা বৰণীয়া। মুখখন সৰু লৰাৰদৰে সৰলতাব্যঞ্জক। দাঁত দুটা অলপ উজ্বলা। প্ৰথমতে দেখিলে নিতান্ত বিশেষত্বহীন সাধাৰণ দৰিদ্ৰ মানুহৰ ল'ৰা যেন লাগে। খদ্দৰৰ ধুতি আৰু চাদৰ এখন পিন্ধি বিয়া কৰাবলৈ আহিছিল। দৰাৰ সাজেও যেন দৰাৰ দৰিদ্ৰতা ঘোষণা কৰিছিল। তেওঁৰ প্ৰতি সহানুভূতিত মোৰ অন্তৰ গলি গ'ল।

বিয়াত বহি ললিতে বিয়াৰ কাম কৰি যাবলৈ ধৰিলে। বাহুল্য বৰ্জিত তেওঁৰ সকলো কাম। দ্বিধাহীনভাবে তেওঁ মন্ত্ৰ মতা, হোম দিয়া আদি অনুষ্ঠান কৰি গ'ল। সকলো যেন সহজ, প্ৰাঞ্জল, তেওঁৰ চিৰ-অভ্যস্ত কাম। কতো শংকা বা লাজৰ পৰিচয় আমি নাপালোঁ। আৰু সেই কাৰণেই দৰাৰ নিৰ্লজ্জতাৰ বিষয়ে নানা ৰকম জোৰানাম গালোঁ। আগেয়েও কেইবা খনো বিয়া মই দেখিছোঁ, কিন্তু এনে সংকোচ-বিহীন দৰা ক'তো দেখা নাই।

দৰাকন্যা ভিতৰলৈ নিয়া হ'ল। তাত নানা ৰকম ৰহস্যৰ কথা চলিবলৈ ধৰিলে। কাঁহী খেলা আদি সামাজিক অনুষ্ঠানো অৱশ্যে লগে লগে চলিছিল। এবাৰ মই কৈ উঠিলোঁ, "হাকিমৰ ছোৱালী একা, দৰ্খাস্ত দিলেই যে নিজৰ ফালে ৰায় পাব, এনে আশা নাই, গতিকে সাৱধান!" ললিতে মোৰ ফালে চাই হাঁহি উত্তৰ দিলে, "হাকিমৰ শিলৰ হিয়াকো আমি গলাব পাৰোঁ, কাছাৰীৰ আৱৰণ হীনতাৰ মাজত, আৰু ঘৰৰ চুকত অকলৈ পাই যে তেখেত সকলৰ কন্যাৰ কোমল মন গলাব পাৰিম সেই বিষয়ে নিজৰ ওপৰত সম্পূৰ্ণ বিশ্বাস আছে।" এই কথা কৈ ললিতে হাঁহি উঠিল, সৰল হাঁহি। ঠিক সংসাৰৰ দায়িত্বহীন কুটিলতাৰ ভু-নোপোৱা এটা সৰু ল'ৰাৰ হাঁহি। ললিতৰ চকুযুৰিও কি সুন্দৰ! তাত অস্থিৰ কিবা এটা ভাবে সদায় খেলিব লাগিছে। এই চকুযুৰিয়েই যেন ললিতক সাধাৰণত্বৰ পৰা বহুত ওপৰলৈ তুলি নিছে। আৰু ললিতৰ হাঁহি? কি এক অপূৰ্ব সৌন্দৰ্য্যই ললিতৰ মুখখন উজ্বল কৰি তুলিলে! মই স্তব্ধ, বিস্মিত হৈ চাই থাকিলোঁ। কোনোবা এজনীয়ে "এ আই, দৰাটো বৰ নিলাজ দেও" বুলি কৈ উঠিল। ললিতে তৎক্ষণাত হাতজোৰ কৰি "আপোনাৰ ৰুমালখন মোক দিয়ক চোন, লাজ কৰিবলৈ মোৰ ৰুমালেই নাই" বুলি হাঁহি উঠিল। যি গৰাকী মানুহে নিলাজ বুলি কৈছিল তেওঁ অপ্ৰস্তুত হৈ ৰঙা পৰি উঠিল। এঘন্টাৰ

ভিতৰতে সকলো মানুহৰ এনেহে মনত হ'ল যেন এই ডেকাজনক আজিয়েই আমি প্ৰথম দেখা নাই। তেওঁলোক আমাৰ বহু দিনৰ পুৰণি চিনাকি। এনে সহজ, সৰল তেওঁৰ ব্যৱহাৰ।

তিনি মাহ মানৰ মূৰত তৰুক দেউতাকে লৈ আহিলগৈ। তৰু অহা শুনি মই লৰালৰিকৈ তেওঁক চাবলৈ গলোঁ। তৰুক দেখি মই স্তম্ভিত হলোঁ তৰু এনেয়ে বৰ সুন্দৰী, কিন্তু এতিয়া তৰুৰ সমস্ত চকু, মুখ, দেহত কি অপূৰ্ব লালিত্যৰ সঞ্চাৰেই হৈছে! এই অপূৰ্ব সৌন্দৰ্য্যৰ বিকাশ দেখি মই বুজিলোঁ তৰু সুখী হৈছে। তৰুৰ চকুত অপূৰ্ব দৃষ্টিৰ আভাস, কণ্ঠস্বৰত অপূৰ্ব আনন্দ যেন মূৰ্ত হৈ উঠে।

পিছদিনা তৰুৰ স্বামীৰ পৰা তৰুৱে এখন চিঠি পালে। কোৱা বাহুল্য, তৰুৰ ময়েই পৰম বান্ধৱী; গতিকে মই বৰকৈ ধৰাত তৰুৱে চিঠিখন মোক দেখুৱালে। সাধাৰণ চিঠি লিখা কাগজৰ দুপিঠি ভৰাই লিখা এখন চিঠি। কিন্তু মানুহে ভাষাৰে যে ভাবক ইমান জীৱন্ত কৰি তুলিব পাৰে তাক মই এই চিঠি দেখি প্ৰথম অনুভৱ কৰিলোঁ। ভাষাৰ আধিক্য নাই। কোনো কথাই অতিৰঞ্জিত নহয়। বিশেষণৰ লানি নিছিগা খেল নাই। অথচ ললিতৰ বিশাল প্ৰেমৰ কি সুন্দৰ ৰূপটোকেই সি প্ৰকাশ কৰিছে। মযো এনে ধৰণৰ চিঠি মোৰ জীৱনত বহুত পাইছোঁ। কিন্তু সেই বিলাকত ভাষাৰ যিমান প্ৰাচুৰ্য্য থাওক, ভাব প্ৰকাশৰ ক্ষমতা সিহঁতৰ নাই। অনুভূতি গভীৰ নহলে আৰু প্ৰকাশৰ শক্তি বলী নহলে এনে ধৰণে আত্ম নিবেদন কৰা যে অসম্ভৱ। এই চিঠিখন পঢ়ি মই বুজিলোঁ তৰু কিয় সুখী হৈছে।

তাৰ পিছদিনা আবেলি তৰু মোৰ তালৈ আহিল। মই জোৰ কৰি চিঠি খন তৰুৰ হাতৰ পৰা লৈ গৈছিলোঁ। গিৰিয়েকৰ চিঠি তিৰোতা সকলৰ মাজত বৰ ডাঙৰ এটা আলোচনাৰ বস্তু। নতুনকৈ স্বামীৰ ঘৰৰ পৰা উভতি অহা তৰুকো তেওঁৰ গিৰিয়েকৰ বিষয়ে নানা কথা সুধিবলৈ ধৰিলোঁ। তৰুৱে প্ৰথমতে কবলৈ বৰ লাজ পাইছিল। কিছু পৰৰ পিছত চিঠিৰ কথা আকৌ উঠিল; তেওঁ এবাৰ কৈ উঠিল, "লিলি বৌদেউ, এনে চিঠি পোৱাটোয়ে বৰ ভাগ্যৰ কথা!" মই কলোঁ,—"ভাগ্যৱতী নহলে এই চিঠি পাবৰ অধিকাৰ নজন্মে।" তৰুৱে কলে, "ঠিক মোৰো তেনেকৈ মনে ধৰে।" তাৰ পিছত লাজত তৰু ৰঙা হৈ উঠিল। কিন্তু মনৰ উত্তেজনা থমাব নোৱাৰিলে। মোক সাৰটি



ধৰি কত গল্পই তৰুৱে গিৰিয়েকৰ কৰিলে! কি উদাৰ তেওঁৰ মনৰ ভাব! কি আপোন ভোলা মানুহ! টকা পইচা কেনেকৈ দুই হাতে আৰ্জন কৰি দুই হাতে বিলায়! মানুহৰ লগত কেনে সৰল ব্যৱহাৰ! কেনে ৰহস্যপ্ৰিয় মানুহ! খোৱা-বোৱা-পিন্ধা-উৰাৰ প্ৰতি কেনেকৈ সদায় দৃষ্টি ৰাখিব লাগে; ইত্যাদি অজস্ৰ কথা। কওঁতে কওঁতে তৰু আপোন পাহৰা হৈ গ'ল। তেওঁৰ চকুত এটা উজ্বল ভাবে খেলিবলৈ ধৰিলে। মুখত হাঁহি। তেওঁৰ স্বপ্ন ভংগ হ'ল বাহিৰৰ পৰা মোৰ বান্দী জনীয়ে চাহবুযোগাৰ হৈছে বুলি মাত দিয়াত। তাৰ পিছত অসহ্য লাজত তৰু ৰঙা পৰি উঠিল। মোৰ বুকত কিছুপৰ পৰি থাকিল।

তৰু যি কেইদিন তাত আছিল, সেই কেই দিন স্বপ্নৰ ভাব নুগুচিল। চিঠি লিখা আৰু চিঠি পঢ়া অৱশ্যে দৈনন্দিন কাম। তেওঁৰ সকলো কাৰ্য্যতে এটা তৃপ্তি আৰু আনন্দৰ ভাব সদায় ব্যক্ত হৈ পৰিছিল।

৪

সেই বছৰ তিব্ৰুগড়ত সাহিত্য সভাৰ অধিৱেশন বহিছে। লগে লগে মহিলা সভাৰো। ললিত কংগ্ৰেছ আৰু সাহিত্য সভাৰ এজন সভ্য। গতিকে তেওঁ আহি কোনোবা বন্ধুৰ ঘৰত আছেহি। মযো তেতিয়া ঘৰলৈ আহিছোঁ। সাহিত্য সভাৰ অধিৱেশন শেষ হৈ গৈছে। মহিলা সভা বহাৰ দিনা পুৱা ললিত আমাৰ ঘৰলৈ আহিল। দেউতাই তেওঁক আদৰি সাদৰি বহুৱাই মোক মাতি দি কিবা কথাত আঁতৰি গল। লগে লগে আয়ো আহি আমাৰ ওচৰত বহিলহি। আমাৰ ভিতৰত কথা বতৰা আৰম্ভ হ'ল। অকণো আড়ম্বৰ ক'তো নাই। সহজ ভাৱে পুৰণা বন্ধুৰ লগত যেনেকৈ কথা বতৰা হয় তেনেকৈ আলাপ চলিবলৈ ধৰিলে। আয়ে যে এই ডেকা জনক আজি প্ৰথম দেখিছে সেই কথা পাহৰি গ'ল। তেওঁ নানা ভিতৰুৱা কথা তেওঁৰ আগত কৈ পেলালে। নানা বিষয়ে তেওঁৰ মতামতো আয়ে গ্ৰহণ নকৰাকৈ নোৱাৰিলে। তেৱোঁ সহজভাবে সকলো কথাৰ উত্তৰ দি গ'ল। আয়ে এবাৰ কলে—"লিলি যাচোন, তোৰ ৰচনাখন আনগৈ। বাপাই এবাৰ চাই দিয়ক।" সেইদিনা সভাত মোৰ এখন ৰচনা পঢ়াৰ কথা আছিল। মযো নিঃসংকোচে আনি

ৰচনাখন তেওঁৰ হাতত দিলোঁহি। ৰচনাৰ বিষয় আছিল 'বৰ্তমান সমাজত তিৰোতাৰ স্থান।' স্বাধীনতাৰ দাবীৰ বিষয়ে তাত বিশেষকৈ লিখা হৈছিল। ললিতে ৰচনাখন ইমূৰৰ পৰা সিমূৰলৈ পঢ়ি হাঁহি কলে,—সুন্দৰ হৈছে। দুই এটা কথাৰ লগত অৱশ্যে মই একমত নহওঁ। কিন্তু মোৰ মতৰ লগত নিমিলিলেই ৰচনা বেয়া হ'ল, এনে হ'ব নোৱাৰে। ভাষাও বৰ ভাল হৈছে। আপোনাৰ চিন্তাৰ গতি দেখি বৰ আনন্দ পালোঁ। তিৰোতাৰ ডাঙৰ শত্ৰু জীৱনৰ প্ৰতি উদাসীনতা।' তাৰ পিছত আৰু অন্যান্য বিষয়ৰ আলোচনা হ'ল। যিবিলাক তথ্য নিতান্ত দুৰূহ বুলি ভাবিছিলোঁ, সকলো বিলাক এই মানুহ জনৰ মনৰ স্পৰ্শত যেন সহজ হৈ পৰে। তেওঁৰ আলোচনাত পাণ্ডিত্য প্ৰকাশৰ চেষ্টা নাই। সৰ্বসাধাৰণ নিত্যনৈমিত্তিক কথাৰ দৰেই সমাজৰ, দেশৰ, জীৱনৰ উচ্চ তথ্যবিলাকৰ বিষয়ে তেওঁ আলোচনা কৰি গ'ল। লগে লগে সৰল ব্যংগ আৰু হাঁহি। জগতৰ ক'তো যেন একো দুখ নাই। সকলো আনন্দময়, সকলো শান্তিময়। চকুত এটি অনন্ত স্নিগ্ধ ভাব। জীৱনৰ সৌন্দৰ্য্য তেওঁৰ যেন সহচৰ। তৃপ্তিত মোৰ সমস্ত অন্তৰ ভৰি গ'ল।

ললিত গুচি গ'ল। লগে লগে যেন মোৰ কিবা এটা বৰ মূল্যবান বস্তু লৈ গ'ল। জগতৰ পোহৰ যেন অলপ কমিল। চাৰিও ফালৰ সকলো বস্তুৰ ওপৰত বিষাদৰ ছাঁ এটা পৰিল।

সভাৰ সকলো গণ্ডগোলৰ মাজতো ললিতৰ মুখখন মোৰ অন্তৰৰ মাজে মাজে মাজে স্পষ্ট হৈ উঠিছিল। তেওঁৰ প্ৰতি স্নেহৰ এটা সুকোমল ভাবে যেন মোক আগুৰি কৰি তুলিছিল। তেওঁৰ চকুযুৰিৰ সৌন্দৰ্য্যই মোক মুগ্ধ কৰি তুলিছিল। জীৱনত প্ৰথম এক নৱ অনুভূতিয়ে দেখা দিলে। তাৰ কোমল স্পৰ্শত মোৰ অন্তৰৰ নাৰীত্ব যেন আনন্দত শিহঁৰি উঠিল।

মই শিৱসাগৰলৈ ঘূৰি গলোঁ, ললিতৰ স্মৃতি বুকুত লৈ। লাহে লাহে বুজিব পাৰিলোঁ—ললিতৰ চিন্তাই মোৰ সমস্ত অন্তৰ পৰিপূৰ্ণ কৰি পেলাইছে। ললিতৰ প্ৰতি অনুৰাগে মোৰ সমগ্ৰ আত্মাক জগাই তুলিছে। ললিতক দেখিবলৈ, ললিতৰ কথা শুনিবলৈ, ললিতক স্পৰ্শ কৰিবলৈ মনত এটা অদম্য আকাংক্ষা জাগি উঠিল। বহু পুৰুষৰ লগত মোৰ পৰিচয়। কিন্তু কাৰো জীৱনৰ স্পৰ্শত মই এনে আত্মহাৰা হোৱা নাই। ললিতৰ চিন্তাৰ মাধুৰ্য্যই মোক অপূৰ্ব আনন্দত মগ্ন কৰিলে।

৫

খবৰ পালোঁ তৰুৰ বেমাৰ। জ্বৰ কেইবা দিনো হৈছে। কিন্তু কি জ্বৰ ডাক্তৰে ধৰিব পৰা নাই। দেউতাকে গৈ তৰুক লৈ আহিল, লগতে ললিতো আহিল।

শিৱসাগৰ পোৱাৰ লগে লগে তৰুৰ জ্বৰ বাঢ়িল। ডাক্তৰ, কবিৰাজে একো স্থিৰ কৰিব নোৱাৰিলে। চাৰিদিন মানৰ পিছত তৰুৰ নাড়ী বেয়া হ'ল। মই সেই দিনা আবেলি তৰুক চাবলৈ গলোঁ। তৰুক যি ঠাইত থোৱা হৈছিল তালৈ সোমাই গৈ দেখিলোঁ তৰুৰ হাত খনত ধৰি ললিত বহি আছে। তেওঁৰ চকু তৰুৰ মুখত আৰু তৰুৰ চকু তেওঁৰ মুখত আৱদ্ধ। তৰুৰ মুখত উদ্বেগৰ চিন নাই। ললিতৰ সান্নিধ্যৰ মাধুৰ্য্যই তেওঁক যেন অপাৰ শান্তি দিছে। ললিতৰ অৱস্থা শোচনীয়। চুলিবোৰ বিশৃংখল, চকুত এটা উদাস ভাব। মুঠতে কেইবা দিনো টোপনি খতি কৰিলে মানুহৰ যেনে হয়, তেওঁৰো তেনে চেহেৰা হৈছে। মোক অহা দেখি ললিতে তৰুৰ গালত হাত ফুৰাই 'তোমালোকে কথা পাতা' বুলি কৈ উঠি গ'ল। মোক 'ইয়াতে বহক' বুলি চ'কীখন আগবঢ়াই দিলে।

তৰুৰ প্ৰতি ঈৰ্ষাত মোৰ গোটেই অন্তৰ ভৰি গ'ল। ইমান দিনে সজ্ঞানে মই তৰুৰ প্ৰতি ঈৰ্ষান্বিত হোৱা নাই। কিন্তু আজি মৰণ পথৰ পথিক তৰুৰ সৌভাগ্য দেখি মোৰ গা জ্বলি উঠিল। মই যদি তৰুৰ দৰে বেমাৰী হৈ পৰি থাকিব পাৰিলোঁ হেতেন, মোৰ মৃত্যুৰ আশংকাত যদি ললিত ব্যাকুল হৈ উঠিল হেঁতেন, তাতকৈ ডাঙৰ আনন্দৰ কথা কি আছিল ? অন্তৰত একুৰা জুই যেন জ্বলি উঠিল।

তৰুৰ ওচৰত বহি মূৰত হাত ফুৰাই দিবলৈ ধৰিলোঁ। তৰুৰ জ্ঞান সম্পূৰ্ণ ৰূপেই আছিল। ক'লে—"লিলি বৌদেউ, স্বামীৰ কোলাত মূৰ থৈ মৰিবলৈ পাম, ইয়াতকৈ আৰু ডাঙৰ সৌভাগ্য কি আছে ? কিন্তু মই মৰিলে এই আপোনভোলা মানুহজনক কোনে চাব তাক ভাবিহে ব্যাকুল হৈছো।" তৰুৰ দুচকুৰেদি দুধাৰে চকুলো বৈ গ'ল। বুজিলোঁ ই আসন্ন বিৰহৰ দুখানুভূতিৰ নিদৰ্শন ! চকু মচি দি কলোঁ—"তৰু, তুমি নিশ্চয় ভাল হ'বা।"

তৰুৱে এইবাৰ এটা ক্ষীণ হাঁহি মাৰিলে। আচৰিত কথা, তৰু যদিও খীণাইছিল তথাপি তেওঁৰ মুখত এটা অপূৰ্ব সৌন্দৰ্য্যৰ ভাব ফুটি উঠিছিল। তাৰ পিছৰ্ত পাঁচ দিন তৰু জীয়াই আছিল। পাঁচোদিন মই তৰুক দিনতো আৰু ৰাতিও চাবলৈ গৈছিলোঁ। ললিতক মই সদায় একেথৰে বহি থকা দেখিলোঁ। সকলো বাহ্য জগত যেন লুপ্ত হৈ গৈছে। প্ৰাণৰ সকলো শক্তিৰে যেন তেওঁ তৰুৰ জীৱন প্ৰাৰ্থনা কৰিছে। তেওঁৰ এনে সমাহিত ভাব, আৰু আসন্ন মৃত্যুৰ কৰুণ ছাঁয়ে মোৰ হৃদয়ত দুখতকৈ ঈৰ্ষাৰ জুইহে দপ্‌দপ্‌কৈ জ্বলাই তুলিবলৈ ধৰিলে।

তৰুৰ মৃত্যু হ'ল। ললিতৰ অৱস্থাই এটা নতুনত্ব ধাৰণ কৰিলে। তেওঁৰ পক্ষে জগতৰ সকলো হাঁহি, সকলো আনন্দ যেন চিৰ কাললৈ স্তব্ধ হৈ গ'ল। গভীৰ মৌন ভাব। দিখৌৰ পাৰত সংযতভাৱে দিনে দিনে পিণ্ড দিয়ে। ঘৰলৈ আহি নিস্তব্ধ ভাৱে বহি থাকে। জীৱনৰ সকলো গতি সকলো চাঞ্চল্য যেন দূৰ হৈ গৈছে। এই যোগীক দেখি তেতিয়াও তৰুৰ বিৰুদ্ধে হৃদয়ত জুই জ্বলি উঠে। কি গুণত তৰুৱে ললিতৰ সমস্ত অন্তৰ বাহিৰ অধিকাৰ কৰি বহিছিল?

ললিত যোৱাৰ পিছত মোৰ প্ৰাণত এটা হাহাকাৰ উঠিল। ললিতৰ প্ৰাণৰ গভীৰ শোকৰ গভীৰ প্ৰতিধ্বনি যেন মোৰ হিয়াত বাজিবলৈ ধৰিলে। সহানুভূতিত মোৰ হিয়া পৰিপূৰ্ণ হৈ উঠে, বেথাত মই অস্থিৰ হৈ উঠোঁ। কতদিন ললিতৰ দুখৰ কথা ভাবি কান্দি কটাইছোঁ, তাক ঈশ্বৰেহে জানে। এনেকৈয়ে এবছৰ গ'ল।

জুন মাহত যোৰহাটত প্ৰাদেশিক ৰাজনৈতিক সভা বহিছিল। ললিত তালৈ আহিছিল। কোনোবাই তেওঁক ধৰি শিৱসাগৰলৈ লৈ আহিল। পিছদিনা পুৱাই তেওঁ আমাৰ ঘৰলৈ আহিল। মোৰ স্বামীও উপস্থিত আছিল। কথা বতৰা বহুত সময় হ'ল। ললিতৰ মুখত এতিয়াও সেই পুৰণি হাঁহি। চকুত এতিয়াও সেই আনন্দৰ নৃত্য। সহযে বুজিব নোৱাৰি যে তেওঁৰ জীৱনৰ ওপৰেদি এটা ভীষণ ধুমুহা বৈ গৈছে। অথচ মোৰ চকুত তেওঁৰ পৰিবৰ্তন স্পষ্ট হৈ ধৰা পৰিল। সমস্ত বাহিৰৰ আৱৰণে এটা ডাঙৰ দুখক যেন ঢাকি থবৰ চেষ্টা কৰিছে তাক সহজেই অনুমান কৰিব পাৰি। সেইদিনা ৰাতি ললিতে আমাৰ তাতে খালে।



আজি মই সম্পূৰ্ণ নিজক বুজিব পাৰিছোঁ। নাৰীত্বৰ পূৰ্ণ প্ৰকাশ প্ৰেম, আজি মোৰ হৃদয়ত উপস্থিত। ললিতৰ প্ৰাণৰ স্পৰ্শত মই জাগি উঠিছোঁ। কোনে জানে মোৰ এই অনন্ত ভাল পোৱাই সাৰ্থকতা লাভ কৰিবনে নাই? ইয়ে নিজক বিলাই দিবৰ অদম্য ইচ্ছা! মই ললিতৰ চৰণত সম্পূৰ্ণ আত্ম-বিক্ৰয় কৰিবলৈ বলিয়া হৈ উঠিলোঁ। ভাবিলোঁ, এখন চিঠিতে মনৰ ভাব প্ৰকাশ কৰোঁ। তাৰ পিছত বৰ লাজো লাগিল। কিন্তু শেষত কিবা এটা শক্তিয়ে ললিতলৈ মোৰ হতুৱাই এখন চিঠি লিখালে। সেই দিনা মোৰ স্বামী বাগিছালৈ গৈছে। সমস্ত ৰাতি বহি চিঠি লিখিলোঁ। ভাষাৰ ভিতৰেদি যদি মানুহে সম্পূৰ্ণ আত্ম-প্ৰকাশ কৰিব পাৰে তেন্তে সেই চিঠিয়ে নিশ্চয় মোৰ অন্তৰৰ ভাব প্ৰকাশ কৰিছিল। পিছদিনা পুৱাই চিঠিখন এটা চাকৰৰ হাতত পঠাই দিলোঁ।

সেইদিনা আবেলিৰ গাড়ীত ললিতৰ যোৱাৰ কথা। যোৱাৰ আগতে তেওঁ মোৰ ওচৰলৈ বিদায় লবলৈ আহিল। মোৰ সমস্ত হৃদয় ভয়ত আৰু আনন্দত কঁপি উঠিল। জীৱন মৰণৰ শক্তি লৈ স্বৰ্গৰ দেৱতা মোৰ ওচৰলৈ আহিছে। কিন্তু ললিতে আহি সহজ সৰল ভাৱে বিদায় লৈ গ'ল। কালি আৰু আজিৰ মাজত যে জীৱনৰ এটা ডাঙৰ ব্যৱধান স্পষ্ট হৈ উঠিছে তাক যেন তেওঁ নাজানেই। মুহূৰ্তলৈ খঙত আপোন পাহৰা হলোঁ—মোক অৱজ্ঞা কৰিছে বুলি। আকৌ ভাবিলোঁ, হয়তো মৌলৈ চিঠি দিব।

কিছুদিন গল। কিন্তু ললিতৰ চিঠি আৰু নাহিল। নিজকে ধিক্কাৰ দিবলৈ ধৰিলোঁ। কিহে পাইছিল মোক লোকৰ আগত এনেকৈ আত্ম-প্ৰকাশ কৰি অপমানিত হবলৈ? কিন্তু সকলো লাজ অপমানক কাতি কৰি হৃদয়ৰ আকুলতাই মোক বলিয়া কৰি তুলিলে। ললিতৰ মুখৰ এষাৰ ভাল কথা শুনিবলৈ মই ব্যস্ত হৈ উঠিলোঁ। কল্পনাত ললিতে মোক ভাল পাইছে বুলি ৰোমাঞ্চিত হলোঁ।

মনৰ আবেগ দমন কৰিব নোৱাৰি ললিতলৈ আকৌ এখন চিঠি লিখিলোঁ। হৃদয়ৰ সকলো শক্তিৰে ললিতৰ সকলো স্নেহ আহ্বান কৰি চিঠিখন ডাকত দিলোঁ।

তাৰ অলপ দিনৰ পিছতে পুজাৰ বন্ধতে ললিত আকৌ শিৱসাগৰলৈ আহিল। আহি পোৱাৰ দিনা গধূলিয়েই তেওঁ আমাৰ ঘৰলৈ আহিল।

মোৰ স্বামী সেই সময়ত বাগিছাত সদায় থাকে। আহি আগৰ দৰেই সৰল ভাৱে ললিতে কথা বতৰা আৰম্ভ কৰিলে। অন্তৰে অন্তৰে মই চিঠিৰ কথা শুনিবলৈ অসহিষ্ণু হৈ উঠিলোঁ। কিন্তু ললিত তাৰ ওচৰ সীমাই দিয়েই নাযায় দেখি এবাৰ মযেই গাৰ কঁপনি বলেৰে দমন কৰি সুধিলোঁ,—"দুখন চিঠি দিলোঁ।—তাৰ এখনৰো উত্তৰ নাপলোঁ কিয় ?" ললিত হঠাৎ গম্ভীৰ হৈ উঠিল। কলে, "স্নেহ সংসাৰৰ ইমান মূল্যহীন বস্তু নহয় যে তাৰ অৱমাননা মই কৰিম। আপোনাৰ স্নেহ মোৰ শিৰৰ মুকুট।" এটা আনন্দৰ ভাবে মোক আত্মহাৰা কৰি তুলিলে। মই কলোঁ—"তেন্তে উত্তৰ নিদিলে কিয় ?" গম্ভীৰ ভাবেই তেওঁ কলে—"লিখিবলৈ একো নাই। মিছা কথা কৈ আপোনাক অপমান মই কৰিব নোৱাৰোঁ।" মই কলোঁ—"বুজি নাপালোঁ। তেন্তে কি নাৰীৰ স্নেহৰ প্ৰয়োজন আপোনাৰ জীৱনৰ পৰা একেবাৰে লোপ পাইছে ?" ললিতে ক'লে,—"এতিয়াও কব নোৱাৰোঁ। সুদূৰ ভবিষ্যতত হয়তো কাৰবাৰ স্নেহৰ কাৰণে হৃদয় উদ্‌গ্ৰীৱ হৈ উঠিব। আজি দেহে নিজ প্ৰয়োজনত নাৰীক বিচাৰিব পাৰে, হৃদয়ে বিচৰা নাই ; আৰু সম্ভৱতঃ মোৰ হৃদয় চিৰকাললৈ ভাগি গৈছে !" ললিতৰ শেষৰ কথা আষাৰত এটা কৰুণ সুৰ বাজি উঠিল। তেওঁ লাহে লাহে তাৰ পৰা উঠি গ'ল।

অপমানৰ জ্বালাত মোৰ শৰীৰ জ্বলি উঠিল। দৈহিক প্ৰয়োজনত মাত্ৰ নাৰীক লাগে—ইয়াতকৈ নাৰীৰ মুখৰ আগত পুৰুষে নিৰ্লজ্জ অপমানৰ কথা কি কব পাৰে ? দুখেবেজাৰে একো নাখাই নবৈ শুই থাকিলোঁ। গোটেই ৰাতি এটা অস্থিৰ খণ্ডৰ ভাৱত কাটি গ'ল। ৰাতি পুৱাৰ ফালে অলপ টোপনি আহিল। টোপনিতে সপোন দেখিলোঁ। ললিতে মোৰ ওচৰত বহি মোক বুকুত সুমাই লৈ মোৰ মুখত এটা চুমা খাইছে। মোৰ সমস্ত প্ৰাণত অপূৰ্ব আনন্দৰ সংগীত বাজি উঠিল। পুলকত মোৰ মন-প্ৰাণ নাচি উঠিল। এটা চুমাই যে মানুহক সপ্তম স্বৰ্গলৈ লৈ যাব পাৰে তাক মই আগেয়ে জনা নাছিলোঁ। আনন্দত আকুল হৈ উঠিলোঁ। অসীম আনন্দত উশাহ নিশাহ সকলো বন্ধ হ'ল বুলি অনুমান কৰিলোঁ। সাৰ পালোঁ ; চকু মেলিবৰ মন নগ'ল। সপ্নৰ স্মৃতিয়ে মোক আড়ষ্ট কৰি ৰাখিলে। সমস্ত দেহ-মনে যেন অসাৰ হৈ একাগ্ৰ চিত্তে সেই স্মৃতিৰেই পূজা কৰিছে।

আঠমান বজাত বিছনাৰ পৰা উঠি গা-পা ধুই চাহ খালোঁ। সপোনৰ



আবেশ কাটি গ'ল। কিন্তু মোৰ ই কি হবলৈ আৰম্ভ কৰিলে ? কালিৰ সকলো অপমান কোনিবা চিন চাব নোহোৱাকৈ আঁতৰি গ'ল। তাৰ ঠাইত ইকি জুই মোৰ হিয়াত জ্বলি উঠিল ! শৰীৰৰ প্ৰতি অংগ প্ৰত্যংগ যেন হঠাৎ ব্যাকুল হৈ উঠিল—ললিতৰ স্পৰ্শ লাভ কৰিবলৈ। মনে কবলৈ ধৰিলে,—কালি ললিতে ইংগিতত তোমাৰ ৰূপৰ পূজা কৰি গৈছে। তাৰ মাজেদিয়েই তেওঁক তুমি লাভ কৰিবা। কি উদ্‌ভ্ৰান্ত আকুলতা—ললিতৰ ওচৰত আত্ম-সমৰ্পণ কৰিবলৈ ! নিজকে নিজে দমন কৰিব নোৱাৰোঁ। এজন মানুহে যে আন এজন মানুহৰ সংগ পাবলৈ এনে উন্মাদ হৈ উঠে তাক আগেয়ে মই জনা নাছিলোঁ। মোৰ অনুমান হবলৈ ধৰিলে যে ললিতক যদি মই নাপাওঁ তেন্তে মই আৰু জীয়াই থাকিব নোৱাৰোঁ। হৃদয়ত যেন ভীষণ আগ্নেয়গিৰিৰ আবিৰ্ভাৱ হ'ল।

দুপৰীয়া কোনোমতে ভাত খাই উঠিলোঁ। তাৰ পিছত কাগজপত্ৰ লৈ এখন চিঠি লিখিলোঁ—ললিতলৈ। জগতৰ আদিৰ পৰা আজিলৈকে কোনো নাৰীয়ে ইমান আকুলতা ইমান ব্যগ্ৰতা জনাই আত্ম-নিবেদন কৰিছেনে নাই কব নোৱাৰোঁ। চিঠিত মোৰ মনৰ ভাব যেন মূৰ্ত হৈ উঠিল। সেইদিনা ৰাতি ললিতক নিমন্ত্ৰণ কৰি পঠালোঁ—মোৰ লগত কটাবলৈ। তিৰোতা বা পুৰুষৰ ৰীতি আৰু স্বভাৱৰ বিৰোধী এই কাম মই কৰিলোঁ, মনৰ প্ৰেৰণাক দমাব নোৱাৰি। শেষত লিখিলোঁ—"যদি নাহে মোক জনাব।" চাকৰ এটাৰ হাতত চিঠিখন দি পঠালোঁ। চিঠিখন মোৰ হাতৰ পৰা ওলাই যোৱাৰ পিছৰ পৰা ভীষণ উৎকণ্ঠাত মই অস্থিৰ হৈ পৰিলোঁ। ললিতে কি ভাবে চিঠিখন লব, কিজানি নাহোঁ বুলিয়েই উত্তৰ দিয়ে ইত্যাদি কথা ভাবি। চাকৰটো ঘূৰি আহিল, একো উত্তৰ নাই। প্ৰাণ আনন্দত নাচি উঠিল—ললিত আহিব বুলি। তথাপি তাকে স্থিৰ কৰি জানিবৰ কাৰণে আকৌ তাক কিবা উত্তৰ আছেনে বুলি সুধিবলৈ পঠালোঁ। সি 'একো উত্তৰ নাই বুলি কৈছে' বুলি মোক অলপ পিছতে কলেহি। এইবাৰ আৰু সন্দেহ নাথাকিল যে ললিত আহিব। মোৰ হৃদয়-তন্ত্ৰীত যেন অপূৰ্ব সংগীত বাজি উঠিল। আজি মোৰ জীৱনৰ মহা উৎসৱ। পৰা হ'লে আজি আতচ বাজিৰে সমস্ত আকাশ উদ্ভাসিত কৰি তুলিলোঁ হেতেন। হঠাৎ অনুভৱ কৰিলোঁ—যেন এটা চিৰন্তন আনন্দ প্ৰগতিৰ লগত মোৰ আত্মাৰ পৰিচয় হৈ গৈছে।

গোটেই শৰীৰতে এটা মৃদু কম্পন হ'ল। মই লৰালৰিকৈ বাগিছাৰ পৰা গোলাপ ফুল কিছুমান তোলাই আনি নিজ হাতেৰে সুন্দৰকৈ ফুলদানি বিলাক সজালোঁ। মোৰ পৰিপাটি শোৱা কোঠাটো আৰু পৰিপাটিকৈ সজালোঁ! লাহে লাহে সন্ধ্যা হ'ল। সন্ধ্যাৰ আগমন যে ইমান সুন্দৰ, ইমান মনোমোহা আজি তাক প্ৰথম বুজিলোঁ। হৃদয়ৰ আকাংক্ষা বুজি যেন পূৰ্ণিমা সন্ধ্যাই সহচৰী ৰাতিক আগবঢ়াই আনিছে। মই মোৰ বিছনাত নতুন কাপোৰ পাৰিলোঁ—সেই ৰঙৰ কাপোৰ—যাৰ ৰঙে মোৰ সৌন্দৰ্য্যৰ মাত্ৰা বঢ়াব পাৰে! নিজকে ভূষিত কৰিলোঁ, সকলো অভিজ্ঞতা আৰু কল্পনাৰ সহায় লৈ। জীৱনত কেতিয়াও মই নিজক ভূষিত কৰি ইমান আনন্দ পোৱা নাই। কোন ৰঙৰ ছোলা, কোন ৰঙৰ ৰিহা মেখেলা, চাদৰ পিন্ধিম তাক বহু যত্ন কৰি স্থিৰ কৰিলোঁ। তাৰ পিছত গন্ধ-দ্ৰব্য বাটি গোটেই কোঠাটো সুৰভিত কৰিলোঁ। কল্পনাই অদ্ভুত খেলা খেলিবলৈ ধৰিলে। সুন্দৰকৈ চ'কী এখন সজাই থলোঁ। মোৰ ৰজাৰ কুমাৰ যে আজি মোৰ কুঞ্জলৈ আহিব! গোন্ধ তেলৰ বন্তি সজালোঁ—কেৰাচিন তেলৰ চাকিৰ পোহৰত আমাৰ মিলন ম্লান হ'ব বুলি। বুপৰ গিলাচত চৰবত কৰি থলোঁ। মুঠতে ললিতক আজি মোৰ হৃদয় ৰাজ্যৰ ৰাজত্বত অভিষেক কৰি লবলৈ সকলো প্ৰস্তুত কৰি থলোঁ। খাবৰ হ'ল। কোনো মতে ভাতৰ পাতত বহি উঠি আহিলোঁ। খোৱাটো আজি নিতান্ত অনাৱশ্যক যেন লাগিল। তাৰ পাছত হেলনী চ'কী খনত বহি কল্পনাৰ ৰাজ্যত নিজকে উটুৱাই দিলোঁ। দৃশ্যৰ পিছত দৃশ্য চকুৰ আগত ভাহি যাবলৈ ধৰিলে। তাৰ নায়ক ললিত, নায়িকা মই। আনন্দত মই মগ্ন হৈ গলোঁ। কেতিয়া বান্দী চাকৰবোৰ শুলে মই কবই নোৱাৰোঁ। ঘড়ীত টং টং কৰি বাৰ বাজিল। হঠাৎ এটা অস্বাভাৱিক উত্তেজনাই দেখা দিলে। ললিত আহিবৰ হৈছে। আহিব এতিয়া। মোৰ সমস্ত শৰীৰ কঁপিবলৈ ধৰিলে। কপালত ঘামে দেখা দিলে। মুখ শুকাই গল। পানীৰ গিলাচ হাতত তুলি ললোঁ—গিলাচ কঁপিবলৈ ধৰিলে। পানী খালোঁ। কিন্তু উত্তেজনা নকমিল। আনন্দৰ তীব্ৰতাই মোক বলিয়া কৰি তুলিলে। কল্পনাই দৃশ্যত আৰু নানা ৰকম ৰহন সানি মোৰ আগত উপস্থিত হবলৈ ধৰিলে। এক বাজিল। মোৰ কঁপনি আৰু বাঢ়িল। সমস্ত দেহ আজি যেন পুৰি ভস্ম হৈ যাবলৈ ধৰিলে। দেহৰ প্ৰতি ৰক্তবিন্দু, প্ৰতি অণু, প্ৰতি পৰমাণু,



উন্মুখ, উদ্‌গ্ৰীৱ, উদ্‌ভ্ৰান্ত—ললিতৰ স্পৰ্শৰ কাৰণে। গোটেই দেহতে যৌৱনৰ উচ্ছ্বসিত গতি যেন মুখৰ হৈ উঠিছে।

বাহিৰত অলপ শব্দ হ'ল, চক খাই উঠিলোঁ। ভাবিলোঁ—ললিত আহিছে। আৰু স্থিৰ হৈ থাকিব নোৱাৰোঁ। আহা, হৃদয় দেৱতা, মোক গ্ৰহণ কৰাহি। সময় যায়। ইকি কণ্ট দিছা পলম কৰি। ভাবিলোঁ, ললিত যদি শুই পৰিছে? পিছৰ মুহূৰ্ত্তে নিজক প্ৰবোধ দিলোঁ,—সুন্দৰীৰ প্ৰাণৰ আহ্বান উপেক্ষা কৰি শুব পৰা পুৰুষ জগতত নাই। সি প্ৰকৃতিৰ নিয়মৰ বিৰুদ্ধ কথা। কিবা অসুবিধাতহে অহা নাই। আহিব এতিয়া। তিনি বাজিল। মই আৰু ভিতৰত বহি থাকিব নোৱাৰিলোঁ। দুৱাৰখন মেলি ললিত হঁতৰ ঘৰৰ ফালে মুখ কৰি চ'কী এখন লৈ বহি পৰিলোঁ। মনত সন্দেহ হবলৈ ধৰিলে—ললিত নাহে। মোৰ মুখ শুকাই গ'ল। গোটেই সংসাৰ যেন শ্মশানত পৰিণত হ'ল। কিন্তু মনে আশা নেৰিলে। ললিত আহিব—কিহে ললিতক মোৰ পৰা আঁতৰত ৰাখিব? ললিতৰ তিৰোতা নাই যে তেওঁৰ প্ৰতি অন্যায় কৰা হব বুলি তেওঁ নাহিব। মোৰ এই দুৰ্জ্জয় আকৰ্ষণ ললিতে উপেক্ষা কৰিব নোৱাৰিব। কোনোবা এটা মানুহ ললিতৰ ঘৰৰ পৰা ওলোৱা যেন দেখি মোৰ হৃদয় কঁপি উঠিল—আহিছে, ললিত আহিছে বুলি। কিন্তু মানুহটো আকৌ সোমাই গ'ল। চাৰি বাজিল! বুকু কঁপি গ'ল। ললিত নাহিল। সময়ো যে আৰু নাই। ক্ষমতা থকা হ'লে আজি মই সময়ৰ গতি ফিৰাই দিলোঁহেঁতেন। সময় কমি আহিছে। কি, ললিত আৰু নাহে? কিছু পৰ বাহিৰত বহি থাকি বিছনাত পৰিলোঁ গৈ। গোটেই দেহতে এটা অৱসন্নতাই আশ্ৰয় লৈছে। অথচ কাণ তেতিয়াও সজাগ হৈ ললিতৰ পদধ্বনিৰ শব্দ শুনিবলৈ ব্যাকুল হৈ আছে। এবাৰ আকৌ কিবা এটা শব্দ হ'ল। দেহত এটা প্ৰবল আলোড়ন অনুভৱ কৰিলোঁ—ললিত আহিছে বুলি। মুহূৰ্ত্তলৈ হলেও ললিতক পাম, এই আশাত হিয়া অপাৰ আনন্দত নাচি উঠিল। ললিত নাহিল! পাঁচ বাজিল। লাজ অপমানত অস্থিৰ হৈ উঠিলোঁ। পুৰুষৰ সদায় পূজা পাই আহিছোঁ। আজি পুৰুষৰ হাতত এই নিৰ্ম্মম অপমান পাই ক্ষিপ্ত হৈ উঠিলোঁ। অস্থিৰ আক্ৰোশত পাগলীৰ দৰে হৈ পৰিলোঁ। ললিতৰ ওপৰত অজস্ৰ খং উঠিল—নাৰীৰ আহ্বান ভয়ত উপেক্ষা কৰি ললিত অহা নাই বুলি। ললিতক মনে মনে কাপুৰুষ বুলি গালি পাৰিবলৈ

ধৰিলোঁ। কুৎসিত ভিকহু ললিতে মোৰ মোল কি বুজিব বুলি নিজেই যেন অলপ আত্মপ্ৰসাদ লাভ কৰিলোঁ। গ্লানিত হৃদয় ভৰি গ'ল। এনে অপমানতকৈ মৃত্যু শতগুণে ভাল আছিল! কিহৰ বলত মই কালিলৈ মানুহৰ আগত মুখ দেখুৱাম? কোনেও নাজানিলেও মোৰ অন্তৰ আত্মাই জানিব যে মই পুৰুষৰ উপেক্ষিতা, মোৰ প্ৰাণৰ আহ্বান অনায়াসে পুৰুষে অৱহেলা কৰিছে। আৰু জানিব ললিতে! লাজত সংকুচিত হৈ পৰিলোঁ। মোৰ সমস্ত দেহ, সমস্ত যৌবন আজি ব্যৰ্থ হৈ গ'ল—ললিতৰ অবিচাৰত, নিষ্ঠুৰতাত; চকু মুদি নিজৰ পৰাই নিজক লুকাই ৰাখিবৰ ইচ্ছা কৰি পাটীত পৰি থাকিলোঁ। নাৰীত্বৰ ব্যৰ্থতাত, অপমানত আজি মোৰ হিয়া ফাটি যাবলৈ ধৰিলে। শুনিলোঁ—ঘড়ীত ছয় বাজিল। লগে লগে বুকু ভঙা কান্দোনত মই অস্থিৰ হৈ পৰিলোঁ। চকুৰ লোত গাৰু তিতি গ'ল। তথাপিও মোৰ কান্দোন নাথামে।

ছাৰে সাতমান বজাত পাটীৰ পৰা উঠোঁতেই চকুত পৰিল গোলাপৰ তোৰা, গন্ধ প্ৰদীপ আৰু অন্যান্য সকলো উপকৰণ। খঙত মূৰ ঘূৰাই গ'ল। বুপৰ গিলাচ, গোলাপৰ তোৰা, সকলো দলিয়াই দিলোঁ, বিছনাৰ কাপোৰ তুলি ভৰিৰে মোহাৰি পেলালোঁ। পিন্ধা সাজ সোলোকাই অন্য কাপোৰ পিন্ধিলোঁ। এই সকলো বোৰেই যে মোক গ'ল ৰাতিৰ ঘটনা মনত পেলাই উপহাস কৰিব। তাৰ চিনচাব সকলো দূৰ কৰিলোঁ।

আজি মোৰ হৃদয়ৰ পৰা ললিতক ভাল পোৱাৰ ভাব দূৰ হৈ গ'ল। তাৰ ঠাইত এটা ভীষণ ঘিণ, এটা ভীষণ প্ৰতিহিংসাৰ ভাবে ঠাই লৈছে। পাৰিলে ললিতক মই নিজ হাতেৰে বধ কৰিলোঁহেঁতেন। এনে এটা হিংস্ৰ ভাবো মনলৈ আহিবলৈ ধৰিলে।

গা ধুই অলপ চাহ খাই মই স্তব্ধ হৈ চ'কী এখনত বহি আছোঁ। ভিতৰত মোৰ নৰকৰ অগ্নি জ্বলিছে। ন বাজিছে, এনেতে ললিত আহি উপস্থিত হ'ল। মই কোনো ৰকম সম্ভাষণ নকৰি বহি থাকিলোঁ। ললিতৰ মুখত সেই স্নিগ্ধ হাঁহি। দেখি মোৰ গা আৰু জ্বলি উঠিল। মোৰ হৃদয়ৰ সকলো ব্যথা উপেক্ষা কৰি যেন ললিতে নিজৰ মনৰ আনন্দত হাঁহিছে। ললিতে কলে—"লিলি বৌ দেউ, আজি ঘৰলৈ যামগৈ। বিদায় লবলৈ আহিলোঁ।" মই গম্ভীৰ ভাবে বাৰু বুলি কলোঁ। ললিতে নমস্কাৰ কৰি গুচি গ'ল। মই প্ৰতি নমস্কাৰ নকৰিলোঁ।



অলপ পিছতে কোনোবাই কোৱা শুনিলোঁ, ললিতক শহুৰেকে সেই দিনা যাবলৈ নিদিলে, পিছ দিনাহে যাব।

মোৰ স্বামী দুপৰীয়া ঘৰ পালেহি। দুপৰীয়া খাই বৈ উঠাৰ পিছত দুয়ো বিশ্ৰাম কৰিছোঁ। আজি মোৰ অন্তৰত কি হৈছে কব নোৱাৰোঁ। হঠাৎ ললিতক অপমান কৰিবলৈ মন ব্যগ্ৰ হৈ উঠিল। মই মোৰ স্বামীক কলোঁ—"ললিতে মোক অপমান কৰিছে। মোলৈ প্ৰেমৰ চিঠি লিখিছে আৰু মোৰ ওচৰত অসৎ প্ৰস্তাৱ কৰিছে।" মোৰ স্বামীয়ে প্ৰথমতে মোৰ মুখলৈ কিছু পৰ চাই থাকি কলে,—"ললিতে এই কাম কৰিছে? বৰ আচৰিত! তেওঁক যে আমি সকলোৱে ভাল মানুহ বুলি জানো।" মোৰ খং আৰু চৰিল। জ্বলি উঠি কলোঁ—"তেন্তে মই মিছা কৈছোঁ। পুৰুষ মানুহ সকলো সমান। কাৰো বিশ্বাস নাই। যদি ইয়াৰ প্ৰতিবিধান নকৰে—!" মোৰ স্বামী মোৰ বশ। তেওঁ ব্যস্ত হৈ উঠিল, কলে,—"বাৰু মই ইয়াৰ প্ৰতিবিধান কৰিম। আৱশ্যক হ'লে তাক কুকুৰ শিয়ালৰ দৰে গুলিয়াই মাৰিম।"

আবেলি মোৰ স্বামীয়ে ললিতক লৈ ফুৰিবলৈ ওলাই যোৱা দেখিলোঁ। তেওঁ কেতিয়া ফিৰি আহে তালৈ অস্থিৰ ভাৱে অপেক্ষা কৰিবলৈ ধৰিলোঁ। সন্ধ্যা ফিৰি আহি কলে—"বান্দৰক ভালকৈ শুনাই দি আহিছোঁ—আৰু তেনে কৰিলে চাবুক দি ঠিক কৰি দিম বুলি।" মই ব্যগ্ৰ ললিতৰ উত্তৰ শুনিবলৈ! তেওঁ একো নোকোৱা দেখি নিজেই সুধিলোঁ—"ললিতে কি কৈফিয়ৎ দিলে?"

মোৰ স্বামীয়ে গৰ্জি উঠি কলে,—"পাষণ্ডৰ কিবা কৈফিয়ৎ থাকিলেহে দিব। চুপ কৰি শুনি থাকিল। এটা কথাও তাৰ মুখৰ পৰা ভয়তে নোলাল। যদি কিবা কলে হেঁতেন ঘুচিয়াই মুখ ভাঙি দিলোঁহেঁতেন।"

ললিতৰ ব্যৱহাৰত আৰু আঘাত পালোঁ। মিছা অপবাদ নিৰ্বিবাদে মূৰত তুলি লয়, তথাপি একেবাৰ কৈ আঘাত কৰিও মোৰ জীৱনৰ সোঁতৰ লগত নিজক অলপো নিমিহলায়। এই অপমান যে বৰ ভীষণ!

পিছ দিনা ললিত ঘৰলৈ গ'ল।

সময় যাবলৈ ধৰিলে। জীৱন এটা ভাৰ হৈ উঠিল। শোওঁতে বহোঁতে ললিতৰ অপমানৰ খোঁচে মোক অস্থিৰ কৰিবলৈ ধৰিলে। মোৰ নাৰীত্ব যেন ব্যৰ্থ হৈ গৈছে। মোৰ মন, প্ৰাণ, দেহ, সকলো যেন প্ৰয়োজনহীন আৱৰ্জনা। ইপিনে ললিতৰ প্ৰতি খঙত মনটো সদায় আচ্ছন্ন হৈ থাকে। মনে মনে কত

ৰকমে ললিতক গালি পাৰোঁ। কত ৰকমে শাস্তি দিম বুলি ভাৰোঁ তাৰ অন্ত নাই।

ৰবদিনৰ বন্ধত শিৱসাগৰত প্ৰাদেশিক কংগ্ৰেছ কমিটি বহিছে। তালৈ অন্যান্য মানুহৰ লগত ললিতো আহিছে। গুৱাহাটীৰ ফুকন ডাঙৰীয়াও সেই উপলক্ষে শিৱসাগৰলৈ আহিছে। তেখেতক সন্মান জনাবলৈ চলিহা ডাঙৰীয়াৰ তাত চাহৰ মেল পাতি আমাকো তালৈ চলিহা ডাঙৰীয়াই মাতিছে। আবেলি মই আৰু মোৰ স্বামী তালৈ গলো! মটৰৰ পৰা নমা মাত্ৰকে ললিতৰ মাত শুনিবলৈ পালোঁ। কাৰোবাৰ লগত ডাঙৰকৈ গল্প কৰিছে। তাৰ পিছতে ললিতৰ হাঁহি। মই কঁপি গলোঁ। মুহূৰ্তলৈ মোৰ দেহ-মন সকলো অসাৰ হৈ গ'ল। কেনেমতে আত্ম-সংবৰণ কৰি আগবাঢ়ি গলোঁ। গৈ দেখোঁ—এখন টেবুলৰ ওচৰত বহি ললিতে কেইবাজনো মানুহৰ লগত গলপ কৰিছে,—দুৱাৰৰ ওচৰতে। আমাক দেখিয়েই তেওঁ নমস্কাৰ কৰি, "লিলি বৌদেউ, হৰ-গৌৰীৰ আবিৰ্ভাৱত আমাৰ চাহ যজ্ঞ পৰিপূৰ্ণ হব," বুলি হাঁহি উঠিল। এই অপ্ৰত্যাশিত আহ্বানত মই অস্থিৰ হৈ উঠিলোঁ। খন্তেকলৈ যেন গোটেইখন অন্ধকাৰ হৈ গ'ল। ওচৰৰ চ'কী এখনত ধৰি কোনোমতে নিজক স্থিৰ কৰি আগ বাঢ়িলোঁ।

আজি আকৌ ললিতৰ প্ৰতি খঙে মোক যেন দুনাই জ্বলাবলৈ ধৰিলে। কিহৰ বলত নিৰ্বিকাৰ ভাবে মোক সম্পূৰ্ণ অৱজ্ঞা কৰি ললিতে নিজৰ জীৱন আগৰ দৰেই সবল গতিত চলাই লৈ যায়? চাহমেলৰ পৰা উভতি আহি গোটেই ৰাতি মই অস্থিৰ হৈ কটালোঁ। দুখে বেজাৰে একেবাৰে আপোন ঘাতী হবৰ মন যায়। ৰাতি বঢ়াৰ লগে লগে যেন মনৰ দুখো বাঢ়ি গ'ল। তিৰোতাৰ দুখৰ কাৰণেই ভগৱানে ৰাতিৰ সৃষ্টি কৰিছে নেকি কব নোৱাৰোঁ। পিছ দিনা মোৰ স্বামী কলিকতালৈ গ'ল। তেওঁ যোৱাৰ পৰা মই আৰু অস্থিৰ হৈ উঠিলোঁ। উপায় ভাবিবলৈ ধৰিলোঁ—কেনেকৈ ললিতক শাস্তি দিওঁ। হঠাৎ এবাৰ মনত হ'ল, এবাৰ নিজেই গৈ অপমান কৰি আহোঁগৈ। ঘৰীৰ কালে চাওঁ আঠটা বাজিছে। এই সময়ত ললিতে অকলৈ বহি কিতাপ পঢ়ে। নিজক আৰু দমন কৰিব নোৱাৰিলোঁ। ললিতৰ থকা ঠাই পালোঁগৈ। তেতিয়া মোৰ মনৰ অৱস্থা সাংঘাতিক। গোটেই শৰীৰত এটা ভীষণ কঁপনিয়ে দেখা দিছে। চকুৰ আগত যেন জুইৰ ফিৰিঙতি উৰিছে। ললিতে এখন কিতাপ



পঢ়ি আছিল। মোক দেখিয়েই কিতাপ খন থৈ হাঁহি—"আজি অকল গৌৰীৰহে আগমন! আমাৰ বৰ সৌভাগ্য" বুলি কলে। সেই মাৰাত্মক হাঁহি দেখি মোৰ ধৈৰ্য্যচ্যুতি ঘটিল! অন্ততঃ মোৰ মুখৰ আকৃতিতেই হৃদয়ৰ ভাব প্ৰকাশ হৈ পৰিছিল। মোৰ মুখৰ ফালে চাই ললিত স্তব্ধ হৈ গ'ল। তেওঁৰ মুখখন গম্ভীৰ হ'ল। সুধিলে—"লিলি বৌ দেউ, আপোনাৰ কি হৈছে?" মোৰ মূৰত তেতিয়া বিজুলীয়ে খেলিছে। আধা ভগা মাতেৰে কৈ উঠিলোঁ—"কি সাহেৰে তুমি সুধিছা মোৰ কি হৈছে বুলি? তুমি কাপুৰুষ! তিৰোতাক অপমান কৰি আত্ম-প্ৰশংসা বিচৰা?" ললিতে তললৈ মূৰ কৰিলে। মই কৈ যাবলৈ ধৰিলোঁ—"তুমি নিজক ইমানেই ভালপোৱা যে তোমাৰ ভৰিৰ গছকত কাৰ হিয়া ভাগি তোমাৰ ভৰি তেজেৰে ৰাঙলী হৈছে তালৈ চকু দিবৰ তোমাৰ অৱসৰ নাই। তুমি"—মোৰ মুখৰ কথা মুখতেই থাকিল। ললিতে মুখ ঘূৰাই মোৰ মুখৰ ফালে চালে। তেওঁৰ মুখখন বেদনাত কলা পৰি গৈছে, চকুত অনন্ত বেথাৰ ছবি মূৰ্ত হৈ উঠিছে। খং মোৰ কেনিবাদি উৰি গ'ল্ এটা সীমাহীন স্নেহে মোক আকুল কৰি তুলিলে ললিতৰ মুখখনি বুকুত সুমাই লৈ তেওঁক সান্ত্বনা দিবলৈ। হঠাৎ আপোনা-আপুনি এখোজ আগবাঢ়ি গলো হঠাৎ বুকুখন ভাগি যোৱা যেন পালোঁ। চকুৰ পানীৰে বাট নেদেখা হলোঁ কোনোমতে ঘৰ পাই বিছনাত পৰি কান্দিবলৈ ধৰিলোঁ। ললিতৰ প্ৰতি কৰুণাত স্নেহত, সহানুভূতিত যেন হিয়া গলি গ'ল। সম্পূৰ্ণ ৰাতি বিছনাত পৰি কান্দিলোঁ। পুৱা উষা আগমনৰ লগে লগে যেন মোৰ হিয়াত হঠাৎ নতুন দৃষ্টি এটাই জন্ম লাভ কৰিলে। মই উপলব্ধি কৰিলোঁ—বেথাৰ অনন্ত সাগৰত পৰি ললিতে প্ৰেয়সী নাৰীৰেই উপাসনা কৰিছে। সেই পূজাৰ মৃদু, কৰুণ, বিশ্ব ব্যাপী শংখনিনাদে জগতৰ গোটেই নাৰী জাতিৰ গৌৰৱ ঘোষণা কৰিছে। সেই পূজা ভাঙি দি, অনন্ত দুখ-সমুদ্ৰক উত্তাৱল কৰি তুলি প্ৰণয়ৰ চেষ্টা কৰা মোৰ অন্যায়। মোৰ হৃদয়ে ললিতক পোৱাৰ সাৰ্থকতাৰ ভিতৰেদি লাভ কৰিব নোৱাৰে। ব্যৰ্থতাৰ সুৰত ললিতৰ জয়গান গায়েই মোৰ জীৱনক সন্তুষ্ট ৰাখিব লাগিব। মুহূৰ্তলৈকে যে এই অপৰূপ, মহৎ হৃদয়ৰ অনন্ত সৌন্দৰ্য্য মোৰ আগত মূৰ্ত হৈ উঠিল—সেই সৌন্দৰ্য্যৰ স্মৃতিয়েই মোৰ সম্বল। জীৱন দেৱতা, হয়তো মোৰ আজিৰ ব্যৰ্থ পূজা কোনোবা কল্পত সাৰ্থক হৈ উঠিব!!

## দ্বিতীয় পক্ষ

### হলীৰাম ডেকা

যিসকলৰ কথা পাহৰি থাকোঁ, তেওঁলোকেই কেতিয়াবা জীৱনটো ক্ষিপ্ত কৰি তোলে। কেবা বছৰো আগৰ কথা। মোক কেৱে ববকৈ নিচিনিছিল। মযো বেচি মানুহক নিচিনিছিলোঁ। বাটে ঘাটে উদাসীন হৈ ফুৰোঁ। কাৰবাক ভাল লাগিলে চাওঁ, কাকো কেতিয়াবা অনাহকতে নিন্দা কৰোঁ—জীৱনত বিশেষ একো নহয়। কাৰবাৰ যদি কিবা হয় বুলি কয় সিও নিতান্ত ভণ্ডামি। এনেবোৰ বিশ্বাসতে পছোৱাৰ আগত গছৰ শুকান পাত উৰা দি জীৱনটোক উৰুৱাই দি নিশ্চিন্ত হৈ ঘূৰি ফুৰিছিলোঁ। এদিন এজন সম্পাদকৰ সহকাৰীয়ে এখন কাকতৰ গৰাকীয়ালৰ আগত মোক থিয় কৰাই লৈ পৰিচয় দিলে যে মোৰ হেনো 'আইডিয়া' আছে, কাকতে পত্ৰে লিখিব লাগে। তেওঁলোকে পইচাও দিব খুজিলে। মই কলোঁ যে মই অফিচলৈ আহিব নোৱাৰোঁ। কাকতৰ গৰাকীয়ে কলে যে এমেচাৰ লিখক বিলাকক হেনো বেচ দিয়াৰ দস্তুৰ নাই। মই মোৰ মোনাৰ পৰা ছিগাৰেট এটা উলিয়াই ললোঁ। সহকাৰীলৈ লক্ষ্য কৰি সম্পাদকে কলে—"এওঁৰ লগত কি হয় তুমি এটা বন্দবস্ত কৰিবা।" এই বুলি কৈয়ে তেওঁ গুচি গ'ল। সহকাৰী জন মোৰ বন্ধু আছিল। তেওঁ কলে—"ছিগাৰেটটো তুমি অলপ পিছত উলিয়াই লব নোৱাৰিলা হেঁতেননে?" "ওঃ" বুলি কৈ মই ওলাই আহিলোঁ। গৰাকীজনে কিন্তু মোক নেৰিলে। খুজি মাগি, কেতিয়াবা প্ৰশংসা কৰি মোৰ কিবাকিবি লিখা থকা কথা নিয়ে, প্ৰকাশো কৰে—কেতিয়াবা তেওঁলোকৰ প্ৰকাশিত প্ৰবন্ধত মোৰ 'ডিছেক্ট' কৰা দেহাটোৰ দৰে জঁকা আৰু সামান্য অৱয়ব হে চিনিব পাৰি। "যা, নাম ওলাইছে, এয়ে প্ৰবোধ।" এইবুলি নিজক সান্ত্বনা দিওঁ।

সাধাৰণ উদ্দেশ্যহীন ঘূৰাপকাৰ মাজতে এদিন এজনী সৰু ছোৱালী মোৰ চকুত পৰিল। দেখিবলৈ ধুনীয়া ছোৱালী জনী। তাই লাজুক ধৰণে চায়, ধীৰ ভাবে হাঁহে। তাইৰ প্ৰফুল্লতাখিনি বহিৰ্মুখীতকৈ যেন অন্তৰ্মুখীহে বেছি। সাজ পাৰত ধনৰ বংৰূপহ নাই, দুখীয়াৰ মলিনতা নাই,—তাই যাৰে তাৰে



ঘৰৰ ছোৱালী হব পাৰিলে হয়। মই ভাল পাইছিলোঁ, ইমানেই। সিদিনা, অৰ্থাৎ প্ৰথমে মই দেখিবৰ দিনাখন তাই কাঁইটীয়া বেৰৰ হৃষ্ণ'ৰ গুটি হাঁকুটিয়াই ছিল। গুটি কেইটা দেখিবলৈ ধুনীয়া আছিল, পৰিছিল। তাইৰ চেষ্টাটোও দেখিবলৈ ধুনীয়া হৈছিল। কিন্তু তাইৰ হাঁকুটিডাল বেয়া আছিল; বোধহয় গুটিৰ শিহ তাই ছিঙিব পৰা নাছিল। চোঁচা খাই যি দুই চাৰিটা সৰিছিল তাকে মাথোন বুটলি লৈছিল।

সেইটো বাটেৰে যোৱাই কৰিলোঁ—ছোৱালীজনীক চোৱাই কৰিলোঁ। ভাল লাগিছিল। সেই চোৱাত মোৰ ভয় নাছিল, সংশয় নাছিল, পোৰণি নাছিল, অৱসাদ নাছিল। কেতিয়াবা তাই হাঁকুটি লগাই উৰহি পাৰে, কেতিয়াবা বন কেৰেলা তোলে, কেতিয়াবা আমিতা খোঁচে, কেতিয়াবা কচুৰ পাতত শেৱালি ফুল গোটায়। তাইৰ দেখোঁ মানে কেৱল চেষ্টা, কেৱল সংগ্ৰহ—অফুৰন্ত উদ্যম! এদিন ৰাতিপুৱা অকস্মাতে ভাবিলোঁ—ছোৱালী জনী যেন মোৰ মনৰ ছাঁ। শৰীৰক অশৰীৰী কৰা ভ্ৰান্তি। ভাল লাগিছিল ইমানেই।

যাওঁতে যাওঁতে তাঁহাতৰ বাট আৰু ঘৰটো বৰ ওচৰ ওচৰ যেন লগা হল। যিদিনেই নাযাওঁ, সেইটোহে যেন মোৰ উভতিবৰ বাট। নাইবা তাৰ আধা মাইল দূৰলৈকে, যলৈকে যোৱা নহ'ক, তেওঁলোকৰ আগৰ বাটটোহে যেন পোন এনে লগা হ'ল। ভ্ৰান্তিবোৰো যে কেতিয়াবা এনে সুখদায়ক সত্য হৈ পৰে কবই পৰা নাছিলোঁ। যি নহ'ক, এদিন তাইহতৰ পদূলিৰপৰা তাইক চাইছোঁ আবেলি পৰত, তাইক দেখা নাই। অইন কোনো ল'ৰা ছোৱালীও দেখোন চোতালে ঘৰে নাই। উভতিবই লাগিল,—এনেকৈ ভাবিছোঁহে, এনেতে ঘৰৰ ভিতৰৰ পৰা এজনী তিৰোতাৰ মাত শুনিলোঁ—"এই ৰত্ন, বাহিৰত থকা ভদ্ৰলোক জনক মাতি আনগৈচোন, যা।"—এই বাৰহে ভয় লাগিল কাৰোবাক কিবা কৈফিয়ৎ দিব লাগিল নেকি? ভবা শেষ নৌহওঁতেই দেখাত টেঙৰ চাকৰৰ ল'ৰা এটাই কলে—"আয়ে আপোনাক ভিতৰলৈ মাতিছে।"

"মোকনে" বুলি কৈ গলৰ খেকাৰি ভাঙিলোঁ।

"হয় আপোনাকতো।"

চাইকেলখন থেকেচকৈ মাটিত পেলাই থৈ ভিতৰলৈ গলোঁ।

অনাড়ম্বৰ ঘৰখন, বস্তুবোৰ বৰ পৰিপাটিকৈ থোৱা নহয়। মই ভাবিছিলো

—ঘৰতে থিয় হম। কিন্তু নহয়, ঘৰ পাৱহি চোতাললৈ যোৱা মোৰ ওপৰত আদেশ। তাত গৈ দেখিলোঁ লোৰ চ'কী এখন আৰু মুঢ়া এটা আছে। লোৰ চ'কী মই ভাল নাপাওঁ মুঢ়াটোত বহিলোঁ। তাতে বন্দবস্তৰ অলপ ব্যাঘাত ঘটিল। "পীৰাখন আন অ'ই" বুলি কৈ দেখিবলৈ ভাল, লনী গঢ়ৰ তিৰোতা এগৰাকী হাত বটা লৈ মোৰ আগলৈ ওলাই আহিল। মইতো তেখেতক নিচিনো, অলপ লাজ কৰিলোঁ। ইতিমধ্যে চাকৰে পীৰা এখন আনি মৰ্যাদা থকা দূৰত পাৰি দিলে। তেখেতে তাতে বহি কলে—"লাহৰীহঁত আটাই কেইটা আজি তপাপুললৈ বিয়া চাবলৈ গৈছে।" মই বুজিছিলোঁ—"এখেত সেই ছোৱালী জনীৰ মাক। ছোৱালীজনীৰ নাম লাহৰীহে। সাধাৰণ নাম—মনতে ভাবিলোঁ। সাধাৰণ নাম হলেও ভাল, নাম বোৰত কবিতা নকমে দেখিছোঁ। মাকৰ চকুযুৰিও জীয়েকৰ লগত ভালেখিনি মিলে, অলপ বেছি বহল আৰু উন্মাদক।

তেখেতেই আৰম্ভ কৰিলে—"তুমি আমাক নিচিনাই হব পায়?" লোকৰ ঘৰৰ তিৰোতা মই কেনেকৈ চিনোঁ? কেতিয়াবা লগ পোৱা বুলিও মনত নপৰে। তিৰোতাক পাহৰা মানে কোপত পৰা। মই জানো। ফটকৈকৈ চিনো বুলিয়ে বা কওঁ কেনেকৈ? মোক একো নমতা দেখি তেখেতেই আৰম্ভ কৰিলে—"আমাৰ ইহঁতৰ দেউতাক দেখোন সম্বন্ধত তোমাৰ ককায়েৰা হয়।" কেনেকৈ হয়, তেওঁৰা কোন, একোকে মই দেখোঁ নাজানোঁ। আৰ্থিক অৱস্থা অকস্মাৎ ভাল হলে কিছুমান নকৈ আত্মীয় পোৱা যায় জানোঁ; কিন্তু মোৰ দেখোঁ তেনে দিনো অহা নাই। তিৰোতাৰ লগত এনে অৱস্থাত পৰিবলৈ বেয়া লাগে। ছাত্ৰাবাসত হোৱা হলে, এনেবোৰ প্ৰশ্নৰ জাল মই একে জাপে পাৰ হৈ গৈ বিহুগীত এফাকি টানি আঁতৰ হলোঁ হয়। তেখেতে কলে—"তোমাক কেবাদিনো এইপিনে অহা যোৱা কৰা দেখি আছোঁ। ইহঁতৰ দেউতা-কেই মোক তোমাক চিনাই দিছিল। আজি কালিনো কি কাম কৰা তুমি?"

"ল পঢ়িছিলো—এৰি দিছোঁ।"—মইকলোঁ।

"ইপিনে আহিলে কেতিয়াবা সোমাবা।"

মই কলোঁ—"ভাল আজিলৈ যাওঁ।"

"ভাল কথা কৈছা, চাহ নোখোৱাকৈ কেনেকৈ যাবা? অকণমান বহা দেই, মই পাকতে কিবা এটা কৰি লৈ আহোঁ



তিৰোতা গৰাকী মৰমীয়াল যেন লাগিল। তদুপৰি এটা লালিত্য আছে কথা-ভংগী আৰু দৃষ্টিত। মই সিদিনালৈ চাহ খায়ে বিদায় ললোঁ। বহিবলৈ কৈছিল, কিন্তু চাইকেলৰ চাকি অনা নাই বুলিলত এৰি দিলে।

লাহৰীকে চাই ভাল পাইছিলোঁ; কিন্তু মাক ক্ৰমে আকৰ্ষণৰ কাৰণ হ'ল। মই বিমান দূৰ বুজিছিলোঁ তেখেতৰ অন্তৰত এটা পোৰণি আছিল। চকুত কেতিয়াবা তাৰ উজ্জ্বল ৰেখা দেখা গৈছিল। মই তেওঁলোকৰ চকুৰ প্ৰভাৱ ভয় কৰো বুলিয়ে সেইখিনি সময়ত প্ৰায় অন্যমনস্ক হবলৈ চেষ্টা কৰিছিলোঁ। এদিন তেখেতে মোক কলে—সিদিনাও ঘৰৰ লৰা ছোৱালী বিলাক নাছিল। "বাপু, তুমি সাহিত্য লিখা নহয়?" —সাহিত্য লিখোঁ? মই উচাপ খাই উঠিলোঁ। তথাপি কলোঁ—"সাহিত্য নিলিখোঁ, কল্পনা লিখোঁ।"

"সেয়েতো, নহলে তুমি সদায় ন্যায়ৰ জয়, স্বাৰ্থত্যাগ মহান, এনেবোৰ অমূলক কথা লিখিবা কিয়?"—মোৰ মূৰ সিদিনা এনেই অলপ উখৰ হৈ আছিল। ভাবিলোঁ—মই বলিয়া নে এখেত বলিয়া?—"কিয়, এনেবোৰ কথাত আপোনাৰ আপত্তি কি?"

"আপত্তি এই যে তোমালোকে হাতেৰে চুকি পোৱা সচাঁলৈ চকু মুদি আলেঙত চাং পাতি সত্য বিচৰা কিয়?"—তিৰোতাই উপমাত কথা নকয় ককৰাত কয়, বন্ধুবোৰে মোক সেই বুলিহে কৈছিল।

মই কলোঁ—"কি অন্যায় অবিচাৰৰ আপুনি প্ৰতিকাৰ নোহোৱা দেখিছে?"

"তুমি ইমান দিনে মোৰ জীৱনটো দেখা নাই?"

তেখেতক দেখিছোঁ, কিন্তু অন্যায়টো দেখা নাই। মই একো নামাতিলোঁ।

"তুমি বেয়া নাপাবা। আজি তোমাক কওঁ। কাইলৈ লাগিলে তুমি থুই দিবা।"—মোৰ বৰং তেতিয়া তেখেতলৈ ভক্তিৰে উদ্ৰেক হৈছিল। সেই দেখি তেনে নিৰ্দয় ভাবে কোৱাত মই অলপ আঘাত পালোঁ। কলোঁ—"কওক বাৰু আপুনি।" তেখেতৰ মুখৰ চেহেৰাৰ ভালেখিনি সলনি হ'ল। মৰিবলৈ ওলোৱাৰ আগতে চকু যেনেকৈ নিশ্চল হয়, মুখ যেনে নিস্তেজ হয়, বুকু যেনেকৈ লৰি লৰি উঠে, তেখেতেও প্ৰায় তেনেকৈয়ে আৰম্ভ কৰিলে—'ইহঁতৰ দেউতাকে মোক দ্বিতীয় পক্ষত বিয়া কৰোৱা বুলিতো তুমি জানিবই পাৰিছা। মাহীমাকৰ সদায় এটা বদনাম যে সতীয়া লৰাক মৰম নকৰে, অনাদৰ কৰে।

মোৰ ইচ্ছা নাছিল সেই বদনাম লবলৈ। দেউতাই মোক দি অলপ গাধন খোৱা বুলি শুনো—সচাঁ-মিছা ধৰ্মকথা মই নাজানো। চাৰি পাঁচোটা ল'ৰা-ছোৱালীৰ সৈতে ঘৰখন চলাব লাগে। এখেতৰ দৰ্মহা দুকুৰি। ধানৰ পৰা পাণলৈকে সকলো কিনিব লাগে। ঘৰত তিৰিশ্ কুটা ভাল নাই। বাহিৰত কেতিয়াবা আকৌ পানীও খায়। কেতিয়াবা ৰাতি ঘৰলৈ নাহে। তেওঁৰ ল'ৰা-ছোৱালী কেইটা টেটুত বান্ধি মই পৰি থাকোঁ। ডাঙৰ লৰাটোৰ বয়স তেতিয়া বাৰ নে তেৰ। তাৰ পিছতে এজনী আছিল। সেইজনী এতিয়া ওলাই গৈছে। তাৰ পিছতে তিনিটা লৰা—দুই তিনি বছৰকৈ ডাঙৰ সৰু। ল'ৰা কেইটাকো যে মাক-বাপেকে কেনেকৈ তুলিছিল ভগবানে জানে। তুমি যিহকে নকৰা, একোতে সুখ নালাগে। সিহঁতৰ মাজতো সদায় দ্বন্দ্ব খৰিয়াল। মই ইহঁতৰ ঘৰখন ভাল পাব খুজিছিলোঁ। কিন্তু ইহঁতে ওকৰাই পঠিয়াই দিয়ে। সেই সময়ত ভালপোৱা এটা কি প্ৰবৃত্তি! ইহঁতৰ বাপেকক ভাল পাব খোজোঁ, লৰাহঁতে বাধা দিয়ে। ল'ৰাহঁতক ভাল পাব খোজোঁ, ইহঁতে সজ নামানে। আদৰ কৰি কিবা দিবা, তোমাৰ মুখলৈ ঘূৰাই দলিয়াই দিব। বাপেকে মোক ভাল পাবলৈকো ভয় কৰে; কিজানি তাৰে দ্বাৰা তেওঁৰ ল'ৰা-ছোৱালীহঁতৰে অন্যায় হয়! মৰম নাপালে তিৰোতাৰ অন্তৰ ক'ৰবাত থিৰেৰে থাকিব পাৰে?"

এনেবোৰ প্ৰশ্নৰ উত্তৰ দিয়া টান কথা। বৰং এনেবোৰ মুহূৰ্ত সোনকালে সোনকালে পাৰ হৈ গ'লেই ভাল কথা। তথাপি এনেই কলোঁ—"ছোৱালী জনী ভাল নাছিল নে?"

তেওঁ উত্তৰ দিলে—"তাই সহানুভূতি দেখুৱাইছিল, কিন্তু জ্বলা জুইত এচিটা পানীৰে কি হয়? মই ঘৰখন সুখৰ কৰিব খোজোঁ, গিৰিহতঁক ভাল পাব খোজোঁ, সতীয়া মাকৰ বদনাম গুচাব খোজোঁ, তিৰোতাৰ অন্তৰৰ গৌৰব অনুভৱ কৰিব খোজোঁ; কিন্তু ক'তা?"

"বিধাতাই যেন বিদ্ৰূপৰ হাঁহি হাঁহিলে। নিজৰ ল'ৰাক ভালপোৱা কিমান সহজ কথা;—সিহঁতে আপোনা আপুনি মাকৰ কাষ চাপি আহে আৰু সতীয়া ল'ৰাক যিমানে খেদি মৰম কৰিব খোজা সিহঁতে তিমানে উচাপ খাই দৌৰে। ইও সতীয়া মাকৰ দোষ নে?"

এখেতৰ কথাবোৰ প্ৰশ্নবোধক নোহোৱা হলে মই ভাল পালোঁহেঁতেন।



কাৰণ মই ভাবিব পৰাতকৈ বেছি বেগত তেখেতে কথাবোৰ কৈ গৈছিল আৰু মই সহানুভূতিৰে উত্তৰ দিওঁমানে তেখেতে বহুত আগত আৰম্ভ কৰিলেহেঁতেন। সেই কাৰণে মোৰ নিস্তব্ধতাকে উত্তৰ স্বৰূপ আগ বঢ়াইছিলোঁ। তেখেতে আকৌ আৰম্ভ কৰিলে—এটা হমুনিয়াহেৰে সৈতে,—"তেনে অৱস্থাত মই কি কৰিব লাগে কোৱা? তুমি কি কৰিলা হয়?"

মই নভবাকৈয়ে কলোঁ—"চিগাৰেট উলিয়ালো হয়।"

"তুমি ধেমালি কৰিছা?"—তেখেতে প্ৰায় কান্দোনৰ সুৰত কলে। মই মৰণান্তিক লাজ পালোঁ। বিপদ বা জঞ্জালৰ মাজৰ পৰা কৃত্ৰিম উপায়ে ফালৰি কাটি যোৱাটোৱে যে মোৰ লক্ষণ, মোৰ উত্তৰটোৱে তেখেতক মোৰ সেই মনৰ ভাবটো বুজাব নোৱাৰিলে। মই লাজত ৰঙা পৰিয়ে তেখেতলৈ শ্ৰদ্ধাৰে চকু ফুৰালোঁ। তেখেতে কলে—"মই কৈছিলোঁ—তুমি থুই দিবা।"

"আপুনি ভুল নুবুজিব, মই কিবা কৈছিলোঁ।"—এই বুলি কলোঁ।

তেখেতে আৰম্ভ কৰিলে—"শুনা, মোৰ নিজৰ লৰা-ছোৱালীৰ বাবে হেপাহ দিনক দিনে তীব্ৰ হবলৈ ধৰিলে। আগেয়ে ভাবিছিলোঁ নিজৰ ল'ৰা-ছোৱালী হলে ইহঁতক আদৰ কৰিলেও লোকে ভায়াজিনা কৰা বুলি কব। কিন্তু ইহঁতক মৰম কৰিও যেতিয়া নিমৰমী নাম পাওঁ, দিনেৰাতি ছাঁটোৰ দৰে পাছে পাছে গৈও দানৱী বুলিহে পৰিচিত হওঁ; কোৱা কোনে সহ্য কৰি থাকিব? মোৰ নিজৰ ল'ৰা-ছোৱালীৰ বাঞ্ছা যিমানে তীব্ৰ হৈ আহিবলৈ ধৰিলে তিমানে যেন বুজিবলৈ ধৰিলোঁ,—কোনে যেন মোৰ অন্তৰত কয়—'তোৰ আশা বিফল।' এই কথা শুনিবলৈ মই সাজু নাছিলোঁ। লোকক ভাল পাবৰ বাবে জীৱনৰ ৰক্ত তিলে তিলে পাত কৰিছোঁ; তথাপি তাৰ প্ৰতিদান নাই। আজি যেতিয়া মই মোৰ ল'ৰা—ছোৱালীৰ মুখত 'আই' মাত আবাৰ শুনিবলৈ ইচ্ছা কৰিছোঁ, সিদিনা যদি ভগৱানে স্বৰ্গৰ পৰাও কয়—'পলম হৈছে, এতিয়া তোৰ বাবে দুৱাৰ বন্ধ।'—মই শুই থাকিমনে? মন্দিৰৰ দুৱাৰ মেলালৈকে পিছ দিনালৈ, পিছৰ জনমলৈ মই শুই নাথাকোঁ। ভগৱানৰ মন্দিৰ হলেও দুৱাৰত মই জুই লগাই দিম হয় মন্দিৰ খোলক, নহয় পুৰি ছাই হ'ক আৰু বাটে বাটে মানুহে মোক পাগলী বুলি খেদি লৈ ফুৰক, সিও ভাল। ভগৱানৰ কথা সৰুৰে পৰা বহুত বেলি শুনিলোঁ, ইবেলি ভগৱানক মোৰ কথা শুনাম। অন্তৰৰ পোৰণিত অবাটকে বাট কৰিলোঁ। ভগৱানে মোৰ অভীষ্ট

সিদ্ধি কৰিলে ; কিন্তু যদি আঘাত পালে, কব নোৱাৰিলোঁ।"—কথাৰ সুৰ সলাই তেখেতে কলে—'তেতিয়াৰ পৰা ইহঁতৰ দেউতাকৰ মনটো মৰা। কেতিয়াবা নিজকে নিজে বিৰ্‌বিৰ্‌কৈ কিবা কয়ও। মোৰে দোষ।···তুমি আমনি পাইছা হব পায় বাপু! তোমাৰ বাবে চাহৰ জুই খিনি ধৰি দি আহোঁ। কেতিয়াবা এইবোৰ কথা মনত পৰি জুই উঠা দিয়ে। কোনেও হয়তো মোক পাতকিনী বুলিব, তুমিও বুলিবা নে ?"

মই মোধ কৰোঁ তেখেতৰ কথাটো বুজিলোঁ। সেই কাৰণে ঘূৰাই একো সুধিব নোৱাৰিলোঁ। যদি ভুলকৈয়ে বুজিলোঁ, তথাপি শুদ্ধকৈ বুজা বুলিয়ে ধৰি ললোঁ। লাহৰী তেনেহলে এই কামনা-সম্ভূতা ? এইবুলি মনে মনে যেন হুমুনিয়াহ কাঢ়িলোঁ। মনৰ খুদুৱনিত সুধিলোঁ—"আপোনাৰ এই একেজনী ছোৱালী ?"

"লাহৰী"—এই বুলিকৈ তেখেতে এটা হুমুনিয়াহ কাঢ়িলে। ছোৱালী জনীৰ ছবিটো মোৰ মনত তেওৰ দৰেই পবিত্ৰ আৰু উজ্বল হৈ উঠিল। তথাপি কিবা এটা দুখ পালোঁ। তেখেতে চাহৰ আয়োজন কৰিবলৈ ভিতৰ সোমাওঁতেই 'মোৰ চাইকেলৰ চাকি নাই' বুলি ডাঙৰকৈ কৈ মই পদূলি ওলালোঁ। তেখেতে কিবা কলে যদিও মই নুশুনিলোঁ। তেতিয়াৰ পৰা আৰু ছোৱালী জনীক চাবলৈ মই নিজকে বিশ্বাস কৰিব নোৱাৰা হলোঁ। ·যদি মোৰ মনৰ অন্ধ সংস্কাৰে অজানিতে তাইৰ গাত মলি সানি দিয়ে ? যদি মোৰ দৃষ্টিতে কেতিয়াবা সামাজিক পণ্ডিতৰ বিচাৰৰ বিহফুল ফুলি উঠে—তাৰ গোন্ধ পালেও মই মৰহি নাযামনে ?

মই সেই মাক—জীয়েক হালক প্ৰায় পাহৰি থাকোঁ। কেতিয়াবা হঠাৎ মনত পৰে।

## মাটিৰ দাম

লক্ষ্মীনাথ ফুকন

বহাগ বিহুৰ আগৰ এদিন পুৱা।

গৌতমৰ পঢ়া কুঠৰীটোলৈকে মাণিক সোমাই আহিল।

কিতাপৰ পৰা মূৰ তুলি গৌতমে তাৰ পিনে চালে। মাণিকে কলে,—

"এটা কথা আছিল।"

"কোৱা, কি কথা আছিল।"

"গোপন কথা, ইয়াত কব নোৱাৰি। বলা সো তালৈকে।" এই বুলি মাণিকে মটৰ গেৰেজটোৰ ফালে আঙুলিয়াই দেখুৱালে।

মটৰ গেৰেজটোৰ দাঁতিতে বেঞ্চ এখন আছিল। তাতে দুয়ো গৈ বহিল। গৌতমে কলে,—"কোৱা এতিয়া কি কব খুজিছা।"

মাখনীক মই ইয়াৰ পৰা লৈ যাব খুজিছোঁ।"

"কলৈ ?"

"ভবিয়ে যলৈ নিয়ে তলৈ। ইয়াত তাই থকাটো অসম্ভৱ হৈ উঠিছে। কালি সেইজনীয়ে কি কাণ্ডটো কৰিলে দেখিলাই নহয়! এদিন সেই জনীৰ হাতত মাখনীৰ জীৱটো যাব।"

"মাখনী জানো যাব ? তাই যাবলৈ ৰাজী হৈছে জানো ?

"তাইৰ কথা মতেইতো যাবলৈ ওলাইছোঁ। তাই মোক খাটাং কৈয়ে কৈছে যে ইয়াৰ পৰা মই যদি তাইক নিনিও তেনেহলে তাই ডিঙিত চিপ্‌জৰী লগাব। এনেকৈ জীয়াই থকাতকৈ আপোনঘাতী হোৱাও ভাল, তাই মোক কৈছে। এতিয়া তোমাৰ মত আৰু সহায় লাগে।"

"মাখনীয়ে কি কয় ?"

"তাই মোক কৈছে তোমাক কবলৈ। নিজে কবলৈ তাইৰ বোলে লাজ লাগে। তাই কৈছে তুমি মত দিবা বুলি। তাইৰ অৱস্থাটো তুমি দেখিছা। আমাৰ কথাও তুমি সকলোবোৰ জানা। তোমাক কোনো কথা মই লুকুৱা নাই।"

বেলিটো লাহে লাহে চোকা হৈ আহিছিল। গৌতমৰ হাতত আছিল এটা কিতাপ। সি একো নকৈ কিতাপটোৰ পাত লুটিয়াবলৈ ধৰিলে। ওচৰতে এজোপা অশোক ফুল ফুলি জাতিস্কাৰ হৈ পৰিছিল। ৰ'দ পৰি ফুলৰ ৰঙা থোপাবোৰ জুইৰ আঙঠিৰ দৰে জল্‌মলাই উঠিছিল।

গৌতমে ফুলৰ থোপা বিলাকৰ পৰা চকু আনি মাণিকৰ মুখলৈ একেৰাহে অলপ পৰ চাই থাকি কলে,—"মোক এটা কথা দিব পাৰিবা?"

মাণিকে উৎসাহেৰেই কৈ উঠিল,—"পাৰিম, কি কথা?"

"দুখে-সুখে, সম্পদে-বিপদে কোনো দিনে কেতিয়াও মাখনীক এৰি নিদিয়া বুলি কথা দিয়া।"

"কথা দিলোঁ। তোমাৰ গাত ধৰি শপত খাই কৈছোঁ, জীয়াই থাকো মানে মাখনীক মোৰে কৰি ৰাখিম। সেই বিষয়ে তুমি নিশ্চিন্ত থাকা।"

২

গৌতম আৰু মাণিক দুয়ো প্ৰায় সমান বয়সীয়া। চহৰৰ মান্যৱন্ত লোক বৃকোদৰ চন্দ্ৰ হাজৰিকাৰ গৌতম ভাগিনীয়েক আৰু মাণিক ড্ৰাইভাৰ। মাক-বাপেক কোনো নাই। সৰুৰে পৰা মোমায়েকৰ লগতে থাকি ডাঙৰ-দীঘল হৈ বি. এ. পাছ কৰি এই বছৰ এনেয়ে আছে। অহা বছৰ গুৱাহাটীলৈ গৈ এম. এ নে বি. এল. নাই দুয়োটাকে পঢ়াৰ কথা। মাণিকৰ ঘৰ গুৱাহাটীৰ ফালে। তাতকৈ বেচি তাক কোনেও সোধা নাই, সিয়ো কোৱা নাই।

তেতিয়া ইংৰাজৰ দিন। লাট চাহাব ছিলঙৰ পৰা আহিছে। দেখা কৰিবৰ কাৰণে জিলাৰ বৰ চাহাবে ৰায়বাহাদুৰক মাতি পঠালে। পুৱা ন বজাত দেখা কৰিবৰ কথা। ৰায়বাহাদুৰে সেইদিনা আন দিনাতকৈ বহুত আগতে উঠি হুলস্থুল লগাই দিলে। দাঁড়ি তেওঁৰ নিজে খুৰোৱাৰ অভ্যাস নাই। মাহেকীয়া বন্দবস্তত তেওঁৰ দেহুৱালী নাপিত এটা আছে। সিয়েই এদিন এৰি এদিন আহি আহি তেওঁৰ খুৰ আৰু চাবোন বুৰুজ লৈ দাঁড়ি খুৰাই থৈ যায়। খবৰ দিলত সি আহি দীঘল চেলাম দিলে।



হাতেৰে গাল দুখন মোহাৰি মোহাৰি ৰায়বাহাদুৰে কলে'—"হামকু লাট চাহাবনে বলায়া। ঠিক্‌চে দাঁঢ়ি কামাও, মিহিনচে।"

"আচ্ছা হুজুৰ, "বুলি সি এবাৰ নহয় দুবাৰো বঢ়িয়াকৈ চুচি দাঢ়ি খুৰালে। খুৰাই তাৰ মোনাটো লৈ কুঠৰীটোৰ পৰা ওলাই যাবলৈ বুলি দুৱাৰৰ সিফালে থৈ অহা জোতাযোৰ পিন্ধিব খুজি এপাটত ভৰি সুমাওঁতেই ৰায়বাহাদুৰে চিঞৰিলে,—'চবুৰ!' সি ৰৈ গ'ল। ৰায়বাহাদুৰে তাক ৰূপ এটকা দিলে। সি আচৰিত হৈ তেওঁৰ মুখলৈ চালে। ৰায়বাহাদুৰে ক'লে—"কিয়া দেখ্‌তা হ্যায়? লে যাও। লাট চাহাবনে হামকু বলায়া। হাম তুমকো একটু বুপেয়া বক্‌চিচ দিয়া।" সি আকৌ এটা চেলাম কৰি ৰূপটকা লৈ গুচি গ'ল।

ৰায়বাহাদুৰে মাতিলে,—"গৌতম।

"কি হৈছে মোমাই দেউ?"

আগৰ অভ্যাস মতে গৌতম সন্টম হৈয়ে আছিল। গৌতম আহিলত ৰায়বাহাদুৰে কলে,—"তহতে যে গালত ঘঁহ ক্ৰীম নে স্নো, অলপ দেচোন হি মোক ঘঁহি। পাউদাৰ অলপো ঘঁহি দিবি নেকি?"

গৌতমে মোমায়েকৰ গালত ক্ৰীম ঘঁহি ঘঁহি কলে,—"এয়া ঘঁহিলেই হব মোমাইদেউ। পাউদাৰ ঘঁহিব নালাগে। হাতেৰে চুই চ'কচোন গালখন কিমান নিমজ হৈ গ'ল।"

ৰায়বাহাদুৰে যে চুই চালেই, ড্ৰেচিং টেবুলৰ আগত থিয় দি আচীখনত মুখখন ইফাল সিফাল কৰি কেবাবাৰো ঘূৰি পকি চালে। লগতে মুৰৰ পাতল চুলি কেইডাল বুৰুজ মাৰি ঠিক কৰি তেওঁ খুচী হৈ গৌতমক কলে,—থেংকইউ ইয়ৰ এক্সেলেঞ্চী, থেংকইউ ইয়ৰ এক্সেলেঞ্চী– হৈছেনে বাৰু? থেংকইউ ইয়ৰ এক্সেলেঞ্চী, বোলা ঠিক হৈছেনে? লাট চাহেবক কব লাগিব নহয়।"

"ঠিক হৈছে মোমাইদেউ, ঠিক হৈছে। বাঃ এই চুটযোৰ পিন্ধিলে আপোনাক যে কিমান ভাল দেখি! চাওঁ, ওপৰতে কোটটো এবাৰ বুৰুজ কৰি দিওঁ। ৰুমাল খন কেনেকৈ লৈছে চাওঁ? নাই, তেনেকৈ নহয়, অলপ বাহিৰ ওলাই থাকিব লাগে। এনেকৈ।"

"নেকটাই ডাল লগোৱা ঠিক হৈছেনে?"

গৌতমে লিৰিকি বিদাৰি চাই গাঁঠিটো ঠিক কৰি দি কলে,—"ঠিক হৈছে।"

ৰায় বাহাদুৰ সাজুহৈ ওলালত গৌতমে মাণিকক মটৰ খন উলিয়াবলৈ কলে। মটৰত উঠি ৰায় বাহাদুৰে চাকুৰ্টি হাউচত লাট চাহাবক দেখা কৰি আহিলগৈ। লাট চাহাবৰ লগত কি কথা পাতিলে, লাট চাহাবে কেনেকৈ হাত জোকাৰিলে, লাট চাহাবে কি কি সুধিলে, তেওঁ কি কি উত্তৰ দিলে, সকলোবোৰ গৌতম আৰু মাণিকক তেওঁ পেখেনিয়াই পেখেনিয়াই কলে।

মাণিকে মাজতে মাত দি কলে,—"মই বাহিৰৰ পৰা শুনি আছোঁ নহয় দেউতা। চাহাবে এবাৰ কলে আপুনি দুৱাৰ কৰ। চাহাবে কলে গুড্ মৰ্ণিং ৰায় বাহাদুৰ। আপুনি কলে,—গুডমৰ্ণিং ইয়'ৰ এক্সেলেঞ্চী, গুড্‌ডে ইয়'ৰ এক্সেলেঞ্চী।"

কথাৰ শেষত ৰায় বাহাদুৰে মাণিকক কলে,—"তোৰ এইটোতকৈ ভাল কোট নাই নেকি? হোঁ, এই পোন্ধৰ টকা লৈ যা, ভাল কোট এটা কৰাই লগৈ।"

৩

ৰায় বাহাদুৰৰ বয়স ভাটী দিছে। কিন্তু ঘৈণীয়েকৰ বয়স ডেৰকুৰি হয় কি নহয়। আগৰজনী মৰাৰ পিছত এই জনী বিয়া কৰাবৰ সাত বছৰ মানহে হৈছে। মুঠেই দুটা লৰা-ছোৱালীৰ মাক। মিন্টু আৰু ৰিণি। মিন্টুৰ বয়স পাঁচ বছৰ; ৰিণিৰ বয়স আঢ়ৈ বছৰ। আগৰ জনী ঘৈণীয়েকৰ ফালৰ লৰা-ছোৱালী একো নাই।

মাখনী ৰায়বাহাদুৰণীৰ দূৰ সম্বন্ধীয়া ভনী কোনো নথকাৰ কাৰণে ৰায়বাহাদুৰণীয়েই লগতে আনি ৰাখিছেহি হাইস্কুলতো পঢ়িছিল কেইবছৰমান মাখনীয়ে। কিন্তু বায়েকৰ তাত সমৰ্থন নথকাত ৰায়বাহাদুৰে স্কুল এৰুৱাই দিব লগাত পৰিল। ৰায়বাহাদুৰণীৰ আল ধৰি আৰু মিন্টু আৰু ৰিণিৰ জেডা ভাঙি সিহঁতক খুৱাই তদাৰক কৰি মাখনীয়ে ৰায়বাহাদুৰণীৰ আধা ভনী আধা বান্দী হৈ দিন নিয়ায়।

অলপ কথাতে ৰায়বাহাদুৰণীয়ে তিক্‌চি বিক্‌চি উঠে। অকল সেয়ে নহয়



হাতো চলায়। "ভাঙিলিনে গিলাচটো? ভাল পাখিনীজনী আনিলোঁ ইয়ালৈ।" পৰিল মাখনীৰ পিঠিত গেমেহা ভুকু। লৰাটোৱে চিঞৰিলে,—"মোক জোতাযোৰ পিন্ধাই নিদিয়ে এই জনীয়ে চাচোন।" মাখনীয়ে চুলি আচুৰিছিল, দিলে তাতেগৈ ৰায়বাহাদুৰণীয়ে তাইৰ চুলি জোকাৰি। ৰায় বাহাদুৰণীয়ে তাঁত লগাইছিল। ব তোলোঁতে মাখনীয়ে ভুল কৰিলে। ৰায় বাহাদুৰণীয়ে দেখি, "এইখন কি কৰিলি" বুলি দিলে মাখনীৰ গালতে শোধাই এটা কাণতলীয়া চৰ।

তথাপিও মাখনীৰ মুখত হাঁহি বিৰিঙিছিল। মাখনীৰ যে হাঁহি বিৰিঙিবৰ বয়স এতিয়া। যি বয়সত গাটো পাতল পাতল যেন লাগে, মনটো খন্তেকতে চঞ্চল খন্তেকতে গধুৰ হৈ পৰে প্ৰাণলৈ আহে এক নতুন উদ্দীপনা আৰু চকুত জিলিকি উঠে ৰামধেনুৰ সাতোটা ৰং, সেই বয়স মাখনীৰ। এই বয়সত 'হৃদয়ে হৃদয় বিচাৰে বান্ধিব মৰম পাশেৰে।' কোনোবা ৰসে গন্ধে ভৰপূৰ-ফাগুনৰ উতলা দিনৰ মৰম, মমতা, কৰুণা, সহানুভূতি লৈ মাণিক মাখনীৰ আগত থিয় দিলে। দুনিয়াৰ ৰঙেৰে ৰাঙলী তাৰ মন। দুৰন্ত যৌৱনৰ মহিমাৰে মহিয়ান তাৰ গোটেই শৰীৰ। দুয়োৰো অন্তৰত অপূৰণ কিবা এটা পূৰণ হোৱাৰ ব্যাকুলতা উপচি উঠিল।

গৌতমৰ বুজিবলৈ সৰহ দিন নেলাগিল। তাৰো অন্তৰত মাখনীলৈ এটি কোমল ভাৱৰ উদ্ৰেক হৈছিল। মাখনীয়ে হাকোনা মেলি ৰ'দত কাপোৰ মেলোঁতে কেতিয়াবা দূৰৰ পৰাই তাইলৈ কেৰাহিকৈ দীঘলীয়াকৈ চাই পঠাইছিল। মাখনীৰ হাতৰ পৰা চাহৰ পিয়লাটো লওঁতে তাইৰ আঙুলিতে গৌতমৰ কেতিয়াবা চিকুটি দিওঁ যেন লাগিছিল। সি আচীখনৰ আগত থিয় দি চুলি ফণিয়াওঁতে মাখনী তালৈ আহিলে সি আচীখনৰ ভিতৰে দিয়েই তাইক জিভা উলিয়াই সিঞ্চাৰি দিব খুজিছিল। গৌতমে বুজিছিল অলপ আগ বাঢ়িলেই কথা বহুত দূৰ পাবগৈ! সেই দেখি সি নিজকে চম্ভালি ফুৰিব লগা হৈছিল। মাণিকে মাখনীক লৈ যোৱাৰ প্ৰস্তাৱ কৰিলত গৌতমে নিস্তাৰ পোৱা যেন পালে।

মাখনীৰ ভালকৈ বিচাৰে গৌতমে। সেইখন ঘৰত মাখনীৰ একো ভৱিষ্যৎ নাই। মাখনী ভালেৰে, ভালকৈ থাকিব পাৰিলেই সি সুখ পায়। মাণিকে তাইক ভালকৈ ৰাখিব পাৰিব বুলি গৌতমৰ দৃঢ় বিশ্বাস। মাণিকৰ

গুণ আছে। কামলৈ ভয় কৰা স্বভাৱ তাৰ নহয়। গৌতমে মনতে কলে,—"ঈশ্বৰে কৰক, তাৰ লগত থাকি যেন মাখনীয়ে সুখ পায়।"

৪

মাণিক আৰু মাখনী নিৰুদ্দেশ হ'ল। ৰায়বাহাদুৰণীয়ে ৰৌফাল চৌফাল কৰি বলকিবলৈ ধৰিলে— মই আগতেই সতৰ্ক হব লাগিছিল। তাই নাতে-পৰীয়ে এনেটো কাম কৰিব বুলি মইনো ভাবিম কেনেকৈ সতৰ্ক হবলৈ? সতৰ্ক হৈনো মই কি কৰিলোঁ হেঁতেন। ময়ো সুদাই নেৰিছোঁ। দুয়োটাকে পুলিচৰ হতুৱাই ধৰাই আনিম, আনি দুয়োটাকে এসেকা দিম।"

ৰায়বাহাদুৰণীয়ে গৌতমক মাতি পুলিচত খবৰ দিবলৈ কলে। "তুমি কোৱাগৈ, চাৰিওপিনে পুলিচে মানুহ পঠাই দিয়ক। কলৈনো যাব সিহঁত? ইয়াতে ক'ৰবাত লুকাই আছে। ভালকৈ বিচাৰিলেই পাব। আন পিনেও খবৰ কৰক। টকা-পইচা যি লাগে মই দিম। উঃ, মই ভাবিবই পৰা নাছিলোঁ তাই এনেটো কাণ্ড কৰিব বুলি। মাণিকটোৰেও চকুতে থাকি বুকুতে কামুৰিব বুলি মইনো কেনেকৈ জানিম?"

গৌতমে কলে,—"মাহীদেউ, খং নেখাবা চোন। এনেদৰে উদ্‌বাউল হোৱাৰ পৰা একো লাভ নাই। ভাবিচিন্তি কাম কৰা উচিত। বাৰু, তোমাৰ কথা মতে পুলিচত খবৰ দিলোঁ, আৰু পুলিচে সিহঁতক বিচাৰি ধৰি আনিলে। মাখনীয়ে যদি পুলিচক কয়, আৰু কবও, তুমি সিদিনা তাইৰ মূৰত মাৰি কপাল ফুটাই দিয়া বুলি, তেতিয়া? এতিয়াও ভালকৈ কপালত দাঁচ থাকিব পায়। পুলিচে জানিলে তোমাৰে বা কি মৰ্য্যাদা বাঢ়িব, মোমাইদেউৰে বা কি মান থাকিব?"

ৰায় বাহাদুৰেও গৌতমৰ কথাতে হয় দিলে। "গৌতমে ঠিকেই কৈছে। মোৰ কি মান থাকিব? মই ৰায় বাহাদুৰ, গৱৰ্ণমেণ্টৰ ওচৰত মোৰ এটা নাম আছে। যদি বৰচাহাবে গম পায় মোৰ ঘৰত এনেবোৰ কথা হয় বুলি, তেওঁ বাৰু মোক কি বুলিব? তোমাকে বা কি ভাবিব?"

উৎসাহ পাই গৌতমে কলে,—"মোমাইদেউ, আপুনি দেখোন জানেই,



বিলাতত তিৰোতাৰ গাত হাত দিয়াটো মহা অপৰাধ। তেহেলৈ সেই তিৰোতা মনিবনীয়েই হওক বা বান্দীয়েই হওক। আমি বুৰঞ্জীত পঢ়িছোঁ নহয়, আগৰ দিনত মৰাহে নেলাগে তিৰোতাৰ গাত হাত দিয়া অপৰাধতে বিলাতত মানুহক ফাঁচী দিছিল। মাহীদেৱে যে মাখনীক সিদিনা তেনেকৈ ঘূণ লগাই দিলে, সেই কথা বৰচাহাবে জানিলে আপুনি বৰ চাহাবক কেনেকৈ মুখ দেখুৱাবগৈ?"

বিলাতত আগেয়ে কি হৈছিল বা এতিয়া কি হৈছে সেই বিষয়ে ৰায় বাহাদুৰৰ বিশেষ খবৰ নাই। কিন্তু, কোনোবাই বিলাতৰ হে নেলাগে আন কোনো তেওঁৰ নজনা ভাল কথা তেওঁ জানে বুলি কলে তাৰ প্ৰতিবাদ কৰাটো তেওঁৰ স্বভাৱ বিৰুদ্ধ। বৰং নজনা কথাটোও তেওঁ যেন জানে তেনে এটা চেহেৰা দেখুৱাবলৈহে তেওঁ তেতিয়া যত্নপৰ হয়। তেওঁৰ স্বভাৱত এই বিশেষত্বটোৰ বিষয়ে গৌতমে বঢ়িয়াকৈ জানে। গতিকে বুৰঞ্জীৰ দোহাই দি বা কোনো মনীষীয়ে কৈছে বুলি সি নিৰ্ঘাত মিছা কথাকো মোমায়েকক কবলৈ সংকোচ নকৰে। ৰায় বাহাদুৰেও জনাৰ ভাও জুৰি হয় হয় বুলি শলাগে।

গৌতমে আকৌ কবলৈ ধৰিলে,—"মোমাইদেউ, আৰু এটা কথা নহয়! পুলিচে সিহঁতক ধৰিলে মোকৰ্দ্দমা হব, আৰু মোকৰ্দ্দমা হলেই মাহীদেৱে কাছাৰীত গৈ সাক্ষী দিব লাগিব। সাক্ষীতো সাক্ষীয়েই। মাহীদেউক আচামী কৰি মাখনীয়ে যদি মোকৰ্দ্দমা কৰে? তাই নকৰিলেও মাণিকে কৰোৱাব। আপুনি জৰুল জানিব। তেতিয়া আৰু লাজৰ সীমা নেথাকিব।"

এইবোৰ শুনি ৰায় বাহাদুৰণী সোতোৰা পৰি গ'ল। ৰায় বাহাদুৰে গহীনাই কলে,—"পুলিচ ফুলিচ একো দৰ্কাৰ নাই। সিহঁত যক যলৈ যায়। ডেকা গাভৰুৰ মন মিলিলে সিহঁতক কোনে বান্ধি ৰাখিব? সিহঁত আৰু নাহে মই ধুৰুপ বুজিছোঁ। কিন্তু সিহঁত যদি কেনেবাকৈ আহে মই সিহঁতক পুলিচত নিদিওঁ, ধুমধামকৈ সিহঁতৰ বিয়া খনহে পাতি দিম। মাণিক ড্ৰাইভাৰ হ'ল কি হ'ল? সি ল'ৰাটো ভাল। মাখনীৰ সি অযোগ্য ন হয়।"

ৰায় বাহাদুৰৰ অন্তৰত মাণিক আৰু মাখনীলৈ এডুখৰি কোমল ঠাই আছিল।

বিশেষকৈ এই কেও কিছু নথকা ছোৱালী জনীৰ বিয়াখন পাতি তাইক

থানথিত লগাই দিয়াৰ হাবিলাস এটা তেওঁ বহুত দিনৰ পৰাই মনত পুহিছিল। ৰায় বাহাদুৰণীৰ 'কিনো তৎ নোহোৱা হৈছে' আৱাৰত তেওঁৰ মনৰ হাবিলাস মনতে থাকিল।

৫

দিনৰ পিছত দিন গ'ল। মাহৰ পিছত মাহ, বছৰৰ পিছত বছৰ। কত বহাগ আহিল আৰু গ'ল। চামে চামে কুলি কেতেকী আহি অমিয়া সুৰ বৰষি অন্তৰ্ধান হ'ল বুপহী মদাৰ ফুলে 'তলে ভৰি সৰি' দুবৰি বনত কল্কা বাচিলে। খোপাত কপৌ ফুল পিন্ধি আৰু জেতুকাৰে হাত বোলাই লাহতী গাভৰু হঁতে থমকি থমকি দেও দি দি গছৰ তলত নিভৃতে বিহুনাচ নাচিলে, কতবাৰ বুঢ়ী পৃথিবীও উলাহৰ বা লাগি ৰচকী সাজি বোল বছৰীয়া জনী হ'ল। মাণিক আৰু মাখনীৰ একো সংবাদকে গৌতমে নেপালে।

সিহঁতনো কলৈ গ'ল? কোন অজান্তী মুলুকতনো সিহঁত সোমালগৈ যে কোৱা-চিলা এটাৰ পৰা সিহঁতৰ খবৰ পাবলৈ নাই? গৌতমে গুৱাহাটীত আইন পঢ়োঁতে ইফালে সিফালে যিমান দূৰ পাৰে খবৰ কৰিছিল। সিহঁতৰ কোনো সুংসুত্ৰকে সি নেপালে। মাণিকে নামকে বদলাই পেলালে নেকি? সিমান খিনি কৰিবৰতো একো দৰকাৰ নাছিল। নাই, ক'ৰবাত মৰিলগৈয়ে?— লুকাই চুৰকৈ থাকি ভাল নোলাগি দুয়ো আপোনঘাতী হ'ল? নাই, নাই, এইবোৰ মিছা ভাবনা, সিহঁত মৰা নাই। আছে কৰবাত সিহঁত; ভালকৈয়ে আছে চাগৈ। সিহঁত ভালে কুশলে থাকিলেই হ'ল্। সি সিহঁতৰ কথানো কিমান ভাবিব? ভাবিবলৈ সিহঁতৰ আহৰিও নাই। নিজৰ ভাবনাতে গৌতম ব্যস্ত।

গৌতমে বিয়া কৰাইছিল। ৰায় বাহাদুৰণীয়ে ৰেখাক চাই পছন্দ কৰি গোটেই চহৰত তোলপাৰ লগাই গৌতমৰ বিয়া পাতি দিছিল। দোৱালী জনী যেনে ধুনীয়া তেনে গুণী। হেজাৰৰ ভিতৰত তেনে এজনী ছোৱালী ওলায় নে নোলায় সন্দেহ। ঘৰ খনৰ ভাৰ ৰায় বাহাদুৰণীয়ে ৰেখাকে দিলে। আৰু ৰেখাই সেই ভাৰ চমজি লৈ টাকুৰি ঘূৰাদি ঘূৰি নিয়াৰিকৈ সকলো



তদাৰক কৰিবলৈ ধৰিলে। উঠোঁতে বহোঁতে ৰায় বাহাদুৰক ৰেখাকে লগা হ'ল,। ৰায় বাহাদুৰণীকো। ইফালে ৰেখা, সিফালে ৰেখা। ইমান কামৰ মানুহ হব পাৰিব বুলি ৰেখাই নিজেও আগতে ভাবিব পৰা নাছিল। দায়িত্ব পালে বুদ্ধিমান মানুহ আগলৈকেহে যায়, পিছলৈ নোহোঁহকে। ৰেখাৰ কোমল অথচ সবল হাতৰ পৰশ লাগি ঘৰখন মধুৰিমাময় হৈ উঠিল। শান্তিৰ সুষমা বিয়পি পৰিল।

আইন পৰীক্ষা পাছ কৰাৰ পিছত গৌতমে স্থানীয় কাছাৰীতে ওকালতি কৰিছিল। কিন্তু ৰায় বাহাদুৰে বিধি পথালি দিলে, কলে,—"কি কৰিবি ওকালতি কৰি? পৰীক্ষা পাছ কৰিলি, উকীল হলি ভাল হ'ল। আইন জনা ভাল। কিন্তু তোৰ ওকালতি নকৰিলেও হব। তই ওকালতি কৰিলে মোৰ এই কাৰবাৰটোনো কোনে চলাব? মিন্টু ডাঙৰ হবলৈ বহুত দিন আছে। তোৰ ওপৰতে মোৰ ভাৰসা।" গতিকে ওকালতি কৰাৰ আশা সমূলঞ্চে পৰিত্যাগ কৰি গৌতমে দিনত মোমায়েকৰ কাৰবাৰৰ তদাৰক কৰি আৰু ৰাতি ৰেখাৰ লগত এখন অনুপম সপোন ৰাজ্যত বিচৰণ কৰি আনন্দেৰে দিন নিয়াবলৈ ধৰিলে।

কিন্তু ৰায়বাহাদুৰৰ মৃত্যুৰ লগে লগে সকলো ওলট পালট হৈ গ'ল। ৰায় বাহাদুৰণীৰ আমোলত গৌতমৰ আগৰ প্ৰতিপত্তি নেথাকিল। গৌতম আৰু ৰেখা দুয়ো ক্ৰমাৎ আগৰ আসনৰ পৰা তললৈ খহি পৰিল। প্ৰথম ঘৈণীয়েক মৰাৰ পিছত ৰায় বাহাদুৰে বহুত দিন বিয়া কৰোৱা নাছিল। আৰু বিয়া নকৰাবলৈকে তেওঁ ঠিক কৰিছিল। তেতিয়া সকলোৱে জানিছিল, এদিন গৌতমেই তেওঁৰ সকলো সম্পত্তিৰ উত্তৰাধিকাৰী হব। ৰায়বাহাদুৰে দ্বিতীয় বাৰ বিয়া কৰোৱাৰ পিছত আৰু বিশেষকৈ যেতিয়া মিন্টু আৰু ৰিণি হ'ল তেতিয়া চকৰি ঘূৰি গ'ল। তথাপি গোটেই সম্পত্তিৰ সমানে তিনি অংশৰ এক অংশ গৌতমক দিয়াৰ মতলব ৰায় বাহাদুৰৰ আছিল। কিন্তু তেওঁ সেই কথা মনতে পাঙি উইল কৰিম কৰিম বুলি ভাবি থাকোঁতেই এদিন হঠাতে হৃদযন্ত্ৰৰ ক্ৰিয়া বন্ধ হৈ তেওঁ চুকাল। ৰায় বাহাদুৰৰ অবৰ্তমানত ৰায় বাহাদুৰণীয়ে মোট সলালে।

ঘৰখনত ৰায়বাহাদুৰণীৰ পিছতে সৰ্বেসৰ্বা হৈ উঠিল তেওঁৰ বৰককায়েক দুৰ্লভচন্দ্ৰ কাকতী। ভনীয়েকৰ ঘৰত তেওঁ ভালকৈয়ে খোপনি পুতিলেহি।

পুলিচ চব্‌ ইন্‌স্পেক্টৰ থাকোঁতে কিবা গুৰুতৰ জগৰত পৰি বপুৰাৰ কাম গ'ল। কোনোমতে ফাটেকলৈ নোযোৱাকৈ সাৰিল। তেতিয়াৰে পৰা তেওঁ নিবনুৱাবিলাকৰ এজন। কামলৈ তেওঁ দৰ্খাস্ত ঠিক মতেই কৰে। কোনো-কোনো ক্ষেত্ৰত কৰ্তৃপক্ষই তেওঁক দেখা কৰিবলৈ মাতিও পঠায়। কিন্তু আগৰ সেই চেকাটোৰ বাবেই তেওঁৰ কাম নহয়। এবাৰ তথাপি টেঙৰালি খটাই তেওঁ এটা কাম যোগাৰ কৰিছিল। কিছু দিন কাম কৰাৰ পিছত আগৰ কামটো যোৱাৰ সাংঘাতিক কাৰণটো ওপৰওৱালাই জানিব পাৰি উগ্ৰ মূৰ্তি-ধৰি তেওঁক লিখিত কৈফিয়ৎ দিবলৈ কোৱাত তেওঁ সেই দিনায়ে অফিচৰ পৰা ঘৰলৈ উলটিল, আকৌ সেই ফালে মুখকে নকৰিলে।

দুৰ্লভচন্দ্ৰ লম্ভাৰ পিছত ঘৰখনৰ গঢ় গতি এনে হ'ল যে গৌতম আৰু ৰেখাই তিষ্ঠি থকা অসম্ভৱ যেন দেখিলে। কাৰবাৰ চলোৱাৰ সকলো ভাৰ গৌতমৰ পৰা নিককায়েকক দি ৰায়বাহাদুৰণীয়ে বেচি ভাগ সময় ল'ৰা-ছোৱালীহাল আৰু পূজা-পাতল লৈ থাকিবলৈ ধৰিলে। দুৰ্লভচন্দ্ৰ নপতা ফুকন হৈ ৰহিল। ওলাওঁতে সোমাওঁতে ৰেখালৈ তেওঁ যি চকুৰে চালে ৰেখা বৰ অতিষ্ঠ হৈ উঠিল।

দ্বিতীয় মহা সমৰৰ দিন। যুদ্ধ সংক্ৰান্ত অফিচ এটা পাই গৌতমে নগৰৰ আন অংশত ঘৰ এটা ভাৰা কৰি ৰেখাৰে সৈতে থাকিবলৈ ললে। যুদ্ধ শেষ হ'লত অফিচটো উঠি গ'ল। কিন্তু অফিচৰ বৰমূৰীয়া চাহাব জনৰ অনুগ্ৰহত গৌতমে কলিকতাৰ ডাঙৰ কোম্পানী এটাত কাম এটা পালে। দৰমহা বেয়া নহয়।

৬

কামৰ পৰা অৱসৰ লবলৈ গৌতমৰ পাঁচ বছৰ মানহে আছে। গুৱাহাটীত থকাৰে তেওঁৰ হ'ল দহ বছৰ। ভাৰতবৰ্ষই স্বাধীনতা পোৱাৰ পিছত তেওঁ কাম কৰা কোম্পানীটোৰ শাখা গুৱাহাটীতো স্থাপন হ'ল আৰু তেওঁ প্ৰমোছন পাই গুৱাহাটীলৈ বদলি হৈ আহিল। ইমান দিনেও তেওঁৰ নিজৰ ঘৰ এখন নহল। ভাৰা ঘৰতে তেওঁৰ বয়স ভাটী দিলে। এতিয়া গুৱাহাটীতে মাটি



এডোখৰ লৈ নিজা ঘৰ এখন কৰাৰে ইচ্ছা! এই বিষয়ত তেওঁতকৈ ৰেখাৰ উৎসাহ বেছি।

কিন্তু গুৱাহাটীত মাটি নহয় যেনিবা সোণহে। গৌতম পোনতে গুৱাহাটীলৈ আহোঁতে যিডোখৰ মাটিৰ কঠাত বাৰ শ পোন্ধৰ শ আছিল এতিয়া তাৰ দাম পাঁচ ছয় হেজাৰ। যাৰ ধন আছে তেনে লোকে ছয় সাত হেজাৰ কিয় আঠ ন হেজাৰ দিও মাটি লৈছে। গৌতমৰ তেনে সামৰ্থ্য নাই। বছৰ চেৰেকৰ আগতে মন কৰা হলে চান্দমাৰি বা শান্তিপুৰৰ ফালে কঠাত এ হেজাৰ বা ডেৰ হাজাৰ কৈ গৌতমে মাটি কিনিব পাৰিলেহেঁতেন। এতিয়া চিৰিয়াখানাৰ ফালে পথৰুৱা মাটিও দুহেজাৰ আঢ়ৈ হেজাৰৰ কমে নেপায়। এসময়ত কঠাত পাঁচ শ টকাকৈও পাই তেওঁ দূৰ বুলি সেই অঞ্চলতে মাটি নললে।

চৰকাৰী মাটি বিলোৱাৰ গম পাই গৌতমো আনৰ লগতে প্ৰাৰ্থী হ'ল। তিনি কঠা মান মাটি তেওঁৰ নামত উঠিল। ছিলঙলৈ যোৱা বাটৰ কাষত হাতীয়ে মাউতে তলযোৱা পিতনি। তেওঁ সুধি মেলি হিচাব কৰি দেখিলে মাটিখিনি ঘৰ সাজিব পৰা কৰিবলৈ আঠ-ন হেজাৰ টকা পৰিব। ইমান টকা থকা হলে তেওঁ দেখোন মাটি কিনিয়েই লব পাৰিলেহেঁতেন। নিৰ্দ্ধাৰিত সময়ত পুতিব নোৱাৰা বাবে মাটি কেঞ্চেল হ'ল। অনেক লিখালিখি কৰাত গৱৰ্ণমেণ্টক দিয়া প্ৰায় এঘাৰ শ টকা তেওঁ তিনি বছৰ মানৰ মূৰত ঘূৰাই পালে। অলপমান পুতিব লগা বা একেবাৰে পুতিব নলগা মাটিও কোনো কোনোৱে পাইছে। তেনে মাটি গৌতমলৈ নাই।

দুকঠা বা তিনি কঠা মাটি কিনিয়েই লব লগা হ'ল তেনেহলে। গৌতমে ভাবি চিন্তি তাকেই ঠিক কৰিলে। গুৱাহাটীলৈ আহি তেওঁৰ এজন মানুহৰ লগত চিনা পৰিচয় আৰু বন্ধুত্ব হৈছিল যি জন ভালেখিনি মাটিৰ গৰাকী। মানুহজন প্ৰমদাকান্ত শৰ্মা। গৱৰ্ণমেণ্টৰ কাম কৰি পেঞ্চন লৈ এতিয়া গৱৰ্ণ-মেণ্ট আৰু গৱৰ্ণমেণ্ট কৰ্মচাৰীৰ তীব্ৰ সমালোচক। দেশৰ প্ৰতি মমতা আৰু সকলো প্ৰকাৰ দুনীতি দুষ্কৰ্মৰ নিন্দা তেওঁৰ কথাত উতলি উঠে। "ইহঁতৰ দেখিছোঁ খাওঁ খাওঁ মূৰ্তি। টকা আৰু টকা। হেৰ, পৃথিৱীত থাকিবিনো কেই দিন? টকা টকা কৰি যে মৰিছ? এই আছে এই নাই। মৰিলে টকা লগত লৈ যাবিনে? সজ পথত থাকি দুবেলা দুমুঠি খাই চকু মুদিব পৰাতকৈ

সুখৰ কথা নাই। হৰি হৰি দেশ-কাল কি হ'ল!" এই কেইষাৰ শৰ্মা দেউৰে মুখৰ বাণী।

প্ৰমদাকান্তৰ মাটি কঠাত পোন্ধৰ শ টকাকৈ পায়ো আগতে গৌতমে নিকিনিলে। কাৰণ মাটিখিনি ঘোকটত। ওলাব সোমাবলৈ বাট নাই। মাটিৰ কাষেদিয়েই এতিয়া ৰাস্তা হব পাৰে বুলি শুনি গৌতম প্ৰমদাকান্তৰ ওচৰ পালেগৈ। গৌতমৰ কথা শুনি প্ৰমদা কান্তই কলে, "আপোনাক তেতিয়া লবলৈ কলোঁ, আপুনি নললে। মাটি বেচি শেষেই কৰিলোঁ। আপুনি আহিছে এতিয়া?"

"এতিয়াও আপোনাৰ ভালেখিনি মাটি আছে। দিয়ক থোক তাৰে অলপমান।"

"আপুনি বিচাৰিছে যেতিয়া দিব পাৰোঁ। দাম হলে কঠাত চাৰি হেজাৰ কৈ লাগিব। তাকো আপোনাক বুলিহে।"

গৌতমে ভাবিছিল পোন্ধৰ শ কৈ নহলেও দুহেজাৰ কৈ কঠাত তেওঁ মাটি পাব। ৰাস্তা এটা হব বুলি গম পায়েই প্ৰমদাকান্তই যে মাটিৰ দাম এনেকৈ বঢ়াই দিব তেওঁ ভাবিবই পৰা নাছিল। তেওঁৰ উৎসাহ কমি গ'ল। তথাপি তেওঁ কলে,—"কঠাত দুহেজাৰ কৈ লবনে? সৌ সিদিনাও দেখোন আপুনি পোন্ধৰ শ টকাকৈ বেচিছিল?"

"হয় বেচিছিলোঁ। কিন্তু ৰাস্তা হৈ গলে ছমাহ বা বছৰেকৰ পিছত কঠাত পাঁচ-ছয় হেজাৰকৈ বেচিম। আপুনি চাই থাকিব। এতিয়া চাৰি হেজাৰকৈ কিনি থলে আপোনাৰ সস্তাই হব।"

ইয়াৰ পিছত গৌতমৰ মাতিবলৈ একো নেথাকিল।

৭

মাটিৰ বিষয়ে গুণা গঁথা কৰি থাকোঁতেই এদিন গধূলি নাৰায়ণ ফুকনে গৌতমক কলেহি, তেওঁৰ অফিচতে কাম কৰা কেৰাণী এজনে মাটি বেচিব। দাম কঠাত ষোল শ টকা। গৌতমে যদি লব খোজে তেনেহলে কেৰাণী জনক তেওঁ মাতি আনিব পাৰিব কথা বতৰা হবলৈ।



পিছ দিনা কেৰেণীজনক লৈ নাৰায়ণ ফুকন গৌতমৰ ঘৰলৈ আহিল। কেৰেণীজনৰ শান্ত-শিষ্ট চেহেৰা। বয়স পঁচিশ হয় কি নৌ হয়। নাম প্ৰবোধ। গৌতমে দুয়োকো খাতিৰ কৰি বহুৱালে, চাহ জলপান খুৱালে, আৰু মাটিৰ কথা উলিয়ালে। প্ৰবোধে কলে,—"মাটি আপুনি এবাৰ চাই আহকগৈ। দাম কঠাত ষোল শকৈ লাগিব। তাৰ কম নহয়।"

আগতে গৌতমে নাৰায়ণক কৈ থৈছিল মাটি তেওঁ দেখিছে আৰু ওচৰতে আনৰ মাটি কঠাত ওঠৰশ, দুহেজাৰ টকাকৈ বিক্ৰী হৈছে। এই মাটি নললে এনে মাটি এই দামত গৌতমে আৰু নেপায়। আশে পাশে বহুতে মাটি লৈছে। এতিয়া অলপ আওহতীয়া যেন লাগিলেও দুই চাৰি বছৰৰ পিছত মানুহ বহিলেই ঠাইডোখৰ বঢ়িয়া হৈ উঠিব। প্ৰমদা কাণ্ড শৰ্মাৰ পাহাৰৰ তলৰ চেচুকীয়া মাটি নহয়। তাতকৈ এই মাটি বহুত ভাল।

গৌতমে কলে,—"মই ষোল শকৈয়ে দিম আৰু এবিঘা মাটিকে লম। কেইদিনমান ৰব লাগিব পিছে। ৰব পাৰিবানে? তোমাক তুমিকে বুলিলোঁ বয়সৰ সুবিধা লৈ, বেয়া নেপাবা।"

"নাই নাই, একো বেয়া পোৱা নাই। আপুনি মোৰ দেউতাৰ বয়সৰ মানুহ। দেউতা জীয়াই থকা হলে দেউতাৰো এতিয়া ইমান বয়সেই হ'ল হেঁতেন। পিছে, ৰব লাগিবনো কিমান দিন?"

গৌতমে মাতিবলৈ নৌপাওঁতেই নাৰায়ণে মাত লগালে,—"বেছি দিন নহয়। এসপ্তাহ বা দহ দিন। এই কেইদিন ৰব নোৱাৰিবা জানো?"

আটাইখিনি টকা কেনেকৈ যোগাৰ হব আৰু কেতিয়া যোগাৰ হব সেই কথা নাৰায়ণে জানে। ডাকঘৰত গৌতমৰ কিছু টকা আছে। সেইখিনি উলিয়াব লাগিব। বাকী টকা গৌতমে প্ৰভিডেণ্ট্ ফাণ্ডৰ পৰা ধাৰলৈ লব। পিছে কলিকতাৰ হেড্ অফিচৰ পৰা মঞ্জুৰ হৈ আহোঁতে দেৰি হব। এইবোৰ কথা নাৰায়ণক গৌতমেই কৈছিল। নাৰায়ণৰ ককায়েক গৌতমৰ সহপাঠী আছিল। সেই সূত্ৰতে গৌতম আৰু নাৰায়ণৰ ভিতৰত ইমান বন্ধুত্ব।

প্ৰবোধে কলে,—"ৰম বাৰু দহ দিন। আপুনি মাটি লোৱা তেনেহলে একেবাৰে খাটাং?

এইবাৰো নাৰায়ণেই মাত লগালে—"খাটাং।"

দুয়ো পক্ষৰ যাতে সন্দেহৰ একো থল নেথাকে সেই উদ্দেশ্যেৰেই গৌতমে

কলে,—"আগধন অলপমান দি দিম নেকি তেনেহলে ? ধৰা, পাঁচ শ টকা ? এটা চুক্তিও দুয়োৰো ভিতৰত কৰি পেলালে বেয়া হবনে ? সময় মতে গোটেই-খিনি টকা দি মাটি নললে মোৰ আগধন খিনি মৰা যাব।"

"আগধনো দিব নেলাগে চুক্তিও কৰিব নেলাগে। আপোনাৰ মুখৰ কথাই যথেষ্ট। দহ দিনলৈকে আপোনাৰ কাৰণে ৰম। আপুনি মাথোন টকাৰ যোগাৰ কৰক। মোৰ কথাৰ লৰচৰ নহয়।"

প্ৰবোধৰ গতিগোত্ৰ জানে বুলিয়েই হ'ক বা তাক ওপৰলৈ তুলি দিবলৈকে হ'ক, নাৰায়ণে গৌতমলৈ চাই কৈ উঠিল,…"এওঁক জানো নহয় মই, ইমান দিন একেটা অফিচতে কাম কৰিছোঁ। এওঁ এবাৰ কথা কলে আৰু কথা নুঘূৰায়। এক কথাৰ মানুহ প্ৰবোধ।

চাওঁতে চাওঁতে দহ দিন যাবলগীয়া হলহি, কিন্তু প্ৰভিডেণ্ট্ ফাণ্ডৰ টকা-খিনি মঞ্জুৰ হৈ নাহিল। নাৰায়ণে গৌতমক কলে,—"এনেকৈ থাকিলেতো নহয়। মানুহে প্ৰবোধক মাটিৰ কাৰণে ধৰিছেহি। সি অৱশ্যে আপোনাক মাটি বেচিবলৈ ৰৈ আছে। দুই এদিনতে কিবা এটা কৰক নহলে মাটি হেৰুৱাব। আন ঠাইৰে পৰা কিছু টকা যোগাৰ কৰিব নোৱাৰেনে ? প্ৰভিডেণ্ট ফাণ্ডৰ টকা মঞ্জুৰ হৈ আহিলে দি দিব।"

"তাকেহে কৰিব লাগিব। কিন্তু তালৈকো যে সময়ৰ দৰ্কাৰ। ইপিনে দহ দিন পুৰা হয়েই দেখোন ?"

নাৰায়ণ অলপ ৰল। তাৰ পিছত কলে,—"আপুনি প্ৰবোধক ঘৰতে লগ ধৰি কথাটো ককগৈ। দেৰি নকৰিব। আপুনি আজিয়েই যক তাৰ ওচৰলৈ !"

৮

সমুখত গুলচ গছ এজোপা থকা ঘৰটো উলিয়াবলৈ গৌতমৰ একো অসুবিধা নহয়। প্ৰবোধৰ ঘৰ দুৱাৰ ভাল ! সজাৰো কিজানি সৰহ দিন হোৱা নাই। দুখপীয়া চিৰিটোয়েদি গৌতম বেৰ-নথকা আগ ঘৰটোলৈ উঠি গ'ল। বাহিৰত কাকো নেপাই গৌতমে মাতিলে,—"প্ৰবোধ আছানে ?"



উত্তৰ নাই। আকৌ তেওঁ মাতিলে,আকৌ-উত্তৰ নাহিল। তেওঁ তৃতীয়বাৰ মাতিলে।

এইবাৰ ভিতৰৰ পৰা তিৰোতা এজনী ওলাই আহি গৌতমক দেখি থত্মত্ খাই গ'ল। গৌতমো কম থত্মত্ খোৱা নাছিল। দুয়ো দুয়োকো চিনিলে। মাখনীক চিনিবলৈ গৌতমৰ একো টান নেলাগিল। ৰায়বাহাদুৰ-ণীৰ মৰমৰ নিদৰ্শন মাখনীৰ কপালত এতিয়াও বিদ্যমান। তদুপৰি মাখনীৰ চেহেৰাৰ তেনে একো সলনি হোৱা নাই। মুখখন পুৰ হৈয়ে আছে। চুলিও পকা নাই, দাঁতো সৰা নাই। মুখখনৰ কোমলতা কিছু কমিছে মাথোন।

আকস্মিক আনন্দৰ উত্তেজনাই গৌতমক নিমাত কৰি পেলালে। তেওঁ গুলচ জোপাৰ পাতৰ সুৰুঙাইদি দুৰলৈ চাই পঠালে। ৰ'দৰ পোহৰত উজলি উঠা নিৰ্মল আকাশ। কিন্তু তালৈ তেওঁৰ চকু নগ'ল। তেওঁৰ চকু গ'ল ত্ৰিশ বছৰ পাৰ হৈ ৰায়বাহাদুৰৰ চিকুনি ঘৰখনলৈ। কেনিবাদি চৰাই এটাই সুহুৰিয়ালে। গুলচ ফুল এপাহি বতাহত উৰি তেওঁৰ ওচৰতে পৰিলহি। তেওঁ তুলি লব খোজোঁতেই গম পালে মাখনীয়ে তেওঁক সেৱা কৰিছে। তেওঁ থকমককৈ পোন হৈ বহিল আৰু তেওঁৰ মুখৰপৰা ওলাই গ'ল,—"তুমি ইয়াত ?"

"এইটোৱেই মোৰ ঘৰ। প্ৰবোধ মোৰ ল'ৰা।"

ইতিমধ্যে প্ৰবোধ আহিল। মাখনীয়ে বোৱাৰীয়েককো ভিতৰৰপৰা মাতি আনিলে। মাতি আনি পুতেক বোৱাৰীয়েকক কলে,—এৱেঁই মোৰ গৌতম ককাইদেউ, যাৰ কথা তহঁতক কৈয়ে থাকোঁ। এওঁ নথকা হলে আজি মোৰ হাড়তে বন গজিলহেঁতেন। থিয় হৈ থাকিলিহঁক দেখোন। সেৱা কৰ, ককাইদেউক সেৱা কৰ।"

গৌতম আৰু মাখনীৰ ভিতৰত ভালেমান কথাই হ'ল। কথা যেন শেষেই নহয়। মাণিক আৰু মাখনীয়ে কেই ঠাইতো ঘূৰি পকি শেষত গুৱাহাটীলৈ আহিল। গুৱাহাটীতে মাণিকৰ ঘৰ। ক'হিমা, ইম্ফল, শিলচৰ সেইবোৰ ঠাইতো আছিলগৈ। ড্ৰাইভাৰ কামকে মাণিকে কৰিছিল। ছিলঙলৈ যোৱা বাটত মটৰ দুৰ্ঘটনা হৈ মাণিক কেইবছৰমান হ'ল ঢুকাল। প্ৰবোধৰ বাহিৰে এটা ল'ৰা আছে। সি বানাৰচত ইঞ্জিনিয়াৰিং পঢ়ে ছোৱালীও এজনী।

তাইক বিয়া দি উলিয়াই দিলে। গতিয়া ল'ৰা ছোৱালী এহালৰ মাক। কথাৰ সোঁত নিছিগে দেখি কথাৰ মাজতে প্ৰবোধে কলে,—মই যে কৈছিলোঁ মা, এখেতেই মাটি লব খুজিছে।"

"তইতো ককাইদেউৰ নাম কোৱা নাছিলি ? মইনো বুজিম কেনেকৈ ? পিছে, ককাইদেউ, মাটি যে লব খুজিছে, কিমাননো লব আপুনি ? ই বা কি দাম কৰিছে ?"

গৌতমে উত্তৰ দিবলৈ নৌ পাওঁতেই প্ৰবোধে কলে,—মাটি এবিঘাকে খোজে এখেতে। মই দাম কঠাত যোল শকৈ কৈছোঁ। আনে মোক দুহেজাৰকৈ দিছে।"

গৌতমে মাত লগালে,—"মই দাম যোল শকৈয়ে দিম। কেইদিন মান আৰু সময় লাগে। টকা গোটেই খিনি যোগাৰ কৰিব পৰা নাই।"

মাখনীয়ে সুধিলে,—আপোনাৰনো টকাৰ ইমান নাটনি হ'লনে ?"

আদ্যোপান্ত গৌতমে বিবৰি কলে। মাখনীয়ে যি ভাবিছে মিছাকৈয়ে ভাবিছে। মোমায়েকৰ সম্পত্তিৰ ফুটা কড়ি এটাও গৌতমে পোৱা নাই। গাৱঁৰ যি মাটিবাৰী আছিল তাকো দদায়েকহঁতে ভগাই মেলি ললে। কলিকতাত থাকোঁতেই এবাৰ আহি খবৰ কৰিবলৈ গলত দদায়েকহঁতৰ পুতেক হঁতে গৌতমক খৰা দা জোকাৰিলে। গতিকে সেই পিনেও পানী এচলু দিব লগা হ'ল।

মাখনীয়ে কলে,—"মোৰ মাটি যদি আপুনি নেপায়, তেনেহলে কোনে পাব ? এতিয়া বহক আৰু কথা হম। কিমান কথা যে আপোনাক সুধিবলগীয়া আছে !"

গৌতমৰ বৰ ভাল লাগি গৈছিল। তেওঁৰো বহিবৰ ইচ্ছা আছিল। কিন্তু তথাপি হাত ঘড়ীটোলৈ চাই তেওঁ কলে,—"মাখনী, আজি বাৰু যাওঁ, অলপ জৰুৰী কাম আছে। আন এদিন আহিম। আহিবই লাগিব নহয় মাটিৰ লেঠা নমৰে মানে।"

"বাৰু আপোনাক তেনেহলে আজি আটক নকৰোঁ। আজি কি বাৰ ? শুকুৰবাৰ। পৰহিলৈ দেওবাৰলৈকে আপুনি আহিব। জৰুৰ আহিব। মই বাটলৈ চাই থাকিম। পুৱাতে আহিব। দুপৰীয়া আমাৰ ইয়াতে ভাত খাবহি।"



গৌতমে নিমন্ত্ৰণ গ্ৰহণ কৰি সৰি থকা গুলচ ফুল কেইপাহমান আনন্দতে বুটলি লৈ ঘৰলৈ উলটিল।

৯

দেওবাৰে গৌতম প্ৰবোধৰ ঘৰলৈ গলত মাখনীয়ে আদৰ সাদৰ কৰি বহুৱালে। চাহ আনি দিলে আৰু চাহৰ লগতে খাবলৈ দিলে এটা সিঙৰা, দুটা নাৰিকলৰ লাৰু আৰু এচকল কেক।

নাৰিকলৰ লাৰু এটাৰ আধা ডোখৰ মুখত সুমাই গৌতমে কলে,— "মই যে নাৰিকলৰ লাৰু ভাল পাওঁ তুমি এতিয়াও পাহৰা নাই দেখিছোঁ।"

"আপোনাৰ বহু কথাই মই পাহৰা নাই।"

গৌতমে মুৰৰপৰা ভৰিলৈকে মাখনীলৈ চাই পঠালে। শুকুৰ বাৰে দেখোঁতে মাখনীৰ মুৰত কাপোৰ আছিল, আজি নাই। গৌতমে মনং কৰিলে, মাখনীৰ খোপাটো আগতকৈ সৰু হ'ল। কিন্তু দেখিবলৈ আপচু হোৱাকৈ সৰু হোৱা নাই। কাণত সৰু দুল এযোৰৰ বাহিৰে গোটেই গাত একো অলংকাৰ নাই। পিন্ধনত উকা পাতৰ মেখেলা আৰু তাৰ লগত ৰজিতা নোখোৱা পুৰনিমুৱা ফুলাম চাদৰ এখন।

মাখনীয়ে সুধিলে,—"কি চাইছে ?"

"তোমাক চাইছোঁ। তোমাৰ চাদৰখন চাইছোঁ। মেখেলাৰ লগত মিলা নাই।"

"এইখন আপুনিয়ে দিছিল কোনোবা এটা বিহুত আনি—বাইদেৱে দিয়া টকাৰে কিনি। আপুনি দিয়া বুলিয়েই আজিলৈকে থৈ দিছোঁ। কেতিয়াবাহে লওঁ।"

গৌতম আৰু প্ৰবোধ ভাত খাবলৈ বহিল। মাখনীয়ে হাতত বিচনী এখন লৈ গৌতমক বিচি থাকিল। ইটো খক সিটো খক, বুলি কিমান যত্ন কৰিয়েই যে মাখনীয়ে গৌতমক খুৱালে। মাখনীয়ে কলে,—আপুনি খাব দেখি মই আজি ৰান্ধিছোঁ। আটাইখিনি খাব লাগিব গৌতম ককাইদেউ। একো এৰিব নোৱাৰে।"

গৌতমে খাই বই উঠি মাখনীয়ে নিজ হাতে বাহিৰৰ কুঠৰীটোত পাৰি দিয়া 'দুগ্ধফেন নিভ' ধপ্‌ধপীয়া বিছনাত দীঘল দি কিছু পৰ জিৰালে। তাৰ পিছত আগঘৰটোলৈ ওলাই আহি গৌতম চকীত বহিল আৰু গম পাই মাখনীও তালৈকে আহিল।

কথা আৰম্ভ কৰিলে গৌতমেই। কাৰণ তেওঁৰে গৰজ বেছি। গৌতমে কলে,—"মাটিৰ বিষয়ে এতিয়া কি কৰা ?"

"লওক মাটি আপুনি।"

"মই পিছে মাটি তিনি কঠাকে লম। টকা আটাইখিনি যোগাৰ কৰিব নোৱাৰিলোঁ। পিছত পাৰিলে লম বাকী দুকঠা। এই তিনি কঠাৰ দাম লৈ আহিছোঁ। প্ৰবোধক মাতা টকাখিনি লওকহি। কাইলৈ বা পৰহিলৈ সি কাছাৰীত ৰেজেষ্টাৰী কৰি দিবগৈ।"

"টকা আপুনি উলিয়াব নেলাগে, সুমাই থক। মাটিৰ দাম আপুনি দিব নেলাগে।"

"কেলেই ?"

"এনেয়ে।"

গৌতমে উচ্‌পিচ্‌ কৰি কলে,—"ইমান খিনি মাটি মোক এনেয়ে দিবা কেলেই ? মই এনেয়ে মাটি লব নোৱাৰোঁ।"

"মোৰপৰাও নোৱাৰে ?"

"তোমাৰপৰাও নোৱাৰোঁ।"

মাখনী অলপ পৰ নিমাতে বল। তাৰ পিছত কলে,—"দিব তেনেহলে দাম। এই বিঘা আৰু লগতে আৰু দুবিঘা মাটি তেওঁ কিনিছিল বিঘাত পাঁচশ টকাকৈ। মোৰ বৰ্তিয়াকৈ মনত আছে। আপুনি মোক পাঁচশ টকাকে দিব যদি মাটি বিঘা এনেয়ে লবলৈ বেয়া পায়। কিন্তু এনেয়ে ললেহে মই ভাল পাম।"

"কিন্তু সি যে বৰ অন্যায় হয়।"

"একো অন্যায় নহয়। আপুনি মোক ইমান পৰ ভাবেনে ? আপুনি মাটি লবই লাগিব, লবই লাগিব আপুনি। আপুনি আৰু একো নকব। মই আৰু একো নুশুনো, একো নুশুনো, নুশুনো।"

শেহৰ ফালে মাখনীৰ মাত থোকাথুকি হৈ আহিল।

## লাপেলি

বীণা বৰুৱা

ডাক্তৰি জীৱনত ধন আছে—খোৱা-শোৱাৰ শান্তি নাই। ভাতৰ পাতত বহিবাহি মাথোন—আহিল খবৰ অমুকৰ ঘৰত হাইজা। তিতা হাতেৰেই লৰ মাৰিব লগা হ'ল। দিনটো নাড়ী, বুকু, পেট পৰীক্ষা কৰি ভাগৰি জাগৰি বিছনাত পৰিছাহি ; চিলমিলকৈ টোপনি আহিল কি নাই।—পালেহি কোনো-বাটো ঘৈণীয়েকৰ আসন্ন প্ৰসৱ বেদনাৰ বাতৰি লৈ ! তাতোকৈ দুৰ্গতি চৰকাৰী পাবলিক হেল্‌থৰ ডাক্তৰ কেইটাৰ। পাব্লিক্ হেল্‌থৰ চুপাবনিউমাৰি ডাক্তৰৰ ভলাৰ বগৰীৰ দৰে জীৱন। এদিনলৈ এঠাইত সুখেৰে বহি ভাত এসাজ খাবৰ অৱসৰ নাই। দেশখনত বাৰটা মাহত তেৰটা জগৰ, সদায়ে নুগুচে এটা লগৰ। হাইজা, গ্ৰহণী, বসন্ত, কলাজ্বৰ, এটাৰ পিছত এটাৰ উৎপাত সদা-সৰ্বদায় লাগি আছেই। নগাৰ্‌'ত হাইজাৰ ইন'কুলেছন শেষ কৰি আহি পাইছোঁহিহে, শ্বিলঙৰ পৰা টেলিগ্ৰামত নিৰ্দেশ আহিল যেনে আছোঁ সেই অৱস্থাতে কহিমালৈ যাব লাগে। তাত দুই এখন গাৱঁত হাইজাই দেখা দিছে। বাধা হোল্ডাৰ মেলি-বলৈকে নহ'ল। যেনে আছিলোঁ তেনে অৱস্থাতে ৰাতিৰ গাড়ীত লগুৱা ল'ৰাটো লগত লৈ কহিমালৈ যাত্ৰা কৰিলোঁ।

কহিমাৰ পৰা কুৰি মাইল দূৰৈৰ মাওৰ ওচৰৰ বস্তিত হাইজা লাগিছে বুলি চিভিল চাৰ্জনে বাতৰি পাইছে। সেই ঠাইত মোৰ নিমিত্তে তম্বু পাতি থোৱাইছে। সেই অঞ্চলৰ দুজন নগা গাওঁবুঢ়া লগত লৈ যথা সময়ত মাও পালোঁগৈ।

মাওৰ পৰা ওখ পাহাৰ এটা বগাই গৈয়ে মোৰ কেম্প পালোঁ। সৰু টিলা এটিৰ ওপৰত তম্বু পতা হৈছে। চাৰিও পিনে মুকলি পথাৰ। যতে চকুৰ দৃষ্টি শেষ হৈছে ত'তে সৰল গছৰ শাৰী। টিলাটোৰ ওপৰত অকলশৰীয়া ভাৱে থাকিবলৈ পাই সৰুতে পঢ়া ইংৰাজী কবিতা এফাঁকি মনত পৰিল।—

"সসাগৰা ই ৰাজ্যৰ ময়ে অধীশ্বৰ,
পশুপক্ষী যত আছে, ৰজা সিহঁতৰ।"

পাহাৰৰ সৌন্দৰ্য্যই মানুহক বলিয়া কৰে। সৌন্দৰ্য্যৰ যদি কিবা বিশিষ্ট ৰূপ আছে সি সেউজীয়া পাহাৰতেই মূৰ্তি গ্ৰহণ কৰিছে। শিলৰ গাম্ভীৰ্য্য, গছৰ কমনীয়তা, ফুলৰ ৰহণ, ৰূপালী জুৰিৰ নাচোন, চৰাইৰ কলৰৱ—সকলোৱে মিলি পাহাৰক এক অপূৰ্ব ৰূপ দিছে। পাহাৰৰ বতাহ ছাটিয়েও এটা আত্মভোলা মাদকতা বৈ আনে। পাহাৰৰ গাতে লাগি থকা তৰাবছা আকাশখনিও মনোৰম!

নগা গাওঁবুঢ়াৰ লগে লগে ইন'কুলেছন দিবলৈ কেইদিনমান গাৱেঁগাৱেঁ ঘূৰিলোঁ। বেজী লবলৈ কাকো কিন্তু ৰাজী কৰিব নোৱাৰিলোঁ। আমাক দেখিলেই লৰা-ছোৱালী, বুঢ়া-বুঢ়ী সকলো ফৰিং ছিটিকাদি ছিটিকি পলায়।

দুপৰীয়া খাই উঠি তম্বুৰ সন্মুখত কাপোৰৰ আৰামী চকীখন পাতি বহিছোঁ। চিগাৰেটটো জ্বলাই লৈছোঁহে। দুটা নগা পাহাৰ বগাই তম্বুৰ ফাললৈকে আহিছে, চুচুক চামাককৈ দুয়ো আহি মোৰ সন্মুখত থিয় দিলেহি। ওখটোৰ নাম 'মুছুপিলে'। পূৰ্বে সি মোৰ ওচৰলৈ কেইবাবাৰো আহিছে। দুয়োটাৰে ডিঙিত 'অচেথিলা' অৰ্থাৎ শংখমণিৰ হাৰ। কিন্তু অচিন নগাটোৰ হাৰ ডালত ৰঙা পাথৰ দেখি মুচুপিলেলৈ চাই সুধিলোঁ—"ইয়াৰ দেখোন অচেথিলা তোৰ দৰে নহয়?"

মোৰ কথাৰ উত্তৰ নিদি মুচুপিলে তাৰ লগৰীয়া জনৰ মুখলৈ চাই হাঁহি-বলৈ ধৰিলে। প্ৰশ্নটো সোধাৰ লগে লগে দুটা চিগাৰেট তাহাঁতৰ পিনে আগবঢ়াই দিলোঁ। চিগাৰেট মুখত লওঁতেই চকীৰ পৰা উঠি গৈ নিজেই দুয়োটাৰে চিগাৰেটত জুই-কাঠী মাৰি জুই ধৰাই দিলোঁ। মোৰ আতিথ্যত সন্তোষ পাই মুচুপিলেই কলে,—"হয়, সেইডাল অচেথিলা নহয়, 'অমি নিহু'। সি বাঘ মাৰিছে; সেয়েহে গাহৰিৰ হাড়, পাথৰৰ মণি পিন্ধিব পায়।"

চিগাৰেট হুপি হুপি দুয়োটাই মোৰ নানা প্ৰশ্নৰ উত্তৰ দিবলৈ ধৰিলে।···

টিলাটোৰ তলেদিয়েই সৰু জুৰি এটা বৈ গৈছে। সদায় পুৱা নগা ছোৱালী কেইজনীমানে জুৰিটিৰপৰা পানী নিবলৈ আহে। চলু চলুকৈ দীঘল ভলুকা বাঁহৰ চুঙাত ধেমালি ধুমুলা কৰি পানী ভৰায়। ইজনীয়ে সিজনীৰ গালৈ পানী ছটিয়াই ভালেখিনি পৰ লৰাধপৰা কৰি থাকে। কোনো



কোনো জনীয়ে দূৰলৈ শিলগুটি দলিয়াই লক্ষ্য স্থিৰ কৰে। পুৱা ডোখৰ নাগিনী ছোৱালীহঁতৰ পানী-ধেমালি চোৱায়ে মোৰ কাম। ছোৱালী কেই-জনীয়ে মোলৈ চাই মাজে মাজে নিজৰ ভিতৰতে কিবা কোৱাকুই কৰি খিল্-খিল্কৈ হাঁহে। কেতিয়াবা মোৰ পিনে চাই চিঞৰি কিবা কয়। মই লাজতে মুখ ঘূৰাওঁ।

সৰু সৰু ছোৱালী কেইজনীৰ মূৰ খুৰোৱা। গাভৰু দুজনীৰ চুলি আছে। তাতে ফিটা মাৰি মুগা বৰণীয়া চৰাইপাখি কেইটামান গুজি লৈছে। প্ৰত্যেকৰে ডিঙিত দুধাৰ মানকৈ মণি। হাতত কেইবা পাতকৈ পিতলৰ বালা। দেহৰ ওপৰ অংশ অনাবৃত। তল ফালে আঠুলৈকে পৰা মেখেলা। গাভৰু কেইজনীয়ে মেখেলাৰ চাৰিওপিনে কড়ি সি লৈছে। ককালতো দুধাৰ কড়িৰ কৰধনি। চুঙাত পানী ভৰাই যাবলৈ ওলোৱাৰ পূৰ্বে সদায় ছোৱালী কেজনীয়ে মূৰ দাঙি মোলৈ চাই হাঁহি মাৰে। আপোনা আপুনি মোৰ মুখতো হাঁহি বিৰিঙি পৰে। প্ৰায়ে সন্ধিয়া নামনিলৈ নামি গলে সমনীয়া ছোৱালী-বোৰৰ লগত তাইক পিঠিত কাঠৰ বোজা লৈ—গীত গাই গাই গাৱঁলৈ ওভোতা লগ পাওঁ। মোক দেখিলেই সেই পানী আনিবলৈ অহা গাভৰুজনীয়ে কাষৰ জনীৰ আঁৰত সোমায়গৈ। ইজনীয়ে সিজনীয়ে ঠেলাঠেলি কৰি মোলৈ চাই টেক্ টেক্কৈ হাঁহে।

পুৱা শুই উঠি শিল এচপৰাত বহি ৰ'দ লৈছোঁ। লগতে কেইবাদিনৰে পৰা গোটাই থোৱা পখিলা কেইটা বোৰ্ড এখনত পিন মাৰি সজাইছোঁ। চিত্ৰ-বিচিত্ৰ নানা বৰণৰ পখিলা ধৰি কলিকতালৈ চালান দিয়া মোৰ অভ্যাস আছিল। সেই ব্যৱসায়ত হাতলৈ দুপইচা আহিছিল। এনেতে সেই ছোৱালীজনী একেবাৰে সমুখত থিয় হ'লহি। মই অবাক হৈ চাই ৰলোঁ। কলপাতেৰে নুৰিওৱা টোপোলা এটা তাই ঘপহ কৰে মোৰ আগত মেলি দিলে। ৰঙা, সেউজীয়া, হালধীয়া, সাত ৰং মিহলি অসংখ্য পখিলা!

"এই বোৰনো তোক কোনে ধৰিবলৈ ক'লে?"—মোৰ প্ৰশ্নৰ পূৰ্বেই তাই খিল্খিলকৈ হাঁহি জুৰিটিৰ পিনলৈ লৰ দিলে।

সেই দিনাৰেপৰা ছোৱালীজনীৰ প্ৰতি মোৰ আকৰ্ষণ বাঢ়িল। জ্যোতি-বি'দৰ দৰে তাইৰ অৰ্ধ-অনাবৃত, সৰ্বাংগ সম্পূৰ্ণ দেহটোত নাৰীৰ শ্ৰেষ্ঠ সৌন্দৰ্য্য আৱিষ্কাৰ কৰিলোঁ। অন্তৰেৰে নৱ-নাৰীৰ হেৰোৱা সুতাতাল

জোৰা লগাবলৈ সংকল্প কৰিলোঁ। পুৱা শুই উঠিয়েই তাইনো কেতিয়া পানী নিবলৈ আহে তাৰ নিমিত্তে আগ্ৰহেৰে বাট চাই থাকোঁ।

তায়ো প্ৰায়ে মোৰ তম্বুৰ কাষলৈ অহা হ'ল। মোৰ লগত নিৰ্ভয়ে, নিসঙ্কোচে কথা বতৰাত যোগ দিলে। তাইৰ নাম লাপেলি। ঘৰ ওচৰৰে নাইমাও গাৱঁত। বাপেক গাৱঁৰ চুচুমি। প্ৰত্যেক নগা গাওঁ একোজন দলপতিৰ অধীনত থাকে। তেওঁৰ শাসনত সহায় কৰিবলৈ কেইজনমান ডা-ডাঙৰীয়া বা চুচুমি থাকে। চুচুমি ছোৱালী দেখি লাপেলিৰ সাজ-সজ্জা অলপ উন্নত ধৰণৰ। সেই মৰ্য্যাদাৰ কাৰণে মেখেলাত আৰু কঁকালত তাই কড়িৰ কৰধনি পিন্ধিব পাৰিছে।

সন্ধিয়া পৰত তম্বুৰ ভিতৰত ডাঙৰকৈ জুই একুৰা ধৰি পুৱাইছোঁ। জুইৰপৰা পোৰা কচু এডোখৰ উলিয়াই বাকলি গুচাই তপতে তপতে মুখত ভৰাইছোঁ। লগত সৰু সৰু ছোৱালী দুজনী লৈ লাপেলি কৰবাৰ পৰা ওলালহি। সৰু ছোৱালী দুজনীয়ে হাতৰ মুঠিৰপৰা জুইত কিবা সুমুৱাই দি তাকে চাবলৈ জুইৰ কাষত বহিল। লাপেলিয়ে মোৰ পিনে আহি গছৰ পাতেৰে মেৰুৱাই অনা টোপোলা এটা আগবঢ়াই দিলে। হাতত থকা কচু-ডোখৰ লৰালৰিকৈ মুখলৈ গলিয়াই পাতৰ নুৰাটো মেলি চালোঁ; ধক্‌ধককৈ বগা শহা পহু এটা। মোৰ চকুৰে মুখে সন্তোষৰ হাঁহি বিৰিঙি উঠিল। লগুৱা ল'ৰাটোক মাতি ভোজনৰ নিমিত্তে শহাপহুৰ মঙহ ৰান্ধিবলৈ নিৰ্দেশ দিলোঁ।

লাপেলিয়ে সৰু ছোৱালী দুজনীৰ কাষত বহি জুইত দিয়া বস্তু কেইটা খুঁচৰিবলৈ ধৰিলে। খৰি এডোখৰেৰে চেৰেকা পোৰা বস্তু কেইটা বাহিৰলৈ উলিয়াই আটাই কেইজনীয়ে থপিয়া থপি লগালে। হাতেৰে মোহাৰি ছাই গুচোৱা-নুগুচোৱাকৈয়ে টপাটপ মুখত ভৰালে। জুইৰপৰা উলিয়াই লোৱা কচু কেইডোখৰ মই তাহাঁতৰ পিনে দলিয়াই দিলোঁ। তিনিও জনীয়ে কচু কেইডোখৰ লবলৈ দৰৰাদৰৰি লগালে।

কেইদিনমান গাটো অসুখ, জ্বৰ ভাব। বিছনাৰ পৰা বাজলৈ ওলাব পৰা নাই। সন্ধিয়া পৰত তম্বুৰ পৰ্দাখন আঁতৰাই কোনোবাই ভুমুকা ভুমুকিকৈ চোৱা অনুমান কৰিলোঁ। বাহিৰত লগুৱা ল'ৰাটোৱে কাৰবাৰ ওপৰত তৰ্জন গৰ্জন কৰিছে। কথাটো কি জানিবলৈ চাকৰটোক ভিতৰলৈ মাতিলোঁ। সদায়



অহা নগা ছোৱালী জনীয়ে আজি দুদিনৰ পৰা মোক চাবলৈ কুটুৰিব লাগিছে। এতিয়া লগত এজনী বুঢ়ী লৈ আহিছে। তাই বোলে জৰাফুকা কৰি বেমাৰ ভাল কৰিব পাৰিব। বুঢ়ী নাগিনীজনী সাইলাখ ডাইনী, তাইক দেখিলেই ভয় লাগে। সেইদেখি সি তাহাঁতক ভিতৰলৈ আহিবলৈ দিয়া নাই। মই লগুৱাটোক খং কৰিলোঁ। লাপেলিহঁত যদি গুচি যোৱা নাই তেন্তে তাহাঁতক মোৰ ওচৰলৈ আহিবলৈ দিবলৈ কলোঁ।

অতি সন্তৰ্পণে লাপেলি ভিতৰ সোমাল; তাইৰ পিছে পিছে বুঢ়ী নাগিনী জনী। মই চকু মেলি লাপেলিলৈ চালোঁ তাইৰ চকু কেইটা চুল-চুলীয়া। মোৰ কাষ চাপি লাপেলিয়ে কলে যে তাহাঁতৰ গাৱঁৰ থুমোমিক লৈ আহিছে। তেওঁক জাৰিবলৈ দিলে এতিয়াই গাৰ অসুখ ভাল কৰি দিব পাৰিব। মই হাঁহি মাৰি সন্মতি জনালোঁ।

লাপেলিয়ে নিৰ্দেশ দিয়াত থুমোমি মোৰ কাষ চাপি আহিল। মূৰ শিতানৰ ফালে বহল গছৰ পাত এটা পাৰি মোক তললৈ পেট পেলাই শুবলৈ কলে। তাৰ পিছত মোৰ ভৰিৰপৰা মূৰলৈকে হাত ফুৰাই টিপি দিবলৈ ধৰিলে। গাটো সুত লাগি মোৰ টোপনি আহিল। কিছু পৰৰ পিছত মূৰটো জোকাৰি দিয়াত চক্‌মককৈ সাৰ পালোঁ। থুমোমিয়ে মোৰ দৃষ্টি পাতটোলৈ আকৰ্ষণ কৰিলে। পাতটোৰ ওপৰত অকনি অকনি শিলগুটি আৰু বগা বগা গুৰি কিছুমান। মোৰ শৰীৰৰ পৰা জৰা ফুকা কৰি উলিয়াইছে।

"তোৰ বেমাৰ ওলাই গ'ল। গা এতিয়া ভাল পাবি।" লাপেলিৰ বহল ক'লা চকু দুটিত সবল বিশ্বাসৰ দৃষ্টি। যাবৰ সময়ত পিছদিনা লাপুক আনি আথুখুফেৰে কৰিব বুলিও কৈ গ'ল। লাপু গাৱঁৰ পুৰোহিত। মৰাৰ পূজা পাতল লাপুৱে কৰে। তাৰ বাহিৰেও বেমাৰীৰ আৰোগ্যৰ নিমিত্তে আথুখুফেৰে অৰ্থাৎ কণী দলিওৱা কাম লাপুৱেই কৰে। পিছ দিনা সন্ধিয়া লাপুক লৈ লাপেলি আহিল।

লাপুৱে সোঁহাতত দুটা কণী লৈ খে, কিনি, কুঠু আদি মন্ত্ৰ মাতি ছ-বাৰ ঘূৰালে। ঘূৰোৱা শেষ হোৱাত কণী দুটাৰ ওপৰত মোক থুৱাবলৈ কলে। কণী দুটা বাহিৰলৈ নি এটা বেলি ওলোৱা পিনে আৰু আনটো মাৰ যোৱা পিনে দলিয়াই পেলালে। লাপেলিয়ে ইতিমধ্যে লগুৱাটোক খুজি জুই লগা

খৰি এডাল আনি দুৱাৰ মুখত থলোঁহি। ৰাতি দুৱাৰখন যেন মেলি থোৱা নহয়, তাৰ বাবে লাপেলিয়ে মোক আৰু লগুৱাটোক দঢ়াই দঢ়াই নিৰ্দেশ দি গ'ল।

জৰ্‌জৰকৈ ঘামি ৰাতিটো জৰ এৰিলে। পুৰা গাটো পাতল পাতল লাগিল। দুদিন মানৰ ভিতৰতে টক্‌টকীয়া হৈ পাহাৰে পাহাৰে বগাই ফুৰিব পৰা হলোঁ। কেতিয়াবা নগা ডেকাৰ লগত ধনুকাঁড় লৈ চিকাৰ বিচাৰি যাওঁ। চিকাৰ বিচাৰি ভাগৰত ক্লান্ত হৈ সন্ধিয়া তম্বুত সোমাইছোঁহি। হাতৰ ধনুখন কাষত থৈ গৰম চুৱেটাৰটো সোলোকাবলৈ চেষ্টা কৰিছোঁ। কিবা এটাই যেন তম্বুৰ চুকত কেৰমেৰ কৰিছে। উচাপ্‌খাই উঠি ওপৰলৈ উজুৰা চুৱেটাৰ-টোৰ পৰা হাত দুটা এৰি দি লৰালৰিকৈ চুকলৈ চালোঁ।—"লাপেলি ?" নিজৰ মুখতে নিজৰে হাতখন দি মনে মনে থাকিবলৈ তাই মোক ইংগিত কৰিলে। নিৰ্ভয়ে চুৱেটাৰটো সোলোকাই মই বিছনাত দীঘল দিলোঁ। লাপেলিয়ে লাহে লাহে চুকৰপৰা উঠি আহি মোৰ মূৰত হাত বুলাবলৈ ধৰিলে। চকুহাল জপাই কোমল হাতৰ পৰশত মনে মনে এক মধুৰ ভৱিষ্যতৰ কল্পনা কৰি মই সুধিলোঁ—"অকলে অকলে চুকত সোমাই কি কৰিছিলি ?"

লাহে লাহে তাই কলে যে মোৰ ওচৰলৈ আগৰ দৰে তাই আৰু আহিব নোৱাৰিব। মাক বাপেকে খং কৰিছে। বাকী চিমনুবিলাকেও বেয়া বুলিছে।

ৰাগৰ মাৰি কাতি হৈ লাপেলিৰ মুখৰ পিনে মুখ নি সুধিলো,—"কচোন লাপেলি, তই মোক ইমান মৰম কৰ কিয় ?"

হাঁহি মাৰি তাই কলে,—"ই, বাবু তয়ে কচোন !"—চকুৱে মুখে পশুৰ দৰে অবুজ প্ৰীতি। মোৰ সংগ পাবৰ কাৰণে অন্ধ, অব্যক্ত ব্যাকুলতা।

লাপেলিৰ হাতৰ বালা কেইডাল লিৰিকি বিদাৰি কলোঁ,—"বল লাপেলি, আমি দুয়ো ইয়াৰ পৰা ভৈয়ামলৈ গুচি যাওঁগৈ।"

"ই, ইপুহতক এৰি থৈ কেনেকৈ যাম ? ভৈয়ামত জানো আমাৰ নিচিনা ধুনীয়া ঠাই আছে ? নাচনী জুৰি আছে ? এই ধুনীয়া পাহাৰখন কেনেকৈ এৰি যাবি ?"

অলপ পৰ ৰৈ, ডবহা আঙুলি কেইটা চুলিৰ মাজত সুমুৱাই লিৰিকি কলে,—"বাবু ইপু, আমাৰ পাহাৰটো ইমান সেউজীয়া হ'ল কিয়-কচোন।"



মুৰ জোকাৰি নাজানো বুলি জনোৱাত লাপেলিয়ে কৈ গ'ল—

বহুত দিনৰ পূৰ্বৰ কথা, তেতিয়া বোলে ওচৰৰ পাহাৰবোৰৰ জন্ম হোৱাই নাই;—আদামিৰ এই পৰ্বতটোহে মূৰ তুলি ওলাইছে। পৰ্বতত গছ গছনি নাই; শিল, শিল, শিল। এদিন বেলি দেৱতা পৰ্বতত ফুৰিবলৈ আহিল। বৰ গৰম। জান জুৰিৰ পানী শুকাই গৈছে। শিল ফাটি চটাচট্‌ দিছে। বেলি দেৱতাই গৰমত তত্‌ নেপাই জিৰণিৰ ঠাই বিচাৰিছে, পানী এটোপাৰ কাৰণে দেদাউৰি পাৰি চিঞৰিছে। তেতিয়া ভৈয়াম আৰু পৰ্বতৰ মানুহে গোটখাই পানী কেনেকৈ পাব পাৰি গুণা-গঁথা কৰিছে। এনেতে আকাশেদি শুকান মেঘ উৰি যোৱা দেখি আদামি ডেকা এটাই কাঁড় মাৰি পঠিয়ালে। মেঘত ফুটা ওলাই ধাৰাসাৰে পানী পৰিবলৈ ধৰিলে। কলেকো উৰিব নোৱাৰি মেঘেও সেই দিনাৰপৰা আমাৰ পাহাৰৰ গাতে আওজি ৰ'ল। বেলি দেৱতাই সন্তোষ লভি সেউজীয়া ঘাঁহ-বন গছেৰে আমাৰ পাহাৰটো শুৱনি কৰি থৈ গ'ল।..."

লাপেলিৰ সাধু শুনোতে শুনোতে কেতিয়া মোৰ টোপনি আহিল কবই নোৱাৰিলোঁ। লগুৱাটোৱে ভাত খাবলৈ জগাওঁতে লাপেলিৰ নাত বুলি খকামকাকৈ সাৰ পাই লাপেলি লাপেলি বুলি চিঞৰিলোঁ। "লাপেলি কেতিয়াবাই গ'ল। গাৱঁত আজি গেন্না। লাপেলি পলাইহে আহিছে।" লগুৱাটোৱে কলে।

গেন্না নগাহঁতৰ নিষেধ পৰ্ব আৰু বিজয়ীৰ উৎসৱ। উৎসৱৰ দিনা গাৱঁৰ পৰা বাজ হোৱা অথবা অচিন মানুহৰ লগত কথাবতৰা হোৱা নিষেধ। গেন্না উৎসৱৰ প্ৰথমতে সম্বন্ধ কৃষিৰ লগত। মাটি চহোৱা দিনৰেপৰা আৰম্ভ কৰি খেতি চপোৱা দিনলৈকে ভালেমান গেন্না পালন কৰা হয়। গেন্না দিনত ঘৰুৱা কাম তাঁত বোৱা, ধান বনা, গছ কটা, বাঁহৰ কাম কৰা আদি নিষেধ। যুদ্ধবিগ্ৰহ, গাৱঁৰ পৰিখা নিৰ্মাণ, মাৰি মৰকৰ পৰা পৰিত্ৰাণ আদিৰ অৰ্থেও ৰাজহুৱাকৈ গেন্না পালন কৰা হয়। উৎসৱ গেন্নাৰ ভিতৰত চিকুচো, অপিচ আদিয়েই প্ৰধান। এই উৎসৱত গাহৰি, মেথোন মাৰি ভোজভাত খোৱা হয়, প্ৰচুৰ লাওপানীৰ ব্যৱহাৰ হয়। কিন্তু প্ৰথমে বুঢ়ী ম্ইপুৱে চাকি চোৱাৰ পিছতহে চিকুচো অপিচৰ অৰ্থে প্ৰস্তুত কৰা লাওপানী আনে খাব পাৰে। উৎসৱৰ দিনটো লৰাবুঢ়া সকলোৱে নানা ধৰণৰ বং ধেমালিত কটাই নাচ-গান কৰে।

আজি কেইবা দিনো লাপেলিক পানী নিবলৈ অহা দেখা নাই। মনটোত ইচাটি বিচাটি লাগি আছে। কোনো কামত মন নবহা হ'ল। বাটে পথে ক'ৰবাত লগ পাওঁ বুলি পাহাৰে পাহাৰে দিনটো বগুৰা বাই ফুৰিছোঁ। খৰি কঢ়িওৱা নাগিনী ছোৱালী জাকৰ মাজতো সন্ধিয়া আলেঙে আলেঙে বিচাৰিলোঁ। কতো নাই। ইচ্ছা থকা সত্বেও লাপেলিৰ বাপেক মাকৰ ওচৰকৈ যাবলৈ সাহস নহল।

ঘূৰি ঘূৰি ক্লান্ত হৈ উভতি আহি বহু কষ্টেৰে টিলাটোত উঠি একেবাৰে বিছনাত পৰিলোঁগৈ। টেবুলত থকা লেমটো জ্বলাবলৈকো ইচ্ছা নোহোৱা হ'ল। লগুৱা লৰাটোক দুপৰীয়াতে বস্তু বাহানি কিনিবলৈ ডিমাপুৰলৈ পঠালোঁ, আজি নিশা উভতি নাহে। গতিকে খোৱা বোৱাৰ চিন্তা এৰি টোপনিৰ প্ৰতীক্ষাত ৰলোঁ।

কোনোবা যেন তম্বুৰ ভিতৰত সোমাইছে। আধা সাৰ পোৱা অৱস্থাতে উমান ললোঁ। ভৰিৰ খোজৰ শব্দ। বিছনাৰ কাষলৈকে আহিছে। ভয়ত মনৰ ভাবনা চিন্তাই এৰা দিলে। উঠি বহিবলৈ সাহস নহ'ল। নিশ্চল নিস্পন্দ ভাৱে আগন্তুকৰ অপেক্ষাত ৰলোঁ। লাপেলি,—অতি সন্তৰ্পণে তাই মোৰ মূৰ শিতানত থিয় দিলেহি।

"লাপেলি, এই ৰাতিখন ক'ৰ পৰা ওলালিহি?" বিস্মিত আনন্দত ধৰ্‌ফৰ্‌কৈ বিছনাৰপৰা উঠিলোঁ।

"তই এতিয়া ই ইয়াৰপৰা পলাই যাব লাগিব। ৰাতিপুৱা সিহঁতে তোক কাটিবলৈ দিহা কৰিছে।"

"মোক কাটিব?—কিয়?..."

উমানতে বুজিলোঁ লাপেলিয়ে কান্দিছে। থিৰেৰে থাকিব নোৱাৰি লাপেলিৰ হাত দুখনত ধৰি সুধিলোঁ,—"লাপেলি, তয়ো মোৰ লগত যাবি?"

আগতকৈও গহীন হৈ তাই কলে,—"আৰু নকবি, নকবি। মই দুখ পাম। মোৰ কথা তই নাভাবিবি। তৈয়ামত ধুনীয়া ধুনীয়া বহুত ছোৱালী পাবি। তই ওলা। তাহাঁতে লাওপানী খাই নাচি আছে। আজি গেন্না আছিল

"কিহৰ গেন্না?"

"টুকিমাৰ চুচুমৰ পুতেকে মোক বিয়া কৰাব। তাৰে গেন্না।"

গভীৰ পৰিতৃপ্তিৰে মৰিবলৈ প্ৰস্তুত হলোঁ। কোনো ক্ষোভ নাই, কোনো



দুখ নাই। বিছনাত বহি কলোঁ—"ওহোঁ লাপেলি, তোক এৰি থৈ মই কলৈকো নাযাওঁ। মোক চুচুমি হঁতে যি ইচ্ছা তাকে কৰক।"

কিছু সময় কাৰো মুখত মাত নাই। জীৱনৰ আশা এৰি মই নিশ্চিন্ত হলোঁ। হঠাতে লাপেলিয়ে মোৰ হাতখনত ধৰি ক'লে—"উঠ উঠ, মোৰ মূৰ খা, তই পলা। মোলৈ যদি মৰম আছে তই'পলাবই লাগিব।" উত্তৰলৈ বাট নাচাই হাতখনত ধৰি লাপেলিয়ে মোক চোৰচোৰ্‌কৈ টানি নিলে। চকুত তাইৰ যৌৱনৰ যাদু। সম্মোহিত মানুহৰ দৰে কোনো আপত্তি নকৰাকৈ তাইক মাথোন অনুসৰণ কৰিলোঁ।

কৃষ্ণ পক্ষৰ চতুৰ্থী। গহীন আন্ধাৰ। বাটপথ চিনিবৰ উপায় নাই। চাৰিওফালে সোঁ সোঁ বতাহৰ শব্দ।

ডাঙৰ পাহাৰটো বগাই মাওৰ বাট ওলালোঁহি। লাপেলিয়ে তাইৰ মুঠিৰ পৰা মোৰ হাতটো এৰি দি পিঠিত বান্ধি অনা বোজাটো আলিৰ কাষত নমাই থৈ দীঘল হুমুনিয়াহ পেলালে।

তোৰ বস্তু-বাহানি সকলো আনিছোঁ। পুৱা এই খিনিতে গাড়ীত উঠি তৈয়ামলৈ গুচি যাবি। ভয় নকৰিবি, গাৱঁৰ মানুহে তোক ইয়ালৈ বিচাৰি নাহে।

ভাগৰত উশাহ লবলৈকো শক্তি নাই। দুই চকুৰেদি অনৰ্গল জৰ্‌জৰ্‌কৈ পানী বৈছে। শোকত ৰব নোৱাৰি চিঞৰিলোঁ—"লাপেলি, লাপেলি, মোক এৰি থৈ নাযাবি।"

কোনো সাৰি সঁহাৰি নাই। অন্ধকাৰত খেপিয়াই চালোঁ—লাপেলি নাই। ইমান নিষ্ঠুৰ, ইমান হৃদয়-হীনা! সবুজ নাগিনী, তাই মোৰ অন্তৰৰ কি প্ৰতিদান দিব পাৰে? ভুল, ভুল, মোৰেই ভুল।

টেপোলাটোত মূৰ থৈ টোপনিত লালকাল দিলোঁ। ৰাতি পুৱা ৰদ ওলোৱাৰ লগেলগে মণিপুৰৰ পৰা অহা মটৰ গড়ীৰ ঘৰঘৰণি আৰম্ভ হ'ল। মোৰ কাষত কেইবাখনো মটৰ ৰখাই ড্ৰাইভাৰ আৰু আৰোহী সকলে হৈ চৈ কৰাত সাৰ পালোঁ। চকামকাকৈ উঠি টোপোলাটো লৈ মটৰত উঠিবলৈ খোজ দিলোঁ। মানুহবোৰে আগ্ৰহেৰে ওখ ৰাজআলিৰ পৰা নামনিলৈ চাইছে। দুই এজনে দৃষ্টিৰ স্থানলৈ আগবাঢ়িছে। নিজৰ অজ্ঞাতসাৰে ময়ো ভৰি ঘূৰালোঁ।—পাহাৰৰ পৰা বাগৰি পৰা নাগিনী এজনীৰ মৰাশ। —লাপেলি!

## পৰাজয়

ত্ৰৈলোক্যনাথ গোস্বামী

হঠাৎ কমলাৰ ওপৰত খং উঠি গ'ল। আবেলি কলেজৰপৰা আহি ঘৰৰ ভিতৰ সোমাইছোঁ মাথোন, এনেতে এক অপৰিচিত কণ্ঠস্বৰ কাণত পৰিল, "পোনাকণৰ গাত এডুখৰি গৰম কাপোৰ দিয়া মা।"

নিশ্চয় কোনো অবাঞ্ছনীয় লোকৰ অনাৱশ্যকীয় উপস্থিতি—হয়তো কমলাৰ সৰলতাৰ সুযোগ লৈ আহিছে তেওঁক প্ৰতাৰণা কৰিবলৈ। কমলাৰ ভুল নাভাগিল, চকু মুকলি নহ'ল। ব্যক্তিগত দয়াকাৰুণ্যৰে পীড়িতৰ দুখ মোচন নহয়, এই সত্য কমলাই উপলব্ধি কৰিব নুখুজিলে, কৰিব নোৱাৰিলে। একাধিক বাৰ প্ৰতাৰিতা হৈছে তেওঁ। তথাপি অভিজ্ঞতাৰ তিক্ততাই তেওঁৰ স্বভাৱৰ সংশোধন অনা নাই। কেলেই? তেওঁ জানো এতিয়া দুটা সন্তানৰ মাক নহয়? তেওঁ জানো সিহঁতৰ ভৱিষ্যতৰ কাৰণে ভাবিব নালাগে? সঞ্চয় কৰিব নালাগে?

কোটটো সোলোকাই বাৰাণ্ডালৈ ওলাই আহিছোঁ। পিৰালিৰ এটা চুকত এজন বুঢ়া মানুহ, আৰু পোণাকণ কাষত। বুঢ়াৰ মূৰৰ চুলি আৰু ডাঢ়ি গোঁফ কপাহৰ দৰে বগা। গাৰ শুকান বগা ৰঙৰ ওপৰত বাৰ্দ্ধক্যৰ নিকৰুণ ছাপ। বুঢ়াৰ গাল দুখন অলপ ভিতৰলৈ সোমোৱা কিন্তু নাকটো বেছ উন্নত, চকুযুৰিত তেতিয়াও ম্লান জেউতি আৰু ওঠত মৰহি যোৱা গোলাপৰ অনুজ্জ্বল ৰঙীণ আভা।

মূৰ তুলি এবাৰ মাথোন মোৰ মুখলৈ চাই বুঢ়াই পোণাকণৰ লগতে খেলিবলৈ ধৰিলে। মোৰ উপস্থিতি অনুপস্থিতিৰ লগত যেন তাৰ একো সম্বন্ধই নাই।

"তুমি ক'ৰ মানুহ?"—মই প্ৰশ্ন কৰিলোঁ।

বুঢ়াই উত্তৰ নিদিলে, আনকি মোৰ পিনে মূৰ তুলিও এবাৰ নাচালে। অপৰিচিতৰ এনে অৱজ্ঞা-সূচক মনোভাব মোৰ মুঠেই ভাল নালাগিল।

"বোলো তোমাৰ ঘৰ ক'ত?"—এইবাৰ মই এক প্ৰকাৰ চিঞৰ মাৰি সুধিলোঁ।



বুঢ়াই গহীনাই উত্তৰ দিলে—"ঘৰ বুলিবৰ কতো নাই। এই বহল পৃথিবী-খনেই ঘৰ। আহিছোঁ অকলে, যাম অকলে যেতিয়া ঘৰৰ বা প্ৰয়োজনেই ক'ত?"

খং উঠিল। বুঢ়াৰ এনে দাৰ্শনিক উক্তি স্বাৰ্থপৰতাৰ ওপৰত দিয়া ক্ষণ-স্থায়ী শুভ্ৰ প্ৰলেপৰ বাহিৰে আন কি হব পাৰে? এনেবোৰ চাতুৰীৰ আঁৰত ইহঁতে নিশ্চয় লোকক ভুৱা দিয়ে, ঠগে।

"ইমান দাৰ্শনিক হব পাৰিলে লোকালয় ত্যাগ কৰি গছৰ তলত, হাবি বননিত আশ্ৰয় লব লাগে, বুজিছা?"

কমলাই মোৰ কথাবোৰ শুনি বোধ হয় বেয়া পালে। ৰান্ধনি ঘৰৰপৰা তেওঁ কৈ উঠিল,—"আপুনি হাতমুখ ধোৱক, চাহ হৈছে।"

বুঢ়া অপল সময় তলমূৰকৈ ৰ'ল। পিছত লাহে লাহে ভাবিচিন্তি উত্তৰ দিলে—"তুমি ঠিকেই কৈছা বাপা। গছৰ তলত মই আশ্ৰয় লোৱা উচিত আছিল। কিন্তু পৰা নাই। মই যোগী নহওঁ, সন্ন্যাসীও নহওঁ—ঘোৰ সংসাৰী। সংসাৰৰ সুখ-দুখৰ কামনা বাসনাই মোৰ কেউ দিক আগুৰি আছে। সেয়েহে মই বিচাৰিছোঁ লোকালয়, মৰমিয়াল জনৰ মৰম আৰু স্নেহৰ উম।"

বুঢ়াৰ স্বীকাৰোক্তি শুনি মোৰ মন অলপ কুমলিল। সুধিলোঁ—"তোমাৰ ঘৰত কোন আছে?"

বুঢ়া এইবাৰ উত্তেজিত হৈ উঠিল আৰু কলে,—"সকলো আছে,—পো-বোৱাৰী, নাতি-নাতিনী, মাটি-বাৰী, সা-সম্পত্তি—সকলো।"

"তথাপি মাগি ফুৰিছা কেলেই?"

বুঢ়াই এটা হুমুনিয়াহ এৰিলে। "সকলো থাকিলেও মোৰ এতিয়া কোনো নাই। সিহঁতে আটায়ে মোক ঘৰৰপৰা বাহিৰ কৰি দিছে। সিহঁতৰ তিতা-কেহাঁ মাতত অতিষ্ঠ হৈ মই ওলাই আহিছোঁ। ভাবিছোঁ—বহল পৃথিবীৰ বুকুত নীৰৱে অকলে ক'ৰবাত মৰিম।"

বুঢ়াৰ কথা বিশ্বাস কৰিবলৈ টান পালোঁ। নিশ্চয় বুঢ়াৰ মূৰৰ বিকাৰ ঘটিছে, নহলে এনে কথা নকয়, এনে পাগলামি নকৰে।

"তুমি বোধ হয় সাধু কথাহে কৈছা?"

"সাধু নহয়, সঁচা কথা। তুমি মোৰ আগত থকাটো যেনে সঁচা, মই কোৱা কথাও তেনে সঁচা। কিন্তু বুজিছোঁ তুমি মোৰ কথা বিশ্বাস কৰিব পৰা নাই।

ল'ৰা মানুহ। সংসাৰৰ চাৰি চুক চাবলৈ তোমাৰ সময় হোৱা নাই। মা লক্ষ্মী তোমাৰ ঘৰত আছে, পোণাহঁতে ঘৰ শুৱনি কৰিছে—ঈশ্বৰে সিহঁতৰ মংগল কৰক। কিন্তু সংসাৰৰ নিষ্ঠুৰ আঘাত কেতিয়া কেনেকৈ কাৰ ওপৰত পৰে কব নোৱাৰি। দিন বেয়া হলে, শাৰীৰিক শক্তি-সামৰ্থ্য কমি গলে আপোন জনৰ নিৰ্দয় আচৰণে মানুহক বলিয়া কৰি তোলে। যাতনা-বেদনাত মানুহে মৰণ কামনা কৰে কিন্তু তাৰ শীতল পৰশ সহজে নাপায়।"

ইমানবোৰ কথা বুঢ়াই একেলগে কৈ পেলাব বুলি মই ভবা নাছিলোঁ। হয়তো বুঢ়াৰ অন্তৰত বেদনাৰ শেল পোত গৈ আছে, হয়তো নিজৰ দোষ ঢাকি বুঢাই আনৰ ওপৰত অন্যায়ভাবে নিষ্ঠুৰতাৰ বোজা তুলি দিছে। কোনটো সঁচা বুজা টান। মানৱ-চৰিত্ৰ জটিল।

কমলাই বুঢ়াৰ আগত এগিলাচ চাহ আৰু অলপমান জলপান থলে। ময়ো ৰান্ধনি-ঘৰৰ ভিতৰ সোমালোঁ।

গৃহিণীৰ চকুৰে মুখে এটি অসন্তোষৰ ভাৱ প্ৰকাশিত হৈ উঠিছে। বুঢ়াক নানান প্ৰশ্ন কৰাত তেওঁ নিশ্চয় ভাল পোৱা নাই কিন্তু ঘৰৰ গৃহস্থ হিচাবে মোৰ জানো ইয়াত কবলগীয়া একো নাই? ঘৈণীৰ মৰমৰ অনুশাসনৰ দাসত্ব এনে দৰে কিমান দিন কৰিম বাৰু?

চাহৰ পিয়ালাটো তুলি হাতত ললোঁ।

"মিছামিছি প্ৰশ্ন কৰি বুঢ়াৰ মনত দুখ নিদিব। ৰাতিটো কটাই বুঢ়াই নিজে পুৱাতে আঁতৰি যাব।" কমলাই লাহে লাহে বুজনি দিলে।

মোৰ মনৰ মাজত থুপাই থোৱা খং আটাইবোৰ একে লগে প্ৰকাশিত হৈ পৰিল: "এইবোৰ তোমাৰ বলিয়ালি। তুমি মোৰ সৰ্বনাশ কৰিবা আৰু ল'ৰা দুটাৰ মুৰ খাবা।"

কমলাৰ চকুপানী বৈ আহিল, কিন্তু মুখেৰে নামাতিলে। মোৰো চাহটোপা সুখেৰে খোৱা নহ'ল। কমলাৰ ওপৰত মোৰ খং উঠিছে, ভীষণ খং উঠিছে। মনত ইচ্ছা হৈছে যেন কমলাক শাস্তি দিবলৈ বুঢ়াক ঘৰৰপৰা বাহিৰ কৰি উলিয়াই দিওঁ।

বুঢ়াই ইতিমধ্যেই চাহ-জলপান শেষ কৰি তলমুৰকৈ কিবাকিবি ভাবি আছে। অলপ পিছত টোপোলাটি কানত ওলোমাই সি লাখুটিডাল হাতত তুলি ললে।



"মা, মই আহিলোঁ। ঈশ্বৰে তোমাৰ মংগল কৰিব।"

নিমিষতে ৰান্ধনি ঘৰৰ পৰা ওলাই আহি কমলাই বাধা দিলে।—"এনে ফেৰ্‌ফেৰীয়া বতাহ, পুহমহীয়া গধুলি—জাৰত কষ্ট পাবা। ৰাতিটো থাকা। মোৰ কোনো অসুবিধা নহয়। আমি যদি থাকিব, খাব পাৰোঁ, তুমিও পাৰিবা।"

"নহয় মা। মোক বাধা নিদিবা। গছৰ তলত আৰু আনৰ বাৰাণ্ডাত অনাহাৰে অনিদ্ৰাই ৰাতি কটোৱা অভ্যাস এই বুঢ়াৰ আছে। মোৰ কাৰণে ইমান মৰম দেখুৱাইছা কিয় মা? মই বাটৰ ভিকহু। মানুহে মোক লেই লেই চেই চেই কৰে। মোৰ আপোন জনে মোক কুকুৰৰ দৰে ঘৰৰপৰা খেদি দিয়ে।"

বুঢ়াৰ চকুপানী ওলাই গ'ল।

"মই বুজিছোঁ—তুমি তেখেতৰ কথাত বেয়া পাইছা, খং কৰিছা। কিন্তু খং এৰা, নাযাবা। এই ঘৰ অকল তেখেতৰ নহয়, মোৰো।"

এইবাৰ ধৈৰ্য্য হেৰুৱাই মই চিঞৰি উঠিলোঁ—"কমলা!"

"আপুনি মনে মনে থাকক চোন। খোজত কঁপি কঁপি ফুৰা অৱস্থা এই মানুহজনৰ। এনে ফেৰফেৰীয়া বতাহত ওলাই গলে বুঢ়া বাটতে পৰি মৰি থাকিব। তেতিয়া কাক পাপে চুব বাৰু?"

"পাপ-পুণ্যৰ কথা এৰি পেলোৱা কমলা। কিন্তু ভাবি চোৱা এনে অৱস্থাত এই বুঢ়াক পোৱোৱাবীয়ে ঘৰৰপৰা উলিয়াই দিয়াৰ কাৰণ কি? বুঢ়াৰ স্বভাৱ ভাল হোৱা হলে—"

বুঢ়া এইবাৰ খঙত জ্বলি পকি উঠিল আৰু চিঞৰি কবলৈ ধৰিলে,—"অকল মোকেই নহয়। মোৰ দৰে চাৰি কুৰি বছৰ জীয়াই থাকিলে,—তোমাকো পো-নাতিহঁতে ঘৰৰপৰা গতিয়াই উলিয়াই দিব। তেতিয়া বুজিবা মোৰ অৱস্থা। সেই কিনাৰাম···এজন দুৰ্ভগীয়া, সিদিনা মৰিল সি। মৰিল নে তৰিল। কিমান যাতনা নুভুগিলে বেচেৰাই, কিমান তিতা মাত নুশুনিলে সি! দুবছৰ হ'ল সঞ্জয় নিৰুদ্দেশ হৈছে। আৰু মোৰ হৈছে এই অৱস্থা। ময়ো যাম, বেছি দিন আনক আমনি নিদিওঁ।

কঁপি কঁপি লাখুটিৰ ওপৰত ভৰ দি বুঢ়াই খোজ ললে। কমলাই অনুনয় বিনয় কৰিলেও বুঢ়া গৈয়েই থাকিল। মই বাধা নিদিলোঁ। বুঢ়াক থাকিবলৈ

নকৰোঁ। সঁচাকৈয়ে বুঢ়াৰ যদি মৰণ আছে, মই তাক বচাব নোৱাৰোঁ। সি মোৰ সাধ্যাতীত। বিশেষতঃ সমাজৰ আবৰ্জনাবোৰ এনে দৰে আঁতৰি গলে জানো সংসাৰৰ কিবা ক্ষতি হয়?

বুঢ়া বৰ দুৰ্বল হৈ পৰিছে সন্দেহ নাই। বহি থকা অৱস্থাত তাক ইমান দুৰ্বল বুলি ভবা নাছিলোঁ। তাৰ মুখৰ ওপৰত থকা ক্ষীণ জেউতিয়ে অংগ-প্ৰত্যংগৰ শিথিলতা লুকুৱাই ৰাখিছিল। কিন্তু এতিয়া দেখিবলৈ পাইছোঁ, বুঢ়াই কঁপি কঁপিহে আগ বাঢ়িছে। বাহিৰত বতাহ কমা নাই। জাৰ লাগিছে। কোটটো দুনাই পিন্ধি লবৰ মন গৈছে। তেতিয়াও বুঢ়া মোৰ চকুৰ আঁতৰ হোৱা নাই। দেখিবলৈ পালোঁ, তাৰ গাত গৰম কাপোৰ নাই, ভৰিত জোতা নাই, মোজা নাই। এইবোৰ মানুহে নিশ্চয় অভ্যাসৰ বলতে এনে দৰে ফুৰে। ইমান বয়সলৈ জীয়াই থাকিলে আমি বোধহয় পংগু হৈ পৰিম। তেতিয়া যদি সকলো বন্ধন ছিঙি ঘৰৰপৰা ওলাই যাব লগীয়া হয়? তেতিয়া যদি অকলশৰীয়া হৈ পৰোঁ? এটি অজানিত আতংকত যেন মোৰ মন ভাৰাক্ৰান্ত হৈ পৰিল। সান্ত্বনা লভিবলৈ যত্ন কৰিলোঁ।—বুঢ়াই নিশ্চয় মোক অভিশাপ দিয়া নাই।

কমলাই তেতিয়াও চকুপানী মচি আছে। তেওঁৰ চকুত মই হয়তো সিদিনা নিষ্ঠুৰতাৰ এক পাষাণ মূৰ্তি। আচাৰ-ব্যৱহাৰ আৰু কথাবতৰাৰ মাজেদি সিদিনা মোৰ চৰিত্ৰত যি ক্ৰুৰতা ফুটি উঠিছে তাৰ অভিজ্ঞতা কমলাৰ পক্ষে নতুন। সেইবাবে তেওঁ দুখ পাইছে। তেওঁৰ কল্পলোকত থকা দেৱত্বৰ ভূষণ মোৰ গাৰপৰা সিদিনা সুলকি পৰি মোৰ কদাকাৰ নগ্ন ৰূপটো তেওঁৰ আগত প্ৰকাশিত কৰি তুলিছে। ঘৈণীৰ ওচৰত মোৰ দেৱত্বৰ দাবী নাই। মই মানুহজনৰ স্বৰূপটো ইমান দিনে তেওঁ বুজি পোৱা উচিত আছিল। মই দেৱতা নহওঁ—পশুও নহওঁ—মানুহ। ভাল দৰে থকা খোৱাৰ আকাংক্ষা মোৰ মনত আছে, সুখ সম্ভোগৰ কল্পনাত মই ভোল যাওঁ, ভবিষ্যত বিপদৰ চিন্তাত মই আতংকিত হওঁ।

ল'ৰা দুটাক কমলাই বিছনাত শুৱাই থৈছে। মই এখন কিতাপ খুলি আগত লৈছোঁ—'ডাছ কেপিটেল'। কিন্তু কিতাপৰ ভিতৰ সোমাব পৰা নাই। অনুভৱ হৈছে—যুক্তিবোৰৰ মাজে মাজে যেন ফাঁক হৈ গৈছে।

ৰাতি ভালকৈ খোৱা নহ'ল—শোৱা নহ'ল। বাহিৰত হিম পৰিছে।



বতাহে মূৰ শিতানৰ পিনে থকা খিড়িকীখন মাজে মাজে কঁপাই তোলে। চকু লাগিলেও সাৰ পাওঁ—বুঢ়ালৈ মনত পৰে। কি কুক্ষণত এই আপদীয়া বুঢ়াটো মোৰ ঘৰত উপস্থিত হৈছিলহি! তাৰ কাৰণেই আজি মোৰ শান্তিপূৰ্ণ ঘৰখন অশান্তিৰ বা বতাহে ছানি পেলাইছে। আৰু কমলা? কমলাই নিশ্চয় এইবাৰ ভাল শিকনি পাইছে কিন্তু দুখ লাগে এই বুলি যে বেচেৰীৰ মনত বোধহয় অন্যায়ভাৱে আঘাত হানিলোঁ। ৰাতিপুৱালৈ তেওঁ পাহৰি যাব, নিশ্চয় পাহৰি যাব। মাইকী মানুহবোৰ এনেকুৱাই। কোনো কথাত লাগিলে হঠাৎ তাক এৰি নিদিয়ে আৰু এবাৰ এৰি দিলে তাক পাহৰি পেলায়। কমলাৰ নিশ্চয় টোপনি আহিছে। শোৱক, টোপনি আহিলে শান্তি পাব, সকলো পাহৰি যাব। বেচেৰীৰ খোৱা ন'হল—মই বৰ কঠোৰ হৈ পৰিলোঁ হবলা। সদায় মৰম স্নেহ পাই অহা কমলাই আজিৰ এই সাধাৰণ কথাটোতেই ভাগি পৰিল। তিৰোতাবোৰৰ ভেমো কম নহয়। কমলাইচোন বিছনাত ইকাতি সিকাতি কৰি আছে। তেনেহলে তেওঁৰো চকুত টোপনি নাই? তেওঁৰো মোৰ দৰে এই অৱহেলিত অপৰিচিত বুঢ়াৰ কথাকেই ভাবি ভাবি ৰাগৰি আছে? বুঢ়া বাৰু আমাৰ কোন? আজিৰ যুগত আপোনজনৰ কথা ভাবিবলৈ মানুহৰ অৱসৰ নাই, অথচ এই অচিনাকি আগন্তুকৰ চিন্তাত আমাৰ টোপনি নাহে। ইও এক জীৱনৰ বিচিত্ৰ অভিজ্ঞতা। এইবোৰ কমলাৰ পাগলামি। বাটৰপৰা ভিকহু বুটলি আনি অনাহকত নিজৰ যাতনা-বেদনা বঢ়াই তোলে। বুঢ়া গুচি গৈছে, হয়তো কৰবাত সুখৰ টোপনিত লালকাল হৈ পৰিছে আৰু আমি আছোঁ উজাগৰে। নিশ্চয় বুঢ়া দুনাই আমাৰ ঘৰলৈ নাহে। মোৰ আচৰণৰ সিফালে লুকাই থকা ব্যক্তি-সত্তাৰ পৰিচয় সি নিশ্চয় পাইছে। মোৰ তত্ত্বান্বেষী যুক্তিবাদী মনটো নিশ্চয় প্ৰশ্নৰ মাজেদিয়েই ওলাই পৰিছে। বাৰু, বুঢ়াই ৰাতি খপিলে ক'ত? তাৰ অসহায় অৱস্থাৰ কথা ভাবিলে দুখ লাগে, সহায় সহানুভূতিৰ কল্পনাৰে অন্তৰ কুমলি উঠে। এনেজন বুঢ়াক পো-বোৱাৰীহঁতে খেদি উলিয়াই দিলে কিয়? দোষ বুঢ়াৰেই হব লাগিব। দোষীৰ শাস্তি-ভোগ বিধাতাৰ বিধান। পাওক, বুঢ়াই শাস্তি পাওক। তাৰ প্ৰতি স্নেহ-মৰম দেখুওৱা এক অমাৰ্জনীয় দুৰ্বলতা। সি বাৰু চাৰি কুৰি বছৰলৈ জীয়াই আছে কিয়?

নানান কথা ভাবি ভাবি থাকোঁতে শেষ ৰাতি কেতিয়াবা টোপনি আহিল।

লেপখন মূৰৰ ওপৰলৈ টানি লৈ শুই পৰিছোঁ। ৰাতি কেতিয়া পুৱাইছে কব নোৱাৰোঁ। হঠাৎ শুনিবলৈ পালোঁ,—অতি ব্যস্ততাৰে কমলাই মোক মাতিছে, "উঠকচোন উঠক, সোনকালে উঠক।"

একে জাপেই বিছনাত উঠি বহি দেখিবলৈ পালোঁ কমলাৰ চকুত তেতিয়াও পানী। "কি হৈছে, কান্দিছা কেলেই?"—মই অধৈৰ্য্য হৈ চিঞৰি দিলোঁ।

"বুঢ়া মানুহজন আমাৰ বকুল-তলত পৰি আছে। মাতিলেও নামাতে, বোধ হয় মৰিছে।"

"মৰিছে?"

মূৰে গাৰে চাদৰখন মেৰাই বাহিৰলৈ ওলাই আহিলোঁ। বাহিৰত ঘন কুঁৱলীৰ ডাঠ আৱৰণ। গছপাতবোৰৰ পৰা টোপাটোপে নিয়ৰ পৰিব ধৰিছে। বেছ ঠাণ্ডা—গা যেন কাটি নিয়ে।

পদুলি মুখৰ বকুল জুপিৰ তলত বুঢ়াৰ অৱসন্ন দেহ বাগৰি পৰি আছে। যেন এডোখৰ শুকান কাঠৰ টুকুৰা। তাৰ হাত-ভৰি চেঁচা হৈ গৈছে। নাড়ীৰ স্পন্দন অনুভৱ কৰিব নোৱাৰি, নাড়ী যেন হাড়ৰ ভিতৰলৈ বহি গৈছে। কিন্তু বুকুখনত অলপ তাপ আছে আৰু নাকৰ মাজেদি পাতল উশাহ-নিশাহ অহা যোৱা কৰি বুজাই দিছে জীৱন মৰণৰ এক সন্ধিক্ষণ।

বুঢ়াৰ কাষত কমলাই একুৰা জুই ধৰিছে, দুটা বটলত গৰম পানী ভৰাই হাত-ভৰিৰ কাষত থৈছে। মই কমলাৰ চকুৰ পিনে চাব পৰা নাই, নিজকে নিজে অপৰাধী যেন লাগিছে। এটা সাধাৰণ কথাৰ এনে কৰুণ সমাপ্তি ঘটিব বুলি মোৰ যুক্তিবাদী মনে কেতিয়াও চুকি পোৱা নাছিল। কিন্তু অনুভূতিৰে প্ৰসাৰিত কমলাৰ অন্তঃকৰণত হয়তো এই ছবি আপোনাআপুনি ফুটি উঠিছিল আৰু তাৰ কাৰণেই তেওঁ অনুনয় বিনয় কৰিছিল, মৰম আকলুৱা বুঢ়াক এফেৰি মৰম দেখুৱাবলৈ ব্যগ্ৰ হৈ উঠিছিল।

"বুঢ়াৰ এক প্ৰকাৰ শেষ অৱস্থা। মৃত্যুৰ লগত যুজিবলৈ বুঢ়াৰ শৰীৰত শক্তি নাই বুজিছা কমলা?"

কমলাই মোৰ কথাত কাণ নিদিলে। তেওঁ ব্যস্ত। বুঢ়াৰ চকুৰে মুখে বিশৃংখল হৈ পৰি থকা চুলি কেইডাল লাহে লাহে তেওঁ আঁতৰাই, দিলে, কপালখন পিহি দিব ধৰিলে। বুঢ়াৰ গাল দুখন সোমাই গৈছে, কাণৰ লতি হালি পৰিছে। কিন্তু কমলাৰ হাতৰ মৃদু পৰশতেই হয়তো হঠাৎ বুঢ়াই শেঁতা·



পৰা চকু দুটা বহলকৈ মেলি দিলে। তাৰ মুখৰপৰা ওলাই আহিল এটি মাথো শব্দ 'মা'। তাৰ মুখখন মেলাই ৰ'ল, যেন মুখৰ ভিতৰত এটি মাথোন শব্দৰেই ধ্বনি প্ৰতিধ্বনি বাগৰি থাকিল।

কমলাৰ চকু-মুখ উজ্জ্বল হৈ উঠিল, "বাচিব, বুঢ়া বাচি উঠিব। অলপ গৰম গাখীৰ লৈ আহক।"

মন্ত্ৰ-মুগ্ধৰ দৰে মই ঘৰলৈ খোজ ললোঁ, আৰু গাখীৰ খিনি আনি কমলাৰ হাতত তুলি দিলোঁ। চামুচেৰে এটোপ দুটোপকৈ কমলাই বুঢ়াৰ মুখত গাখীৰ পেলাই দিবলৈ ধৰিলে। অসহায় শিশুৰ দৰে চকু মুদি বুঢ়াই সেপ ঢুকিলে। কেই টোপামান গাখীৰ দুয়ো কোৱাৰিয়েদি বাগৰি গ'ল। নাজানো কেনেকৈ মৰণৰ দুৱাৰ-দলিত বাগৰি থকা অসহায়ৰ অস্ফুট আৰ্তনাদৰ ধ্বনি মোৰ প্ৰাণত বাজি উঠিল আৰু অন্তৰৰ সুপ্ত মানৱতাক জগাই তুলিলে। সহানুভূতিৰে উদ্বেলিত অন্তৰ ওপোচাই বুঢ়াক সাৱটি ধৰিবলৈ মোৰ মন গ'ল। লগতে ধিকাৰ লাগিল মনত। ময়েই জানো তাক বুঢ় আচৰণেৰে মৃত্যুৰ সৰ্বগ্ৰাসী মুখলৈ গতিয়াই দিয়া নাই? এজনক জীৱন দান কৰিবৰ ক্ষমতা নাই, অথচ নিৰ্মম আচৰণেৰে এজনক মৰণৰ পথত আগুৱাই দিছোঁ। নোৱাৰোঁ, বুঢ়াক এনে দৰে মৰিবলৈ এৰি দিব নোৱাৰোঁ। যদি সঁচাকৈয়ে বুঢ়াই জীৱন ফিৰাই নাপায়, তথাপি মৰণৰ আগ মুহূৰ্ত্তো বুজি পাওক পৃথিবীৰ মানুহৰ বুকুত মৰম স্নেহৰ উহ আছে। বাহ্যিক বুঢ়তাৰ কঠোৰ আৱৰণ ভাঙি ছিঙিও সি নিজৰি ওলাই মৰতত শান্তি-পানী ঢালে।

এখন চিঠি লিখিলোঁ ডাক্তৰ বৰুৱালৈ। তেওঁ যেনে আছে তেনেই আহিব লাগে। মৃত্যুৰ লগত যুজি ক্লান্ত হোৱা অৱহেলিত এক আগন্তুকৰ প্ৰাণ দান কৰিব লাগে।

মই নিজেই বুঢ়াৰ ওচৰলৈ গৈ গৰম পানীৰ বটল হাতত তুলি ললোঁ। বুঢ়াৰ গাটো চেঁচা পৰি গৈছে। এই শুকান শৰীৰৰ মাজেদি বৈ থকা কেঁচা তেজবোৰ যেন এটোপ দুটোপকৈ মৰণে খাই পেলাব ধৰিছে। থাওক, তথাপি বাধা দিব লাগিব। জানো, নিয়তিৰ লগত যুঁজ কৰি কেৱে জয়ী হব নোৱাৰে। তথাপি চেষ্টা কৰিম, নিয়তিক বুজাই দিম এই জীৱন-মৰণৰ ৰণ-ক্ষেত্ৰত এই হতভগা অকলশৰীয়া নহয়। তাকো সহায় কৰিবলৈ দুৰ্ব্বল হলেও সৈনিক আছে।

"আপুনি পোনাইতকে চ'কগৈ এবাৰ।"—কমলাই লাহেকৈ মাত লগালে।

"কপাহীয়ে সিহঁতক চাব কমলা। আমাৰ পৰিচৰ্য্যাৰে এই বুঢ়াক আমি বচাব লাগিব। এদিনৰ কাৰণে হলেও এই বিনন্দীয়া সংসাৰৰ মাধুৰ্য্যৰ পৰশ বুঢ়াই পাই যাওক, এয়ে মোৰ কামনা।"

যুক্তিবাদী মোৰ মনৰ ওবৰত যেন প্ৰগাঢ় অনুভূতিৰ এক প্লাৱন আহি পৰিছে। চকুৰে পানী নিজৰিব খুজিলেও মোৰ প্ৰসাৰিত অন্তৰত এক নতুন সত্য ভাহি ফুৰিছে। মোৰ সংকুচিত ব্যক্তি-সত্তা প্ৰসাৰিত হৈ মোক যেন কৈ দিছে, "বচাব লাগিব, ত্যাগ স্বীকাৰ কৰি হলেও বুঢ়াক মৃত্যুৰ মুখৰপৰা উদ্ধাৰ কৰিব লাগিব।"

ডাক্তৰ আগত থিয় হ'লহি।

"বৰুৱা, এই বুঢ়াক যেনে তেনে প্ৰকাৰে বচাই দিয়ক। যাতনা-বেদনাত জৰ্জৰিত বুঢ়াই দুখ পাইছে, বহুতো দুখ পাইছে জীৱনত। এতিয়া মই বুজিব পাৰিছোঁ কি বেদনাত এই পুহমহীয়া নিশা নীৰৱে অকলে গছৰ তলত পৰি বৈ সি আপোনঘাতী হৈছে।"

পাতল উশাহৰ লগে লগে বুঢ়াৰ গলৰপৰা এটা শব্দ ওলাইছে, বোধ হয় কফ লাগিছে। তেনেহলে এয়েই জানো মৰণৰ ওচৰত তাৰ আত্মসমৰ্পণৰ সংকেত ?

"প্ৰফেচৰ হাজৰিকা, আমি ডাক্তৰ, ঔষধ দিব পাৰোঁ। প্ৰাণদানৰ ক্ষমতা আমাৰ হাতত নাই। বুঢ়াক পৰিচৰ্য্যা কৰি আপুনি মহত্বৰ পৰিচয় দিছে—ভাল কৰিছে। লোকে আপোনাৰ শলাগ লব। কিন্তু এই ক্ষেত্ৰত ঔষধ প্ৰয়োগৰ স্থান নাই। ধুপধুনা লগাওক। যাবলৈ ওলাইছে, আগবঢ়াই বুঢ়াক যাবলৈ দিয়ক। দুখ নকৰিব।"

ডাক্তৰ বৰুৱাৰ কথাত মোৰ চকুৰেদি চকুপানী বৈ আহিল। বুজিলোঁ, যি ভুল এবাৰ কৰিলোঁ তাৰ সংশোধন এই জীৱনত দুনাই নহব। বুঢ়াৰ মুখৰ ওচৰলৈ আগবাঢ়ি গৈ চিঞৰি মাতিলোঁ,—"ককা, ককা!" মনত ইচ্ছা হ'ল, মৰণৰ আগ মুহূৰ্ত্তত স্বীকাৰ কৰোঁ মোৰ সংশয়বাদী মনে এটা ভুল কৰিছিল,—ডাঙৰ ভুল কৰিছিল।

কমলাই ভগৱানৰ নাম উচ্চাৰণ কৰিলে। মই বুঢ়াৰ মুখৰ পিনে ৰ লাগি চাই আছোঁ। হঠাৎ দেখিলোঁ বুঢ়াৰ মুখখন মেল খাই গ'ল। আৰু লগে লগে উশাহ-নিশাহো বন্ধ হ'ল।



অজ্ঞাতে মোৰ চকুৰ পানী নিজৰিবলৈ ধৰিলে। বুঢ়াৰ মৃত্যুত মোৰ অন্তৰত এটি হাহাকাৰৰ আৰ্তনাদ বাজি উঠিল।

"এক দুৰ্ভগীয়া শান্তিধামলৈ গুচি গ'ল। যাহক, মৰণৰ আগ মুহূৰ্ত্তত এটোপা পানী দুৰ্ভগীয়াৰ মুখত তুলি দিয়াৰ সৌভাগ্য আমাৰ হৈছে।"

নিস্কলুষ অন্তৰেৰে কমলাই তেওঁৰ কৰ্ত্তব্য কৰিলে। সেই বাবে তেওঁৰ মুখৰ ওপৰত শান্তি আৰু স্থিৰতা বিৰিঙি আছে। কিন্তু মোৰ অন্তৰত জ্বলিছে অনুতাপৰ তুষাণল। কমলাই জানো তাক দেখিছে ?

## চক্ৰবাত

ৰাধিকামোহন গোস্বামী

"দেউতা, উঠ, কিমান শুই থাক, চাহ খা···।"

ডাঙৰ ছোৱালীজনী খোটালীটোলৈ সোমাই আহিল।

তাই নুবুজিলে, মই আচলতে শুই থকা নাছিলোঁ। বিছনাখনত পৰি চকু মুদিহে আছিলোঁ। টোপনি যাবলৈ চেষ্টাও কৰিছিলোঁ কিন্তু টোপনি নাহিল। টোপনিৰ পৰিবৰ্তে মনলৈ আহিছিল, অতীত-বৰ্তমান আৰু ভৱিষ্যতৰ নানা কথা। প্ৰতিদিনে ঘটা যেন এটা কাৰ্যক্ৰম, আজিও ব্যাঘাত নঘটিল।

শেষ ৰাতি হঠাৎ টোপনি ভাগি গ'ল। মনৰ মাজত সজাগ হৈ উঠিল চিৰ-বান্ধৱ আৰ্থিক অনাটনৰ কথা।···সমাজক লাগে বিষয় বৈভৱ, ৰাজনৈতিক ক্ষমতা, প্ৰতিপত্তি। কিন্তু সেইবোৰৰ যে মোৰ একোৱেই নহল। মোৰ এই দীনতা, পৰৰ অৱস্থাৰ লগত তুলনা কৰি লৰা-ছোৱালী কেইটাই, সিহঁতৰ মাকে মনে মনে দুখ পাইছিল। সিহঁতৰ এই দুখৰ কথা জানিও, দুখ দূৰ কৰিবৰ একো উপায় মই দেখা নাছিলোঁ। মোৰ নিজৰ মনটোও যেন ক্ৰমাৎ ভাগি গৈছিল।···সমাজৰ দৃষ্টিত মানৱ জীৱনৰ চৰম উৎকৰ্ষ হ'ল প্ৰচুৰ অৰ্থোপাৰ্জনত, ৰাজনৈতিক ক্ষমতাত, উচ্চ ৰাজপদত।—মোৰ লৰা ছোৱালী-বোৰৰ ক্ষেত্ৰত, সিহঁতৰ মাকৰ দৃষ্টিত, সেই একে কথাই। সমাজত যেন আমূল পৰিবৰ্তনৰ সূচনা। পূৰ্বপুৰুষ সকলৰ কথা মনত পৰে। আমাৰ জীৱনবোৰৰ লগত তেওঁলোকৰ তুলনা কৰোঁ। তেওঁলোক পিছ পৰা ? অনুন্নত ? কি ? —তেওঁলোক জানো কিছুমান গৰু গাহৰি আছিল ? —তেওঁলোকে ৰচনা কৰিছিল সমাজ, সমাজৰ শান্তি শৃংখলা, নানা বিধি ব্যৱস্থা। মানৱ দেহ-পিঞ্জৰৰ ভিতৰেদি অনুভৱ কৰিছিল অনন্ত আত্মাৰ ক্ৰিয়াকলাপ।···আচলতে পাৰ্থক্য ক'ত ? —সেই একে জীৱন ধাৰণৰ সংগ্ৰাম, একে লাভ-লোকচান, একে হৰ্ষ-বিষাদ। মানুহ ওপজে, জীয়াই থাকে তাৰ পিছত মৰে। সভ্যতাৰ তথাকথিত অগ্ৰগতিয়ে হয়তো কেচাঁৰ পৰিবৰ্তে শিকালে সিজাই খাবলৈ,



কিন্তু লক্ষ্য যে সেই একেটাই—ক্ষুধা-নিবৃত্তি। সুখ-স্বাচ্ছন্দ্য বিচাৰি নৱ-সমাজ আকুল-ব্যাকুল। মানৱ-জীৱনৰ পৰম-কাম্য শান্তিৰ বিনিময়ত হয়তো সভ্যতাই দিছে দৈহিক সুখ স্বাচ্ছন্দ্য। কিন্তু তৃপ্তি ক'ত ? জীৱনধাৰণৰ সাৰ্থকতা কি একমাত্ৰ দেহ-সুখতেই ? নিজকে পৰীক্ষা কৰাৰ দৰে এটা ভাব মনত খেলাই গল। মানুহ কি অকল মাংস পিণ্ডই ? যিবোৰ মহৎ গুণাৱলীৰ দ্বাৰা মানুহ হৈ উঠে মহীয়ান—য'ত দৃঢ় নৈতিকতা, য'ত ত্যাগ তিতিক্ষা, তাতেই মানুহৰ উন্নত শিৰ নত হৈ পৰে। কিন্তু আজি সেই সকলোবোৰ যেন কেন্দ্ৰীভূত হৈছে পদমৰ্য্যাদাত, ক্ষমতাত, বিষয় বিভৱত। সমাজত নাস্তিকতা, সন্দেহবাদ ; সাহিত্যত সুলভ, সহজ কল্পনা। প্ৰাচীন দলে উপলব্ধি কৰা সত্য আৰু ন্যায়ৰ প্ৰতি অশ্ৰদ্ধা—অৱজ্ঞা। নতুন কিহবাৰ সন্ধানত, জীৱন উপভোগৰ নতুন নতুন কল্পনাত···।

চিন্তাস্ৰোত হঠাৎ বন্ধ হৈ গ'ল। ছোৱালী জনীৰ এহাতে চাহৰ গিলাচটো, আনহাতে পানীৰ ঘটি এটা। ধৰ্মৰকৈ উঠি বহিলোঁ। গিলাচটোৰে ঘটিটো ওচৰতে থৈ তাই ওলাই গ'ল। তাই পিন্ধি থকা কাপোৰ কেইখনত চকু পৰিল। মলিয়ন এটা পোছাক। ককালত এখন সাধাৰণ কপাহী মেখেলা। চাদৰখন ফাটি গৈছে। গাৰ ছোলাটো বিবৰ্ণ পৰা পুৰণি এটা ব্লাউজ।···মেটিকুলেছন পৰীক্ষা পাছ কৰি ঘৰতে আছে। দেখাই শুনাই ভাল কিন্তু বিয়া দিবৰ কাৰণে কোনো সুবিধা কৰিব পৰা নাই। কলেজত ভৰ্তি কৰি দিবৰ আৰ্থিক ক্ষমতা নাছিল। ভৱিষ্যতৰ কিছুমান কথা ছায়াময়কৈ মনত দেখা দিলেহি। বকুখন হঠাৎ কঁপি উঠিল। মনত পৰিল কিছুদিনৰ আগৰ কথা এটা। কংগ্ৰেছৰ বিশিষ্ট নেতা বৰুৱা স্কুলবোৰ্ডৰ চেয়াৰমেন। সম্বন্ধত বাল্যবন্ধু। মৌলিক সৌহাৰ্দ্যৰ কোনো দিনেই অভাৱ হোৱা নাছিল। ছোৱালীজনীক চাকৰি এটা দিবলৈ এদিন নিৰলে অনুৰোধ কৰিলোঁ। বৰুৱাৰ বহুত লেঠা। সময়ৰ অভাৱ। লৰালৰিকৈ মোক মাত্ৰ উপদেশ এটা দিলে—"ছোৱালীজনীক মাষ্টৰণী কৰি নাক কটাব খুজিছা। কলেজত নিদিয়া কিয় ? এম. এ. পাছ কৰি প্ৰফেচৰ হওক। যদি পঢ়াৰ মন নাই, বিয়া দিয়া। গাভৰু ছোৱালী, এনেয়ে থৈছা কিয় ?"

প্ৰত্যুত্তৰ দিবলৈ কথা বিচাৰি নাপালোঁ। বৰুৱাও আঁতৰি গ'ল। তেওঁক খং মই নকৰিলোঁ। পিছত খাটনি ধৰা মানুহৰ অন্ত নাই। ছোৱালীজনীয়ে

কাম এটা পোৱা হলে মোৰো সহায় হ'লহেঁতেন। তায়ো নিজৰ পইচাৰেই কাপোৰ কানি কেইডোখৰকে লব পাৰিলেহেঁতেন।...

প্ৰায়ে পুৰণি কথাবোৰ মনত পৰে। উকীল হোৱাৰ ভাব মোৰ কোনো দিনেই নাছিল। স্কুলৰ শিক্ষকতা কৰিও বেয়া পোৱা নাছিলোঁ। কিন্তু অৱস্থাই উকীল হবলৈকে মোক বাধ্য কৰিলে। কম হওক, বেছি হওক, মাহেকৰ মূৰত টকা কেইটা পাইছিলোঁ। মাহৰ শেষত পইচা পাব বুলি জানিয়েই দোকানী পোহাৰীয়েও বাকীত দিছিল। কিন্তু সেই ক্ৰেডিটৰ আজি শেষ নাই।

"উকীল হ'লে হাকিম মুনছিফ হোৱা সহজ। শহুৰ দেউতাই এদিন তেওঁৰ ঘৰতে উপদেশ দিলে—"মাষ্টৰীত কোনো প্ৰস্পেক্ট নাই, কোনো প'জিছন নাই। খুব এটা অৰ্ডিনাৰী লাইফ্।" শহুৰ দেউতাৰ সুৰতে বক্তৃতা দিবলৈ আৰম্ভ কৰিলে—খুলশালী সহজানন্দই। ঘৰত শ্ৰীমতীৰ খেচ্‌খেচনি।—

"কি মাষ্টৰ হৈ থাকে? সদানন্দ বৰুৱাই লৰাকে বিলাতলৈ পঠালে। ৰমেশ উকীলে নতুন গাড়ী দৌৰাবই লাগিছে। জয়াৰ গিৰিয়েক হেম উকীল পচি আছিল। শহুৰেকে কাৰোবাক কাৰোবাক ধৰামেলা কৰি হাকিম পাতিলে। এতিয়া হেমক দেখিলে চিনিবই নোৱাৰা হ'ল। মনৰ সুখ, ধনৰ সুখ। খাতিৰ খোচামোদ সকলো পাইছে।"

শুনি ৰওঁ। উত্তৰ দিবলৈ কথা বিচাৰি নাপাওঁ। মানুহ আশাৰ দাস। আশাই জীৱন। মাষ্টৰী এৰি উকীল হলোঁ। ওকালতি আৰম্ভ কৰা আজি চাৰি বছৰ হল। কিন্তু ব্যৱসায়টো কোনো দিনেই আপোন কৰি লব নোৱাৰিলোঁ। চাহ গিলাচ খাই উঠি আকৌ বিছনাত দীঘল দিলোঁ। মনত পৰিল ওকালতি আৰম্ভ কৰাৰ অলপ দিনৰ পিছৰ কথা এটালৈ। সেই দিনটো আজিও মই পাহৰিব পৰা নাই।...সেই দিনা ৰাতি পুৱাই মানুহ এজন ওলালহি। হৃষ্ট পুষ্ট, সন্তোষ-ভৰা এখন মুখ। দেখিলেই অৱস্থাপন্ন বুলি অনুমান হয়। ব্যৱসায়ত এনেকুৱা মানুহ হেনো খুব 'পেয়িং'। আগ্ৰহেৰেই চ'কী এখন আগবঢ়াই দি মই নিজেও ওচৰতে বহিলোঁহি...ভদ্ৰলোকেও অযথা বাক্যব্যয় নকৰি আৰম্ভ কৰিলে—"আপুনি কেছ এটা কৰি দিব লাগে। —আনৰ ওচৰলৈ যোৱাৰ মোৰ ভাব নাই। এই কেছ কৰাত মই বুজাত আপুনিহে উপযুক্ত।"



ভূমিকা দেখি মই কথা গুৰুতৰ বুলি সন্দেহ কৰিবলৈ বাধ্য হলোঁ। কিন্তু প্ৰশ্ন কৰিলোঁ—"কি কেছ কওকচোন। মই অকলে চম্ভালিব পাৰিম নে নোৱাৰোঁ চাওঁ।"

"আপুনি চাওক দেশ নষ্ট হল। স্কুলৰ মাষ্টৰেও যেতিয়া গুণ্ডামি আৰম্ভ কৰিলে লৰা কেনেকৈ ভাল হব?—এজন মাষ্টৰে মোৰ লৰাটোৰ ওপৰত এটা মিছা কেছ দিছে একেবাৰে আখেজ-মূলক। মোৰ একেটা লৰা বুজিছেনে? মাকৰ আলাসৰ লাৰু। সিদিনা পুলিচ হৈ তাক এৰেষ্ট কৰিলে। কোনোমতেই নেৰে। তেহে জানিবা বহুত কৈ মেলি জামিনত ললোঁ।—সি অলপ চৌখিন লৰা। হবই দিয়ক চোন, ঘৰখনৰ একেটা ল'ৰা। ঈশ্বৰে মোকো দুপইচামান নিদিয়াকৈ থকা নাই। তাতে ডেকা হৈছে। সাজ-পোছাক, পা পইচা যি লাগে তাকে দিওঁ মই, অলপো হাত নধৰোঁ। সি সৰু-ৰেপৰা বৰ স্বাধীন মনৰ। আমাকেই কেতিয়াবা মানিব নোখোজে। হলি মাষ্টৰক চিনি পায় যেন পাইছোঁ। হলিৰ তালৈ বৰ হিংসা। তাক দেখিবই নোৱাৰে। যোৱা বাৰ তাক অংকত তেনেই কমৰ নম্বৰ দিলে। —তাতোকৈ বেয়া ল'ৰাই পাছ কৰিলে, অথচ তাক পাছ কৰি নিদিলে। —ময়ো সহি ৰলোঁ। এইবাৰ অন্যায়টো চাওক—তাক অংক আৰু ইংৰাজী দুয়োটা বিষয়তেই কম নম্বৰ দি প্ৰমোছন নিদিলে। মোৰ লৰা অন্যায় সহা বিধৰ নহয়। সি হলি মাষ্টৰক কিবা সোধোঁতেই তেওঁ অপমান কৰিলে বুলি গোচৰ লগাই দিলে। চাওক এতিয়া এই দেশত মানুহ কেনেকৈ থাকে? যদি মাষ্টৰেই মিছলীয়া হ'ল, বদমাছ হ'ল, লৰা ক'ৰপৰা ভাল হব? মোৰো অসহ্য হৈছে। তেওঁৰ ওপৰত এতিয়া কেছ এটা লগাব লাগে।..."

মোৰ মুখলৈ চালে। মানুহজনৰ চকুৱে মুখে প্ৰতিহিংসাৰ একুৰা জুই। তেওঁ যে সত্যক গোপন কৰিছে মোৰ বিশ্বাস হ'ল। মানুহজনৰ প্ৰতি এটা অশ্ৰদ্ধাৰ ভাবে অন্তৰত দেখা দিলেহি। হলি শইকীয়াক মই ভালকৈ জানো তেওঁ মিছা গোচৰ কৰিছে বুলি মই ভাবিব নোৱাৰিলোঁ। কিন্তু মই ব্যৱসায়ী মানুহ।...

"কি কেছ কৰিব মোক কওক। ভাবি চিন্তি চাওঁ।" কিন্তু মোৰ প্ৰশ্নৰ লগেলগেই কাণত পৰিলহি—"তেওঁ মোৰ ল'ৰাটোক প্ৰমোছন দিম বুলি আশা দি পৰীক্ষাৰ দহ দিনৰ আগতে বুপ এশ নিছিল। একেবাৰেই প্ৰবঞ্চনা, অন্যায়।

যেতিয়া ল'ৰাক প্ৰমোছন দিব নোৱাৰিলে, লৰাই পইচা সাধিলে। লগত আছিল দুটা ল'ৰা। ছাত্ৰৰ আগত লাজ পাই তেওঁ মোৰ লৰাটোক নানা গালি শপনি দি মাৰ কিলো কৰিলে। মই ডাক্তৰৰ চাৰ্টিফিকেটো আনিছোঁ। এইখন চাওক।..."

মোৰ ফালে কাগজ এখন আগবঢ়াই দিলে। মই কাগজখন হাত তলৈ পঢ়ি চালোঁ। পাঁচোটো জখম পোৱা বুলি ডাক্তৰে দিয়া এখন জখম সম্পৰ্কে কাগজ।—কথা শুনি, কাগজ দেখি, পৰামৰ্শ দিয়াৰ পৰিবৰ্তে মই নিজেই বিবুদ্ধিত পৰিলোঁ। মোৰ যেন মাত হৰিল। ছাত্ৰৰ অভিভাৱক, জন্মদাতা পিতা প্ৰতিশোধৰ ভাৱত অন্ধ হৈ উকীলক পৰামৰ্শ দিছেহি শিক্ষকৰ বিৰুদ্ধে গোচৰ কৰিবলৈ। লগত সংগ্ৰহ কৰি আনিছে কোনোবা অসৎ ডাক্তৰৰ মিছা চাৰ্টিফিকেট।

"সাক্ষী জানো পাব ?"—প্ৰশ্ন কৰিলোঁ।

"চাৰ্টিফিকেট থনেই জানো সাক্ষী নহব ?"

"যথেষ্ট নহব। ঘটনা দেখা অন্য সাক্ষী দিব লাগিব।"

"লগৰ লৰা দুটা আছে নহয়, সিহঁতেই সাক্ষী কব।"

"সিহঁতে প্ৰমোছন পাইছিল নে নাই ?"

"হলি মাষ্টৰৰ কথা আপোনাক কিমান কম ? সিহঁত দুটা দুখীয়া মানুহৰ লৰা। সিহঁতলৈকো তেওঁৰ মৰম নহল। দুয়োটোৰে প্ৰমোছন বন্ধ কৰিলে।"

"সিহঁতৰ বাহিৰে আন কোনোবা সাক্ষী ওলাব নে নোলায় ?"—লগেলগেই তেওঁ উত্তৰ নিদিলে। কিবা এটা যেন ভাবিলে।—"সাক্ষীৰ কথা কৈছে ? ধন- সিচিলে সাক্ষীৰ আকাল কেতিয়াও নহয় দিয়ক। আপোনাক বুপ এ'শ টকা মই বায়না কৰিম। লাগিলে আৰু দিম। মোক কাম লাগে। ধন হাতৰ মলি, এই আছে এই নাই।"

মুহূৰ্ততে মোৰ অন্তৰত আৰম্ভ হ'ল এখন থৈয়া নথৈয়া যুদ্ধ। এফালে এশ বুপ, আন ফালে এজন নিৰপৰাধী শিক্ষকৰ বিৰুদ্ধে মিথ্যা গোচৰ। খাজনা, টেক্স, দোকানৰ বাকী লৰা ছোৱালীৰ কাপোৰ, স্কুলৰ মাছুল কিতাপ কাগজ।...এটা এটা কৈ মনৰ মাজত সজাগ হ'লহি। হ'লি শইকীয়াক মই কেনেকৈ আচামী কৰিম ? অনিশ্চিত অস্থিৰ এটা মানসিক অৱস্থা।



"আপুনি মনে মনে বল দেখোন ? কিবা এটা সমিধান দিয়ক।"

মোৰ যেন সপোন ভাগি গ'ল। দ্বিতীয় বাৰলৈ চিন্তা কৰিবলৈ নহ'ল। মই উত্তৰ দিলোঁ—আপুনি আনৰ ওচৰলৈ যাওক। এই মোকৰ্দমা মই কৰিব নোৱাৰিম।"

মোৰপৰা এনে এটা উত্তৰ বোধহয় আশা কৰা নাছিল। মানুহজন অধৈৰ্য্য হৈ উঠিল।

উকীল সকলে যদি এই দৰে নোৱাৰোঁ বুলি কয়, আমি পাব্লিক দেখোন নিৰুপায়। আপুনি বুপ এশ লৈ আজি আৰম্ভ কৰক, পিছত লাগে এৰি দিব।"

"মোক মাফ কৰিব।"—মই প্ৰত্যুত্তৰ দিলোঁ। মানুহজন যে আন উকীলৰ ওচৰলৈকো গৈছিল,—বুজিবলৈ বাকী নৰল। মোৰ কথা শুনি তেওঁ বহাৰ পৰা থিয় হ'ল।

"যাচি দিয়া বুপ শও যেতিয়া সামৰিব নোৱাৰিলে কি ওকালতি কৰিব ?"—বিজ্ঞৰ স্বৰত মন্তব্যটো কৰি আঁতৰি গ'ল। ধনৰ অহংকাৰত মানুহটোৰ হিতাহিত জ্ঞান যেন লোপ পাই গৈছিল।

"মোকৰ্দমাটো নৰখা কিয় ?"—শ্ৰীমতীয়ে প্ৰশ্ন কৰিলেহি।

দহোটা মিছা কথা জোৰা দি মই মোকৰ্দমা কৰিব নোৱাৰোঁ। পিছত নিজেই লাজ পাব লাগিব।

"থওক থওক। উকীল হৈ ইমান সচাঁ-মিছা বিচাৰিব গলে দেখোন একোৰেই নহব। মোৰ লগত চুপতি কৰোঁতেহে মুখখন বৰ চোকা। কাছাৰীতো চোকা হব লাগে, তেহে।"

"ইমান জোৰা দিয়া মিছা মই কব নোৱাৰোঁ।"

"মই চাকৰণী জনী আছোঁ কাৰণেই ইমান বৰ কথা। কি জমিদাৰীখন আছে যে বহি শুই খাব ? কাছাৰীত দেখিব গৈ আপোনাৰ লগৰে আন কোনোবাই কেছটো সামৰি লৈছে।"

কটু মন্তব্য। মই দুখ পালোঁ। কিন্তু সহি ৰলোঁ। কেইদিন মানৰ আগৰ আলোচনা এটালৈ মনত পৰিল। আলোচনাটো হৈছিল এটা বন্ধুৰ ঘৰত। বন্ধুজনৰ পইচা আছে। ঘৰ-দুৱাৰ চকুত লগা। ঘৰত কাম কৰা, ভাত-ৰন্ধা মানুহ আছে। বন্ধুপত্নী ঘূৰে ৰাজহুৱা কামত। কাগজে পত্ৰে সঘনে নাম

প্ৰকাশ হয়। শ্ৰীমতীয়ে নিজকে চাকৰণী বুলি ভাবি বেজাৰ কৰিছে। বোধ হয় বন্ধুপত্নীৰ কথা মনত পৰিছিল। সকলোৰে যে ভাগ্য সমান নহয়, সেই কথাও শ্ৰীমতীয়ে পাহৰি গৈছিল। দেহ-মনক যেন কোনো কষ্টই নিদিব,—এনে এটা ভাব প্ৰকাশ কৰিলে বুলি বুজিলোঁ। বন্ধুজনে সেইদিনা মন্তব্য কৰিলে—"আগৰ তিৰোতাবোৰ 'মেইড্ চাৰ্ভেণ্ট'ৰ লগৰ আছিল। "—তেওঁৰ 'আগৰ' বোলা কথাষাৰ নুবুজিলোঁ। মাক—বুঢ়ী মাকৰ কথাকে যদি অৰ্থ কৰিছিল কব নোৱাৰোঁ। তেওঁৰ দৃষ্টিত ঘৰুৱা কাম বননোৰ গৃহস্থনীৰ নিজৰ নহয়, দৰ্মহা খোৱা চাকৰ চাকৰণীৰ। তেওঁৰ সংসাৰ খনৰ আয়তনটো তেওঁৰ পৰিয়ালতেই নিশ্চয় আৱদ্ধ আছিল। নহলে এনে এটা নিৰ্দয় আৰু ভ্ৰান্ত অভিমত প্ৰকাশ কৰাৰ দুঃসাহস নহল হেঁতেন। কথাষাৰ মোৰ অসহ্য হৈছিল। উত্তৰ দিলোঁ—"চাওক আপোনাৰ যুক্তি ভুল। মোৰ আইয়ে ঘৰৰ সকলো কাম বন কৰে। কিয়? কামবোৰ নিজৰ কাৰণেই কৰে। ঘৰখন নিজৰ হলে কামবোৰো নিজৰেই হব। পইচা থকাই চাকৰ ৰখাৰ। পইচা নথকাই কামবোৰ চাকৰৰ বুলি নকৰাকৈ থাকে নেকি? আয়ে ভাত ৰান্ধে মোৰ কাৰণে, দেউতাৰ কাৰণে। তাত আছে আন্তৰিকতা, আছে স্নেহ মমতাৰ কথা। কাম কৰিলেই চাকৰ হয়, আৰু কলম ধৰিলেই বাবু হয়; এনে যুক্তি দাস মনোবৃত্তিৰ।…"

কিন্তু আচৰিত হলোঁ বন্ধুজনে আৰু তেওঁৰ লগৰ বাকীবোৰে মোৰ যুক্তিটোত থকা সত্যটো নেদেখিলে। তেওঁলোকৰ দৃষ্টিত কায়িক পৰিশ্ৰম চাকৰৰ কাম। কিন্তু চাকৰো যে তেওঁলোকৰ দৰে মানুহেই, সেই কথা পাহৰি গ'ল। আৰ্থিক অৱস্থাৰ তাৰতম্যত কোনোবা চাকৰ কোনোবা মালিক। মোৰ ঘৰত চাকৰ নাছিল। সকলো কামবন শ্ৰীমতীয়েই কৰে। কিন্তু সেই দিনা প্ৰথম বুজিলো—শ্ৰীমতীও এই মানসিক ৰোগত আক্ৰান্ত হৈছিল। কিন্তু মই নিৰুপায়। সকলো অপৰাধ নীৰৱে সহি ৰলোঁ।

সেই দিনাই কাছাৰীলৈ গৈ শ্ৰীমতীয়ে কৰা ভৱিষ্যত বাণীৰ সত্যতাৰ প্ৰমাণ পালোঁ। হলি মাষ্টৰৰ ওপৰত গোচৰ দাখিল হ'ল। বেচৰকাৰী হাকিমেও আদালতত হাজিৰ হবৰ কাৰণে হলি মাষ্টৰক নিৰ্দেশ দিলে। হলি মাষ্টৰৰ ওপৰত কৰা গোচৰৰ কথা উকীল সকলৰ মাজত আলোচনা হ'ল। একবাক্যে সকলোৰে মিছা মোকৰ্দমা বুলি মন্তব্য কৰিলে। —লগতে ছাত্ৰই শিক্ষকক



অপমান কৰিবলৈ ভৰিৰ জোতা হাতত তুলি লোৱা খবৰো কাণত পৰিলহি। কিন্তু এই সকলোবোৰৰ সংবাদ সত্বেও, ক্ষন্তেকলৈ হলেও অভাৱগ্ৰস্ত মনটো অশান্ত হৈ উঠিল। এটা যেন ঈৰ্ষাৰ ভাৱ। আত্মবিশ্বাস শিথিল হৈ পৰিল। লগেলগেই গোটেই ব্যৱসায়টোৰ প্ৰতি এটা ঘৃণাৰ ভাৱ অনুভৱ কৰিলোঁ। কিন্তু চিন্তা হ'ল—এৰোঁ কেনেকৈ? এৰি দি যামেই বা কলৈ?…এক দিন এক দিন কৰি দিনবোৰ আগুৱাই গ'ল। ওকালতি ব্যৱসায় মই এৰি দিব নোৱাৰিলোঁ। মই উকীল হৈয়ে ৰলোঁ!

কমল মোৰ দূৰ সম্পৰ্কৰ আত্মীয়। উচ্চ চাকৰীয়াল। আত্মীয়-স্বজনৰ মাজত অভাৱগ্ৰস্ত আৰু দুখী অনেকক আহাৰ পানীৰ ব্যৱস্থা কৰি দিছে বুলি কমলৰ এটা সুখ্যাতি আছে। মোতকৈ কমল বয়সত সৰু। কিন্তু পদমৰ্য্যদাই যেন আমাৰ মাজত সৃষ্টি কৰিছিল অলংঘনীয় এটা ব্যৱধান। আমাৰ মাজলৈ আহিবলৈ তেওঁৰ সুযোগ কম। কিন্তু কমলৰ কথা, ঘৈণীয়েক গীতাৰ কথা, লৰাছোৱালী হালৰ কথা আমাৰ ঘৰত প্ৰায়ে হৈ থাকে। আমাৰ মাজত আৰ্থিক অসমতাৰ কাৰণে লৰা ছোৱালীবোৰৰ, শ্ৰীমতীৰ অন্তৰত দুখ। কিন্তু মই নিৰুপায়। এবাৰ গীতাহঁতৰ ঘৰৰ পৰা ফুৰি অহাৰ প্ৰস্তাৱ কৰিলোঁ। শ্ৰীমতীয়ে সম্মতি নিদিলে। লৰা-ছোৱালীবোৰৰ কাপোৰ কানিয়েই নাই, কি পিন্ধি যাব? মই বুজিলোঁ—অন্তৰত যেন এটা ঈৰ্ষা। নিজৰ দাৰিদ্ৰ্য ঢাকি ৰখাৰৰ এটা যেন চেষ্টা। দুখ পালোঁ। কিন্তু অযথা বুজাবলৈ চেষ্টা কৰি তৰ্ক বঢ়াই নললোঁ।

ছোৱালী জনীক বিয়া দিবৰ চেষ্টা কৰি আছিলোঁ। শ্ৰীমতীয়ে কমললৈ চিঠি লিখাৰ কথা কলে—হাত দীঘল মানুহ। কিবা এটা সুবিধা কৰি দিব। ময়ো বিশ্বাস কৰিলোঁ। এখন নহয়, দুখন নহয়, কেইবাখনো চিঠি লিখিলোঁ। কিন্তু বহুত দিনৰ মুৰত উত্তৰ পালোঁ গীতাৰপৰা। চিঠিৰ মৰ্ম হল—তেওঁলোকে আমাৰ কথাটো মনত ৰাখিছে আৰু সুবিধা পাত্ৰ চকুত পৰিলেই খবৰ দিব।··চিঠি খনে মোক অলপো আশ্বাস নিদিলে। শ্ৰীমতীয়েও বেজাৰ পালে। কিন্তু কমলৰ-লগত সন্মুখ-যুঁজ কৰাৰ সাহ আমাৰ নাছিল। সহি থাকি, একো নুবুজাৰ ভাও ধৰাৰ বাহিৰে আন উপায় আমাৰ চকুত নপৰিল। দিনবোৰ বাগৰিবলৈ ধৰিলে। বয়স বাঢ়ি যোৱাৰ লগে লগে বাঢ়ি উঠিল

আৰ্থিক অভাৱ। কাছাৰীলৈ সোনকালে যাওঁ, পলমকৈ উভতোঁ। কিন্তু সমানেই অভাৱ, সমানেই অৰ্থ-কষ্ট।...

এদিন সস্ত্ৰীক কমল বৰুৱা ওলালহি। লগত ল'ৰা ছোৱালী হাল, চাপ্ৰাচী এটা। ড্ৰাইভাৰ নাই। চাহাবে নিজেই গাড়ী চলাইছে। গাড়ীৰ পৰা নামি আহিল কমল বৰুৱা, গীতা আৰু লৰা-ছোৱালী দুটা। মই কাছাৰীৰ পৰা আহি পাইছোঁ মাত্ৰ, কাপোৰকে সলোৱা নাই। আগ ফাললৈ ওলাই আহিলোঁ।

"ভিনদেউ!"—মোক দেখা মাত্ৰকে গীতাই মাত লগালে। শ্ৰীমতী আৰু ল'ৰা ছোৱালী কেইটাও বাহিৰলৈ আহিছিল। —গীতাই মোক সদায় 'ভিনদেউ' বুলিয়েই সম্বোধন কৰিছিল।—"বাইদেউ, আজি তোমালোকৰ ঘৰত অতিথি।..." মই কোনো উত্তৰ দিয়াৰ পূৰ্বেই শ্ৰীমতীয়েই উত্তৰ দিলে —"তহঁতেনো আমাৰ ঘৰত আলহী হবিনে?"

"কিয়, তোমাৰ ঘৰত আলহী থাকিলে জানো খাবলৈ নিদিয়াকৈ পাৰিবা? আজি ভিনদেৱে নিশ্চয় বহুত টকা পাইছে। ভিনদেউ কিমান পালে চাওঁ!"

কথা কেইটা তীৰৰ দৰেই মোৰ বুকুত সোমালগৈ। গীতাই নিশ্চয় মোক অপদস্থ কৰিবলৈ কথা কেইটা যে কোৱা নাছিল বুজিলোঁ। কিন্তু এটা কটু ইংগিতৰ আভাস থকা যেন লগিল। গীতা উচ্চপদস্থ স্বামীৰ দেখাত সকলো প্ৰকাৰে উপযুক্তা পত্নী হলেও গীতাৰ সংকীৰ্ণ মনটো আজিও যে সুৰুচিপূৰ্ণ আৰু ভদ্ৰ হৈ পৰা নাই বুজিলোঁ। যাৰ দৃষ্টিত অৰ্থসম্পদ, উচ্চ ৰাজবিষয়েই সৰ্বস্ব, তাৰ অন্তৰত সমাজৰ দৰিদ্ৰ, অনুচ্চ চাকৰীয়াল যেন ৰাজ আলিৰ ওপৰৰ একো একোটা ভেকাৰ পাল, আকাৰত মাত্ৰ মানুহৰ দৰে। মই নিৰুত্তৰ হৈ ৰলোঁ। উত্তৰ দিলে শ্ৰীমতীয়ে।—"ভিনিহীয়েৰৰ পইচাৰ হিচাব লৈ কি কৰিবি? তহঁতৰ দৰে আমাৰ কিবা মুঠি মুঠি পইচা নে? দিন ভিক্ষা, তনু ৰক্ষা। তাতে তহঁত আমাৰ ঘৰত আলহী থাকিবলৈ অহা নাই। দুখীয়া বায়েৰজনীক, চাবলৈ যে আহিলি সেয়ে বহুত। তহঁতৰ কাৰণেই চাৰ্কেট হাউচ। তাত আছে বাবুৰ্চী, বেহেৰা, চৌকিদাৰ। ইয়াত আছে দুখীয়া বায়েৰ ভিনিহীয়েৰ হাল। তাত মাতিব হুজুৰ বুলি। ইয়াত তহঁতক কোনে হুজুৰ বুলি চেলাম দিব?..."

শ্ৰীমতীয়ে আৰু বোধ হয় কলেহেতেন। কিন্তু বাধা দিলে গীতাই।



"বাইদেউ, এইবোৰ কথা এৰা। ভিতৰলৈ বলা। থিয় দি থাকি ভাল লগা নাই।"

শ্ৰীমতীয়ে কথা কেইটা হাঁহি হাঁহি কৈছিল যদিও কমল আৰু গীতাই যে কথা কেইটা ভাল পোৱা নাছিল মই অনুমান কৰিলোঁ। আটাইখন ভিতৰত বহিল।

"আমি এতিয়াই যামগৈ। মাত লগাবলৈহে আহিলোঁ।" বহাৰ লগে-লগেই কমলে জানিবলৈ দিলে।

"ইমান লৰালৰি কিয়? চাহ অকণমান খোৱা, বিশ্ৰামো লোৱা..." শ্ৰীমতীয়ে প্ৰস্তাৱ কৰিলে। কিন্তু লগে লগেই আকৌ কলে—"গীতা, আজি তহঁত থাক।"

উত্তৰ দিলে কমলে—"সেইটো প্ৰস্তাৱ নকৰিব। মোৰ সময়েই নাই। এইখিনি সময় যে বহিলোহি এয়ে বহুত। আজি হেড্ কোয়াৰ্টাৰ্চ পাবগৈয়ে লাগিব। কিমান মানুহ চাগৈ ৰৈ আছে, ঠিক নাই।"

"ভিনদেউ, আমাৰ ফালৰপৰা এবাৰ ঘূৰি নাহেগৈ কিয়? আমাৰ ঘৰটো আপুনি দেখাই নাই। সকলোৱে কিন্তু খুব পছন্দ কৰিছে। ডিজাইনটো মোৰ নিজৰ—কোনো ইঞ্জিনিয়াৰৰ নহয়। ঘৰটো দেখিলে আপুনি মোক চাৰ্টিফিকেট নিদি নোৱাৰিব।"

মনৰ উলাহতেই গীতাই কথা কেইটা কলে। শুনি আনন্দ পালোঁ নে দুখ পালোঁ নুবুজিলোঁ কিন্তু লগে লগেই মনত পৰিল নিজৰ ঘৰটোলৈ। মনটো যেন দমি গ'ল। মই উত্তৰ দিব নোৱাৰিলোঁ।

কিন্তু উত্তৰ দিলে শ্ৰীমতীয়ে—"যাবৰ মননো নাই কাৰ? তই মাতিলেহে যামনে? পিছে সকলোৱে মুলতে হ'ল ধন। ইমানবোৰ ধন ক'ত পাম?"

"এঃ যোৱা বাইদেউ, কিমাননো ধন খন লাগিছে? ময়ে বাৰু গাড়ী খনকে এবাৰ পঠিয়াই দিম। তোমালোকে তেলো দিব নালাগে। তাকো ময়ে দিম। কেতিয়াৰা যাবা, মোক মাত্ৰ, খবৰ দিবা।"—গীতাৰ প্ৰস্তাৱ শুনি শ্ৰীমতীৰ মুখখনত অন্তৰৰ তৃপ্তিৰ ভাব এটা ফুটি উঠা লক্ষ্য কৰিলোঁ। ল'ৰা ছোৱালীবোৰৰ মুখতো ফুটি উঠিল আনন্দ, হাঁহি।

"এই দৰে গাড়ী এখন পাবলৈনো কি কথা? পিছে গাড়ীখন জানো আচলতে পঠিয়াব পাৰিবি?" ক্ষন্তেকলৈ ঘৰৰ খোটালী নিজম পৰি গ'ল।

গীতাই যেন কিবা এটা ভাবিলে।—"তেখেতৰ অৱশ্যে প্ৰায়ে মফস্বল থাকে।—পাৰিলে গাড়ী নিশ্চয় পঠিয়াই দিম। তুমি মাত্ৰ মনটো ঠিক কৰা। গাড়ী পঠোৱাৰ আগতে খবৰ দিম। খবৰ নিদিয়াকৈ গাড়ী কেতিয়াও নপঠিয়াওঁ।

নিমিষতে উৎসাহ, উদ্দীপনা সকলো যেন জয় পৰি গ'ল। হঠাৎ যেন জ্বলি উঠা চাকিটো ফু মাৰি কোনোবাই নুমুৱাই দিলেহি। গীতাই হঠাৎ মোক প্ৰশ্ন কৰিলে ;—বোধহয় হৈ থকা আলোচনাটো তল পেলাবলৈকে।

"ভিনদেউ, পাহৰিছিলোঁৱেই, মোৰ চিঠিখন পালেনে নাই পোৱা ?" পুনৰ্ণি অতৃপ্তিকৰ কথা এটা গীতাই মনত পেলাই দিলেহি। এদিন এজন বন্ধুৱে কোৱা কথা এটা মনলৈ আহিল। তেওঁ কৈছিল—"প্ৰগতিশীল যুগত উচ্চ পদাধিকাৰী সকলৰ চৰকাৰী দায়িত্ব বহন কৰোঁতে ঘৰুৱা কথালৈ চকু দিবলৈ সময়েই হেনো নাথাকে। সেই কাৰণেই তেওঁলোকৰ স্ত্ৰীসকলেই হেনো প্ৰাইভেট্ চেক্ৰেটৰীৰ দৰেই কিছুমান কাম কৰে। যেনে, চিঠিৰ উত্তৰ দিয়া, টেলিফোন ধৰা, টেলিগ্ৰাম কৰা, মনিঅৰ্ডাৰ পঠোৱা, পাৰ্টি এৰেঞ্জ কৰা নিমন্ত্ৰণ দিয়া ইত্যাদি।—ভালেই, দোষৰ কথা নিশ্চয় নহয়। কিন্তু বন্ধুজনে কোৱা কথা কেইটাই মোৰ অন্তৰৰ গ্লানি হ্ৰাস কৰাব পৰা নাছিল। কাৰণ মোৰ দৃষ্টিত এনেবোৰ কথা আধুনিক ঢং যেনহে লাগিছিল। কিন্তু উত্তৰ দিলোঁ।—চিঠিখন পাইছোঁ। পিছে তোমালোকক বিৰক্তি কৰা অন্যায় হৈছে। এনেয়ে তেওঁৰ সময় নাই। তাতে দৰাৰ খবৰ। মই মাফ খুজি চিঠি এখন দিওঁ বুলিহে ভাবি আছিলোঁ।"

"ছিঃ ভিনদেউ, সেইদৰে কিয় কয় ?"

"আপুনি ঠিকেই কৈছে—মোৰ সময়েই নাই। অৱশ্যে তাৰ ভিতৰতে যেনে তেনে গধূলি পৰত ক্লাবলৈ যোৱা সময়কণ হাতত ৰখাওঁ। সিয়েইহে মোক জীয়াই ৰাখিছে, নহলে…।"

"তাকো, মই লগ ধৰোঁ বুলিহে, নহলে সেইটোও নহলেহেঁতেন।"

—আচৰিত কাহিনী। শ্ৰীমতী আৰু ল'ৰা ছোৱালী কেইটাই অবাক হৈ মুখ মেলি শুনি ৰ'ল। ক্লাবত কি কৰে, কি হয় বোধহয় ধাৰণা নাছিল। গীতাই পিন্ধি থকা কাপোৰ খিনিলৈ চকু গ'ল। গীতাৰ উলাহ ভৰা মনটোৰ বাস্তৱ ৰূপটো যেন মোৰ দৃষ্টিগোচৰ হ'ল। কিন্তু লগে লগেই গীতাৰ



ৰুচি জ্ঞান খুব উচ্চ স্তৰৰ বুলি মই ভাবিব নোৱাৰিলোঁ। নিজৰ ক্ৰমে বৰ্ধিত বয়সৰ কথা গীতাই পাহৰি গৈছিল।

"আপোনাৰ ছোৱালীৰ কথা মই মনত ৰখাইছোঁ। লৰা চকুত পৰিলেই জনাম। মাজে মাজে চিঠি দি থাকিব।"

সজ উপদেশ কিন্তু কৃতজ্ঞতাত হৃদয় ভৰি নুঠিল। নিজৰ গাৰ বোকা নিজেই গুচাব লাগিব।

গীতাহঁত ওলাই গ'ল। ভূমিকম্প যেন আহিল আৰু গ'ল।
ভাবিবলৈ ধৰিলোঁ—এই অহাযোৱাৰ আত্মীয়তাই দিলে কি ? সিহঁতৰ আৰ্থিক স্বচ্ছলতাই, বেশ-বিন্যাসে, আদৰ-কায়দায়, কথা-বতৰাৰ প্ৰকাশ ভংগিমাই গোটেই ঘৰখনকেই যেন নিষ্প্ৰভ কৰি থৈ গ'ল। ঈৰ্ষা আচলতে মোৰ নাছিল। কিন্তু ঈৰ্ষা হোৱাই যে স্বাভাৱিক।

ৰাতি শ্ৰীমতীয়ে কাণত পেলালে—"আপুনি হাকিম হব পৰা হলে আমিও এই দৰে ফুৰিব পাৰিলোঁহেতেন। তেতিয়া সকলোৱেই মান কৰিলেহেঁতেন। এতিয়া হাকিম হোৱা দূৰৰ কথা পেটভাতেই নচলে।…কিবা ভাল চাকৰি এটাকে বিচাৰক।"

কোনো উত্তৰ মই নিদিলোঁ। চাকৰি পোৱাৰ বয়স মোৰ নাছিল। টোপনি যোৱাৰ ভাও ধৰি মনে মনে ৰলোঁ। বাহিৰত ভদ্ৰ পৰিবাৰৰ ষ্ট্যাণ্ডাৰ্ড—ভিতৰত প্ৰাণঘাতী অনাটন!…জীৱন ধাৰণ যেন দুৰ্বহ হৈ উঠিছিল। ঘৰত ল'ৰা ছোৱালীৰ নানা অভাৱ-অভিযোগৰ ঘেনঘেননি পেন-পেননি। শুনি থাকি কেতিয়াবা অধৈৰ্য্য হৈ পৰোঁ। নিজৰ পোছাক ফাটি গৈছে—লবৰ শক্তি হোৱা নাই। আজি তিনি বছৰে শ্ৰীমতীক ভাল কাপোৰ এযোৰ দিব নোৱাৰি মই কিমান দুখ পাইছিলোঁ, সেই কথা ঘৰত কোনেও নুবুজিলে। ওচৰ চুবুৰীয়া ভূঞাৰ ঘৰত বিয়া। শ্ৰীমতীৰ পিন্ধি যাবলৈ ভাল কাপোৰেই নাই। নগলেও নহয়। অগত্যা কিবা এটা বুদ্ধি কৰি শ্ৰীমতী যোৱা বন্ধ নকৰিলে সন্মান নৰয়। এদিন শ্ৰীমতীয়ে হঠাৎ প্ৰস্তাৱ কৰিলে—"কমললৈকে কাম এটাৰ কাৰণে চিঠি এখন দিয়ক। হাত-দীঘল মানুহ, কৰবাত কিবা এটা সুবিধা কৰি দিব পাৰেই কিজানি।"

শ্ৰীমতীৰ কথা কেইষাৰত নিঃসহায়ৰ কৰুণ ক্ৰন্দন যেন ফুটি উঠিল।

নিতান্ত নিৰুপায় হৈয়ে যেন প্ৰস্তাৱটো মোৰ কাণত পেলালে। মই অপমান বোধ কৰিলোঁ! কিন্তু শ্ৰীমতীক খং কৰিব নোৱাৰিলোঁ।

দেখাত দুখীয়া হলেও সমাজত মোৰ শিক্ষিত মানুহ বুলি আজিও স্থান আছে। আত্ম-সন্মান বিসৰ্জন দি চাকৰি বিচাৰি চিঠি লিখিলোঁ। চিঠি দিলে হব কি? ছমাহৰ মূৰত উত্তৰ দিব কমলৰ ধৈণীয়েক গীতাই। লিখিব— তেওঁ বৰ ব্যস্ত, তথাপি কথাটো মনত ৰখাইছে। ময়ো সাজে সময়ে মনত পেলাই দিম। "চোৱা—আন উপায় নহলে বজাৰত তেল নিমখৰ দোকানকেই দিব দিয়া।"

"তাকেই কৰক। ইমান কষ্টত আৰু কিমান দিন চলিম?"

মই মনে মনে ৰলোঁ। অপাৰগতা মোৰেই। স্বাৰ্থজড়িত সংসাৰ। দোষেই বা দিম কাক? সমস্ত প্ৰাণ দি, প্ৰেম দি প্ৰাণবন্ত কৰি প্ৰতিষ্ঠা কৰিবলৈ চেষ্টা কৰা সংসাৰখনত তৃপ্তিৰ অভাৱ, আনন্দৰ অভাৱ। চাৰিওফালে নৈৰাশ্য। সমবেদনাত যেন কাৰো প্ৰাণ কাৰো কাৰণে কান্দি নুঠে। মনটো গধুৰ হৈ পৰিল। বাহিৰৰ কোনেও নুবুজিলে। কিন্তু মোৰ অন্তৰত অবিৰাম চলিছিল অশান্তিৰ বা-মৰলি, চক্ৰবাত দৈত্যৰ উৎপীড়ন।

সেইদিনা ৰাতিপুৱা সৰু ল'ৰাছোৱালীকেইটাক পঢ়াই আছিলোঁ। কাণত পৰিলহি—বাহিৰৰপৰা কোনোবাই মাতিছে—উকীল ডাঙৰীয়া আছেনে? অ' ডাঙৰীয়া, শুইয়ে আছে নেকি?"

পিছৰ মন্তব্যটো ভাল নালাগিল। মাতটোত এটা অশ্ৰদ্ধাৰ ভাব ফুটি উঠা যেন অনুভৱ কৰিলোঁ।—"কোন আহিছা বহা—গৈছোঁ।" কিন্তু উঠি আহিবৰ কাৰণে ব্যগ্ৰ নহৈ—লৰাটোক অংক এটা বুজাবলৈ ধৰিলোঁ।

"বাহিৰত মানুহ আছে নহয়, নাযায় কিয়?"—শ্ৰীমতীয়ে তাগিদা দিলেহি।"

"এৰা ডাঙৰীয়া, মোৰো সময় নাই। সোনকালে আহক। আইন ঠাইতো মোৰ সকাম আছে।"

আচলতে মোৰ ঘৰলৈ অহা কোনো মানুহৰ ওপৰতেই মোৰ বিশ্বাস নাছিল। ঘৰলৈ আহি কথা বতৰা পাতেহি, বুদ্ধি পৰামৰ্শ লয় আৰু কাছাৰীলৈ গলেই চিনি নোপোৱা হয়। এইটো এটা পুৰণি অভিজ্ঞতা। বাহিৰলৈ ওলাই আহিবৰ কাৰণে মই লৰালৰি নকৰিলোঁ। ভিতৰৰপৰাই মাত দিলোঁ—



"কোননো?" কিন্তু উত্তৰ আহিল—"ওলাই আহকচোন ডাঙৰীয়া, গহৰি কৰিছে কিয়? "ময়ো কামৰ মানুহ।"

অগত্যা বাহিৰ পালোঁহি। কিন্তু বাহিৰৰ বেঞ্চখনত ভদৰাম কাকতীক বহি থকা দেখি নিমিষতে যেন সকলো উৎসাহ নাইকিয়া হল।

"ইছ্, এই দৰে কেনেকৈ ব্যৱসায় চলাব? মই বুলিহে বহি ৰলোঁ। আন মানুহ হোৱা হলে নৰয়।—শুই উঠিছেহে নেকি?"

অন্যায় কৌতুহল, অহৈতুক প্ৰশ্ন। কিন্তু ওকালতি ব্যৱসায়ে বহুত নজনা কথা শিকিবলৈ বাধ্য কৰিছিল। উঠি অহা খং দমন কৰি মাত দিলোঁ—

"অ, কাকতী দেখোন? কিবা কাম আছে নেকি?"

"আছেতো, নহলে জিলা পাওঁহি নে?"

মই নিজে ওচৰৰ চ'কী এখনত বহিলোঁ।—"কি কথানো?"

"কেছ এটা আনিছোঁ—উকীল হব লাগে আমাৰ মাহীৰ ল'ৰাটোও ইয়াত উকীল। পিছে তাক হলে মোৰ অলপো পছন নহয়। সেই কাৰণেই অপোনাৰ কাষ চাপিছোঁহি।"

"মাহীৰ ল'ৰা কোননো?"

"তাৰ ভাল নামটোহে মোৰ মুখত নাহে। আমি গাওঁত হেমাই বুলি মাতো।"

"অ' হেমেন্দ্ৰৰ কথা কৈছা?"

"অ' হয় হেমেন্দ্ৰ। সেইবোৰ পাক লগা মাত, মুখতেই নাহে।"

আপোন মানুহৰ ওচৰলৈ নগৈ মোৰ ওচৰলৈ অহাৰ প্ৰকৃত তাৎপৰ্য্য "পছন' নোহোৱাটোৱেই বুলি মই ভাবিব নোৱাৰিলোঁ। মানুহটোৰ ওপৰত কিবা এটা সন্দেহৰ ভাৱ হল।

"কেছটো কাৰ?"

"কেছটো আমাৰ গাওঁৰে ল'ৰা এটাৰ। লৰাটো মোৰ বৰ বাধ্য। এই দোৰত আজিকালি ফুৰিব এৰিছোঁৱেই। পিছে সি বৰকৈ ধৰাতহে আজি এইখিনি পালোঁহি।"

"মোকদ্দমাটোনো কি?"

"খোৱাকীৰ মোকদ্দমা।—ধেৰা বৰ ডাঙৰ—৪৮৮।"

ভদৰাম কাকতীৰ লগত চিনাজনা বহুদিনৰ। কাছাৰীলৈ প্ৰায়ে আহে।

উকীলসকলৰ বহুতৰে লগত খাতিৰ। গাওঁৰ মানুহৰ মামলা মোকৰ্দমাৰ তদবিৰ কৰে। উকীল মহৰী ধৰি সহায় কৰি দিয়ে। ভদৰামৰ মুখত ধাবাৰ কথা শুনি আচৰিত নহলোঁ।

"কোনে কৰিছে ?"

"নকৰ আৰু। আমাৰ গাওঁতে বাঁৰী এজনী আছে। তাইৰে ভাদৈ নামৰ ছোৱালী এজনীয়ে কৰিছে। একেবাৰে মিছা কেছ ডাঙৰীয়া আপোনাক যেনে কলোঁ তেনে শুনিব।"

এক পক্ষই কৰা গোচৰ আন পক্ষই মিছা বুলি কয়। ভদৰামে কলে,—ময়ো শুনি বলোঁ!

"গোচৰনো কি বুলি লগাইছে ?"

"কিনো কম? বাঁৰীৰ খোৰা পিক্কাৰ দুখ। ছোৱালীজনী অলপ দেখনিয়াৰ। তাইকে দেখুৱাই বাঁৰীয়ে গাওঁৰ ল'ৰাখনক বলিয়া কৰিলে। আন আন ডেকাহঁতৰ লগতে সিও কেতিয়াবা গৈছিল হবলা। মই অৱশ্যে সঠিককৈ কব নোৱাৰোঁ। পিছে সিহঁতৰ কোনোবা এটাৰ লগত হাটবাট কৰোঁতে তাইৰ গাত লেঠা লাগিল। গাৰঁতো বু-বা আৰম্ভ হ'ল। সিহঁতেও মানে বাঁৰীয়েও কথাটো গাপ কৰিবলৈ বিচাৰিছিল। পিছে গঞাঁই নেৰিলে। নাম ঘৰত ৰাইজ চাপিল।—কথাটো ছোৱালীয়ে জাহিৰ কৰি দিলে। কণকলি অৱশ্যে সমাজত নাছিল। বাপেক জুৰমন ভঁৰালীয়ে কথা শুনি জো জোৱাই উঠিল। জাত কুল একে হোৱা হলেও এটা কথা। ৰাইজে কণকলিক মতাই পঠালে। প্ৰথমে সি নাহেই। ৰাইজে টানি ধৰাত বাপেকে গৈ ৰাইজৰ আগত কণকলিক হাজিৰ কৰি দিলেহি। পিছে সিও ৰাইজৰ আগত আসৈ মাতিলে।—ভাদৈৰ মাক জীয়েকে গোটেইখন হুৱাদুৱা লগাই দিলে। ৰাইজলৈ চাই ভাদৈয়ে শপত খালে। কণকলিক অৱশ্যে বাপেকে শপতলৈ নিদিলে। ৰাইজ বিপাঙত পৰিল।—কোনো ৰায় দিব নোৱাৰি শেষত ভাদৈৰ মাক জীয়েককে আদালত কৰিবলৈ দিলে। এইবোৰৰ তিনি মাহৰ পিছত তাইৰ ল'ৰা এটা হ'ল। তাৰে খোৰাকী বিচাৰি আদালতত এতিয়া গোচৰ। সিহঁত বাপেক পুতেক পিছত আহি আছে। উপযুক্ত ফিজ লওক, কাম কৰক।"

"সিহতৰনো উকীল কোন কিবা জানানে ?"



"এঃ নামটোৱেই মুখত নাহে। সেই যে আপোনাৰ, দীঘলকৈ কেটেঙা উকীল জন। দেহৰ অৱস্থাই নাই। মুখখন হে লাওপাত কচুপাত।"

এটা সাধাৰণ মানুহৰ মুখত এই মন্তব্যটো শুনি মোৰ খং উঠিল। "এনে দৰে কিয় কৈছাহে কাকতী, শুনি ভাল নালাগে নহয়। এজন উকীলৰ কথা আন এজন উকীলৰ আগত এই দৰে কয় নেকি ?"

মোৰ খং উঠা বুলি বুজিলে।

"তেখেতক কিবা অপমান কৰিবলৈ বুলি কৈছোঁনে ? তেখেতক ময়ো জানো নহয়। দেহটো দুৰ্বল হলে কি হয়—মুখখন সৰস্বতীৰ। ময়ো মাজে সময়ে তেওঁৰ লগত কাম কৰিছোঁ। একেবাৰেই তেওঁক নজনা নহয়।"

ভদৰাম মনে মনে বল। ময়ো গোচৰটোৰ কথা ভাবিবলৈ ধৰিলোঁ। কিছু পৰৰ পিছত প্ৰশ্ন কৰিলোঁ—"খোৰাকী বাবদ কিমান টকা দাবী কৰিছে জানানে ?"

"মাহে আঢ়ৈ কুৰি। বাঁৰীৰো যে খকটো। সিদিনা বহুত গুণাগঁথা কৰি সিহঁতৰ ওচৰ পালোঁগৈ। যদি পাৰোঁ কিবা এটা মকামিলাকে কৰি দিওঁ কাৰণ মই দুই ঘৰৰে আপোন মানুহ। বাঁৰীয়েও সহায় বিচাৰিছে, কণকলিৰ বাপেকেও বিচাৰিছে। কাক ধৰোঁ কাক এৰোঁ ? সিহঁতৰ উকীলকো কলোঁ —বোলোঁ কি খায় খাওক, কেছটো শেষ কৰি দিয়ক। উঃ ৰাম! যিটোহে ভেকাহি মাৰিলে, আপোনাক কি কম ? আজি দুবছৰে কেছ চুচৰিছে। শেষ আৰু নহয়। আজি যেনে তেনে ছিঙি দিয়ক।"

মানুহটো দুষ্ট বলি মই জানো। কিন্তু ইমান সাংঘাতিক বুলি মোৰ ধাৰণা নাছিল।—"পিছে মোৰ বায়না পত্ৰ কোনে কৰিব ?" —প্ৰশ্ন কৰিলোঁ।

"বায়না ময়ে কৰিম। সিহঁতৰ বাপেকো আহক। পইচা সিহঁতৰ হাততহে। পিছে ডাঙৰীয়া, এই কেছতে আপোনাৰ নাম ফাটি যাব। কেছত আপুনি জিকিবই। বাঁৰীয়ে জুৰমন ভঁৰালীৰ লোম এডালো ছিঙিব নোৱাৰে। সাক্ষী যি কেইটাক দিছে আটাইকেইটা আমাৰ হাতৰ মানুহ। যিহকে কবলৈ কওঁ তাকেই কব। আদালতত লৰা কাৰ বুলি প্ৰমাণ হয় ঠিক নাই।"

লগে লগেই প্ৰসন্ন চিত্তে ভদৰামে হো হো কৰি হাঁহিবলৈ ধৰিলে। হাঁহি হাঁহি বহাৰ পৰা থিয় হ'ল।—"ভাল, কাছাৰীতেই লগ পাম। তাতে যি হয় পা-পইচা আদায় কৰি দিম।"

ভদৰাম উঠি গ'ল। মোক গোচৰত উকীল নিযুক্ত কৰিবলৈ ঘৰতে লগ

ধৰিছেহি। কিন্তু মানুহটোৰ কথা-বতৰাই, ব্যৱহাৰে মোক অলপে উৎসাহিত কৰিব নোৱাৰিলে সেই দুৰ্ভগীয়া বাঁৰী মানুহ জনীৰ আৰু তাইৰ জীয়েক ভাদৈৰ কিবা অনিষ্ট সাধন কৰিবলৈকে যে ভদৰাম আৰু তাৰ সকলোবোৰেই কিবা এটা দুৰভিসন্ধি কৰি আছে সেই বিষয়ে মোৰ অলপো সন্দেহ নৰল। কিন্তু বন্ধ কৰাৰ উপায় মোৰ নাছিল।...

লৰাটোৰ পঢ়া মেজখনলৈ মই উভতি আহিলো। কিন্তু মনটো কামত লগাব নোৱাৰিলোঁ। তাক অংক এটা কৰিবলৈ দি আকৌ আগ ফাললৈ ওলাই আহিলোঁ। চকুত পৰিল গতা মানুহ কেইটামানৰ লগত এজনী বয়সীয়াল তিৰোতা আৰু কোচত কেচুৱা-এটাৰে সৈতে এজনী গাভৰু ছোৱালী মোৰ কালে আহি আছে। গোচৰলৈ অহা মোক্কেল। বুজি পালোঁ। কিন্তু ভদৰামে কৈ যোৱা গোচৰৰেই যে এই ছোৱালীজনী, লগত তাইৰ মাক আৰু গোচৰৰ সাক্ষী কেইজন, মোৰ বুজিবলৈ বাকী নাথাকিল। মুহূৰ্ততে এটা সমস্যাই মোৰ আগত দেখা দিলেহি। কিন্তু কোনো সিদ্ধান্তত উপনীত হোৱাৰ পূৰ্বেই মানুহখিনি মোৰ ওচৰ পালেহি। মনৰ কৌতুহল নিবৃত্তিৰ কাৰণেই মই প্ৰশ্ন কৰিলোঁ—“তোমালোকৰ খোৱাকীৰ বাবদ কিবা গোচৰ আছে নেকি ?”

“হয় দেউতা।”

লগে লগেই মানুহজনীয়ে হাতৰ মোনাটোৰপৰা চিঠি এখন উলিয়াই মোক দিলে।—

“এইখন চিঠি মৌজাদাৰ দেউতাই আপোনালৈ দিছে। তেনেই দুখিত প্ৰাণী। এই ছোৱালীজনীৰে, পোনাকণৰে মুখলৈ চাই উদ্ধাৰ কৰক, দেউতা। পা-পইচা সৰহকৈ দিবৰ উপায় নাই। পিতায়ে যৌতুকত দিয়া বখৰুৱা মণি বন্ধক দি ৰূপ কেইটকামান লৈ আহিছোঁ। কণকলিয়ে এইটো কামোৰ মাৰিব বুলি ভবা নাছিলোঁ। তাৰ ফুচুলনিত ময়ো ভুল গলোঁ, ছোৱালীও ভুল গ'ল। এতিয়া না জল না স্থল অৱস্থা।”

চিঠিখন দিছিল মোৰ বাল্যবন্ধু সহপাঠী নিত্যানন্দই ? ছোৱালী জনীক সহায় কৰিবলৈ অনুৰোধ কৰিছিল। কিন্তু মই সহায় কৰিবলৈ উপায় নেদেখিলোঁ।

“দেউতা এই কেইজন মোৰ সাক্ষী। তেওঁলোকেই সকলো জানে। জুৰমন



ভঁৰালীয়ে কিটো চালাকি কৰিছে তেওঁলোকেই কব। মোৰ জাতো গল, পেটো নভৰিল দেউতা।”..

মই মানুহ জনীৰ কথা কেইটা বিশ্বাস কৰিলোঁ কিন্তু সহায় কৰিবৰ কোনো উপায় নেদেখিলোঁ।—“হেৰা, তুমি আগৰ উকীলকে ধৰাগৈ। মই সিপক্ষৰ উকীল। আজি সিহঁতৰ মানুহ আহিছিল। মই নোৱাৰিম।”

“দেউতা, সেই উকীলৰ ওচৰলৈ যোৱাৰ মন নাই। সিহঁতৰ ভদৰাম বোলা মানুহ এটা তেওঁৰ ঘৰলৈ অহা যোৱা কৰাৰ কথা আমাৰ গহৰীয়ে নিজ চকুৰে দেখিছে। তেওঁক ধৰিলে জানো লাভ হব ? তেওঁ বিপৰীত হে কৰিব। এখেতেই যেনে তেনে...”

মই আপত্তি জনাই বিদায় দিলোঁ। কিন্তু মানুহজনীৰ কাৰণে মোৰ প্ৰাণটো যেন পুৰিবলৈ ধৰিলে।

কাছাৰীলৈ গৈ ভদৰামক বিচাৰিলোঁ। কিন্তু চকুত নপৰিল। দুই একক ভদৰামৰ কথা সুধিলোঁ কিন্তু কোনেও কব নোৱাৰিলে। এটা অশান্তিৰ ভাবে মনত দেখা দিলেহি। সন্দেহ হ'ল—হয়তোবা বিপক্ষদলৰ পক্ষে নিযুক্ত হোৱাৰ পৰা মোক বিৰত কৰিবৰ কাৰণেই ভদৰামে মোক লগ ধৰি গোচৰত নিযুক্ত কৰিব বুলি মিছা আশ্বাস দিছিল।...

কাছাৰীত কোনো কাম নাছিল। এনেয়ে বহি আছিলোঁ। দূৰত এবাৰ ভদৰামক কেইটামান মানুহৰ সৈতে এজন উকীলৰ পিছে পিছে যোৱা দেখিলোঁ। মোক প্ৰতাৰণা কৰা বুলি বিশ্বাস হল। গোচৰটোৰ শেষ পৰিণতি কেনেকৈ ঘটে জানিবৰ কাৰণে এটা কৌতুহল অনুভৱ কৰিলোঁ। বহাৰ পৰা উঠি লাহে লাহে আদালতলৈ গৈ দেখিলোঁ—গোচৰ আৰম্ভ হৈছে। ভদৰামৰ লগত এবাৰ মুখামুখি হ'ল, চিনি নোপোৱাৰ ভাও ধৰি আঁতৰি গল। মোৰ লাজ লাগিছিল। কিন্তু উভতি নাহি আদালতৰ ভিতৰত বহি গোচৰ শুনি ৰলোঁ। ভাদৈ আৰু তাইৰ মাকৰ জবানবন্দী হৈ গ'ল। কণকলিৰ ভাদৈ ৰক্ষিতা আছিল। গোটেই গঞাই জানে। ভাদৈক বিয়া কৰাবৰ সি প্ৰলোভন দিছিল। লৰাটোৰ সিয়েই বাপেক। তাৰ পিছত গাওঁৰ মানুহৰ সাক্ষী আৰম্ভ হল আটাই কেইটাৰ একে উক্তি। —ভাদৈহঁতৰ ঘৰত ডেকা ল'ৰাৰ আড্ডা। মাজতে কৰবাৰ ডেকা ল'ৰা এটাও সিহঁতৰ ঘৰত মাহেক আছিলহি। গাওঁৰ মানুহে আপত্তি কৰাতো তাক খেদি নিদি ঘৰতে ৰখাই

ছিল। ভাদৈৰ ল'ৰা কাৰ ফালৰ ঠিক নাই। মেলত তাই কাৰো নাম লব পৰা নাছিল।

ভাদৈৰ উকীল হতাশ হ'ল। ভাদৈয়ে কান্দিবলৈ ধৰিলে, মাকে মুখত যিহকে আছিল বকি গ'ল। হাকিমে ৰায় দিলে—ভাদৈৰ লৰাৰ বাপেক কণকলি নহয়, আন কোনোবাহে। কণকলিৰ পৰা খোৰাকী লবাই পাব নোৱাৰে। ভাদৈৰ গোচৰ মিছা।···আদালতৰপৰা সকলো ওলাই আহিল। হাঁহি মুখে উকীলৰ লগত কথা পাতি পাতি ভদৰামো বাহিৰ হ'ল। শেষত আহিলোঁ মই। মোৰ মনটো গধুৰ হৈ পৰিছিল।

গোটেই নৱসমাজৰ ওপৰতেই এটা অনাস্থাৰ ভাৱে দেখা দিলেহি। এই ব্যৱসায় কৰি সংসাৰ মই কেনেকৈ চলাম? গোটেই দিনটো এনেয়ে গ'ল। এটা পইচাও মই উপাৰ্জন কৰিব নোৱাৰিলোঁ। হাত উদং—ভবিষ্যত অন্ধকাৰ। ঘৰলৈ মনত পৰিল। মনলৈ আহিল শ্ৰীমতী, লৰা-ছোৱালীকেইটা, সিহঁতৰ নানা অভাৱ অভিযোগৰ কথা। উচ্চ শিক্ষা, পদমৰ্য্যাদা, সামাজিক স্থান সকলোবোৰ মনৰ মাজত নিষ্ফল হৈ দেখা দিলেহি। আজি মোৰ মূল্য ক'ত? মনত পৰিল বিদ্যানন্দলৈ। সহপাঠী বাল্যবন্ধু। নতুনকৈ এখন স্কুল পাতিছিল। হেডমাণ্টৰ এজন লাগে। মোক কিছু দিনৰ আগতে কাছাৰীতে লগ ধৰি হেডমাণ্টৰ হবলৈ অনুৰোধ কৰিছিল কিন্তু মই সন্মতি দিয়া নাছিলোঁ। পিছত এখন চিঠিও দিছিল। উত্তৰ নিদিলোঁ। হঠাৎ অন্ধকাৰৰ মাজত যেন পোহৰৰ জিলিকনি এটা দেখিলোঁ। নিমিষতে যেন সকলো গ্লানি দূৰ হৈ গ'ল। জেপৰপৰা ঘড়ীটো উলিয়াই সময়টো চালোঁ। পাঁচোটা বাজিবলৈ আৰু পোন্ধৰ মিনিট বাকী। ৰিক্সাৱালা এটাই তাৰ উদং গাড়ীখন সন্মুখেদি চলাই লৈ গৈছিল। মুহূৰ্তলৈ ভাবিলোঁ কি নাভাবিলোঁ ৰিক্সাখন ৰখাবলৈ তাক নিৰ্দেশ দিয়েই জাপ মাৰি উঠি বহিলোঁ।

"বাবুজী, কাঁহা যায়েগা?"

"পাঠৰি তিনি আলি।"

বিদ্যানন্দৰ ঘৰ চহৰৰপৰা প্ৰায় তিনি মাইল আঁতৰত। বিদ্যানন্দক সন্মতি জনাবৰ কাৰণেই মই আগ বাঢ়িলোঁ। অন্তৰত এটা প্ৰেৰণা, মনত নতুন উৎসাহ।···ৰাতি প্ৰায় ন বজাৰ সময়ত ঘৰলৈ উভতি আহিলোঁ। সময় মতে ঘৰ নাপালেহি যে ঘৰৰ সকলোৱেই অশান্তিত সময় কটাব সেই কথা মই পাহৰিয়ে



গৈছিলোঁ। ঘৰত ভৰি দিয়াৰ লগে লগেই নিজৰ ভুলৰ কথা গম পালোঁ। কিন্তু দৈত্যৰ উৎপীড়নৰপৰা ৰক্ষা পাবৰ উপায় দেখি এই ভুলৰ বাবে অলপো অনুতপ্ত নহলোঁ।

"এনেকৈনো মানুহ ঘৰৰপৰা আঁতৰি থাকেনে?" শ্ৰীমতীৰ অভিযোগ?

"দেউতা, তোক বিচাৰি গোটেই টাউন খনতেই ফুৰিব লগা হ'ল। খবৰ এটা নিদিয়াকৈ কলৈ গৈছিলি?"

"গৈছিল কলৈ? ইমান ৰাতি কিয়?"

"চাকৰি বিচাৰি। মই চাকৰি কৰাকেই তুমিও ইচ্ছা কৰিছা। তাকেই আজি খাটাং কৰি আহিলোঁ।"

"চাকৰি? কি চাকৰি পালে?"

"হেড্ মাণ্টৰৰ। তুমি কমলৈলে মোৰ চাকৰিৰ কাৰণে আৰু চিঠি লিখিব নালাগে। ময়ে যোগাৰ কৰিলোঁ।"

"কেতিয়াৰ পৰা কাম কৰিব?

"অহা মাহৰ পহিলা তাৰিখৰপৰা।"

শ্ৰীমতীৰ মুখেদি সন্তোষৰ হাঁহি এটা ফুটি উঠিল।

ঈশ্বৰৰ কৃপা। কৈছোঁ নহয়। ওকালতিতকৈ মাণ্টৰীয়েই ভাল। মাহেকৰ মূৰত তেও পইচা কেইটামান আহিব।"

শ্ৰীমতীৰ অন্তৰভৰা তৃপ্তি দেখি নিজেও তৃপ্তি বোধ কৰিলোঁ। ঘড়ীটোলৈ চালোঁ—দহোটা বাজিবলৈ পাঁচ মিনিট বাকী।

"উস্ ৰাতি বহুত হ'ল। আৰু কথা নাপাতোঁ। ভাত বাঢ়াগৈ।" অন্তৰভৰা এটা অশান্তিৰ পৰা যেন নিষ্কৃতি পালোঁ। শ্ৰীমতীক নিৰ্দেশটো দিয়েই কাপোৰ কানি খিনি সলাবৰ কাৰণে ভিতৰৰ খোটালী এটালৈ মই সোমাই গলোঁ।

# দুৰ্য্যোগৰ ৰাতি

## ৰমা দাশ

'চকুৰ আগতে ডাঙৰ হোৱা' বুলি যিবাৰ কথা আছে, মই ঠিক বাসন্তীৰ বেলিকাও ইচ্ছা কৰিলে তাকে কব পাৰোঁ।

নিচেই সৰুতে দেখিলোঁ, মূৰত এচপৰা বৰকটা চুলি, গাত এটা পিংক ৰঙৰ ফ্ৰক্, আৰু এযুৰি নিপোটল বগা ভৰি। ঠিক তেনেকৈয়ে বাসন্তীয়ে দিনটোৰ সৰহ ভাগ আমাৰ ঘৰতে অৰুণাৰ লগত লৰি-ঢাপৰি ফুৰে আৰু বস্তু বাহানি ইফাল সিফাল কৰিলে অৰুণাৰ লগত ঘৰৰ ছোৱালীৰ দৰে সমানে মাৰ-ডাবি খায়।

কেতিয়াবা মন গলে মই বাসন্তীক চোতালত স্কিপিং কৰিবলৈ শিকাওঁ, বেড্‌মিণ্টন্ খেলোতে মুখত কক্‌টো জোৰেৰে মাৰি দি ধেমালি কৰোঁ, আৰু কণামুনি খেলোতে অৰুণাৰ লগত বেণীয়ে বেণীয়ে সাঙুৰি দি হাঁহি বৰ বং পাওঁ।

তাৰ পিছতে, মূৰ দঙাদি বাসন্তী দেখাত অলপ দীঘল হৈ পৰে। গাৰ-পৰা ফ্ৰক্ সোলোকাই, নতুন মুগাৰ ফুল দিয়া মেখেলা কঁকালত সূতাৰ জৰীৰে টানি টানি বান্ধিবলৈ শিকে আৰু গাত কোনো মতে থাকিব নোখোজা ৰিহাৰ আঁচলটো মাটিত লেটিয়াই লেটিয়াই চাৰিওপিনে সকলোকে দেখুৱাই লৈ ফুৰে। কথাই-বতৰাই, হাঁহি-ধেমালিয়ে এটা নতুন প্ৰকাশৰ ভঙ্গিয়ে দেখা দিয়ে আৰু আগৰ দৰে মোৰ সকলো উপদ্ৰৱ নীৰৱে সহ্য নকৰি, কথাই কথাই উত্তৰ দিবলৈ সাহ কৰা হয়। দুৱৰ পৰা জিভা উলিয়াই, নানা ভেঙুচালি কৰি মোক নানা নাম দি জোকাবলৈ আৰম্ভ কৰে। কেতিয়াবা দুপৰীয়া শুলে গাত শিলগুটি দলিয়াই টোপনি ভাঙে। নাইবা কপালত চিয়াহীৰ ফোঁট আঁকি দি, চুৰিয়াৰ আঁচলটো টানি নি চকী-মেজত বান্ধি থৈ যায়। ময়ো কেতিয়াবা ধৰিব পাৰিলে আগতকৈ বেছি তৃপ্তিৰে পিঠিত ধৰি ভুকুৱাওঁ। নাইবা দুয়ো কাণ মলি ৰঙা কৰি শাস্তি দিওঁ। বাসন্তীয়ে দুখ পালেও কেতিয়াও নাকান্দি ভাল পোৱাৰ দৰেই সকলো সহ্য কৰি



যায়, আৰু এৰি দিলেই আকৌ দুনাই কৰিম বুলি কৈ লৰ মাৰি পলাই নেদেখা হয়।

তাৰ পিছত হঠাতে এদিন গম নোপোৱাৰ দৰে বাসন্তীৰ গাত অলপ গম্ভীৰতা আহি পৰে। চকুত অলপ আন-ভাৱ আহি চকু দুটা ক্ৰমে বুজিব নোৱাৰা হয় আৰু কথাবোৰ নানা ভাৱেৰে ভৰি পৰি আচল মানুহটো লাহে লাহে ওচৰৰপৰা আতঁৰি যাবলৈ আৰম্ভ কৰে। অৰুণায়ো মোৰ সকলো খেলাৰ প্ৰকাশ্য সংগী গুচি লাহে লাহে বাসন্তীৰ লগত নানা গোপন আলোচনাৰ লগৰী হৈ মোৰ প্ৰভুত্বৰ পৰা একেবাৰে আতৰি দূৰলৈ গৈ থিয় দিয়ে।

কিন্তু তথাপি বাসন্তী সদায় আমাৰ ঘৰলৈ আহে। অৰুণাৰ লগত ফুৰিবলৈ ওলালে মোকে সিহঁতৰ লগত যাবলৈ অনুৰোধ কৰে। কেতিয়াবা আমাৰ ঘৰত কথা পাতোঁতে ভালেমান ৰাতি হলে ময়েই টৰ্চ্চটো লৈ ঘৰত আগ বঢ়াই থৈ আহিব লাগে বুলি অৰুণাৰ আগত কয়। দোকানৰ-পৰা এমব্ৰইডাৰী কৰা সূতাৰ ৰঙ ময়ে পছন্দ কৰি বাসন্তীক আনি দিওঁ। মই ঘৰত নহলে সিহঁতৰ আড্ডা মোৰেই কোঠাত পাতি বাসন্তীয়ে মোৰ বিষয়ে নানা আলোচনা কৰে। টেবিলত কিতাপ-পত্ৰ বোৰ বেছি সিঁচৰিত হৈ পৰি থকা যেন দেখিলে, নিজেই থুপাই থৈ অৰুণাৰ আগত মোৰ জীৱনৰ বিশৃংখলতাৰ কথা কৈ বৰ বং পায় আৰু বিছনা আৰু ৰেকৰ কাপোৰ-কানিবোৰ বৰ বেছি হাঁহ উঠা অৱস্থাতে দেখা পালে, মোৰে ডাংৰৰলা স্বভাৱৰ বিষয়ে গল্প পাতে।

ঠিক এই দৰে বাসন্তীৰ ষোলটি বছৰ মোৰ চকুৰ আগত এটি এটি কৈ ফুলৰ পাহিৰ দৰে মেল খাই আহে আৰু মই তাকে মোৰ জীৱনৰ বাইছটি বছৰে চকুৰে চাই উপলব্ধি কৰো—অনুভূতিহীন, নিৰ্ব্বিকাৰ এটি প্ৰাণৰ নিৰ্লিপ্ত ভাব লৈ,—ঠিক ওচৰ-চুবুৰীয়াৰ বাৰীত বাঢ়ি অহা এজোপা অপ্ৰয়োজনীয় গছৰ দৰেই।

কলেজলৈ অহাৰ পিছত, খণ্ডেকীয়া এমাহ দুমাহৰ ব্যৱধানৰ বাহিৰে, বাসন্তীৰ ষোলটি বছৰেই মোৰ কাৰণে সদায় উন্মুক্ত আছিল। তাৰ সান্নিধ্য, পৰশ আৰু আস্বাদন ইচ্ছাই অনিচ্ছাই জীৱনত মই অত্যন্ত প্ৰচুৰ পৰিমাণে পাইছিলোঁ। কাৰণ, সৰুতে দেখা দিনৰ পৰাই বাসন্তীহঁতৰ ঘৰ শিৱলঙৰ

আমাৰ ঘৰৰ নিচেই কাষত। সিহঁতৰ দেউতাক আৰু—আমাৰ দেউতা দুয়ো একেখন অফিচৰে বৰমূৰীয়া কেৰাণী।

ইমান সহজে বাসন্তীক পাইছিলোঁ কাৰণেই বোধকৰোঁ বাসন্তীৰ নিমিত্তে মোৰ অন্তৰৰ কোনো এটি কোণতে লিপ্সাৰ সৰু পোখা এটিও গজি উঠা নাছিল; বাসন্তীৰ অৱস্থিতিত মোৰ যৌৱনৰ কোনো এটি ইন্দ্ৰিয়তে অনুশিহৰণ এটিও উঠা যেন অনুভৱ কৰা নাছিলোঁ।

কিন্তু তথাপি যৌৱনৰ ভৰা বানৰ আকাঙ্ক্ষাৰ সোঁতৰ আগতে মই বাসন্তীক সদায় পাইছিলোঁ। যি বয়সত আৰু মনৰ যি অৱস্থাত যুৱতী ছোৱালীৰ কণ্ঠৰ এটি কথাৰ প্ৰতিধ্বনিয়ে আৰু দেহৰ এটি পৰশৰ আভাসে ইন্দ্ৰিয় মন চঞ্চল কৰি তোলে, সেই সময়তে অৰুণাৰ লগত বাসন্তীক সদায়ে লগত লৈ, শ্বিলঙৰ পাইনৰ তলে তলে মুকলি পাতল বতাহত, গাতে গা লগাই ফুৰিবলৈ সুযোগ পাইছিলোঁ। প্ৰায়ে লেকৰ পাৰত জোনাক নিশা বেঞ্চত বহি কথা পাতিবলৈ ঘৰৰ পৰা ওলাই আহিছিলোঁ। স্প্ৰেড ঈগল ফলছৰ কাষত ঘৰঘৰোৱাহে পিক্‌নিক্‌ খাবলৈ গৈ,—নিজৰাৰ চেঁচা পানীলৈ খেদি নি, পানীৰ তলত উশাহ নোপোৱাকৈ আজুৰি ধৰিছিলোঁ। আপাৰ শ্বিলং পিকৰ আওঁ-ঢলীয়া পাহাৰৰ গাৰে লৰি ফুৰোতে, সৰল গছৰ শিপাত উজুটি খাই পৰাত, ময়ে হাতকোলাকৈ বাসন্তীক তুলি ধৰি, দুখ পোৱা ভৰিৰ গাঁঠিত জেপৰ ৰুমাল বান্ধি দিছিলোঁ।

কিন্তু তথাপি কোনো দিনে বাসন্তীৰ পৰশত মোৰ শৰীৰৰ তেজৰ সোঁত শিৰে শিৰে কোৱাল হৈ বোৱা নাছিল; নাইবা—হঠাতে মুখৰ কথা পাহৰি গৈ বাসন্তীৰ চকু দুটালৈ, অনিমেষ দৃষ্টিৰে চাই থকা নাছিলোঁ। বাসন্তী দেখিবলৈ অশুৱনী নাইবা উচ্ছ্বাসহীন যে আছিল সেই কথা সমূলি নহয় বাসন্তী মোৰ ওচৰত ইমান সহজলভ্যা আছিল কাৰণেই বোধকৰোঁ। বাসন্তীৰ অন্তৰৰ সকলো গুপুত কোণ মই অতি সুকলমে মনেৰে চুকি পাইছিলোঁ। বাসন্তীৰ মনৰ কথা মনৰ ভিতৰতে মোৰ চকুৰ আগত অতি স্পষ্ট হৈ ফুটি উঠিছিল। বাসন্তীৰ ভিতৰ বাহিৰ কাঁচৰ মূৰ্ত্তিৰ দৰে মই একে লগে একেটি দৃষ্টিৰে দেখিবলৈ পাইছিলোঁ।

সেই কাৰণে উপযাচি দিয়া বাসন্তীৰ মৰম চেনেহত মই কোনো দিনে কোনো মাদকতাকে বিচাৰি নাপাইছিলোঁ। বৰং মোৰ মনত সেই বোৰ ধৰা পৰিলে



এটা গুপুত বিতৃষ্ণাৰ ভাৱ হৈছিল। চকুৰ মণিত বা কথাৰ ঠেওঁত বাসন্তীৰ আবেগৰ আভাস বিৰিঙি উঠা দেখিলে মই তেতিয়াই তাক জব্দ কৰি দিবলৈ চেষ্টা কৰিছিলোঁ।

ঘৰলৈ মাহীদেৱে মাতিছে বুলি বুবুলৰ হতুৱাই মতাই নি, মিজৰ ৰুমত অকলে অকলে বহি, ৰুমালৰ পাৰত ফুলৰ দাঁতিত মোৰ নাম তুলি থকা দেখিলে মই সচাকৈয়ে বাসন্তীক এটা দীঘল বক্তৃতা শুনাই-দিবলৈ মন কৰিছিলোঁ। বাৰে বাৰে 'ব্লাউজ পিছ'ৰ ৰং অপছন্দ কৰি খেমালিতে দোকানলৈ মোক মিছাকৈ পঠিয়াইছে বুলি গম পালে, মই প্ৰায়ে বিদ্ৰোহ কৰিবলৈ সাজু হৈছিলোঁ। আৰু সদায় এনেদৰে সুবিধা পালেই হাতখন চাওক বুলি মোৰ ওপৰত পেলাই দিলেই মই নখেৰে চিকুটি তেতিয়াই হাতৰ তলুৱাত তেজৰ টোপাল উলিয়াই দিবলৈ মন কৰিছিলোঁ! মোৰ অনুপস্থিতিত, মোৰ কোঠালিত সোমাই ফুলদানিত ফুল ভৰাই থৈ, লেতেৰা বিছনাৰ চাদৰৰ পৰিবৰ্তে ধোৱাই ধোৱা নতুন বিছনাৰ চাদৰ পাৰি থৈ যোৱা বুলি শুনিলে, সঁচাকৈয়ে বাসন্তীৰ প্ৰতি এটি ঘোৰ অভক্তিৰ ভাৱে মোৰ মনটো তিতা কৰি তুলিছিল। কিন্তু তথাপি বাসন্তীয়ে যে সদায় একেটি মনৰ একাগ্ৰতা লৈয়ে মোৰ মৰম অন্বেষণ কৰিছিল সেই কথাৰ মই গম পাইছিলোঁ। মোৰ হাজাৰ অসহানুভূতি দেখিলেও সদায় যে মোৰে মৰমৰ ওচৰত নিজক ধৰা দিবলৈ বিচাৰিছিল, মই ইচ্ছা কৰিও তাকে নুবুজাকৈ থাকিব নোৱাৰিছিলোঁ। সেইখিনি বুজিব পাৰিছিলোঁ বুলিয়েই নিজে নিশ্চেষ্ট আৰু জড় হৈ বাসন্তীৰ সকলো অন্তৰৰ প্ৰচেষ্টাক কঠিন নিৰ্মমতাৰে সদায় বাধা দি গৈছিলোঁ। কিয়নো, যি মৰমত কোনো চেষ্টা নাই, যি সোঁতত কোনো বাধা নাই, তেনে উপযাচি দিয়া মাদকতাহীন মৰমে কাৰো প্ৰাণত আকাঙ্ক্ষাৰ পৰিতৃপ্তি আনি দিব নোৱাৰে।

জীৱনৰ এটি নতুন অধ্যায়ৰ কথা। বৰকৈ খাটি পঢ়ি অংকৰ অনাৰ্ছ লৈসতে বি. এ. পৰীক্ষাটো দি আহি ভাগৰুৱা মন আৰু দেহটোক আৰামেৰে অলপ এৰি দি, ঘৰত বহি খিতাপি লৈছোঁ। অপ্ৰচুৰ জিনিছৰ মাজত, মানসিক খোৰাক হিচাবে অকল ইউৰোপীয় নাম কৰা সাহিত্যিক কেইজন মানৰ লিখা উপন্যাস কেইখন-মান থুপাই লৈ, এফালৰ পৰা এনেয়ে পঢ়ি গৈছোঁ।

এদিন দুপৰীয়া। দুদিন ধৰি…"ক্ৰাইম্‌ এণ্ড পানিছমেণ্ট"ৰ মাজত সোমাই,

জীৱনৰ আন্ধাৰ, ভয়াবহ দৃশ্যাৱলীৰ মাজত ঘূৰি ফুৰি, হঠাতে চকু তুলি চাই খিড়িকীৰে দেখিলোঁ, আমাৰ ঘৰৰ আগত থকা টিলাটোৰ ওপৰত প্ৰকাণ্ড বঙলাটোৰ গেটত, কেবাখনো মটৰ গাড়ী আহি ৰৈছে।

গম নোপোৱা ঘটনা এটি কৌতূহলেৰে চোৱাৰ দৰে মই কিতাপখন জপাই বাহিৰৰ দৃশ্যটোলৈ অলপ মন দিব খোজোঁতেই মা, অৰুণা আৰু ঘৰৰ ছোৱালী-কিটাই ভীষণ হাই উৰুমি লগাই মোৰ কোঠাৰ মাজেৰে গৈ পাৰ্টিকোৰ বে-উইন্দোৰ কাষত থিয় হলগৈ। তাতে থিয় হৈ প্ৰত্যেকে নৱাগতবিলাকৰ বিষয়ে ইজনে সিজনে নানা অভিমত প্ৰকাশ কৰিবলৈ ধৰিলে।

শেষত ময়ো উঠি আহি থিয় দি, মূৰৰ ওপৰেদি বাহিৰলৈ ভুমুকিয়াই চাই প্ৰশ্ন কৰা মাত্ৰকেই অৰুণাই অতি প্ৰস্তুতৰ দৰেই একে লেথাৰিয়ে কৈ গ'ল—

"তাকে কওঁ ইমান দিনে তুমি ডুব দি আছিলা ক'ত ? ভাৰী মন্ত্ৰী, ৰিটায়াৰ্ড জজ ৰায়বাহাদুৰ চলিহাই গোটেই পৰিয়ালেৰে সৈতে শিলঙত ছেটেল কৰো বুলি, আমাৰ ঘৰৰ আগৰ এই মৰগ্ৰেণ্ড ছাহাবৰ প্ৰকাণ্ড টিলাটো ঘৰে মাটিয়ে তেৰ হাজাৰ টকাত কিনি লৈ, আজি গুৱাহাটীৰপৰা এই মাত্ৰ উপস্থিত হৈছেহি। এই খবৰটো তুমি এতিয়াও পোৱা নাই ? চলিহাৰ ফেমিলিৰ একো একোজনৰে কবলৈ গলে একো একোখন হিষ্ট্ৰি। ডাঙৰ লৰাই আই-ছি-এছ দিবলৈ গৈ আজি ছবছৰে বিলাতৰ—পৰা উভতি অহা নাই। এজনে ইণ্ডিয়ান মিলিটাৰিত কাম কৰে। তাৰ সৰু জনে বম্বে ফিল্ম কোম্পানীত সোমোৱাৰ কাৰণে দেউতাকে ত্যাজ্য পুত্ৰ কৰি ঘৰৰপৰা উলিয়াই দিছে। কিন্তু সকলোতকৈ চৰা হৈছে তেওঁৰ একমাত্ৰ কন্যা কলিকতা ফ্ৰেঞ্চ কনভেণ্টত ডাঙৰ হোৱা দীপিকা ৰাণী আইদেউ, গোটেই অসমৰ ভিতৰতে এজনী নামজলা ককেট্ ছোৱালী। গলফ, ড্ৰাইভিং, টেনিছ খেলাৰ উপৰিও নিতান্ত স্বচ্ছন্দভাৱে ইউৰোপীয়ান ক্লাবৰ ব্ৰীজ আৰু থিয়েটাৰ পাৰ্টিত যোগ দিব পাৰে। সেইবেলি পূজা ছিজনত শিলঙলৈ আহি এংলো এছামিছ চাৰ্কেলত যথেষ্ট নাম কৰি থৈ গৈছে। আজি তেওঁকে তোন চাবলৈ মই ফাঁকি কৰি স্কুলৰ পৰা ছুটী লৈ আহিছোঁ।

আৰু এটি কিবা কবলৈ গৈয়েই, অৰুণাই হাঁহি ওঠত কামোৰ মাৰি ধৰি আন ফালে মুখ কৰি গুচি গ'ল। মই নিজৰ কৌতুহল ঠেলি ৰাখিব নোৱাৰি লাহে লাহে বাৰাণ্ডালৈ ওলাই আহি, ৰৈ চাই দেখিলোঁ যে ঠিক সেই মুহূৰ্ত্তত



এজনী ক্ষীণ, পাতল, ওখ দেহৰ পাছী পেটাৰ্ণে মেৰিয়াই ৰঙচুৱা জৰ্জেটৰ শাৰী পিন্ধা ছোৱালীয়ে, উলাহত জাপ মাৰি মটৰৰ পৰা নামি, চকুৰ ক'লা ডাঙৰ গগল্‌ছ্ চচমা যোৰ সোলোকাই হাতত লৈ, ঘৰৰ ওপৰলৈ গেটৰপৰা উঠি যোৱা থিয় খট্‌খটিৰে প্ৰায় জপিয়াই জপিয়াই খাপে খাপে উঠি, মূৰৰ আধা বব কৰা চুলিৰ জাপৰটো নচুৱাই নচুৱাই যাব লাগিছে।

পৰীক্ষা দি আহি ঘৰত জিৰণি লোৱা মোৰ শিথিল জীৱনৰ চকৰিটো আকৌ কোবাল বেগেৰে চলিবলৈ ধৰিলে। আস্বাদহীন নিস্কৰ্মাৰ গতানুগতিক জীৱন গুচি নিমিষতে এটি উগ্ৰ, কৰ্মময়, মুহূৰ্তই প্ৰতি বিচিত্ৰ, নতুন জীৱনৰ আৰম্ভণি হ'ল।

দীপিকাৰ দীপশিখাই মোৰ মনৰ দীপ কাঠীটোত জুইৰ আঙনি লগাই দিলে।

নতুনকৈ ব্ৰীজ শিকি সদায় দুপৰীয়া ব্ৰীজৰ আড্ডাত বহি গলোঁ। পিং-পঙৰ টেবিলত বল কোবাই আজীৱনৰ হাতৰ জড়তা নোহোৱা কৰিলোঁ। দুদিনৰ ভিতৰতে গিয়েৰ ক্লাছ আৰু এক্সিলেটৰ ক্লাছ আৰু গিয়েৰ মুখস্থ হৈ গ'ল আৰু একেবাৰে চকুৰ আগত গল্‌ফ চেম্পিয়নশ্বিপৰ সোণালী সপোন ভাহি উঠিল। শিলঙৰ আকোৱা-পকোৱা নামনিৰ বাটত হুৰ হুৰাই মটৰ তললৈ নমাৰ দৰেই মোৰো জীৱনৰ মটৰৰ গতি ঠিক তেনেকৈ কোবাল ধুমুহাৰ আগত চলিবলৈ ধৰিলে।

জীৱনৰ সকলো তল পৰি মোৰ চকুৰ আগত কেৱল ভাহি উঠিল দীপিকা দীপিকা, দীপিকা। মোৰ সকলো পুৰুষাৰ্থৰ আগত থিয় হল আহি অকল দীপিকা। কাৰণ দীপিকা ইমান দ, ইমান অবোধ্য, ইমান কণ্টকৰ! দীপিকা নিতৌ নতুন। দীপিকাৰ কুল নাই, তলি নাই, শেষ নাই। দীপিকা ছোৱালী দীপিকা দেৱী, দীপিকা দানৱী। দীপিকাৰ সামান্য এটা প্ৰাণৰ নাইবা দেহৰ সান্নিধ্য পাবলৈ কিমান হাবাথুৰি খাব লাগে। সেই কাৰণে তাত ইমান উত্তেজনা উপচি থাকে। কিমান প্ৰতিদ্বন্দ্বী দীপিকাৰ প্ৰেমৰ নিমিত্তে। সুভেন্দ্ৰম্ অবিবাহিত মাদ্ৰাজী আই-এছ-অ'; সুধীন সেন বঙালী—বৰলা ডিভিজনেল পোষ্টেল ছুপাৰিণ্টেণ্ডেণ্ট; বিজিত বৰুৱা বিলাত-যাত্ৰী কোটিপতী চাহ-খেতিয়কৰ একমাত্ৰ নুমলীয়া উত্তৰাধিকাৰী; তাৰ বাহিৰেও কিমান আশাহীন, আশাহত নিতৌ নতুন যুৱকৰ অহা যোৱা আৰু প্ৰাণৰ আক্ষেপ।

সেই কাৰণেই সকলোৱে মোক গোপনে হাঁহে। কয়, ই মোৰ বৃথা চেষ্টা। আনকি অৰুণায়ো তাকে কৈ মোৰ আঁৰত মোক ইতিকিং কৰে। আৰু বাসন্তীয়ে অৰুণাৰ আগত দুখ কৰি কয়,—মই নিৰ্বোধ, অবুজৰ দৰে কাম কৰিছোঁ। মই ধন-গুণৰ পাছে পাছে লৰিছোঁ। দীপিকাই জানি শুনি মোক ছলিছে।

সেই দেখি সকলোৱে ওপৰত মোৰ এটা বিদ্ৰোহৰ ভাৱ জাগি উঠিছে। সকলোকে খোলাখুলিকৈ মই অপদস্থ কৰি দিবলৈ চেষ্টা কৰিছোঁ। বিশেষকৈ বাসন্তীক। বাসন্তী কি স্পৰ্দ্ধাৰে দীপিকাৰ লগত তুলনাত আহিব খোজে? দীপিকাৰ তুলনাত বাসন্তী কিমান প্ৰাচীন, কিমান প্ৰাণহীন, নিস্পন্দ, নিৰ্জীৱ! অকল ছোৱালীৰ দেহৰ আকৃতি থাকিলেই তো ছোৱালী নহয়? দীপিকাৰ নিচিনা বাসন্তীৰ ছোৱালীৰ প্ৰাণ ক'ত? উলাহৰ হিন্দোল ক'ত? দীপিকা স্বচ্ছ, স্পষ্ট, তীব্ৰ ৰসৰ নিজৰা, বাসন্তী সৰল, সাধাৰণ, স্থবিৰ, শুষ্কপ্ৰাণ।

গতিকে মই সকলোৱে কথাকে আওকাণ কৰি অকল দীপিকাৰ কাৰণে পুৰুষাৰ্থ কৰিম, কাৰণ তাত প্ৰচেষ্টা আছে, নিৰুৎসাহ আছে, আৰু ক্ষণিক কৃতকাৰ্য্যতাৰ উন্মাদনা আছে। তাত মোক কোনেও হকাবধা কৰিব নোৱাৰে, বাসন্তীৰ তো সাধ্য নায়েই।

পুৰা দুবছৰ একে গতিৰেই জীৱন ধুমুহাৰ বুকুত লৰি যোৱাৰ দৰে লৰি গ'ল। তথাপি দীপিকাৰ কোনো অন্ত নাপালোঁ। কাৰণ দীপিকা এজনী নহয়, অনন্ত।

এই দুবছৰে নতুন একো ভৰা নাই। কলিকাতাত এম. এ. পঢ়িবলৈ গৈয়ো একো শিকা নাই। দীপিকালৈ চিঠি লিখিছোঁ, দীপিকাৰ চিঠিৰ উত্তৰলৈ বাট চাই সময় কটাইছোঁ। ফটোৰ দোকানলৈ গৈ পুৰণি স্মৃতিৰ ফটো এন্‌লাৰ্জ আৰু নতুনকৈ প্ৰিণ্ট কৰিছোঁ আৰু তাকে লৈ এলবাম্ সজাইছোঁ। নিউ মাৰ্কেটৰ দোকানৰ শাৰীৰ আগে আগে গৈ, দীপিকাৰ কাৰণে উপহাৰ পছন্দ কৰিছোঁ। ভিক্টোৰিয়া মনুমেণ্ট, চিনেমা-ঘৰ আৰু ঢাকুৰীয়াৰ পাৰলৈ গৈ দীপিকাক কাষত লৈ কল্পনাৰ সপোন ৰচি ফুৰিছোঁ।

তথাপি ভাগৰি পৰা নাই, অৱসাদ অহা নাই, প্ৰাণৰ নিৰুৎসাহত ভাঙি পৰা নাই, বিদ্ৰোহত তিতা হৈ উঠা নাই।

জগতৰ আন সকলো তল পৰি গৈছে। বহু দুৰলৈ আৰু বিচাৰি বিচাৰি



কাকো পোৱা নাযায়। বাসন্তী? বাসন্তী মৰি ভূত হৈ পৃথিৱীৰ পৰা সম্পূৰ্ণ অদৃশ্য হৈ গৈছে। অতীতৰ স্মৃতিৰ কবৰৰ মাজৰ পৰাও জোৰ কৰি আৰু বাসন্তীক উদ্ধাৰ কৰা নাযায়।

ঠিক দুবছৰ পিছত, বি.এ. দি ঘৰলৈ অহাৰ দৰে, এম.এ.-ৰ এখনি পেপাৰ দি আৰু নিদি আকৌ ঘৰলৈ উলটি আহিছোঁ। স্মৃতিৰ ফলিত, আকৌ সেই দুবছৰ আগৰ প্ৰথম জীৱনৰ ছবিখনি জাগৃত হৈ উঠিছে। মনত সেই একেটি আশা, একেটি উদ্যম, একেটি কামনাৰ মূৰ্তি জীৱন্ত হৈ জ্বলি আছে। ঘৰত সোমায়ে খিড়িকীৰে চাই দেখিলোঁ, এইমাত্ৰ হে যেন মটৰৰ পৰা নামি খটখটিৰে নাচি নাচি চুলি উৰুৱাই দীপিকা ওপৰলৈ উঠি গৈছে।

আকৌ সেই দৰে একেভাৱে জীৱন চলিছে। ব্ৰীজ, ৰেডিও, টেনিছ, মটৰ, গল্‌ফ, আকৌ সেই প্ৰথমৰ দৰে একে সুৰতে আৰম্ভ হৈছে। দীপিকাৰ, আগৰ দীপিকাৰ অকণিও সলনি হোৱা নাই। সুভেন্দ্ৰম, সুধীন আৰু বিজিত সকলোৱে আগৰ নিচিনা একে গতিৰে চলি আছে।

সিদিনা কেলভিনত ৰেডক্ৰছৰ চেৰিটি শ্বো। আবেলি ১২-১০ৰ এক ছেট হেভি পিঙপঙ খেলি উঠি, ককোৰ সুগন্ধি পিয়লাটো লাহে লাহে ওঠেৰে চুপি; মুখৰ ঘাম টাৱেলেৰে মচি মচি, ওচৰ চাপি অহা দীপিকাৰ গাৰ কাষত, অতি আবেগত লেনিয়াই কলোঁ:

"দীপি আজিৰ মুক্ত ৰজনী মোৰ জীৱনত চিৰৰজনী হৈ থাকিব। সেয়ে আজি তোমাক মই অকলে পাব খোজোঁ। আজি তোমাক মোক অকলে লাগে। আজি তোমাৰ আৰু মোৰ ব্যৱধানৰ মাজত অইন কোনেও আহিব নোৱাৰে। মাত্ৰ তুমি আৰু মই,—আজি তোমাক নিবিড়ভাৱে, সম্পূৰ্ণভাৱে, ব্যাপকভাৱে মই পাব খোজোঁ।"

দীপিয়ে এটা ভীষণ তাচ্ছিল্যৰ হাঁহি মাৰি টাৱেলখন পেলাই থৈ ককোৰ কাপটো মুখলৈ তুলি লৈ কলে:

"একেবাৰে সম্পূৰ্ণ ব্ৰাউনিঙৱান আইডিয়া ধাৰ কৰিলে মিষ্টাৰ দুৱৰা! আপোনাৰ স্পিচ্‌টো, শুনি মোৰ একেবাৰে ব্ৰাউনিঙৰ "লাষ্ট্‌ৰাইড টুগেদাৰ" টোলৈ মনত পৰি গ'ল।—হুঁ—নিবিড়? সম্পূৰ্ণ, ব্যাপক? তেনেহলে এইবোৰ সাধাৰণ পোৱাক আপুনি কি পোৱা বুলি কয়, মিষ্টাৰ দুৱৰা?"

একে উশাহতে কলোঁ: "ইমান সামান্য আৰু সংকীৰ্ণ পোৱাত মোৰ

প্ৰাণৰ আকুল তৃষ্ণা নপলায় দীপি। তাকো নো তুমি ইমান দিনেও বুজি পোৱা নাইনে? মোৰ প্ৰাণৰ জুই চিৰ-প্ৰজ্বলিত আৰু চিৰস্থায়ী। শ্যেলীয়ে কবিতাত লিখাৰ দৰে—"

হোঃ হোঃ কৈ হাঁহি বাগৰি পৰি দীপিয়ে মুখলৈ চাই সুধিলে, "তেনেহলে আমাৰ এই ঐতিহাসিক মিলনৰ ঠাই আজি আপুনি ক'ত ঠিক কৰিছে, মিণ্টাৰ দুৰৰা?"

"কেলভিন চিনেমাৰ আজিৰ চোৰিটি শ্ব'ত।"

"ছিঃ! কি আনপ'য়েটিক" বুলি দীপিকাই একেবাৰে নাকটো কোচাই বিৰক্তি দেখুৱাই কলে: "পৃথিৱীত যদি কাৰবাৰ লগত কৰবাত মই একেলগে গৈ বহিবলৈ আপত্তি কৰোঁ, তেনেহলে এই চিনেমাঘৰবোৰত। আপুনি যি মুহূৰ্ত'তে কোনোবা এজন ডেকা ল'ৰাৰ লগত তাত গৈ উপস্থিত নহক সমবেত মূৰ্খ জনতাই ভাবি লব যে নিশ্চয় আপুনি চোৰাংকৈ প্ৰেম কৰিবলৈ আহিছে। গতিকে শতকৰা নিৰানব্বৈ জনেই চিনেমাৰ পৰ্দাৰ ওপৰত চকু নাৰাখি আপোনাৰ ওপৰত ৰাখিবলৈ বাধ্য। সেই কাৰণেই এই চিনেমাঘৰবোৰক মই মাছৰ বজাৰতকৈও বেছি ঘিণ কৰোঁ। আৰু সেয়ে আজি বিজিত বৰুৱাই ৰাতিপুৱা চোৰিটিলৈ লগ ধৰোতে, তেওঁক মই একে কথাৰে নিৰাশ কৰি দিছোঁ।"

অলপো নদমি, মই বিজয়ৰ উচ্ছ্বাস একে দৰে ৰাখিয়ে কলোঁ:

"কিন্তু দীপি, মই যে আমাৰ দুয়োৰে কাৰণে আজি আগ ধৰি টিকেটটো কিনি পেলাইছোঁ। হাজাৰ বেয়া হলেও বস্তু এটাক নিজৰ অভিৰুচি মতে ভাল কৰি সজাই লোৱা যায়। ধৰি লোৱা, চিনেমালৈ যোৱাৰ আগতে তোমাৰ ইয়াত সৰু এটা টিপাৰ্টি। তাৰ পিছত 'শ্বো' ভাঙিলে মটৰেদি লং ৰাউণ্ডৰ আলিবাটেৰে সুন্দৰ ৰাতি এটা মনোমোহা "ড্ৰাইভ"। গাড়ীত অকল তুমি আৰু মই,—আৰু কোনো নাই। চিনেমাত দেখা কথাবোৰকে আকৌ আমি দুয়োকে দুয়ো মনৰ ভিতৰত ভাবি উলিয়াম। তুমি আস্তাৰ্ণেন আৰু মই ফ্ৰেডৰিক মাৰ্চ হৈ আমি আকৌ নতুনকৈ দুয়োৰে "উই লিভ এগেইন" জীৱন্ত কৰি তুলিম।"

মোৰ উচ্ছ্বাস দেখি, দীপিয়ে কুটিল এটা হাঁহি মাৰি দীঘল ৰূপালী মেনিকিউৰ কৰা আঙুলি কেইটিৰে সৈতে হাত এখন আগবঢ়াই দি কলে, "বাৰু তেন্তে গ্ৰেণ্টেদ।"



আৰু ময়ো ঠিক তেনেকৈয়ে অভিনয়ৰ ঠেওত হাতখন মোৰ হাতৰ মাজত সুমুৱাই লৈ, তাতে গভীৰ কৃতজ্ঞতাৰ চিন এটি ওঁঠেৰে জনাই লৈ কলোঁ:

"অশেষ ধন্যবাদ তোমাৰ দয়াৰ কাৰণে দীপি।"

সময় যদি কেতিয়াবা বৰ দীঘল হৈ পৰে তেনেহলে এই প্ৰেমৰ মিলনৰ আগৰ সময়বোৰ। এটি ঘণ্টাত ষাঠিটাকৈ মিনিট, এটি মিনিটত ষাঠিটাকৈ চেকেণ্ড, এই কথাটো যেন অকল সিদিনাহে মই আবেলি তিনি বজাৰ পৰা গধূলি ছয় বজালৈ অপেক্ষা কৰি, জীৱনত প্ৰথম দিন ভালকৈ উপলব্ধি কৰিব পাৰিছিলোঁ।

ঠিক পাঁচোটা বাজি দহ মিনিট যোৱাত দীপিকাই সাজি কাছি সাজু হোৱাৰ কথা।

নিশ্চয় সেই ৰঙচুৱা ৰঙৰ জৰ্জেটৰ শাৰীখন আৰু সেই ৰঙৰে ব্লাউজটো। প্ৰথম সিদিনা দেখাৰ পৰাই যেন সেই বস্তু দুটাৰ ওপৰত মোৰ গভীৰ এটা প্ৰীতি সোমাই গৈছে। ভৰিত নিশ্চয় সেই বাটাৰ নতুন পেটাৰ্ণৰ ছেণ্ডেল শ্বুযোৰ। তাৰ বেল্ট কিডালৰ ফাঁকেদি ভৰিৰ নিপোটল সৌন্দৰ্য্য আৰু কফি ৰঙৰ লোভনীয় কমনীয়তাখিনি অতি সুন্দৰ ৰকমে দেখা যায়। গাত অলপ কালিফৰ্নিয়ান্ পপিৰ ম্লান গোন্ধ। ওঁঠত অলপ পাতল লিপষ্টিকৰ আভাস থাকিলেও থাকিব পাৰে।

অতি কষ্টে ঘড়ীৰ কাটা গৈ চাৰে চাৰিটাত লাগে; কিন্তু তথাপি মোৰ সাজ-পাৰ শেষ হৈ নাহে। পুৰুষ মানুহৰ পক্ষে এনেকুৱা সময়ত অকলে অকলে নিজকে নিজে সজাবলৈ কি ডাঙৰ অসুবিধা। আমি আমাৰ পছন্দবোৰ ছোৱালীবোৰক ইমান সহজতে কৈ দিওঁ। দীপি, তোমাক এই শাৰী খন পিন্ধিলে, মই বৰ-ধুনীয়া দেখোঁ। তুমি তেনেকৈ তোমাৰ চুলিবোৰ আচুৰি ৰাখিলে ঠিক ছবিৰ মেডোনাটো যেন হৈ পৰা। আৰু এই মাফলাৰ খনৰ ৰঙটো তুমি গাত ললে আকৌ দুগুণে বেছি উজ্বল যেন দেখি। কিন্তু আমাৰ বিষয়ে ছোৱালীবোৰৰ সেইদৰে পছন্দবোৰ জনাৰ কোনো উপায় নাই। সেইদেখি আমি নিজে নিজেই ইযোৰৰ পিছত সিযোৰ কাপোৰ সলাই, ইখনৰ পিছত, সিখন কাপোৰ পিন্ধি নিজৰ ৰুচিমতেই সাজি ওলাব লাগে। কামিজৰ কলাৰটো এনেকৈ পেলাই ললে ভাল দেখিব নে তেনেকৈ তুলি ললে বেছি ধুনীয়া হব তাকে আমাক কোনেও কৈ নিদিয়ে—নিদিয়ে। চাদৰৰ এই

আঁচলটো এইদৰে হাতৰ তলত সুমুৱাই ললে ভাল হব নে এইদৰে কান্ধৰ পৰা পেলাই ললে বেছি কাৰ্য্যক হব, ফাক আমাৰ জনাৰ কোনো উপায় নাই। নাইবা এনেকুৱা মুহূৰ্ত্তত চুৰিয়া-চাদৰে বেছি শুৱাই পৰিব নে পেণ্ট-নেকটায়ে বেছি উপযুক্ত হব, তাকো আমি বহুত সময়ত ভাবি নাপাওঁ।

ঠিক পাঁচোটা বাজি পাঁচ মিনিট পাৰ হৈ গৈছে। আৰু পাঁচ মিনিট পিছতেই মই গৈ উপস্থিত হোৱাৰ কথা। সেই বেড্‌-ৰুমৰোৰৰ একেবাৰে শেষত থকা অকলশৰীয়া পঢ়া কোঁঠাটিত দীপিয়ে মোৰে আজি অকলে অকলে চাহ খোৱাৰ কথা। সৰু একাপ লিপটনৰ কাৰা চাহ। এক শ্লাইছ ৰুটি আৰু জাম্, এটা এগপোছ, এটা ৰসগোল্লা, এটা কল বা আপেল বছ্। দীপিয়ে নিশ্চয় আজিৰ এনেকুৱা দিনত নিজে কাপত চাহ বাকি দিব। হয়তো আৰু অলপ চাহৰ নতুন লিকাৰ খোজোতে কাপত বাকি দি কব, 'মিণ্টাৰ দুৰৱাই কি মাৰাত্মক কাৰা চাহ খোৱাৰ অভ্যাস কৰিছে।' মই হয়তো হাঁহি উত্তৰ দিম, 'দীপি! উগ্ৰতাই মোৰ জীৱনৰ ডাঙৰ বিশেষত্ব।' তাৰ পিছত দুয়োৰে হাঁহিম, অনৰ্গল, উন্মুক্ত ভাৱে, মিছামিছি! শেষত ঘড়ী চাই, সময় হোৱাৰ দৰে উৎকণ্ঠা দেখুৱাই দুয়ো লৰালৰিকৈ ওলাই গুছি আহিম। অহাৰ সময়ত উল্লাসত দীপিৰ ক্ষীণ কঁকালত লাহেকৈ হাতখনি থম। দীপিয়ে কান্ধৰ ওপৰেদি মোৰ চকুলৈ চাই এটা দুষ্টালিৰ হাঁহি হাঁহিব। তাৰ পিছত একেবাৰে মটৰ গেৰেজত ড্ৰাইভাৰে গেট খুলি দিয়েই থিয় হৈ ৰব। মই দীপিকাক কাষত বহুৱাই লৈ, মটৰ হুৰ-হুৱাই নমাই ৰতাহত উৰি যোৱাৰ দৰে উৰি যাম।

ইপিনে সিপিনে ঘূৰি ফুৰোতে হঠাতে এবেলি কেতিয়াবা পাঁচোটা বাজি পোন্ধৰ মিনিট হৈ গ'ল। একেবাৰে পাঁচ মিনিট পলম হৈ যোৱাত, মই প্ৰায় উদ্বাউল হৈ লৰ দিবলৈ বাৰাণ্ডালৈ ওলাই আহিলোঁ। এটা নহয়, দুটা নহয়, পাঁচোটাকৈ মিনিট পলম হৈ গৈছে, দীপিকাৰ চাগৈ অস্থিৰতাৰ এতিয়া সীমা নাই। কিজানি মোৰ উপস্থিতিত লাহে লাহে সন্দেহ কৰি একেবাৰে ম্ৰিয়মান হৈ পৰিছে। নিজকে নিজে ধিক্কাৰ দি একেবাৰে উৰ্দ্ধশ্বাসে ঘৰৰ পৰা ওলাই আহিবলৈ কাৰবাৰ কৰিছোঁ, এনেতে পাছৰ পৰা অৰুণাই মাত লগালে :

"ৰৰ দা, অলপ ৰৈ যা।"

"অলপ ৰৈ যা," "অলপ ৰৈ যা," এই কথাবাৰি মোৰ মুৰৰ মগজুৰ ভিতৰেদি কেবাবাৰো ভীষণ জোৰেৰে খুন্দা খাই গ'ল। অসম্ভৱ কথা অৰুণা, সঁচাকৈয়ে এতিয়া ৰবলৈ জীৱনত মোৰ সময় নাই। তই মিছাকৈয়ে পাছৰ পৰা মাতি মোৰ অমঙ্গলৰ সূচনা কৰিলি। মোৰ এনেয়ে বহুখিনি লাজ লগা পলম হৈ গৈছে। দীপিয়ে মোলৈ বাট চাই চাই নিশ্চয় ভাগৰি পৰিছে। ভীষণ খঙত হুঙ্কাৰ দি কলোঁ :



"ৰবলৈ মোৰ সময় নাই, আৰু তোৰ কথা মই পিছে আহিও শুনিম।"
"পিছে আহি শুনিলে চলিব কেনেকৈ? বাসন্তীক তই চেৰিটিলৈ যাওঁতে ঘৰৰ পৰা লগত লৈ যাবি। মই জানোঁ তই চেৰিটিলৈ যাব ওলাইছ। মই নিজে আজি যাব নোৱাৰিম। তাইক ঘৰৰ পৰা আগ-বঢ়াই নিওঁতা কোনো নাই।"

কবলৈ মন গৈছিল, বাসন্তীক নিবলৈতো নিশ্চয় যম আছে। বাসন্তী? বাসন্তী? আকৌ সেই বাসন্তী। আজি দুবছৰেতো বাসন্তী মোৰ মনৰ পৰা একেবাৰে মৰি ধোঁৱা হৈ গৈছে। এই দুবছৰত বাসন্তীক মই এদিনো চোৱা নাই, মতা নাই, বিচৰা নাই। বৰং অৱহেলা কৰিছোঁ, তাচ্ছিল্য কৰিছোঁ, ঘৃণা কৰিছোঁ, প্ৰাণত আঘাত দিছোঁ। তথাপি বাসন্তীয়ে মোক এৰা দিয়া নাই। ছোৱালীৰ প্ৰেম ইমানেইনে মৰিও মৰ কামোৰ নেৰা?

স্পষ্ট খঙেৰে মই অৰুণাক শুনাই কলোঁ :

"অৰু, তোৰ বান্ধৱীক নিব নোৱাৰি সচাকৈয়ে মই বৰ দুখিত। মোৰ তাতোকৈ ডাঙৰ অইন এজনৰ অনুৰোধ আছে।"

উধাতু খাই লৰি আহোতে, অৰুৰ কথা কেইটা, কি কৈছিল এটাও কথা মোৰ কাণত নপৰিল; কিন্তু মোৰ দৃঢ় ধাৰণা হৈছিল যে মই তেনেকৈ উদভ্ৰান্তৰ দৰে লৰি আহি দীপিকা হতৰ ঘৰত সোমোৱা দেখি, অৰুণাই বাৰাণ্ডাত থিয় হৈ মোৰ পিনে চাই এটা ডাঙৰ পুতৌৰ ভীষণ দুখৰ হাঁহি হাঁহিছিল।

দহ মিনিট পলম হৈ গৈছে অনাহকত, মোৰ দোষত! অতি বহুমূলীয়া সময়। লাজতে ঘামি জামি তাকে ভাবি মই ঘৰত চোৰৰ নিচিনা আহি উঠিলোঁ। নিশ্চয় দীপিকাই মোৰ ওপৰত খং কৰি অভিমানত কৰবাত দুখ কৰি বহি আছে। হয়তো বা মই অহাৰ সম্ভেদ পাই আথেবেথে আৰু উঠি নাহিব, হাঁহি আহি উলাহত মোক সাদৰি নিনিব, কথা নকব, মৰমৰ চুপতি নকৰিব আৰু ভৱিষ্যতেও মোৰ কথা কোনো দিনে বিশ্বাস নকৰিব।

ভয়ে ভয়ে, ভৰি টিপি টিপি ইঘৰ সিঘৰকৈ দীপিকাক বিচাৰি ফুৰিলোঁ। বাৰাণ্ডা, কৰিদ'ৰ, পৰ্টিকো, লাউঞ্জ, বেডৰুম—দীপিকা কতো' নাই। দীপিকাৰ ছাঁটোও যেন গোটেই ঘৰটোত অদৃশ্য হৈ গৈছে। তেনেহলে দীপিকাই খং কৰি নেকি, একেবাৰে সেই নিলগৰ পড়া কোঠালিৰ ছোফাত মুৰটো পেলাই শুই আছে। মোৰ কাৰণে সজাই থোৱা চাহৰ সৰঞ্জাম আৰু খোৱা বস্তুবোৰ ওচৰতে টিপয়ত নিৰাশভাৱে এনেয়ে নোচোৱাকৈ পৰি আছে।”

বুকুত বহুতো সাহস গোটাই লৈ, হাতৰ সাৰে ভৰিৰ সাৰে আঙুলিৰ মূৰত খোজ দি দি, দুৱাৰৰ কাষত থিয় দি পৰ্দাখন লাহেকৈ আঁতৰাই কাঁচৰ কাৰেদি ভিতৰলৈ এটা চকুৰে চাই পঠিয়ালোঁ আৰু শুনিলোঁ ঃ

“…ইঃ, মিণ্টাৰ বৰুৱাৰ কি ভেনটো ! খাওকচোন আৰু এটা ৰসগোল্লা। এটা এগ্‌পোছ আৰু দুচকলমান আপেল, মই নিজ হাতে কাটি দিওঁ—নাই, নহয়, এই দুখন কেক্ আপুনি খাবই লাগিব, মৰেলোৰ পৰা এইমাত্ৰ অনা… আৰু অলপ চাহ আনি দিম ? গাখীৰ ? ইহ কি সৰু লৰাৰ দৰে চুপি. চুপি আপুনি চাহ খায় ! হোঁৱক্, মই কাপটো মুখত লগাই দিছোঁ। একে সোহাই আপুনি শেষ কৰিব লাগিব। হোঃ হোঃ হোঃ—আপুনি নোৱাৰিলে। ইছ্ কোটৰ কলাৰ একেবাৰে নষ্ট হৈ গ'ল। ৰব, ৰব, মই ৰুমালেৰে মচি দিছোঁ—কালিফৰ্নিয়ান পপি কেনে লাগে আপোনাৰ গোন্ধটো ? …বহু, এতিয়া উঠক। সময় বোধ কৰোঁ উকলি গৈছে। আপুনি কোৱা মতে চিনেমা চাবলৈ যাম। ছিট ? ভয় নাই। মই এতিয়াই ফোন কৰি বুক্ কৰিছো। কি পক্ষ ? শুক্ল পক্ষ নহয় ? উঃ জোনাকত লঙ ৰাউণ্ডত আজি কালি ৰাতি ফুৰিবলৈ কেনে ৰোমাণ্টিক হব। ঠাণ্ডা ? নাই অকণো নালাগে। লগত লাগিলে ৰাগ লম।…”

আন্ধাৰত বগুৰা বাই, পিৰালিৰ পৰা সাপ নমাদি মই ছাঁৰ দৰে লাহে লাহে পিছলি পিছলি নামি, ছাঁৰ দৰে তাৰ পৰা অদৃশ্য হৈ গলোঁ।…

গায় গায় লিপিত খাই ধৰা আন্ধাৰ। চিনেমা ঘৰত অসম্ভৱ মানুহৰ ভিৰ। এই অগণিত জন-সমুদ্ৰৰ মাজত কাৰো লগতে আজি প্ৰাণৰ মোৰ মিল নাই। আৰু কোনেও গম নোপোৱাকৈ মই লুকাই আহি, সিঁহতৰে মাজত সোমাই আছোঁহি। সকলোৱে গেলেপ খাই, অতি কষ্ট কৰি, ভীষণ উত্তেজনা লৈ একাগ্ৰ মনে ছবিৰ ৰস আস্বাদন কৰিছে ! ক্ষণিকৰ কাৰণে



হলেও জীৱনৰ আন সকলো কথা পাহৰি গৈ, ছবিৰ গল্পৰ নৰ নাৰীৰ লগতে সিঁহতৰ মন গাঁথি দি সিঁহতৰ লগতে আনন্দ বা কষ্ট অনুভৱ কৰিব লাগিছে। মই কিন্তু মুমূৰ্ষুৰ দৰে বুকুত এটা সহিব নোৱাৰা ডাঙৰ ক্ষত লৈ, পৃথিৱীৰ সকলো তিক্ততা মোৰ চকুৰ আগত পুঞ্জীভূত কৰি অকল এহাল মুখৰ ফালে লুকাই আন্ধাৰত একেথৰে চাই আছোঁ। বুকুৰ সকলো তেজৰ শিখা মোৰ চকুৰ সমুখত জ্বলি উঠি সেই ঘোপ মৰা আন্ধাৰ ঘৰৰ অন্ধকাৰতো সেই মুখ দুখন মোৰ চকুৰ দৃষ্টিত যথেষ্ট পোহৰ কৰি তুলিছে। সামান্য দাঁতৰ এটি জিলিঙণি, ওঠৰ এটি হাঁহিৰ আভাস, দেহৰ এটি মৃদু সঞ্চালনো মোৰ চকুৰ আগত শত গুনে ডাঙৰ হৈ, মোৰ ভগ্ন বুকুত খুন্দা খাই খাই উঠিছে।

নিজীৱ, নিৰস্ত কাঠৰ চকীখনৰ দৰেই নিশ্চল হৈ একে ঠাইতে মই একে দৰে বহি থাকিলোঁ। মোৰ চকুৰ আগেদি, দুঘণ্টা ধৰি প্ৰাণহীন ধোঁৱাৰ ছবিবোৰ আৰু বেছি ধোৱাৰ দৰে নিৰৰ্থক হৈ একালৰ পৰা বাগৰি গল। অভিনয়, অভিনেতা, গল্পৰ সাৰাংশ সকলো নিষ্প্ৰাণ হৈ একোৱে মোৰ মনত আঘাত দিব নোৱাৰিলে। মই মাথোন কিবা এটা উগ্ৰ, কিবা এটা আকস্মিক কিবা এটি প্ৰলয়ংকৰ দুৰ্যোগৰ কাৰণে অপেক্ষা কৰিবলৈ ধৰিলোঁ। এই চিনেমাঘৰটো যদি এতিয়াই কিবা এটি দুৰ্ঘটনাত সমূলি ছাৰখাৰ হৈ যায়, আৰু তাতে থকা আবাল-বৃদ্ধ-বনিতা সকলো জনপ্ৰাণী যদি একেলগে ধ্বংসৰ বুকুত এক মুহূৰ্ততে বিলীন হৈ যায়, মই মনে মনে কি অপাৰ আনন্দ উপভোগ কৰিম ! কিয়নো ইহঁতৰ কাৰো প্ৰাণৰ লগত মোৰ প্ৰাণৰ সংযোজনা নাই, সহানুভূতি আৰু পৰিচয় নাই ! মই সম্পূৰ্ণ এটি বেলেগ, বিভিন্ন, আচহুৱা প্ৰাণী।

কিন্তু মোৰ হাজাৰ প্ৰাণৰ আবেগৰ পিছতো, ধৰণীৰ সেই মুহূৰ্ততে কোনো খণ্ড প্ৰলয় নহল, জগতৰ সকলো নৰনাৰী একেলগে কোনো আকস্মিক দুৰ্যোগৰ বিৰাট বুকুত সোমাই নগল। কিন্তু কেলৈ বা কি জানি কব নোৱাৰোঁ, সচাঁকৈয়ে ঠিক সেই মুহূৰ্তৰ পৰা চিনেমাঘৰৰ বাহিৰত, ভীষণ ধুমুহা, শিল-বতাহৰ সূত্ৰপাত হল।

মেঘৰ গৰজনি আৰু শিলৰ শব্দত ক্ষুদ্ৰ যন্ত্ৰৰ মাত নিটাল মাৰি কাণত নপৰা হ'ল। বৰষুণৰ পানী বতাহত খিড়িকী দুৱাৰৰ ফাকেদি সোমাই ঘৰত নিজৰা বৰলৈ ধৰিলে। বিজুলীৰ পোহৰত চকু ছাট মাৰি গৈ ছবিৰ পাতল পোহৰ চকুত নলগা হল। সমবেত জনতাৰ মিলিত আতংক আৰু অস্থিৰতাৰ

হাই-উৰুমিয়ে গল্পৰ সকলো সোৱাদ নষ্ট কৰি পেলালে। ছবিৰ গতি শেষ হলতো, বাহিৰৰ এই দুৰ্যোগৰ কাৰণে কোনেও ক'তো যাবিব নোৱাৰি ঘৰ আৰু বাৰাণ্ডাৰ ভিতৰতে জুম বান্ধিবলৈ বাধ্য হ'ল।

এটি অদ্ভুত তৃপ্তিৰ উগ্ৰ আনন্দ লৈ মই বাৰাণ্ডাৰ একাষত থিয় দি জনতাৰ মাজত লুকাই জনতাৰে উখল মাখল আৰু নিঃসহায় দুৰ্বলতালৈ মন দি চাবলৈ ধৰিলোঁ। প্ৰকৃতিৰ দুৰ্জয় প্ৰতাপৰ আগত সকলো মানুহেই এটি ক্ষুদ্ৰ অসহায় শিশুৰ দৰে হাস্যাস্পদ হৈ মোৰ মনত আনন্দ দিবলৈ ধৰিলে।

কিন্তু তথাপি, হাজাৰ দুৰ্যোগলৈকেও আওকাণ কৰি, লৰি ঢাপৰি, তিতি-বুৰি, জুৰুলি-জুপুৰি হৈ, খোজ কাঢ়ি, গাড়ী-ঘোৰা লৈ প্ৰায় সকলো মানুহেই এটি দুটিকৈ এনি তেনি গুচি যাবলৈ ধৰিলে আৰু মই প্ৰতি দৃশ্য-টোক অতি কষ্ট, কৰুণ দৃষ্টিৰে চাবলৈ ধৰিলোঁ। আকাশৰ প্ৰত্যেকটো বৰষুণৰ টোপাল যদি একে লগ হৈ একো একোজন মানুহৰ মূৰত পৰি, তাৰ গতি, মন, শক্তি শেষ কৰি দিলেহেঁতেন, বোধকৰোঁ অত্যধিক আনন্দত উত্ৰাৱল হৈ, তেতিয়াই পাৰেঁামানে নাঁচিলেঁাহেঁতেন। ইমান ক্ষুদ্ৰ মানুহৰ আকাৰ, ইমান ক্ষুদ্ৰ তাৰ মনৰ পৰিধি, কিন্তু তাৰে ভিতৰতে ইমান জটিলতা, ইমান কপটতা, ইমান শঠতা লুকাই আছে। আজিৰ এই দুৰ্যোগৰ বুকুতে এই কলঙ্কময় মানৱজাতিটো লোপ হৈ নগল কিয়? আৰু সেই দুখনি মুখ, তাৰ হাঁহি, আনন্দ উল্লাসৰ ঢৌ, তৃপ্তিৰ চিন, তাৰে লগতে জগতৰপৰা চিৰদিনৰ কাৰণে অদৃশ্য হৈ নগল কিয়?

কিন্তু অতি সোনকালে মোৰ সপোন ভাঙি গল। সেই দুখনি মুখ,— কোনোবাই আহি তাৰ ওপৰত ছাতি এটি দাঙি ধৰিলে, দুটি বহুমূলীয়া পানী-কোট দুয়োৰে গাত জাপি দিলে। তাৰে সহায়ত দুয়ো গৈ হাঁহি হাঁহি, প্ৰকাণ্ড ছিডান বডীৰ সাজু হৈ থকা বাচেলখনৰ ভিতৰত উঠি বহিল। নিমিষতে প্ৰকাণ্ড শব্দ তুলি, আলিবাটৰ পানীৰ ওপৰত সোঁত কাটি, আন্ধাৰ আৰু বৰষুণৰ বুকুত দুয়োজন নোহোৱা হৈ গল। মোৰ হাজাৰ প্ৰাণৰ আক্ষেপ, ধুমুহাৰ শত বিভীষিকায়ো খন্তেকৰ কাৰণে ধৰি ৰাখিবলৈ সমৰ্থ নহল। ভগ্ন, নিৰুৎসাহ আৰু আহতৰ দৰে থিয় হৈ ৰৈ মই মাথোন একেথৰে আন্ধাৰত মিলি যোৱা সেই গাড়ীখনৰ মূৰ্তিটোলৈ দূৰৰপৰা চাই ৰলোঁ। হতাশ প্ৰাণৰ ভিতৰত মোৰ প্ৰবল ইচ্ছা জ্বলি উঠিল যেন ময়ো এই প্ৰলয়-ধুমুহা



মূৰ পাতি লৈ, এই দুৰ্যোগৰ বুকুত, এই বিপ্লৱৰ বুকুত চিৰদিনৰ কাৰণে মিলি যাওঁ। এই ৰাতিৰ অন্ধকাৰ মহাকালৰ আঁকোৱালত চিৰকালৰ কাৰণে নিজকে নিজে নোহোৱা কৰি পেলাওঁ গৈ।

যাবলৈ ওলাই, প্ৰায় শেষ হৈ অহা বাৰাণ্ডাৰ জনতাৰ পিনে শেষ চাৱনি এটা চাই ললোঁ। মোৰ ব্যাকুল গতিক, হঠাতে বেৰৰ ওচৰত লিপিত খাই থকা এযুৰি কৰুণ, স্নিগ্ধ, অসহায় চকুৰ দৃষ্টিয়ে একেবাৰে নিৰস্ত কৰি পেলালে। কোনো দিনে অনুভৱ নকৰা অন্তৰৰ এটি মৰ্মস্পৰ্শী দুৰ্বলতাই তৎক্ষণাৎ মোক দুৰ্বল কৰি সেই চকুযুৰিৰ ওচৰত হীন কৰি তুলিলে। মই ৰোধিব নোৱাৰা অদ্ভুত এটি সহানুভূতিৰ আকৰ্ষণত পৰি, এখুজি দুখুজিকৈ সেই চকুযুৰিৰ নিচেই ওচৰ চাপি, লাহেকৈ সুধিলোঁ,

"বাসন্তী এই দুৰ্যোগৰ মাজত এতিয়াও তুমি এইদৰে ৰৈ আছা কিয়?"

এটি ক্ষীণ নিস্তেজ হাঁহি মাৰি বাসন্তীয়ে উত্তৰ দিলে:

"ৰৈ নাথাকি মোৰ একো কৰাৰ উপায় নাছিল তৰুণ দা! অহাৰ সময়ত লগ নোহোৱাৰ কাৰণে দেউতাই নিজে আহি মোক থৈ গৈছিল। এতিয়া বোধকৰোঁ এই ধুমুহা বতাহৰ কাৰণে নিবলৈ তেখেত আহিব পৰা নাই"।

বাহিৰত যথেষ্ট কঠিন হৈ সাধাৰণভাৱে আকৌ সুধিলোঁ, "তাৰ পিছত?"

বাসন্তীয়ে ভিৰৰ মাজৰ পৰা লাহেকৈ আগ বাঢ়ি আহি, গভীৰ বিশ্বাসত মোৰ চকুলৈ চাই এটি দুৰ্বল হাঁহি মাৰি কলে:

"তাৰ পিছত, সম্পূৰ্ণ নিঃসহায়ৰ দৰে আপোনাৰ ওপৰতে মই একেবাৰে নিৰ্ভৰ কৰিছোঁ"।

বিশ্বাসৰ ইমান ডাঙৰ এটি সবল উক্তিয়ে, সহানুভূতিৰ ইমান ডাঙৰ এটি আবেদনে, মোৰ ব্যথিত বুকুত অসম্ভৱ ৰকমে নিমিষতে আবেগৰ এটি সম্পূৰ্ণ সাল-সলনি কৰি পেলালে। জীৱনৰ এটি ডাঙৰ উৎসৰ্গ, অন্তৰৰ এটি নতুন সংস্কাৰ কৰিবলৈ প্ৰাণত মোৰ উৎকট আকাঙ্ক্ষা এটা জাগি উঠিল। তাৰেই সূচনাস্বৰূপে বাসন্তীক বুকুত সাবটি ধৰি বুকুৰ ঢাকনীৰে ঢাকি লৈ, সেই মুহূৰ্ততে ধুমুহাৰ বুকুত ওলাই যাবলৈ এটা নতুন উন্মাদনাই মোক মতলীয়া কৰিলে।

শুদা মূৰৰ ওপৰত আকাশ ভাঙি পৰা বৰষুণৰ ধাৰ। প্ৰতি মুহূৰ্ততে বিজুলী আৰু বজ্ৰপাতৰ চমকনি আৰু গৰজনি। সম্মুখত মোৰ নিৰ্জন

নগৰীৰ জন-প্ৰাণীহীন ডেৰ মাইল বাট। প্ৰতি খোজতে আন্ধাৰ দুৰ্গম পথৰ নানান বাধা। সম্পূৰ্ণ সিক্ত, অসম্বৃত মোৰ গাৰ কাপোৰ আৰু কাষত নিঃসহায় লতাৰ দৰে মেৰিয়াই অহা নিৰ্ভৰশীল এটা গাভৰুৰ দেহৰ ভাৰ। গোটেই অন্তৰ জুৰি উঠা এটা নতুন মাদকতাৰ উত্তেজনাই মোক সমুখলৈ ঠেলি লৈ গ'ল আৰু সকলো ধুমুহা দুৰ পাতি লৈ নিঃসংকোচে আন্ধাৰৰ বুকু ফালি দুয়ো আগবাঢ়ি যাবলৈ ধৰিলোঁ—যেন মহাকালৰ বক্ষত মিলি যাব খোজা দুটি ক্ষুধাতুৰ, তৃপ্ত, মিলিত আত্মা।

৭

## বেদনাৰ স্মৃতি

### কৃষ্ণ ভূঞা

দুৰ্বল বুকুখনৰ মাজতো ইমান আকুল পিয়াহ। যাতনাত নিষ্প্ৰভ চকুদুটাৰো ইমান ৰূপৰ নিচা!…তাইৰ এবাৰ মাত শুনিবলৈ শ্ৰুতি-শক্তি কমি অহা কাণ দুখনৰো ইমান ব্যাকুলতা।…

'মিশ্যন হাস্পাতালৰ' ৰোগশয্যা এখনৰ ওপৰত মই। 'টাইফয়েদ ফিভাৰ' লগতে 'নিউমোনিয়া'। ঠিকেই নাছিল কেতিয়া মৰণে তাৰ পাষাণ হাতখনেৰে মোক বিশ্বৰ বুকুৰ পৰা ছিঙি লৈ যাব। অনিশ্চিত জীৱনটোৰো আকৌ ইমান মোহ—ইমান আশা!

আশংকাত বুকুখন কঁপি উঠে। যদি এয়ে জীৱনৰ শেষ হয়!…মৰিবলৈ জানো ইচ্ছা হয়?—ভৰা যৌৱন, সুন্দৰ বিশ্ব। মইহে মৰিব লাগিব—তুমি থাকিবা, সি থাকিব, সৌ দীঘল গছ জোপা চিৰিলি চিৰিলি পাতবোৰেৰে সৈতে মই মৰাৰ পিছতো ধুনীয়া হৈ থাকিব নহয়। তেনে মইহে অকলে মৰিব লাগিব, ইমান চেনেহৰ জীৱনটো!

জ্বৰৰ প্ৰকোপত অজ্ঞান হৈ থাকোঁ। জ্ঞান হলে ভয় লাগে—যদি এই অজ্ঞান অৱস্থাৰ শেষ নহল হেঁতেন!

"অ' নাছ"—মোৰ ক্ষীণ হাতখন তুলি লৈ তাই নাড়ীডাল টিপি চায়। 'থাৰ্মমিটাৰ'টো পৰীক্ষা কৰি তাইৰ মুখখন গহীন হৈ পৰে। তাইৰ চকু-দুটিয়ে কয় যেন সেই স্বচ্ছ চিচাৰ থাৰ্মমিটাৰ টোৰ লগত তাইৰ অন্তৰ খনৰো কিবা এটা অব্যক্ত সম্বন্ধ আছে। মিহি মাতেৰে তাই সোধে—"কেনে আছে?"

অৱস্থাই তাইক অতি আপোন কৰি পেলাইছিল। কঁপি থকা হাত দুখনেৰে তাইৰ হাতখন বুকুৰ মাজলৈ টানি আনোঁ। তাইৰ যেন কোমল হাতৰ পৰশত মোৰ তীব্ৰ বেদনাখিনিৰ বহুত উপশম হব। তাই যেন প্ৰাণেৰে মোৰ যাতনাখিনি অনুভৱ কৰে। মোৰ ওচৰত বহে। কামোৰণিত ফাটি যাব খোজা কপালখন পিটিকি দিয়ে। বেছ শান্তি পাওঁ—তাইৰ ফালে চাই থকা চকু দুটা মুদ খাই আহে।

ভাবোঁ—তাই মোৰ কি হয়। আজি সাত আঠ দিনৰ চিনাকি মাথোন তাইৰে সৈতে। ইমান কম সময়ৰ ভিতৰতে তাই মোৰ ইমান আপোন হৈ পৰিল কেনেকৈ ? আচৰিত হওঁ। মোৰ জীৱনটোৰ কাৰণে তাইৰ ইমান যত্ন —ইমান সেৱা শুশ্ৰূষা !

"দৰব খাবৰ হল"—চকু মেলি চাওঁ—নাৰ্ছ। তাইক ভাল লাগে। মনে মনে কওঁ—"দিয়া, মোলৈ তুমি সৰগৰ সুধা আনিছা।"

উৎকট গোন্ধৰ দৰব পালি গিলি পেলাওঁ।

তাই গাত লোৱা কাপোৰ কানিৰোৰ ভালকৈ দি লাহে লাহে কোঠাটোৰ ভিতৰৰ পৰা ওলাই যায়। ইচ্ছা হয় যেন সদায় তাই মোৰ ওচৰতে থাকিব। আঁতৰি গলে মনটো কিবা লাগে। বাহিৰৰ যাতনাত হাহাকাৰ কৰি উঠোঁ। তাইৰ পৰশত যেন যাতনাৰ বহুত উপশম হয়। ওলাই যাওঁতে তাইৰ পাছ ফালটো দেখোঁ—যোৱাৰ ভঙ্গিমাত ব্যাকুলতা আহি পৰে—মনটো কিবা হৈ যায়, আবেগত মাতি পেলাওঁ—"চিণ্টাৰ"। তাই ঘূৰি আহি সোধে—কিয় মাতিলোঁ।

নিজেই কব নোৱাৰোঁ কিয় মাতোঁ। তাইক চকুৰ আগত দেখি থাকিলে কিয় ভাল লাগে—আঁতৰি গলে কিয় বেয়া লাগে মই নিজেই কব নোৱাৰোঁ। তাইক আকৌ কি বুলি কম। তাইৰ মুখৰ ফালে চাই কওঁ—"এনেয়ে মাতিছোঁ।" তাই হাঁহে, অলপ পৰ বৈ ওলাই যায়।

অলপ ভাল হলেই ভাল হলোঁ বুলি ভাবোঁ। আকৌ জ্বৰ উঠে। ভাল হোৱাৰ আশাতে নোহোৱাৰ দুখখিনি সহি থাকোঁ।

অকল তায়েই নহয় আৰু কেইবা জনীও নাৰ্ছে মোৰ পৰিচৰ্য্যা কৰে। সিহঁতৰো সেই একে সেৱা শুশ্ৰূষা তথাপি এদিন কলোঁ—"চিণ্টাৰ তোমাৰ পৰিচৰ্য্যা মোৰ আনতকৈ বেছি ভাল লাগে।" তাই হাঁহিলে। সেই দিনাৰ পৰা বেছি ভাগ তাই মোৰ ওচৰত থাকে।

দিনটো অলপ ভালেই পাইছিলোঁ। আবেলি জ্বৰৰ প্ৰকোপ খুব বেছি হৈছিল।

"অ,—সৌবোৰ কি ? আঃ ইমান ডাঙৰ বিকট আকাৰৰ ক'লা ক'লা মানুহ—যমদূত—যমদূত—মোক নিবলৈ আহিছে—উঃ মোৰ ওচৰলৈ চাপি নাহিবি। আঁতৰি যা তহঁত—উঃ—উ—উ।"



"কি হৈছে আপোনাৰ ?"—তাইৰ পৰশত সাৰ পালোঁ। চিলমিলকৈ টোপনি আহিছিল।

"বেয়া সপোন দেখিছিলোঁ। ৰাতি কিমান হল চিণ্টাৰ ?"

"এটা বাজিছে।"

"তোমাৰ ডিউটি কেই বজালৈকে ?" মই সুধিলোঁ। তাই কলে—"আজি চেঞ্জ নাই। আৱশ্যক হলে ময়ে থাকিম।"

সুধিলোঁ—"তোমাৰ কষ্ট নহবনে ?"

তাই কলে—"কিহৰ কষ্ট ?"

... ... ... ...

জ্বৰ নুঠা হ'ল। ব্যাধিয়ে জীৱনৰ ওপৰত মেলি দিয়া ক'লা কাপোৰখন লাহে লাহে আঁতৰি যাব ধৰিলে। বুজিলোঁ তাইৰ ইচ্ছাই জয়ী হ'ল। ডাক্তৰৰ মুখত সন্তোষৰ হাঁহি দেখিলোঁ। যদিও জ্বৰ আদি নাছিল তথাপি উঠিবৰ শক্তি হোৱা নাছিল।

সেইদিনা আগছোৱা বতৰ বেছ ৰ'দালি আছিল। কিন্তু হঠাতে আকাশত মেঘ উঠিল। অলপ অলপ বতাহ মাৰিবলৈ ধৰিলে, বৰষুণ আহে আহে। সূৰ্য্যৰ সেই চকাচমকা পোহৰটোৱে বিশ্বখনক নতুন ৰূপ দিলে। এটা অজান আনন্দই মনটো পুলকিত কৰি পেলালে। দুৱাৰ খন খোলা আছিল। বহুত দূৰলৈকে দেখিছিলোঁ—সেউজীয়া গছ-গছনিৰ ওপৰেদি সুন্দৰ অসীম নীলিমাৰ ফালে চাই ভাবিছিলোঁ তাৰ লগত মোৰ ক্ষুদ্ৰ সসীম জীৱনটোৰ সম্বন্ধ।

কিবা দৰকাৰত তাই ভিতৰ সোমাই আহিল। সুন্দৰ তাইৰ মুখখনি মোৰ চকুত আৰু সুন্দৰ হৈ পৰিছিল। চকুযুৰিত যেন দয়াৰ চিন ফুটি উঠিছে।

এতিয়া আৰু অসহ্য যাতনাৰ আঘাতত ছট্‌ফট কৰি তাইক ওচৰত নিবিচাৰোঁ। এতিয়া যেন অন্তৰৰ উচ্ছ্বসিত ভালপোৱা খিনি তাইক বিলাই দিবলৈকে ওচৰত বিচাৰোঁ। দুৰ্ব্বল বুকুখনৰ মাজত আবেগবোৰে তাইৰ ওচৰত প্ৰকাশ বিচাৰে।

নিজৰ কামখিনি শেষ কৰি তাই ওলাই গ'ল। এতিয়া আৰু আগৰ দৰে তাই মোৰ পৰা আঁতৰি থাকিব খোজে। দৰকাৰ হলেহে আহে। মোৰ মনত বৰ আঘাত লাগে। তাইৰ প্ৰাণৰ পৰশেৰে ৰঞ্জিত সেৱা-শুশ্ৰূষাৰ পৰিৱৰ্তে

মই যে তাইক কিবা এটা দিবলৈ পাগল। কেতিয়াবা ভাবোঁ—জ্বৰৰ যন্ত্ৰণা বেছি ভাল। কাৰণ সেই যন্ত্ৰণাই তাইক মোৰ বেছি ওচৰ চপাই দিয়ে।

অতদিন বাহিৰ-বিশ্বৰ লগত সম্বন্ধ নাছিল। মোৰ কোঠাটোৰ ভিতৰত কি কি আছিল তাকো ভালকৈ মন কৰা নাছিলোঁ। পৰিস্কাৰ পৰিচ্ছন্ন কোঠাটো। বেৰত যীশুক ক্ৰুছত দিয়া এখন ফটো। মুখৰ পোনে পোনে দেখিলোঁ এবাৰ বাণী সুন্দৰকৈ আইনাৰ ফ্ৰেমত বন্ধাই থোৱা—'যীশুক বিশ্বাস কৰা, শান্তি পাবা।' হঠাৎ মনত পৰিল—তাই যে খৃষ্টিয়ান আৰু মই হিন্দু। মনত আঘাত লাগিল। সিমান খিনি বিভিন্নতা মোৰ কাৰণে তুচ্ছ হলেও সমাজৰ ভয়ংকৰ বেশটোলৈ মনত পৰিল। মনটো সমাজৰ বিপক্ষে বিদ্ৰোহী হৈ উঠিল। আকৌ সেই আখৰ শাৰীত চকু পৰিল—'ভগবান যীশুক বিশ্বাস কৰা'। তাত ভগবান শব্দটো নাছিল। মোৰ মনৰ পৰা ওলাই গৈ তাত জিলিকি উঠিল—'ভগবান যীশুক বিশ্বাস কৰা।' শান্তি পালোঁ। মোৰ তৃপ্তি হল—সমাজৰ নহল।

হাত মেলিয়েই পোৱা ঠাইতে কলিং বেলৰ চুইছ্‌টো। হাতখনে লাহে লাহে গৈ তাত টিপা মাৰিব খোজে, নোৱাৰেঁ।, আকৌ চপাই আনো। এই মাত্ৰ দহ পোন্ধৰ মিনিটৰ আগতে ওলাই গৈছেহে, আকৌ কি বুলি মাতোঁ। এই সামান্য কামটো কৰা নকৰা নিৰ্ভৰ কৰিছে মোৰ ইচ্ছাৰ ওপৰত। তথাপি তাকে কৰিবলৈ লাজৰে নে ভয়ৰে, নে কিহবাৰ ভাববোৰে দেখোন বাধা দিয়ে। হতাশ হৈ চুইছটোৰ ফালে চাই ভাবোঁ তাৰ লগত তাইৰ সম্বন্ধটো। চুইছটো—কিমান দৰদী সি! মোৰ প্ৰাণৰ কথাখিনি যেন সি বুজে, সি যেন মোৰ হিয়াৰ কথাখিনি তাইৰ আগত প্ৰকাশ কৰি দিবলৈ ব্যাকুল!

ঘৰীটোৰ টক্‌টক্‌ শব্দটো হঠাতে কাণত পৰে। ঘৰীটোলৈ চাওঁ। চাৰি বাজিবলৈ আধা ঘণ্টা বাকী। আও আধা ঘণ্টা—ত্ৰিশ মিনিট আছে। চাৰি বজাত হে তাই মোলৈ টিফিন আনিব। ইঃ! ঘৰীটো ইমান লাহে লাহে চলিছে। অত পৰে ছয় মিনিট হে গৈছে। এই ঘৰীতৰীবোৰ যদি নাথাকিল হেঁতেন! মিছাকৈয়ে ধৰা বন্ধা নিয়ম কিছুমানেৰে মুক্ত জীৱনটো বান্ধি পেলাবলৈকে মানুহৰ এইবোৰ মেটেৰিয়েলিষ্ট সভ্যতা। মিনিটৰ কাঁটা ডালৰ ফালে চাই ভাবোঁ—'যোৱা হেৰা কাঁটা তুমি সোনকালে বাৰৰ ওচৰ চাপি যোৱাচোন।'—ছেঃ অত পৰে বাৰ মিনিট হে গৈছে। চাই থাকিলে যেন সময়টো



নাযায়েই। এনেকৈয়ে তাইৰ আগমন প্ৰতীক্ষা কৰি ব্যাকুল হৈ থাকোঁ। কিছু পৰৰ পিছত আকৌ ঘৰীটোত চকু পৰেগৈ—আৰু আঠ মিনিট মাত্ৰ আছে। —আহিব তেনে হলে এতিয়া। বুকুখন অলপ কঁপি উঠে। হেৰা ঘৰী, ৰবাচোন অলপ লাহে লাহে চলা তাই অলপ পিছতো আহক। এতিয়াই আহিলে জানোছা মোৰ সপোন ভাগি যায়।

তাই আহি টিফিন দি যায়হি। সামান্য দুই চাৰিষাৰ আৱশ্যকীয় কথা কৈ তাই গুচি যায়। মোৰ বুকু ভৰা কথা বুকুতে পোত খাই থাকে। কবৰ সাহ নহয়। যোৱাৰ পিছতহে নিজৰ ওপৰত খং উঠে।

ছিঃ, মই পাগল হলোঁ নেকি।—কেনেকুৱা কথাবোৰ ভাবিব ধৰিছোঁ। বিছনাৰ পৰা উঠিবৰ শক্তি হোৱাই নাই; কল্পনাতে ভাল হৈ তাইক ইমান আপোন কৰি পেলালোঁ···অদৃষ্টৰ ওপৰত নিৰ্ভৰ কৰোঁ। তথাপি ভাবৰ ৰঙীণ ছবিবোৰ ইমান সুন্দৰ।

··· ··· ··· ···

বিশেষ আৰু একো নহল। এনেকৈ নিজৰ ভাববোৰত ৰহণ দি থাকোঁতেই সুস্থ হৈ আহিলোঁ। সেইদিনাঘৰলৈ আহিবলৈ ওলালোঁ। আৰ্তৰ হাহাকাৰৰ কৰুণ উচ্ছ্বাসেৰে মুখৰিত সেই হাস্পতালটোৰ ক্ষুদ্ৰ কোঠাটোৰ পৰা বাহিৰৰ মুকলি বিশ্বৰ প্ৰাণভৰা হাঁহিৰ মাজলৈ ঘূৰি আহিবলৈ আনন্দ লাগিছিল। তথাপি যেন কিবা এটা এৰি থৈ আহিব লগা হোৱাত বিষাদে সেই আনন্দৰ বহুত কমাই পেলাইছিল। গহীন হাসপাতালটোৰ ভয়াবহ ভিতৰখনৰ মাজত পোৱা কিবা এটাই কৈছিল—নেযাবা, ইয়াতো শান্তি আছে।

সকলোৰে পৰা বিদায় ললোঁ। ভাবিছিলোঁ তাইৰ পৰা বিদায় লওঁতে সকলো কথা খুলি কম। তাই আহিল। উচ্ছ্বসিত আবেগবোৰ সাৱধানে চেপা মাৰি ৰাখি কলোঁ—"যাও তেনে এতিয়া?"

"ভাল বাৰু য'কগৈ।"—তাই কলে। মোৰ চকুকেইটাই তাইৰ অন্তৰখন ভেদ কৰি চাব খুজিছিল—মোৰ কাৰণে তাতনো কি পৰিবৰ্তন হৈছিল। বুজিলোঁ যথেষ্ট বেজাৰ পাইছে—কব খুজিছিলোঁ। তথাপি নোৱাৰিলোঁ। মনটোৰ বিপক্ষে ঘোৰ বিদ্ৰোহ কৰি ঘৰলৈ ঘূৰি আহিলোঁ।

··· ··· ··· ···

ভৰিৰ পৰা মূৰলৈকে আয়নাখনৰ আগত থিয় দিলোঁ। আগৰ যৌৱনৰ

শ্ৰী ফুটি উঠিছিল। সৰি যোৱা চুলি কোছা আকৌ সুন্দৰ হৈ গজি আহিছিল। চকু দুটালৈ আগৰ জ্যোতি ফিৰি আহিছিল। হঠাতে যেন আয়নাখনৰ পৰা মোৰ সেই ৰূপটো আঁতৰি তাৰ ঠাইত জিলিকি উঠিল—মিছন হাস্পাতালৰ জীৰ্ণ-শীৰ্ণ মলিন বিবৰ্ণ চেহেৰাটো! পাছ ফালে কোনোবা আহি থিয় হ'ল—কোন?—চিস্টাৰ! তাই সুধিলে—কেনে আছে?

ভাবিলোঁ—নকৈ ভুল কৰিলোঁ। অতদিন অপ্ৰকাশৰ যাতনাখিনি মিছাকৈয়ে ভুগিলোঁ। তাই মোক ভাল পায়। নহলে ইমান যত্ন—স্নেহ—ইমান পৰিচৰ্য্যা কিহৰ কাৰণে।

আবেলি মিছনলৈ গলোঁ। আটায়ে মোক সেই অৱস্থাত পাই আনন্দ প্ৰকাশ কৰিলে। তাইৰ কথা সুধিলত তিনি নম্বৰ কোঠালৈ যাবলৈ কলে।

গৈ যি দেখিলোঁ!—মোৰ অন্তৰত মনৰ কল্পনাৰ ধুনীয়া ঘৰটো হুৰহুৰকৈ ভাগি পৰিল। বুকুৰ মাজৰ মানসী প্ৰিয়াৰ ৰূপটো নাইকিয়া হ'ল। তাৰ ঠাইত দেৱী প্ৰতিমাৰ পবিত্ৰ ৰূপটো বিৰাজ কৰিলে। দেখিলোঁ তাই আগেয়ে মোৰ ওচৰত থকাৰ দৰেই কোনোবা এটা মোৰে নিচিনা অভাগাৰ ওচৰত বহি কিবা এটা একান্ত মনে পৰীক্ষা কৰিছে। ৰেমাৰীটোৱে চিঞৰি উঠিল—তাইৰ মুখখন ক'লা পৰি গ'ল। আলফুলকৈ তাৰ মুৰত পটি এছটা বান্ধি দি তাই ওচৰৰ চ'কী এখনত বহি তাৰ ফালে চাবলৈ ধৰিলে।

বুজিলোঁ—সকলো আৰ্তৰ সেৱাত নিজক বিলাই দিয়েই তাই তাইৰ জীৱনটো জীৱনৰ দৰে উপভোগ কৰিছে। মই ভবা প্ৰেমতকৈ তাইৰ প্ৰেম বেছি উদাৰ! আমনি কৰিবলৈ সাহ নহ'ল। তাই কব নোৱাৰাকৈয়ে বাৰান্দাৰ পৰা মনে মনে ঘূৰি আহিলোঁ। এতিয়াও জীয়াই আছে সেই বেদনাৰ মধুৰ স্মৃতিবোৰ!

৬

## মিলন পথত

### দীননাথ শৰ্মা

সেউতীয়ে আপোন মনে ধান দাই আছিল। যৌৱন উপচি পৰা মুখমণ্ডল তাইৰ পৰিশ্ৰমত সেন্দুৰী হৈ পৰিছে। কেইজনে কৰ্মৰতা তাইৰ সুন্দৰ মুখখন নিৰীক্ষণ কৰি গ'ল, তাইৰ তালৈ ভ্ৰূক্ষেপ নাই।

তাৰ পৰা দূৰৱৰ্তমান মাটিৰ সিফালে এটি ডেকায়ো ধান দাইছিল। ডেকা সুশ্ৰী, নিপোটল। যদিও সি ধান দাইছিল, তথাপি তাৰ মনটো মাজে মাজে চঞ্চল হৈ উঠিছিল আৰু তাৰ আকুল চকু বাৰে বাৰে গাভৰুৰ ওপৰত অতি সন্তৰ্পণে পৰিছিল। যদিও কোনোৱে এইটো লক্ষ্য কৰা নাছিল, গাভৰুৰ হলে চকুত সি ধৰা পৰি গৈছিল।

এবাৰ ডেকাই ধান দোৱা এৰি অলপ আঁতৰি আহি আনে নুশুনাকৈ গাভৰুক কলে,—"সেউতী, টেঙা নাখাবনে?" গাভৰুৱে অলপ হাঁহি উত্তৰ দিলে,—"তয়ে খা, মোৰ টেঙা নাই।"

"কিয়, মোৰটোকে কাটিহি, দুয়ো খাওঁ।"

"মই নাখাওঁ পাই, কেনেবাকৈ মাহীয়ে পথাৰত বহি টেঙা খোৱা শুনিলে মোক সুদাই নেৰে।"

ডেকাৰ মুখ কলা পৰি গ'ল। খন্তেকতে যেন তাৰ হাঁহিমূৰা উজ্বল মুখখনৰ ওপৰেদি এচটা ডাঠ কল'া ডাৱৰহে ভাহি গ'ল! আমন জিমনকৈ সি ক'লে—"তেনেহলে ময়ো নাখাওঁ। আজি মিছাতে টেঙাটো আনিলোঁ।" সি দুখ মনে এখোজ দুখোজকৈ ধান দোৱা ফালে খোজ ললে। গাভৰুৱে কেৰাহীকৈ তাৰ ফালে চাই এটা অৰ্থপূৰ্ণ মিচিকিয়া হাঁহি মাৰি টেঙা থকাৰ ফালে খোজ লৈ কলে,—"ইস্ মই টেঙা নাখালে হবলা তই টেঙা খাবই নোৱাৰ? বাৰু মই কাটোঁ, তই পাত এখন আনহি।"

ডেকাৰ মুখ আনন্দত আকৌ উজ্বল হৈ উঠিল। সি দৌৰ মাৰি পাত আনিবলৈ গ'ল। যাওঁতে গাভৰুক কৈ গ'ল—"এৰা, হয় সেউতী, তই নাখাওঁ বুলি কলে মোৰ মনটো দেখোন কিবা হৈ যায়।"

তাৰ পাছত সিহঁতে টেঙা খাই আকৌ ধান দোৱাত লাগিল।

... ... ... ...

এইদৰে সিহঁতৰ হাঁহি আনন্দৰ মাজেদি কৰ্মক্লান্ত দিনবোৰ পাৰ হৈ যায়। অতি সন্তৰ্পণে কোনেও নজনাকৈ সিহঁতৰ মাজত কি এটি ভাবৰ আদান প্ৰদান হয়। 'নাখাওঁ,' 'নবওঁ' আদি মান অভিমানৰ দুই এটা অকণি অকণি কথাৰ মাজেদিয়েই সিহঁতে এক অনাবিল সুখ অনুভৱ কৰে।

আনে বুজে মাউৰা ছোৱালী সেউতীয়ে মাহীমাকৰ ডঁৰিত কৰ্তব্য হিচাবে পথাৰলৈ আহে ধান দাবলৈ। এৰা, ডেকাৰ নাম পদো। কথা অৱশ্যে সেইটোৱেই। কিন্তু ইয়াৰ মাজতো যে অন্যৰ অলক্ষিতে সিহঁতৰ ভিতৰত এখনি স্বৰ্গীয় ৰাজ্যৰ সৃষ্টি হব পাৰে ইয়াক বুজিব কোনে?

সেউতীৰ মাক নাই। বাপেক ভদীয়াই আৰু এজনী বিয়া কৰাইছে। মাহীমাকজনী বৰ খঙাল আৰু হিংসুক। তাই ঘৰ সোমোৱাৰ দিন ধৰি সেউতীৰ সুখ নাই। বাপেকেও মাহীমাকৰ কথাকে সাৰ কৰি সেউতীৰ খবৰ নলয়। কেতিয়াবা ললেও এচাৰি বা ফলীয়া বাঁহেৰেহে লয়। গতিকে সেউতীয়ে তাইৰ আপোন অদৃষ্টকে চিন্তি মাহীয়েকে যি কৰিবলৈ কয় তাকে কৰে। খাবলৈ দিলে খায়, নিদিলে সুদা পেটেই থাকে। কিন্তু তাই এই নিৰানন্দৰ মাজতো সুখ অনুভৱ কৰে, যেতিয়া পদোক লগ পায়।

পদোহঁতৰ ঘৰ সিহঁতৰ ঘৰৰ ওচৰতে। পদোৰ বাপেক ধনাই গাৱঁৰ গাওঁবুঢ়া, অৱস্থাও ভাল। দুটা ভঁৰাল, এগোহালি গৰু আৰু তামোল পাণৰে পুৰ এখন বাৰী আছে। পদোৱেই ডাঙৰ ল'ৰা, তাৰ বয়স এতিয়া একুৰি তিনি বছৰ। পদোৰ মাকৰ লগত সেউতীৰ বৰ মিল। পদোৰ মাকেও সেউতীক বৰ মৰম চেনেহ কৰে। এই আলমতে সেউতী পদোহঁতৰ ঘৰলৈ প্ৰায়েই অহাযোৱা কৰে...আৰু সুযোগ বুজি পদোৰ লগতো কথা বতৰা হয়। মিলনৰ এনে আৰম্ভণিৰেই সিহঁতৰ মাজত এটা নিগূঢ় প্ৰীতিৰ ভাৱ সজীৱ হৈ উঠিছিল।

জীৱনৰ গতি পৰিবৰ্তনত একোটা সৰু সুৰা ঘটনাই যথেষ্ট।

...সেই দিনা যেতিয়া ভদীয়াই শুনিলে সেউতীয়ে পথাৰত পদোৰ লগত বহি টেঙা খাইছিল, সেই দিনানো তাৰ খং। তাৰ খঙৰ জুইত ঘিঁউ ছটিয়াইছিল সেউতীৰ মাহীমাকে। সন্ধিয়া দুখে ভাগৰে মূৰত চাৰি থৰীয়া



ডাঙৰীটো লৈ সেউতী ঘৰ সোমাবলৈহে পালে, বাপেকে চোপ লৈ থকা বাঘৰ দৰে হাতত হালোৱা এচাৰি ডাল লৈ জাপ মাৰি ওলাই আহি—"তই মোৰ নাক কাটিলি, পথাৰলৈ গৈ বিহু পাতিলিগৈ" বুলি নানা কথাৰে গাজি, গুমৰি উৰাই ঘূৰাই বেচেৰীক মৰিয়াবলৈ ধৰিলে।

ইফালে ভিতৰত মাহীয়েকে গিৰিয়েকক উৎসাহ দি নিলাজ ভাষাৰে কবলৈ ধৰিলে, "বোলে আপুনিহে পথাৰত ধান দাবলৈ পঠায়; লোকে পটেশ্বৰী যায় বিহু মাৰিবলৈ। বোলে ঘৰতো নবহে মন সমনীয়া, পথাৰতো নবহে মন; কমোৱা তুলাবোৰ যেনেকৈ উৰিছে তেনেকৈ উৰিবৰ মন।"

বাপেকৰ গৰ্জন আৰু মাৰ কোব ক্ৰমান্বয়ে বেছি হ'ল। তাই পাৰেমানে—"মৰিলোঁ ঔ—পিতা ঔ" বুলি চিঞৰি কান্দিবলৈ ধৰিলে। কিন্তু কোনে শুনে তাইৰ কান্দোন? তাইৰ সংসাৰত আছেই বা কোন? তাইৰ কৰুণ বিননিয়ে আনৰ হিয়াত কৰুণাৰ সঞ্চাৰ কৰক নকৰক, কিন্তু এখন হিয়াত যে ই বৰকৈ বাজিছিল ই ধুৰূপ কিয়নো পদোৱে তাইৰ কান্দোন শুনি নিৰুপায়ৰ চকুলো টুকিছিল।

... .. ... ...

নিশা যেতিয়া সকলো শুলে তেতিয়া সেউতীয়ে কান্দিকান্দি লালকাল হৈ বাহিৰৰ চোতালতে পৰি আছিল। কোনেও তাইক খাহি বুলি নামাতিলে, আনকি বাপেকও। মাৰৰ কোবতকৈও এই শোকেহে তাইক বৰ আঘাত দিলে। তাইৰ মনত পৰিল এখনি স্নেহপূৰ্ণ কৰুণ মুখলৈ। ক্ৰমে তাইৰ সমুখত উজ্জ্বল হৈ উঠিল মাকৰ মধুৰ মূৰ্তিটি। তাই আত্মহাৰা হ'ল। জীৱনৰ আনন্দ-আশাৰ ঠাইত জাগি উঠিল মাকৰ মমতাময় সিপাৰৰ আহ্বান। তাই থিয় হ'ল। এবাৰ বাপেকৰ উদ্দেশ্যে সেৱা জনাই ঘৰৰ পৰা বাহিৰ হ'ল। কোনে জানে তাইৰ মাকৰ লগত ক'ত মিলন হব?

তাইৰ এনে কোনো নাছিল, যি তাইক তেনে নকৰিবলৈ বাধা দিয়ে। মায়াও তাইৰ নোহোৱা হৈছিল। হবই বা কাৰ ওপৰত? যিবা বাপেক আছে সিও আজি ভৰিৰে থেলি দিলে। এফালে দিনটোৰ পৰিশ্ৰম, তাৰ ওপৰত হালোৱা এচাৰিৰ কোব, আনফালে পেটত খুদ এটি নাই। গতিকে মাকৰ লগৰী হবলৈ তাই বলিয়া হৈ উঠিল। তাই বাট পালেহি। ক্ৰমে ঘাটৰ ফালে আগবাঢ়ি গ'ল। নৈ পোৱাৰ অলপ আগতে তাই হঠাৎ থিয় হৈ

ৰ'ল। কোনোবা এডাল অন্তৰৰ সুপ্ত তাঁৰ তাইৰ আচম্বিতে সজাগ হৈ উঠিল। তাইৰ মনত পৰিল পদোলৈ। কিন্তু আৰু উপায় নাই ; ইহ জন্মত আৰু নহব।

সেউতীয়ে লাহে লাহে খোজ আগবঢ়াই দিলে ! ঘাট পাওঁ পাওঁ হওঁতেই পাছ ফালৰপৰা তাইক কোনোবাই মাতিলে—"সেউতী !"

তাই উচাপ্ খাই উঠিল। "কোন ? পদো ?" তাই আৰু মাতিব নোৱাৰিলে। অন্তৰৰ বেজাৰ উথলি উঠিল। পদোৱে তাইক সাবটি ধৰিলে।

তাৰ পিছত সি লাহে লাহে কলে,—"তই কলৈ আহিছ মই জানিছোঁ, সেউতী। কিন্তু তই মোলৈ তো এবাৰ ভাবি চাব লাগে। মই জানো তোৰ কোনো নহয় ? এতিয়া বল, আমাৰ ঘৰলৈ যাওঁ। মই পিতাইক সুধি সকলো ঠিক কৰি আহিছোঁ। তই আৰু সেই ৰাক্ষসী জনীৰ তালৈ যাব নালাগে। মই তোক বিয়া কৰাম।"

সেউতীয়ে একো নামাতিলে। মাথোন নীৰৱে চকুলো টুকিলে। পদোৱে ধীৰে ধীৰে তাইক সিহঁতৰ ঘৰলৈ লৈ গ'ল। সেউতীয়ে শেষ বাৰলৈ সিহঁতৰ ঘৰৰ ফালে চাই এটা হুমুনিয়াহ কাঢ়িলে।···

## যন্ত্ৰ

### প্ৰবোধ চন্দ্ৰ গোস্বামী

প্ৰকাণ্ড চহৰ খনৰ এমুৰত থকা সৰু হোটেল এটিৰ সৰু কোঠা এটিত বহে তাচৰ আড্ডা। অফিচ ছুটীৰ পাছত চাৰি বন্ধুৱে একান্ত মনে পাতে তাচৰ খেলা।—কন্ট্ৰাক্ট, ব্ৰীজ।—টু ক্লাব্‌ছ—নো বিড ;—থ্ৰি স্পেড্‌ছ্—নো বিড্ ;—ফাইভ্ ক্লাব্‌ছ—ডবল-নো বিড্ ;—ৰি ডবল্ ;—চট্ চট্ তাচৰ শব্দ। প্ৰত্যেক ডিল খেলৰ শেষত কাৰো পৰা ওলায় দীঘল হুমুনিয়াহ, কাৰো মুখত বা দেখা যায় হাঁহিৰ প্ৰেতাত্মাটিৰ ক'লা ছায়া। ডিলৰ পাছত ডিল, ঘন্টাৰ পাছত ঘন্টা চলে খেল। তাত নাই কোনো উত্তেজনা, নাই কোনো হৈ চৈ, নাই কোনো বৃথা তৰ্ক। থাকিবই বা কিয় ? ইযে মলিনতা আৰু দীনতা ভৰা সৰু হোটেলটিৰ সৰু কেৰাণী চাৰিজনৰ নীৰৱ খেলা। চাৰিজনৰ তিনিজনৰ আছে ল'ৰা-ছোৱালী ; থাকে হোটেলৰ ওচৰতেই। বাকীজনৰ নাই, থাকে হোটেলতেই।

খেল চলি থাকে। গধূলি তাৰ আৰম্ভ, দোভাগ ৰাতি তাৰ শেষ। অৱশ্যে কেতিয়াবা এই নিয়মৰ ব্যতিক্ৰমো হয়। কাৰোবা ঘৰত ঘৈণীয়েকৰ অসুখ, ফলত ভাত ৰান্ধোতাৰ অভাৱ। কাৰোবা ঘৰত চাউল শূন্য, লাভত দম্পতি যুগলৰ মাজত দ্বন্দ, খৰিয়ালৰ মান অভিমানৰ পালা। কাৰোবা ঘৰত কেঁৰাচিনৰ অভাৱ, সেয়ে মহান পুৰুষৰ বটল-হস্তে দোকান-যাত্ৰা। কিন্তু খেল চলে সদায়, গধূলি আৰম্ভ কৰিব নোৱাৰিলেও, সদায় চাৰিজন উপস্থিত নাথাকিলেও খেল চলে। চাৰিজন নাথাকিলে, তিনিজনৰ মাজত, তিনিজন নাথাকিলে দুজনৰ মাজত খেল চলে। কেতিয়াবা যদি সিও অসম্ভৱ হয় তথাপিও খেল চলে—অৱশ্যে এজনতে আবদ্ধ হৈ।

··· ··· ··· ···

কিন্তু এদিন খেলা বন্ধ হ'ল। ইমান দিনৰে পৰা খেলোঁতে খেলোঁতে ক'লা পৰা তাচ যোৰ হঠাতে সেই সৰু কোঠাটিৰ পৰা অন্তৰ্ধান হ'ল। চাৰিও বন্ধুৱে কোঠাটোৰ চুকে কোণে তাচযোৰা বিচাৰিলে ; কিন্তু নাই। বহুত

বিচাৰি বিচাৰিও তাচ যোৰা নাপাই চাৰিও বন্ধু তাচৰ টেবিল খনৰেই চাৰিও পিনে বহিল। সদায় জ্বলোৱাৰ দৰে কাষত কেৰাচিনৰ লেম্প্‌টিও জ্বলালে। কাৰো মুখত কথা নাই। চাৰিও বন্ধু নিৰ্বাক-নিশ্চল। দিনৰ পাছত দিন, মাহৰ পাছত মাহ, বছৰৰ পাছত বছৰ চলি থকা নিয়মটোৰ আজি ব্যতিক্ৰম হোৱাত প্ৰত্যেকৰ যেন চিন্তাৰ ওৰ নাই।

অৱশেষত, দীঘল হুমুনিয়াহৰ পাছত ক্ষীণ মাতেৰে এজনে কলে—‘কি কৰা যায় ?’

দীঘলকৈ এটা হামি মাৰি দ্বিতীয় জনে কলে,-“এৰা,—কি কৰা যায় ?”

তৃতীয় জনে কওঁ নকওঁকৈ কলে—“ইয়াৰ নো কি দিহা কৰিব পাৰি, কেনেকৈ ?”

চতুৰ্থজনে ভয়ে ভয়ে কলে,—“তাচ এযোৰ কিনিব নোৱাৰিনে ?”

“মাহৰ শেষ ; তলি উদং ; হোটেলৰ পৰা পশ্চিমীয়া ঠাকুৰৰ পৰা বিৰি খাবলৈ আনিছোঁ।”

“তেল নোহোৱাকৈ আজি তিনিদিন ডালিত তেলনি দি খাইছোঁ।”

“তেলো নাই, ডালিও নাই, লেঠাও নাই।”

“পইচা চাৰি আনা আছে ; কি—ন্তু !”

বাকী তিনজন বন্ধু ব্যস্ত হৈ অপেক্ষা কৰি থাকিল।

”চাৰি অনা পইচা নিশ্চয় থাকিব পায় ; কি—ন্তু—” বাকী তিনিজন বন্ধুৱে ডিঙি মেলি কিবাৰ আশাত ৰৈ থাকিল।

“কিন্তু মোৰ লগত অনা নাই।”

বহুত সময়ৰ পাছত—গৱেষণাৰ পাছত—ঠিক হল পইচা চাৰি অনা আনিবলৈ চতুৰ্থ বন্ধুজন ঘৰলৈ যাব লাগে। বাকী তিনিজন বন্ধুৱে আগৰ দৰে তাচৰ টেবিল খনৰ তিনিও পিনে বহিয়েই থাকিল।

কিন্তু…

কিন্তু ঘন্টাৰ পাছত ঘন্টা গ’ল, তথাপি বন্ধুজন পইচা লৈ উলটি নাহিল। অৱশেষত নীৰৱে তিনিটা হুমুনিয়াহ কাঢ়ি তিনিও বন্ধু দিহা দিহি গুচি গ’ল।

পাছদিনা গধূলি আকৌ তিনিওজন আহিল। আকৌ আগৰ দৰে টেবিলৰ ওচৰত, কেৰাচিন তেলৰ লেম্পটোৰ তলত তিনিও বহি ৰল। কিন্তু



বন্ধু জন নাহিল।—এদিন নহয়, দুদিন নহয়, তিনদিন বন্ধুজনৰ দেখাদেখি নাই। বাকী তিনিজন কিন্তু আহিয়েই আছে, অপেক্ষা কৰিয়েই আছে। চতুৰ্থ দিনা বন্ধুজন আহিল। লেমৰ তলত তিনি বন্ধুক তেওঁ দেখিলে—বহি আছে নিৰ্বাক-নিশ্চল হৈ। লাহে লাহে বাকী থকা ঠাই খিনিত তেওঁ বহিল।

“তাচ ?”

“তাচ অনা নাই ; পইচা আনিছোঁ।“ তিনিওজন বন্ধুৰ মুখ কলা পৰি গ’ল।

“তাচ অনা নাই ; ছোৱালীজনীৰ অসুখ।” তিনিওজন বন্ধুৰ পৰা তিনিটা হুমুনিয়াহ ওলাল ; কিন্তু তিনিও বহিয়েই থাকিল।

“বেদানা কিনিবলৈ যাবলৈ আহিছোঁ।” বন্ধু তিনিজনৰ মুখ আৰু ক’লা পৰিল ; কিন্তু কেউজন বহিয়েই থাকিল। বাকীজন বন্ধুৱে বেদানা কিনিবলৈ বুলি কোঠাটোৰ পৰা ওলাই আহিল। কিন্তু বেদানা কিনিবলৈ যোৱা নহল। তিনিও বন্ধুৰ ক’লা মুখ দেখি বেদানা কিনিবলৈ যাবলৈ তেওঁৰ সাহ নজন্মিল।

ছোৱালী জনীৰনো বাৰু যেতিয়াই তেতিয়াই বেমাৰ হব পায়নে ? মাহৰ শেষ—ঔষধ নাই,—পথ্য নাই ! ছোৱালী জনীয়েওনো বাৰু জন্মিবলৈ অন্য ঠাই নাপালেনে ?—অভাৱ—অনাটন।—ছোৱালীৰ যি হয়-হব।—তাচ কিনিবই লাগিব।

কিছু সময়ৰ পাছত তেওঁ তাচ লৈ ঘূৰি আহে। আকৌ খেলা চলে। অৱশেষত মাজ নিশা খেলা শেষ হয় আৰু চাৰিও বন্ধু দিহাদিহি গুচি যায়।

… … … …

চাৰি দিনৰ পাছত তাচ খেলিবলৈ পাই চৰিও বন্ধুৰ মুখত হাঁহিৰ ৰেঙণি দেখা গৈছিল। কিন্তু এজনৰ হাঁহি চকু পানীৰে তিতি সেমেকি আছিল। তেওঁ ঘৰলৈ উভতিল। ওৰে বাটে তেওঁৰ মনত পৰিল—ছোৱালী জনীৰ কাৰণে বেদানা কিনা নহল। কিন্তু কি কৰিব ? চাকৰি যন্ত্ৰৰ হেঁচাত তেওঁৰ সকলো কামেই যন্ত্ৰৰ দৰে হৈ গৈছে। যন্ত্ৰৰ দৰে তেওঁ তাচ খেলে আৰু আজি যন্ত্ৰৰ দৰেই তেওঁ তাচ যোৰাও কিনিবলৈ বাধ্য হ’ল।

তেওঁ ঘৰ পাই দেখে যে আন দিনাৰ দৰে চিমিক চামাক কৈ শোৱা কোঠাটোত এটি পোহৰ জ্বলি আছে। তেওঁ শোৱা কোঠাটোলৈ সোমাই গ’ল। আন দিনা

ঘৈণীয়েকে শোৱা কোঠাতে ভাত থৈ দিয়ে ; আজি থৈ দিয়া নাই। বোধ কৰোঁ ঘৈণীয়েকে ছোৱালীৰ কাষতেই থাকিব লগীয়া হোৱাত ভাত বাঢ়িবলৈ সময়কে নাপালে। ঘৈণীয়েক ছোৱালীৰ কাষত টোপনিয়েই গৈছিল। গিৰিয়েকৰ জোতাৰ শব্দ শুনি সাৰ পাই তেওঁ ছোৱালীৰ কাষৰ পৰা উঠে। গিৰিয়েকে গৈ ছোৱালীৰ কাষত বহি ছোৱালীৰ কপালত হাত দি চায়। ছোৱালী জনীয়ে পিতাকৰ হাতৰ স্পৰ্শত সাৰ পাই কৈ উঠে—"পিতা বেদানা পাইছা নে ?" পিতাকে কি কব ভাবি নাপায়। অজানিতে চকুৰপৰা এটুপি চকুলো বাগৰি আহি তেওঁৰ হাতত পৰে। ছোৱালী জনীয়ে আকৌ সোধে—"পিতা, বেদানা আনিছা নে ?" পিতাকে লাজে লাজে কয়—"বাছা বেদানা নাপালোঁ।" ছোৱালী জনীয়ে পিতাকৰ হাতখন চেলেকি বাগৰ সলাই কয়—"বেদানা নাপালা ? বেদানা বৰ মিঠা নহয়নে ?" তেওঁ কি কব ভাবি নাপায়। কিছু সময় নীৰবে থাকি তেওঁ লাজে লাজে কয়—"বেদানা বৰ মিঠা, কিন্তু আমাৰ কাৰণে সি টেঙা।"

যন্ত্ৰত কেতিয়াবা গণ্ডগোল লগাটো অস্বাভাৱিক নহয়। মামৰে ধৰিলে যন্ত্ৰ নচলে। ছোৱালীৰ অসুখ, বেদানাৰ বিচাৰ,—দুটুপি চকুলো যান্ত্ৰিক চক্ৰৰ বাহিৰা হলেও জীৱনত সিহঁতে খন্তেকৰ কাৰণে ভুমুকি নমৰাকৈ নাথাকে। খন্তেকৰ পাছত যন্ত্ৰ আকৌ চলে।

অফিচ আৰু ফাইল। কলম আৰু চিয়াঁহী। তাচ আৰু বিড়ি। ক্লাবছ্ আৰু ডাইমণ্ড্। হাৰ্টচ্ আৰু স্পেড্। কেৰাচিন তেলৰ লেম্প্। নিৰ্বাক নিশ্চল। খেল চলে ডিলৰ পিছত ডিল, মুহূৰ্তৰ পাছত মুহূৰ্ত, মাহৰ পাছত মাহ, বছৰৰ পাছত বছৰ খেল চলে। চাৰিজন নাথাকিলে তিনি জনৰ মাজত, তিনিজন নাথাকিলে দুজনৰ মাজত খেলা চলে। কেতিয়াবা যদি সিও অসম্ভৱ হয় তথাপিও খেল চলে অৱশ্যে এজনতে আবদ্ধ হৈ।

## পখী

### উমাকান্ত শৰ্ম্মা

তাৰ পিছত লোৱাৰ হাফলঙত আছিলোঁ প্ৰায় দুবছৰ। কলিকতাৰ অবিশ্ৰান্ত কোলাহলৰ মাজৰ পৰা পোনে পোনে গৈ লোৱাৰ হাফলঙৰ নিৰ্জন প্ৰকৃতিৰ বুকুত বৰ শান্ত ভাৱেৰে মনটো থৈ যি শান্তি পালোঁ, তাক গোটেইটো জীবনতে পাহৰা অসম্ভৱ। বশিষ্ঠলৈ গৈছোঁ; ভুৱনেশ্বৰী পাহাৰৰ ওপৰত উঠি গুৱাহাটীৰ মনোৰম দৃশ্য চাইছোঁ; শ্ৰীকৃষ্ণৰ লীলাভূমি বৃন্দাবনলৈ গৈছোঁ। কিন্তু ইয়াত আহি প্ৰকৃতিৰ যি সজীৱতা দেখিছোঁ তাক ক'তো দেখা নাই। তীৰ্থক্ষেত্ৰবোৰ যে মলিন হৈ পৰিছে। সংসাৰৰ জ্বালাত জ্বলা-কলা হোৱা যাত্ৰী সকলৰ তাপ সহি সহি বশিষ্ঠৰ শিলবিলাক ৰঙা হৈ গৈছে। ভুৱনেশ্বৰীৰ ওপৰৰ লতাবন মৰহি গৈছে। বৃন্দাবনৰ প্ৰতি যোপা লতা-বনৰ মাজৰ পৰা আগৰ দৰেই কৃষ্ণৰ বাঁহীৰ দীঘল কোমল সুৰবোৰ ভাহি আহে ; কিন্তু শত শত নৰনাৰীৰ প্ৰাণৰ অস্ফুট বেদনাই তাক বিষাদময় কৰি তুলিছে। কিন্তু আচৰিত নহয়, যিদিনাই ইয়াত ভৰি দিছোঁ, সিদিনাৰ পৰাই শুনিছোঁ চাৰিও ফালে কিহে যেন মোক মাতিছে ?—কি আকুল আগ্ৰহেৰে কি উপচিপৰা মৰমেৰে। যি ফালেই চাইছোঁ, সেই ফালেই যেন মোক হাতৰ ঠাৰেৰে সকলোৱে মাতিছে। জিৰজিৰকৈ বৈ যোৱা জুৰিটিৰ মাজত আধাদেখা দুখনি ৰঙা ভৰি, ফুল পাতেৰে ঢাকি যোৱা এখনি উজ্বল বুকু, বৰ শান্ত আৰু মাতোঁ মাতোঁকৈ থকা এখনি সুন্দৰ নিপোটল মুখ, গোটেই বিশ্বৰ আশ্চৰ্য-সনা নীলা এযুৰি চকু, আঁজলি আঁজলি ফুলেৰে ভৰি থকা দুখনি হাত আৰু বতাহত পিছৰ পিনে গোটেই পিঠিখন উদং কৰি উৰাই নিয়া দীঘল এতাৰ চুলি, ওচৰৰে লতাডালৰ গাৰপৰা চুলিৰ আগ লাগি, এটি এটিকৈ সৰি পৰা অকণি অকণি ফুল, গাৰ জ্যোতিত জিলিকি উঠা শিলবোৰ ! ধীৰে ধীৰে এছাটি মলয়াই আঁগত চোঁৱৰ দোলাই সন্ধ্যাক মৰতলৈ নমাই আনে। বৰ কৰুণভাৱে শেষ বাৰলৈ চাই ধুনীয়া প্ৰকৃতি সন্ধ্যাৰ মৰমত কঁপি উঠা বুকুৰ মাজলৈ সোমাই যায়। পিছলি যোৱা মনৰ কপোৰ খন সন্ধ্যাই আকৌ টানি লয় বেছিকৈ—আৰু বেছিকৈ।

তিন দিনৰ পিছত এদিন আবেলি ওলালোঁ, উদ্দেশ্যহীনভাৱে। ধন আৰু বিজ্ঞানৰ বলত সভ্যতাই আজি নতুন বাট আৱিষ্কাৰ কৰি লৈছে। কিন্তু তাৰ জ্যোতি ইমান তীব্ৰ যে চকুত লাগিলে চকু কণা হৈ যায়। মোৰ বুকুৰ মাজত কি এটাই গোপন ভাৱে সদায় মোক উচটাই দিয়ে—ইয়াত তাৰ শান্তি নাই। কিহৰ যেন আহ্বানত সি মতলীয়া হৈ উঠে। কিহৰ যেন মায়াত সি ইফালে সিফালে হেঁপাহতে চাই ৰয়। হয়তো মনৰ ৰঙীণ সপোন বিলাক বহু দূৰত বাস্তৱত পৰিণত হয়, তালৈ নগলে তাৰ জীৱনৰ ভাৰ অসহ্য হৈ উঠে। তই হাঁহিছ, নফুল ? কিন্তু এই যে সুদূৰৰ আহ্বান, এই যে চিনা নিচিনা সুৰ এই যে প্ৰহেলিকাময় আত্ম-নিবেদন, ই যদি হঠাৎ মানুহৰ মনত এদিন মিছা হৈ উঠে; সিদিনাই হব মানুহৰ মৃত্যু। ঠিক এনে এটি মুহূৰ্ত বিচাৰি কিমান দিন অনাই বনাই ঘূৰি ফুৰিছোঁ। বহা আৰু নহল। যিমানেই যাওঁ, সিমানেই যেন কিবা এটা হেৰোৱা বস্তু পোৱা যেন অনুভৱ-কৰোঁ। গৈ থাকোঁ।

"হেৰি, হে—ৰি !"

মাতটো শুনি আচৰিতভাৱে চাৰিও ফালে চাই দেখোঁ যে মোৰ অলপ পাছতে বাৰ বছৰ মানৰ ছোৱালী এজনী। দৌৰি আহি মোৰ হাতত এটা ধুনীয়া ৰঙা চৰাই গুঁজি দি কলে,—"অলপমান ধৰি থাককচোন এইটো। বান্ধিবলৈ সৌ লতাডাল ছিঙি আনোঁ। ভালকৈ ধৰিব।" মোৰ কোনো উত্তৰলৈ বাট নাচাই তাই আকৌ দৌৰি গৈ লতাডাল ছিঙি আনি মোৰ হাতত পেলাই দি, হেফাই ফেপাই বহি পৰিল।

"উঃ আৰু নোৱাৰোঁ। এনে দুষ্ট চৰাই, কিমান ঘূৰাইছে ! দিয়কচোন সেইটোৰ ঠেঙত বান্ধি।"

কিমান দিন আগৰে যেন চিনা জনা। কৈছে যেতিয়া মোৰ যেন নকৰি আৰু উপায় নাই। নিশ্চিন্ত হৈ তাই দীঘল দি পৰি ভাগৰ পলুৱাব ধৰিলে। মই কিন্তু আচৰিত হৈ পৰিলোঁ। ক'ৰ এজনী ছোৱালী,—জনা নাই, শুনা নাই; অথচ অকণো সঙ্কোচ নোহোৱাকৈ—! ভাবি অলপ সময় স্তব্ধ হৈ ছোৱালী জনীৰ পিনে চাই ৰলোঁ। তাই আকৌ উঠি বহিল। মোৰ হাতৰ পিনে চাই তাই খঙতে চিঞৰি উঠিল,—"কি অহংকাৰী আপুনি ?—দিয়ক !"

জোৰ কৰি মোৰ হাতৰ পৰা চৰাইটো কাঢ়ি নি লতাডাল বুটলি ললে



আৰু দাঁতেৰে পাতবিলাক এটা এটাকৈ ছিঙি পেলাব ধৰিলে। বৰ অপ্ৰস্তুত হৈ তাইৰ ওচৰলৈ গৈ কলোঁ—"দিয়া বাৰু, দিয়া। দিয়া মই বান্ধি দিওঁ।"

"নালাগে, মই পাৰিম। ইহ্, এনে মানুহজন ওলইছে দেখা নাই আৰু।"

"সৰু ছোৱালীয়ে খং কৰিব নাপায় নহয়।"—দীঘল চুলি কেইডাল মান হাতেৰে তুলি লৈ কওঁ। তাই হাঁহি হাঁহি চৰাইটো আকৌ মোৰ হাতত দি কয়, —"ইমান ভয় আপোনাৰ ? অলপমান খং কৰিলেই ভয় লগে নহয় ? কিয় তেনে নুশুনে ? পাইছে এতিয়া ?"

আঠু কাঢ়ি বহি চৰাইটোৰ ঠেঙত বান্ধিবৰ চেষ্টা কৰোঁ। তাই মোৰ পিঠিত আউজি, গলৰ কাষত মুখখন থৈ অপৰূপ ভংগীৰে মোৰ ব্যস্ত হৈ থ'কা হাত দুখনলৈ চাই থাকে।

"এনেকৈ যদি চুলি সোপাৰে চকু দুটা আবৰি থোৱা, তেন্তে দেখা পাওঁ কেনেকৈ ? ঠেঙত বান্ধোতে আকৌ গলত বান্ধি তোমাৰ চৰাই মাৰি পেলাম পিছে।"

"অ' মোৰ কপাল। বৰ বাৰু, এই মৰ চুলি কেডাল যে হৈছে !"

"বাৰু পখী, তোমাৰ ঘৰ ক'ত ?"

"কি পখী ? মোৰ নাম হব পায় পখী ? কি আচৰিত আপুনি ? এইয়া-চাওক, মই পখী নহওঁ ছোৱালী।"

মোৰ আগত আঠু কাঢ়ি বহি দুয়োখন হাতেৰে চুলিবিলাক আঁতৰাই থৈ বৰ ধুনীয়া ৰঙচুৱা মুখখন মোৰ আগত দাঙি ধৰি কয়।

"হওক বাৰু, তোমাক পখী বুলিয়ে মাতিম। মাতিম কি সুন্দৰ তুমি। এনে ধুনীয়া তোমাৰ মুখখন !"

"উঁ—হু ! যাওক।"

"কোৱা বাৰু কোনটো তোমাৰ ঘৰ ?"

"কিযে মানুহ আপুনি। সৌ যে আপোনোলোকৰ কাষতে ঘৰটো আছে, তাতেই আমি থাকোঁ। মই নাজানোঁ হব পায় ? আপুনি আহিছে পৰহি। কওক হয় নে নহয় ?"

তাই আঠুৰ ওপৰত ভৰ দি পোন হৈ দুয়ো হাতেৰে মোৰ গাটো জোকাৰি দিয়ে।

"কম নহয় ছোৱালী ! ঠিক তেনেকৈ থাকাচোন বাৰু। মুখখন চাই থাকোঁ।"

ফু-ৰ্-ৰ্-ৰ…

তলৰ পিনে চাই মোৰ জীৱ উৰি গ'ল। কি উপায় ? চৰাইটো উৰি গ'ল বান্ধটো মোৰ ভৰিৰ বুঢ়া আঙুলিত বেছকৈ লাগি ধৰিছে। এক মুহূৰ্তৰ কাৰণে স্তব্ধ হৈ ৰৈ তাই হাঁহি হাঁহি লতাডাল ধৰি টানিবলৈ ধৰিলে।

"পখী, হেৰা পখী, পৰি যাবা যে ; পখী…"

"উঁ উঁ, বেছ হব ; ভাল হব।"

"পখী।"

"কি—কি—কি, হিঃ হিঃ হিঃ।"…

পৃথিবীৰ সিপাৰৰ পৰা অপৰূপ সোণাৰ মুকুটটো আনি পাহাৰৰ মূৰত পিন্ধাই দি, চুমাৰে ফুলবিলাকৰ গালত ৰং ফুটাই মোৰ চকুৰ আগতে, অস্থিৰ চঞ্চলভাৱে ৰিহাৰ আঁচল বতাহত উৰুৱাই উষাদেৱী নামি আহে। পৰশত জাগি উঠে নিজৰাটো, জাগি উঠে লতাবন, জাগি উঠে মোৰ পখী। দিনৰ পিছত দিন উৰি যায় ;—পৃথিবীৰ বুকুত দিনে দিনে নতুন ৰং ফুটি উঠে পাহাৰৰ বুকত সেউজীয়া লতাডালি ওচৰৰ গছডালৰ গোন্ধ পাই চঞ্চল হৈ উঠে।—পখীয়ে মোৰ জীৱনৰ সৰল গতিটো উচ্ছৃংখল কৰি দিয়ে। আৰু দিন যায়। পখীৰ জীৱনতো পৰিবৰ্তন আহে। তাই বেছি গম্ভীৰ আৰু ল্যাজুকুৰীয়া হৈ উঠে। এটা স্পষ্ট অনুভূতিৰ কাৰণে গধূলি বেলিকা বহু দূৰলৈ চাই থাকোঁ। দূৰত বহি দেখোঁ শাৰী শাৰী পাহাৰ, ইখনৰ বুকুত সিখন ক্ৰমে সোমাই গৈছে। শেষ নাই। তাৰ পিছতেই সমতল ভূমি। সেউজীয়া ঘাঁহনি। দীঘল বুপালী জুৰি। আকৌ পাহাৰ,—পাহাৰৰ বুকত পাহাৰ! কিযে সপোনৰ মায়াপুৰী ! বুকুৰ মাজত এটা তীব্ৰ উত্তেজনা অনুভৱ কৰোঁ। যেন চিঞৰি উঠিম, যেন নিজক একেবাৰে নিঃস্ব কৰি বিলাই দিম !

"এনেকুৱা ঠাইত, এনে অসময়ত, কবি হৈ বহি থকাটো বৰ নিৰাপদ নহয় কিন্তু ! জানাতো ?"

"উঁহু !"—মুখ ঘূৰাই কওঁ।

"বনত নিজৰাও আছে, ফুলো আছে। কিন্তু বাঘো যে আছে সেইটো পাহৰিলে বিপদ আছে।"



"জানো। কিন্তু সৌ যে পাহাৰৰ ওপৰত ইফালে সিফালে দুই এঘৰ মানুহ আছে, তাতো বাঘ আছেতো ?"

"হৈছে ! সিহঁতৰ দৰে পাৰিব বাঘক খেদিবলৈ ? সাহ যে কিমান, সেইটো হবপায় জনা নাই ?"

"বেছ, খেদিব নোৱাৰোঁ, খাওক, খুব বেছি আকৰ্ষণতো ক'তো নাই।—প্ৰাণটোৰ কাৰণে মুঠেই মায়া নাই মোৰ।"

"কি যে বলিয়ালিবোৰ এই গধূলি বেলিকা !"—হঠাৎ তাই চকু দুটা ৰঙা কৰি মোৰ হাতখনত ধৰি টানিব ধৰিলে। মিচিকিয়াই হাঁহি খঙতে কঁপি উঠা ওঁঠটোলৈ মই চাই থাকোঁ।

"উঠক।"—খং নে কিহৰ কাৰণে তাইৰ চকুৰ পৰা টপ্‌টপ্‌কৈ দুটোপা চকুলো বাগৰি মোৰ হাতত পৰে। ইমান বেয়া লাগে মোৰ। থিয় হৈ তাইৰ গোটেই গাটো মোৰ ওচৰলৈ টানি আনোঁ। চকুৰ পানীৰে তিতি থকা তাইৰ চকু দুটাত ওঁঠ লগাই দি আদৰ কৰিবৰ চেষ্টা কৰোঁ। তাই মুহূৰ্তৰ পিছত মোৰ হাতৰ পৰা নিজক মুক্ত কৰি লৈ গৈ অলপ দূৰতে বহি শিল এছটাৰ ওপৰত মূৰটো গুঁজি লৈ বৰকৈ কান্দিব ধৰিলে। তাইৰ গোটেইটো শৰীৰ কান্দোনৰ লগে লগে জিকাৰ খাই উঠিব ধৰিলে। এক মিনিটৰ কাৰণে মই স্তব্ধ হৈ থিয় দি ৰলোঁ। মই মাতিবলৈ সাহ নাপাওঁ। ওচৰলৈ যাবলৈ সাহ নাপাওঁ। কিয় কান্দিছে পখীয়ে ? খঙত ? দুখত ? আনন্দত ?

"পখী !"…এবাৰ মাতোঁ। তাই কোনো উত্তৰ নিদিয়ে। হয়তো নোৱাৰে। কেৱল ফেকুৰি ফেকুৰি কান্দি থাকে। ওচৰতে গৈ মযো বহি পৰোঁ। চুবলৈ কিহে যেন মোক বাধা দিয়ে।

"মোক খং কৰিলা পখী ?—পখী !"

"কি ?"—মোৰ ভিতৰৰ কান্দোনৰ সুৰটো তাই যেন শুনিবলৈ পায়। তাৰ পৰা উঠি আহি মোৰ কোলাত মূৰটো গুঁজি থয়। কান্দোতে কান্দোতে তাইৰ চকু মুখ ৰঙা পৰি গৈছে। চুলি কেই ডাল মান তিতি কপালত, গালত লাগি ধৰিছে।

"খং কৰিলা পখী ?"—চুলিবোৰ ভালকৈ দি মই আকৌ সোধোঁ। তাই একো নামাতি মোৰ গাত বেছি জোৰকৈ সাবটি ধৰে। মই মন্ত্ৰমুগ্ধৰ

দৰে তাইৰ মুখখন মোৰ ফাললৈ ঘূৰাই দিওঁ। চকুৰ পানীবোৰ এতিয়াও শুকোৱা নাই। এনে ধুনীয়া এনে মনোৰম মই আৰু কাকো ক'তো দেখা নাই।

"উঠা এতিয়া।"—মিছাকৈয়ে তাইক কওঁ।

"উহুঁ।"—তাই যেন আকৌ অকণমানি ছোৱালী এজনী হৈ পৰিছে।

"ঘৰলৈ নাযাবা আজি? এনেকৈয়ে থাকিবা?"

"উহুঁ!"···তাইৰ বুকুৰ কপনি মই স্পষ্টকৈয়ে অনুভৱ কৰোঁ।

"পখী!"···

"কি— কওক।"···তাইৰ চকু দুটা মুদ খাই আছে। হঠাত্ মুখখন মোৰ বুকুৰ মাজত লুকাই লৈ, তাই যেন গোটেই বিশ্বকে পাহৰি গৈ বৰ কৰুণ, বৰ অসহায় ভাৱে কব ধৰে—"আৰু অকণমান, এবাৰৰ কাৰণে,—কেৱল এবাৰৰ কাৰণে মোক ক্ষমা কৰক। আৰু কোনো দিন, আপোনাকে বিৰক্ত নকৰোঁ, আপোনাৰ শান্তি নষ্ট নকৰোঁ। শিলৰ বুকুৰ জুইৰে"···তাইৰ মাতটো সিক্ত হৈ উঠে।—"শিলৰ বুকুৰ জুইৰে আপোনাৰ স্মৃতিটো পুৰি পেলাম। ইমান দুৰ্বল মই, কোনো দিনেই অনুভৱ কৰা নাই। অকণমান, আৰু অকণমান মোক মৰম কৰক,—এক মুহূৰ্তৰ কাৰণে।"

তাইৰ মুখখন জপাই ধৰোঁ। আৰু শুনিবৰ শক্তি মোৰ নাছিল। মৰমৰ মধুৰ পৰশত আত্মহাৰা হোৱা পখীৰ মুখখন লাহে লাহে জোকাৰি দি কওঁ—"আজিয়ে আটাইখিনি উজাৰ কৰি নিদিবা পখী। মোক যে আৰু লাগিব—তোমাৰ এই স্নেহ, এই মৰম, এই মমতা। তোমাৰ মুখলৈ চাই মই মোৰ দৈন্য পাহৰি যাম। তোমাৰ অকণমান মৰম পাবলৈ মই অপেক্ষা কৰিম চিৰদিন—চিৰজীৱন পখী।"

শৈলহঁতক তই জানো চিনি নাপাৱ নফুল? সিহঁতৰ ঘৰতেই মই তাত থকা কাল খিনি কটাইছিলোঁ। সিদিনা গধূলিৰ পিছত নিজৰ কোঠাতে বহি এনেয়ে কিতাপ এখনৰ পাত লুটিয়াই আছিলোঁ। মনত নানা ৰকমৰ চিন্তা। যি কামলৈ আহিছিলোঁ সিও হৈ উঠিবলৈ আৰু বহুত দিন বাকী। আৰু পখী? এনে দুষ্ট ছোৱালীজনী। এটা এটাকৈ তাইৰ আটাইবোৰ কথা মোৰ মনত পৰিবলৈ ধৰে। চিগাৰেট এডাল জ্বলাই যেন হেপাহ পলুৱাই তাইৰ কথা ভাবিবলৈ ধৰোঁ। এইতো মোৰ ওচৰতে তাই আছে। মাত্ৰ



তিনি টাৰৰ মূৰ। হয়তো জিনিক লৈ নিচুকাবৰ চেষ্টা কৰিছে, হয়তো সিহঁতক পঢ়ুৱাইছে, হয়তো—

"কলিকতালৈ ইয়াৰ পৰা ৰেলৰ ভাৰা কিমান?" হঠাৎ ঘূৰি চাই দেখোঁ—পখী, মুখত টানি অনা গম্ভীৰতা। সুধিলোঁ—"কিয় বাৰু?"

"গুৱাহাটীলৈ কিমান কওক চোন বাৰু।"

"কিন্তু কিয় লাগে তোমাক?"

"হয় কলিকতালৈ, নহয় গুৱাহাটীলৈ যাওকগৈ। বৰ পঢ়াটো দেখুৱাব নালাগে। বাৰু চাওকচোন কিতাপ খনৰ অৱস্থা।"

"ইস্! তেনেই গুচালোঁ, যাঃ!"—দিয়াচলাইৰ জ্বলা কাঠীটো পৰি কিতাপখনৰ আধামান পাত বেছ সুন্দৰকৈ পুৰি গৈছে। গম্ভীৰভাৱে কিতাপখন দলিয়াই থৈ অনুতাপৰ সুৰত কলোঁ—"যাক, কি হব আৰু, সেয়ে ভাল হব। কালিলৈ গুৱাহাটীলৈ যাওঁ।"—বৰ চিন্তান্বিত ভাবে ৰেইলওৱে টাইম্ টেবুল্‌খন উলিয়াই লওঁ।

"তেন্তে সঁচাকৈ যাব?"—অলপ ব্যস্ত হৈ তাই সোধে।

"হুঁ?—উঁ।"

"কেতিয়া?"

"কলোঁ নহয়—কালিলৈ।"

"কিন্তু, কওক—সঁচা কৈছে?"—তাই ওচৰ চাপি আহে।

"মিছা কৰৰ প্ৰয়োজন নাই। যোৱা বাৰু তুমি।"

মোৰ হাতখনত ধৰি তাই আকৌ কয়—"কিয় যাব বাৰু? কওক,—কিয় নামাতে? কওক মোৰ কিৰা।"

তাইৰ চকু দুটা চল্‌চলীয়া হৈ উঠে। কৃত্ৰিম গম্ভীৰতা ৰাখিব নোৱাৰি মই বৰকৈ হাঁহিবলৈ ধৰোঁ। তাই লাজতে ৰঙা পৰি ফিৰি যাব খোজোঁতেই হাতখনত ধৰি কওঁ—"পলালে আকৌ যোৱাৰ দিন ঠিক কৰিম, বুজিছা? যোৱাচোন বীণা, একাপ চাহ লৈ আহাগৈ। মই উঠিবও নোৱাৰোঁ, কাকো মাতিবও নোৱাৰোঁ। যোৱা বীণা।"

তাই একো নকৈ খিৰিকীৰ ওচৰত থিয় হৈ বাহিৰলৈ চাই থাকে।

"বীণা!"

"উঁহু।"

উঠি গৈ খোপাটো সোলোকাই দি কওঁ—যোৱা পখী।"

"কিযে দুৰন্ত আপুনি! খোপাটো কিয় সোলোকাই দিয়ে নিতৌ?"

বৰ মধুৰ ভাৱে হাঁহি তাই গুচি যায়। ঘৰত তাইক বীণা বুলি মাতে। এনে সুন্দৰ নামটো এৰি হঠাৎ মোৰ মুখৰ পৰা ওলাইযোৱা মাধুৰ্য্যহীন নামটোকে তাই বৰণ কৰি ললে। কি নাম—পখী!—অকলে অকলে হাঁহি উঠোঁ।

... .... ..

কিছুদিন পিছত হাতত একাপ চাহ লৈ হঠাৎ শৈলহঁতৰ বৌ মোৰ ঘৰত সোমাল। তেওঁৰ অহাটো একো আচৰিত নহয় যদিও, অল্প আচৰিত ভাবেই, সুধিলোঁ—"কি খবৰ বৌ?"

"খবৰ? খবৰ একো নাথাকিলে বীণাৰ বাহিৰে কোনেও ইয়াত প্ৰবেশ কৰিব নাপায় জানো?"—বৌৱে হাঁহি কয়।

চাহৰ কাপটো হাতত তুলি লৈ হাঁহি মুখেৰে মই কওঁ—"কিয় নাপায় বৌ? এশ বাৰ আহিবা, হাজাৰ বাৰ আহিবা। কিন্তু দয়া কৰি এই চাহৰ কাপটোও যদি প্ৰতিবাৰ হাতত আনা বৌ, তেনে বেছিবাৰ আহিবা।"

"নিশ্চয়।" এটা সাধাৰণ ভঙ্গিমাৰে বৌৱে কয়।

"বাৰু বাপু,…" কি যেন এটা কথা কব খুজি বৌ থমকি ৰয়। মুখখন দেখি মোৰ অলপ ভয় লাগে।

"কোৱা বৌ, থামিলা যে।"

"তুমি জানা যে তোমাৰ বিয়াৰ ঠিক হৈছে।"

"কোনে কলে তোমাক বৌ?"—মই চকী খনৰ পৰা জাপ মাৰি উঠোঁ।

"আচৰিত! তুমি নাজানা? কিন্তু ঠিক হৈ গৈছে।"

মই নকৰাওঁ বিয়া। মোক নোসোধাকৈ কোনোবাই যদি বিয়াৰ ঠিক কৰিছে, তেনে সেই বিয়া নকৰাৰৰ মোৰো অধিকাৰ আছে। তোমালোকে মোক ক্ষমা কৰিবা বৌ, মই নোৱাৰিম।

"আমাৰ কোনো কথা নাই। তোমাক যদি সঁচাকৈ কষ্ট দিছোঁ, সি জানো মোৰ ইচ্ছাকৃত? কিন্তু তোমাৰতো এটা কৰ্ত্তব্য আছে। নিজৰ সুখ দুখৰ বাহিৰেও যে বহুত আছে বাপু? বিয়াটো জানো তোমাৰ নিজৰ জীৱনৰে এটা সুকীয়া ঘটনা? আন কাৰোঁ জানো ইয়াত কোনো স্বাৰ্থ নাই?"



"তুমি জ্ঞানী বৌ।"—খিৰিকীখনেৰে বাহিৰলৈ চাই মই আকৌ কবলৈ ধৰোঁ "—কিন্তু মোৰ জীৱনটো কেনেকৈ চুৰ্‌মাৰ্ হৈ যাব তুমি নাজানা।"

"জানোঁ, বীণাক পালে তোমাৰ জীৱনটো বৰ মধুৰ হৈ উঠিব বুলিয়েই তোমাৰ বিশ্বাস। কিন্তু তুমি কেনেকৈ জানিলা যে যাৰ লগত তোমাৰ বিয়া তাই তোমাৰ একেবাৰেই অনুপযুক্তা? এটা মধুৰ সপোন শেষ হলে, বাস্তৱ যে তাতকৈ মধুৰ নহব, তাকেই বা কিয় তুমি ভাবা? আৰু আগ নাবাঢ়িবা বাপু। বীণাৰো বাচিবৰ এটা উপায় থাকিব লাগিবতো? কিয় তাইক মিছাকৈ কষ্ট দিবা?"—অলপ পৰ ৰৈ বৌৱে আকৌ আৰম্ভ কৰে—"তাৰ পিছত, তোমাৰ ঘৰতো আটাইবিলাকেই আশা কৰে, তুমি সুখী হোৱা। তোমাৰ মুৰত এটা দুখৰ বোজা জাপি দি তেওঁলোকে জানো শান্তি পাব? কেতিয়াবা কেতিয়াবা কৰ্ত্তব্য বিলাক বৰ জটিল আৰু দুখপূৰ্ণ হৈ উঠে। এবাৰ যদি তুমি তোমাৰ মাৰ কথা ভাবি চোৱা—"

"বৌ!"—মোৰ মাতত স্পষ্ট কান্দোনৰ সুৰ বাজি উঠে।

"মই অনুভৱ কৰিছোঁ বাপু, কি দুখ আজি মই তোমাক দিলোঁ। কিন্তু আৰু যে ইয়াৰ বাহিৰে উপায় নাছিল? বীণাৰো হয়তো এই প্ৰথম আঘাতত বুকু ভাঙি চুৰ্‌মাৰ্ হৈ যাব।"

অলপ সময় থামি মোৰ ফালে চাই, আকৌ কয়…"ইমান অধৈৰ্য্য, ইমান উতলা হৈ গৈছা? তুমিয়ে যদি এনে কৰা, তেনে বীণাই কি কৰিব?"

চকুৰ পানী সামৰিব নোৱাৰি বৌ ওলাই যায়। বাহিৰত শুনোঁ কোনে যেন উচুপি উচুপি কান্দিছে।—বীণা?—উঃ পখী!

ঠিক কৰিলোঁ,—দুদিনৰ পিছতে হাফলং ত্যাগ কৰিম। তাৰ সকলোবোৰ মনোমোহা বস্তু মলিন হৈ যোৱা যেন লাগিছে। যেন প্ৰকৃতিৰ কি এক উৎসৱত সৰগৰ পৰা সকলোবোৰ দেৱতা এটা এটাকৈ নামি আহি সপোনৰ ৰং সানি দিছিল। আকৌ উৎসৱৰ শেষত সকলোৱে এটি এটিকৈ গুচি গৈছে। তেওঁলোকৰ ভৰিৰ তলত পৰি লেৰেলি যোৱা দুই এপাহি ফুল অ'ত ত'ত পৰি আছে।

এদিন গধুলিৰ কিছু আগেয়ে দেখিলোঁ—পখীয়ে উদাসভাৱে আমি আগেয়ে যোৱা ঠাইখিনিলৈ গৈ আছে। হঠাৎ তাইক দেখি আনন্দৰ উত্তেজনাত চিঞৰি উঠিলোঁ—"পখী! পখী!!"—তাই মোক দেখি বৰ অস্বাভাৱিক ৰকমে

বেগ দি মোক এৰাই যাবৰ চেষ্টা কৰিলে। মই যেতিয়া তাইক লগ পালোঁগৈ তেতিয়া তাই থৰ থৰকৈ কঁপিছে। মোক দেখিয়েই তাই সৰু গছ এডালিৰ ডালত জোৰ কৰি ধৰি চিঞৰি উঠিল—“আপুনি যাওক,—যাওক আপুনি।”

“পখী!”

তাই গলটোত হাত দুখনেৰে ধৰি চকু মুদি মুখখন ওপৰলৈ তুলি ধৰিলে।

“ইমান নিষ্ঠুৰ হব পাৰা তুমি পখী!”

তাই ডালটো এৰি দি হঠাৎ বহি পৰি কবলৈ ধৰিলে—“কি কৰিব আপুনি মোক?—কওক মই কি কৰিব লগে?—কিয় আপুনি আহিছিল? কিয়? উঃ!” তাইৰ শৰীৰটো কোঁচ খাই আহে।

তাকেই কবলৈ আহিছোঁ পখী। কোনো দিন মোক ক্ষমা নকৰিবা। চিৰদিন মোক অভিশাপ দি থাকিবা। তোমাৰ সৰ্বনাশ কৰিবলৈ মই আহিছিলোঁ পখী। আজি মোৰ সকলো উদ্দেশ্য সিদ্ধি হৈ গৈছে।” তাই হঠাৎ থিয় হয়। চকুৰ পানী মচি অলপ শান্ত হবলৈ চেষ্টা কৰে।—“জানো, আপুনি মোক ভাল পায়। মই যিমান আশা কৰিব নোৱাৰোঁ, সিমান ভাল পায়। মোক আৰু একো নালাগে। মৰণৰ দিনলৈকে মই মনত ৰাখিম যে—”

“নহয় পখী, মই নাযাওঁ। তোমাকম এৰি মই যাব নোৱাৰোঁ পখী।”—তাইৰ হাত খনত দুয়োখন হাতেৰে চেপা মাৰি ধৰোঁ।

“সিযে নহয়, আপুনি যাবই লাগিব। আপোনাৰ কথা আটাই বিলাকেই যে মই জানিব পৰিছোঁ। আপুনি যাওক। ইয়াতকৈ বেছি মোৰ ভাগ্যত নাই।”…

“পখী!”

মোৰ চলচলীয়া চকু দুটা হাতেৰে মচি দি, মোৰ বুকুত মূৰটো থৈ তাই কব ধৰে,—ইমান মৰমকৈ মোক নামাতিব। সহ্য কৰিব যে নোৱাৰিম।” হঠাৎ অলপ দূৰলৈ গৈ থিয় দি আকৌ কৈ যায়—“জানোঁ আপুনি যাব।—কেতিয়া যাব?”—তাই অতি চঞ্চল হৈ উঠে।—“কিন্তু মোক এটা স্মৃতি দি যাওক। কিবা এটা দি যাওক। নহলে মই কি লৈ বাচি থাকিম? দিয়ক—”

জোৰ কৰি মোৰ হাতৰপৰা আঙঠিটো নি নিজৰ আঙুলিত পিন্ধি লৈ আকৌ মোৰ বুকুৰ ওপৰত মূৰটো থৈ তাই বৰ অবশভাৱে কব ধৰিলে—“আকৌ এবাৰ, মাত্ৰ এবাৰ, শেষ বাৰলৈ মোক মাতক মৰম কৰি: বৰ আদৰ কৰি। আপোনাৰ যে বৰ আদৰৰ মই”—



তাইৰ উশাহবোৰ বৰ ঘন। গাটো জ্বৰৰ দৰে গৰম।—“কিন্তু, তোমাৰ যে জ্বৰ উঠিছে পখী!”

“নাই নাই একো হোৱা নাই। আৰু এবাৰ মৰম কৰি মাতক।”—মোৰ চকুৰ পানী এটোপ তাইৰ গালত পৰে। তাই চকু মেলি চাই হাঁহি আকৌ মোক সাৱটি ধৰে।

“পখী, পখী।”

অতিশয় আনন্দত হঠাৎ পখী মূৰ্ছা গৈছে মুখত সেই হাঁহিটো লৈ। মূৰ্ছিতা পখীৰ জ্বৰৰ তাপত অত্যন্ত গৰম শৰীৰটো মোৰ গাৰ ওপৰত থাকোঁতেই ৰাতিৰ অন্ধকাৰে চাৰিও ফাল ঢাকি ধৰে।

ছিঃ নফুল কান্দিছ?

## আন্ধাৰ নিশাৰ জুই

জমিৰুদ্দিন আহম্মদ

ঘৰৰ ভিতৰ আৰু বাহিৰত যেন অন্ধকাৰৰ হাট বহিছে। ঘিটমিট অন্ধকাৰ। কোনোবাই সন্মুখলৈ আহি চকুত ঘোঁৰকটা এটা মাৰি দিলেও মনি পাবলৈ উপায় নাই।

আকাশত মেঘৰ গভীৰ আড়ম্বৰ। কিন্তু এছাটি বিজুলীৰ মুহূৰ্ত এটিও দেখা দিয়া নাই।

নিশাচৰ পখী দুটাই চোতালৰ ওপৰৰ আকাশেদি জৰৎ জৰৎকৈ পাখি কোবাই কৰবালৈ উৰি গুচি গল। জংগলেৰে ভৰা বাৰীখনৰ কঠাল জোপাত ফেঁচা এটাই মাত্ৰ নিশাৰ নিস্তব্ধতাৰ বুকুত আঘাত কৰি মাজে মাজে চিয়ঁৰি উঠিছিল—নিউ—নিউ—নিউ।

এনে সময়তে বেতৰ চোপটোৰ ওচৰত দুটা শিয়ালৰ খেক্‌খেকনি শুনা গল। ইমান সময়ে কিজানি শিয়ালকেইটাই মৰা কেচুৱাটো গাঁতৰপৰা উলিয়াই তাৰ হাড়-মূৰ টনা-আঁজোৰা কৰি চোবাব ধৰিছে—মেকুৰীয়ে যেনেকৈ ইন্দুৰ নিগনি চোবায়, ঠিক সেইদৰে।

নিজৰ ধুনীয়া লৰাটিক শিয়ালবোৰে চোবোৱাৰ কল্পনাটো দীপালীৰ মগজত বৰ বেছিকৈ লাগে। তাইৰ মূৰ ঘূৰি যায়। গোটেই শৰীৰটো যেন গৰম হৈ আহে। তাই বাগৰ সলায়। অবিৰল ধাৰে দুয়ো চকুৰ কোণেদি তপত পানীবোৰ নিগৰি ওলাই আহে।

তাই এবাৰ মূৰটো দাঙে। মজিয়াৰ বেলেগ বিছনাখনত মাকৰ টোপনি আহিছে। তাই বুজি পায়। আকৌ সেই শিয়াল কেইটাৰ শব্দ। নাকৰ গোঁজৰণি। শিয়াল কেইটা আজি ৰাক্ষস। সিহঁতে মানুহ খায়। তাইৰ পেটৰ পোনাটিৰে আজি সিহঁতে সিহঁতৰ ভোজ পাতিছে।—কেচুৱাটি জাৰজ। জাৰজ বুলিয়েই সি আজি অধিকাৰ হেৰুৱালে পৃথিবীত বাচি থাকিবলৈ। মৰম চেনেহ আদায় কৰিবৰ অধিকাৰ বা উপযুক্ততা সি হেৰুৱাই আহিছে। যিবোৰ জাৰজ নহয়, সিহঁত চেনেহৰ দুলাল—আদৰৰ ৰাজকোঁৱৰ।



কেচুৱাটিৰ পিতাক নাই!—পিতাক নোহোৱাৰ মানে?—কিন্তু, পিতৃত্বৰ দাবী কৰিবলৈ, অধিকাৰ স্থাপন কৰিবলৈ পৌৰুষ-সাহস নাই সেইজন পুৰুষৰ বুকুৰ ভিতৰত—যিজন কাপুৰুষ তাৰ জন্মৰ কাৰণে দায়ী। সেই বুলিয়েই এই নিঃসহায় দুৰ্ভগা সন্তানটি জাৰজ?

নিঃসহায় কেচুৱাটিয়ে পৃথিবীত ভৰি দিবলৈ নৌপাওঁতেই, প্ৰথম শব্দটো ফুটি ওলোৱাৰ আগ মুহূৰ্ততেই তাৰ ডিঙিত পৰিছে এটা কঠিন চেপা। যি নাৰীক দুনিয়াই চিৰকালেই ঘোষণা কৰি আহিছে সৰলা দয়াশীলা বুলি, সেই নাৰীৰেই কঠিন হাতৰ চেপা পৰিছে তাৰ সদ্যজাত কোমল ডিঙিত।

দীপালীৰ নিষ্ঠুৰা মাকৰ আঙুলিৰ কঠিন পৰশত সদ্যজাত কোমল কেচুৱাটিৰ ক্ষুদ্ৰ বুকুখনিৰ পাঁজৰৰ ভিতৰৰ পৰা প্ৰাণবায়ু মুক্ত-বিশাল বায়ুমণ্ডলৰ লগত মিহলি হৈ গৈছে। সি জানো তাকেই সাধি আহিছিল? মানুহেতো কয়—ভগবানৰ কথা—সাধনৰ কথা! ভগবানে জানো তাৰ কাৰণে সেই ব্যৱস্থাকেই কৰি ৰাখিছিল? সি জানো তাকেই সাধি আহিছিল? সি জাৰজ। সি জীয়াই থাকিলে জনসমাজে তাক ঘৃণা কৰিব। সেই বাবেই জানো ভগবানৰো তাৰ ওপৰত এই নিকৰুণ ব্যৱস্থা!—যি দিপালীৰ মাক আছিল দীপালীৰ কাৰণে চেনেহৰ তীৰ্থ-গংগা, সেই মাকৰ হাততে আজি তাইৰে নিজৰ সন্তানৰ এনে পৈশাচিক হত্যাকাণ্ড! ভাবি ভাবি তাই একোকেই ভাবিব নোৱাৰা হৈ যায়।

দীপালীয়ে জানে—তাই বাল-বিধবা। এইটোৱেই তাইৰ দোষ।—যি দোষৰ কাৰণে তাইৰ সন্তানে পৃথিবীত জীয়াই থকাৰ অধিকাৰ হেৰুৱাইছে। তাই এইটোও বুজি পায়—বিধবা হোৱাটো তাই নিজে কৰা দোষ নহয়।···বিধৱা হোৱাৰ পিছত?—তাই বুজি নাপায়। পুৰুষৰ লোলুপ আশা, যৌৱনৰ অনিবাৰ্য্য দাবী; তাৰ পিছত—বিনিময়ৰ জীৱন-বিয়পা কালিমা, দাগ!···

শিয়াল কেইটাৰ খেক্‌খেকনিবোৰ আৰু বাঢ়ি যায়। কেচুৱাটিৰ কোমল শৰীৰটোৰ এটুকুৰা মঙহ নাইবা এডাল হাড়ৰ কাৰণে দুই তিনিটা শিয়ালৰ যুদ্ধ লাগে। নীৰব অন্ধকাৰ নিশাটো শব্দ-মুখৰ হৈ উঠে। নিবিড়তাত কঁপনি লাগে। দীপালীৰ বুকু খনিত যেন সাত গহনৰ অনল জ্বলি উঠে। নাৰীত্বক তাইৰ মানত হেয় বোধ হয়। দাবীও নাই অধিকাৰো নাই···এই ব্যৱস্থাক ভাঙি মোহাৰি চুৰমাৰ কৰি দিবলৈ ইচ্ছা হয়।

শিয়াল কেইটাৰ শব্দ আৰু বিকট হৈ পৰে। দীপালীয়ে মূৰ দাঙি চায়। মাকৰ প্ৰতি তাইৰ খং উঠে—ঘৃণা জন্মে। সন্তানটিৰ প্ৰতি তাইৰ মৰমটো উগ্ৰ হৈ উঠে। সেইটোক বিচাৰি বুটলি আনি জীয়াই তুলি লবলৈ উৎকট ইচ্ছা এটাই অদমনীয় ভাৱে তাইৰ মগজৰ মাজত জন্ম পায়। অৱশেষত তাই ব্যাধি-গ্ৰস্তা হৈ পৰে।

চুপে চাপে তাই থিয় হয়। মাকৰ শিতানৰ পৰা ছেলাইটো হাতৰ মুঠিত লৈ হাতৰ সাৱে ভৰিৰ সাৱে দুৱাৰখন মেলি ঘৰৰ বাহিৰ হয়। নিজে বুজি নোপোৱাকৈয়ে চোতালত থিয় দি নিজম নিশাটো উপলব্ধি কৰে। শেষত ছেলাইটোৰ পৰা জুই জ্বলাই ঘৰৰ চালত লগাই দি এটা বিকট হাঁহিৰ চিৎকাৰ কৰি দ্ৰুতপদে তাৰপৰা আঁতৰি পলায়।

... ... ...

জুই জ্বলি উঠিল। ৰ'দত শুকাই বুগুজুনীয়া হৈ থকা খেৰৰ চালত লাগি অগ্নিয়ে নিজৰ ভয়ংকৰ মূৰ্তি প্ৰকাশ কৰি দপ্‌দপ্‌কৈ জ্বলি উঠিল। বিৰাটকায় অগ্নি-পুৰুষে যেন তাৰ লেলিহান সৰ্বগ্ৰাসী শিখাৰে বুঢ়ী আৰু বুঢ়ীৰ লগতে পৃথিৱীৰ পৰা সকলো পাপ, সকলো কলংককেই পুৰি ছাই কৰি দিব—চেলেকি নিঃশেষ কৰিব!

ঘৰৰ ভিতৰত এটা আতংকৰ গোঙনি শুনা গল। কৰ্‌ কৰ্‌ কৰ্‌—ঠাহ্‌ ঠুহ্‌ ঠাহ্‌—বুঢ়ীৰ ঘৰ পুৰি ছাই হৈ গল। নৰ হত্যাকাৰিণী বুঢ়ীও ঘৰৰ লগতে ভস্মীভূত হল। তাৰ পিছত বতাহ বলিল—ভীষণ বতাহ। ঘৰৰ পিছত ঘৰ জ্বলিব ধৰিলে। ভীষণ বৰষুণৰ পূৰ্বৰ ভয়ংকৰ ধুমুহাটোৱে যেন অগ্নিকাণ্ডটোৰহে অপেক্ষা কৰি আছিল। বতাহত পাকে পাকে ভীষণকায় অগ্নিৰ আকাশলংঘী বিপুল শিখাবোৰে এজনী উন্মত্তা নৰ্তকীৰ খোপা সুলকি নচা চুলিৰ নাচোনৰ দৰে নাচিবলৈ ধৰিলে। বতাহৰ পাকত উল্কা উৰিব ধৰিলে! নিশাটো ঘৰপোৰাৰ শব্দ আৰু আৰ্ত জনতাৰ কোলাহলেৰে পূৰ্ণ হৈ উঠিল। গোটেই গাওঁ পুৰি শেষ হৈ গল। যুগে যুগে সমাজৰ সঞ্চিত পাপৰ যেন প্ৰায়শ্চিত্ত হল। তাৰ পিছত সশব্দে শিল পৰিব ধৰিলে। অৱশেষত দবাপিটা বৰষুণ।

... ... ...

আৰু দীপালী?...



তাইক যেন উৎকট্‌ মৰম-স্নেহ-আশা-হতাশা আৰু পাপবোৰে বাউলী কৰি তুলিলে। প্ৰথমতে তাই দৌৰিলে। পিছফালে যেতিয়া জুইৰ ভয়ঙ্কৰ মূৰ্তি চকুত পৰিল তেতিয়া তাই আৰু বেছিকৈ দৌৰিব ধৰিলে। কিন্তু অৱসন্নতাৰ কাৰণে বেছি দূৰ দৌৰিব নোৱাৰিলে। কম সময়ৰ ভিতৰতে তাইৰ উশাহ ঘন হৈ আহিল। হাহাকাৰবোৰে যেন বুকত সাগৰৰ খলকনি তুলিলে। গোটেই গাওঁখনৰ জুইবোৰ যেন তাইৰ মূৰটোত দপ্‌দপ্‌কৈ জ্বলি উঠিল।

খুব খৰকৈ ঘূৰা যন্ত্ৰ এটাৰ গতিয়ে তাৰ শেষ মাত্ৰাটো অতিক্ৰম কৰিলে যি অৱস্থা প্ৰাপ্ত হয় তাইৰ কণমানি হৃৎপিণ্ডটিৰো সেয়ে হল। বিশাল পৃথিৱীখনৰ বহল বুকৰ ওপৰত তাইৰ ক্ষুদ্ৰ-দেহাটো পৰি থাকিল নিলৰ নিশ্চল হৈ।

... ... ...

ৰাতিপুৱা গাওঁৰ মানুহে দেখা পালে এটা জাৰজ সন্তানৰ মাক। মৰা শটো চাই চাই কেনোৱে গালি পৰিলে—'পাপীয়সী!'...কোনোৱে কলে—'নৰকৰ কীট!!'

# লুইতৰ মোহ

সুপ্ৰভা গোস্বামী

সিহঁতে কয় মই হেনো বলিয়া! মোৰ বোলে মস্তিষ্কৰ বিকৃতি ঘটিছে! মোৰ কিন্তু ধাৰণা অন্য ৰূপ। সিহঁতে মোৰ কথাবিলাক প্ৰলাপ বোলে। সিহঁতে কলেই হ'লনে প্ৰলাপ বুলি? মই নিজে যি কথাটোৰ প্ৰমাণ পাইছোঁ, দেহে মনে সঁচা বুলি জানিছোঁ, সেইটো কিছুমান ধাৰণা-শক্তিহীন মানুহৰ কথাতে মই অবিশ্বাস কৰিব পাৰোঁনে? কিন্তু মোৰ কথা কোনে শুনে? কোনে বুজে?

সি যি হওক বাৰু। মই আজি মোৰ জীৱন-কাহিনী কম। সেই ঘটনাটোৰ কথাও কম যি ঘটনাটোৱে মোৰ জীৱনৰ সোঁত বেলেগ পিনে বোৱাই দিলে আৰু মনতে মোৰ সংশয়-যুক্ত অস্থিৰতাৰ অংকুৰ সিঞ্চিত কৰিলে।

মোৰ জীৱন-কাহিনী শুনিবৰ ঔৎসুক্য বা ব্যাকুলতা যে আনৰ নহবও পাৰে, সেইটো মই জানোঁ। কিন্তু তথাপি মই কবই লাগিব। কাৰণ, মোৰ মনৰ বিচাৰ-বুদ্ধি, ধাৰণা, চিন্তা এই বিলাক সংসাৰৰ আগত মেলি নিদিয়ালৈ, মোৰ অস্থিৰ, সংশয়-পূৰ্ণ মনটো নিঃসংশয় নহয়। স্থিৰতাও লাভ কৰিব পৰা নাই। মোৰ একান্ত মিনতি, কোনোৱে যেন ইয়াক সম্পূৰ্ণ নুশুনাকৈ, নুবুজাকৈ বলিয়াৰ বলিয়ালি বুলি উৰাই নিদিয়ে। প্ৰথমতে শুনি তাৰ পিছত যেয়ে যি ভাবে ভাবি থাকিব। মোৰ তাত কোনো লাভালাভ নাই।

দেউতা আছিল উচ্চপদস্থ ৰজাঘৰীয়া কৰ্মচাৰী। তেওঁৰ বেছিৰ ভাগ কামেই আছিল ঘূৰি ফুৰা। নিজৰ কৰ্মস্থানত খুব কম সময়হে থাকিবলৈ পাইছিল। দেউতাৰ লগত ময়ো প্ৰায়ে ঠায়ে ঠায়ে ঘূৰি ফুৰিছিলোঁ। সৰুতে আই ঢুকোৱাৰ পিছৰে পৰা দেউতাৰ লগত মই ডাঙৰ হৈছোঁ। দেউতাৰ অতিৰিক্ত স্নেহ বশতঃ মোক আন কাৰো লগত এৰি থৈ নিশ্চিন্ত হব নোৱাৰিছিল। গতিকে মই সদায় দেউতাৰ ভ্ৰমণৰো সংগী আছিলোঁ। ফুৰাৰ লগে লগে, মোৰ শিক্ষা-দীক্ষা লৈয়ো দেউতাৰ যথেষ্ট দৃষ্টি আছিল। বাহিৰত



থকা দিন কেইটাত, তেওঁতে নিজেই মোক পঢ়োৱাৰ ভাৰ লৈছিল। ঘৰলৈ আহিলে, এগৰাকী আদহীয়া শিক্ষয়িত্ৰীৰ ওচৰত মই পঢ়া-শুনা, চিলাই, গান আদি শিকিছিলোঁ। দেউতা সংস্কৃত সাহিত্যৰ সুপণ্ডিত আছিল। সংস্কৃত তেওঁৰ বৰ প্ৰিয় বিষয় আছিল। বোধ কৰোঁ সেই কাৰণেই মোক দেউতাই সৰুৰে পৰা সংস্কৃত পঢ়াবলৈ আৰম্ভ কৰিছিল।

ক্ৰমে ক্ৰমে মই দেউতাৰ লগত সংস্কৃত কাব্য-সাহিত্য পঢ়িবলৈ ধৰিলোঁ। যিমানেই পঢ়িলোঁ, সিমানেই কাব্যৰ ৰসাল, গভীৰ ভাববোৰ মোৰ মনত গাঁথি গাঁথি ৰবলৈ ধৰিলে। সদায় দেউতাৰ লগে লগে ঘূৰি ফুৰাৰ কাৰণে মোৰ মনটোও অজানিতে সংগীৰ কাৰণে ক্ষুধিত হৈ উঠিছিল। মোৰ সেই সংগীৰ অভাৱ সংস্কৃত কাব্যই পূৰ্ণ কৰিবলৈ ধৰিলে। একোদিন পঢ়ি থাকোঁতে থাকোঁতে মই বাহ্যিক সংসাৰৰ সকলো পাহৰি যাওঁ। একোখন কিতাপ শেষ হয়, আৰু মোৰ কল্পনা ঘূৰি ফুৰে—ৰামগিৰিৰ পৰা উজ্জয়িনীলৈ, ৰত্নপ্ৰভ হিমালয়ৰ পৰা ৰত্নগৰ্ভ বিশাল সাগৰলৈ! এইদৰে কবিৰ কল্পনাই মোৰ মন আবৃত কৰি ৰাখিলে। সংসাৰখন যে কাব্যৰ সুৰলা পদবিন্যাস নহয়, সেইটো ময়ো মনে মনে জানিছিলোঁ। কিন্তু তথাপি এটা মানসিক তৃপ্তি-দায়ক মোহৰ আকৰ্ষণত মই যেন একৰকম জানি শুনিয়েই কাব্যৰ ছন্দোময় মায়াজালত আবদ্ধ হৈ পৰিলোঁ। এয়ে হ'ল মোৰ কাহিনীৰ সূচনা। ঘটনাৰ কথা কবলৈ গৈ এই সূচনা খিনি বাদ দিবলৈ মোৰ ভাল নালাগিল।

যি সময়ৰ কথা কব ধৰিছোঁ, তেতিয়া মোৰ বয়স সোল সোতৰ বছৰ। দেউতাৰ লগত ময়ো তেজপুৰলৈ আহিছোঁ, আৰু নদীৰ পাৰৰ চৰকাৰী বঙলাতে আছোঁহি। টিলাৰ ওপৰত আহল বহল ঘৰটো। এপিনে বিশাল ব্ৰহ্মপুত্ৰ। ব্ৰহ্মপুত্ৰৰ উপযুক্ত গহীন গম্ভীৰ গতি—বিস্তৃত বুকৰ মাজত মহৎ ব্যক্তি জনোচিত উদাৰতা, অতল গভীৰতা। মহৎ লোকৰ দৰেই, নিজৰ ওপৰত হোৱা সকলো প্ৰকাৰ অত্যাচাৰ, উপদ্ৰৱৰ বেদনা, বুকু পাতি লৈ গম্ভীৰ গতিত আপোন কাৰ্য্য কৰি যায়। এনে গম্ভীৰ ৰূপত মোৰ ভাৱপ্ৰৱণ মন বিভোল হৈ গ'ল। মহাবাহু ব্ৰহ্মপুত্ৰই, মোৰ কিশোৰী মন আকৃষ্ট কৰি পেলালে। চাই চাই মোৰ হেপাহ নপলোৱা হ'ল। মনত মোৰ স্পৰ্শৰ হেপাহ জাগিবলৈ ধৰিলে।

এদিন গধূলি লাহে লাহে আগবাঢ়ি গলোঁ। মোৰ মনত হ'ল, মই যেন অভিসাৰিকা। মনোহৰৰ উদ্দেশ্যে ঘৰৰ বাহিৰলৈ আহিছোঁ। কোন তেওঁ? কাৰ উদ্দেশ্যে? লৌহিত্যৰ, শান্তনুকুল নন্দনৰ? মুহূৰ্তৰ কাৰণে মই থমকি ৰলোঁ। পাছ মুহূৰ্ততে মোৰ মনত কৌতুক জন্মিল। কাব্য কবিৰ কল্পনা! পাতল মনেৰে মই আগবাঢ়ি গলোঁ।

অলপ দূৰ যোৱাৰ পিছতে, ভৰিৰ আঙুলিৰ শীতল পানীৰ স্পৰ্শ অনুভৱ কৰিলোঁ। গাটো জিকাৰ খাই উঠিল! ভৰিখন আপোনা আপুনি কোঁচ খাই আহিল। মনটো সংকুচিত হৈ গ'ল। কিবা এটা যেন বেয়া কাম কৰিলোঁ। মাননীয়, শ্ৰদ্ধেয় কৰোবাৰ গাত ভৰি লাগিলে, মনত যে সংকোচ হয়, মোৰো তেনে হ'ল। বুজিব নোৱাৰা সংকোচত মই থিয় দি ৰলোঁ। ব্ৰহ্মপুত্ৰৰ বহল বুকলৈ মই আৰু আত্মবিভোৰ হৈ চাই থাকিব নোৱাৰিলোঁ। চালেই যেন কাৰোবাৰ চকুৰে চকুৰে পৰি যাব। কোনোবাই যেন মোৰ অগোচৰতে তেওঁৰ গাত ভৰি লগাৰ কাৰণে, মোৰ লাজ-সংকুচিত ভাবটো দেখি কৌতুক অনুভৱ কৰি হাঁহিছে। মোৰ মনত এনে অদ্ভুত ধাৰণাই কেনেকৈ স্থান পালে কব নোৱাৰোঁ। কিন্তু হাজাৰ চেষ্টা কৰিও মই আৰু সেই ব্ৰহ্মপুত্ৰৰ শোভা উপভোগ কৰিব নোৱাৰিলোঁ। নিজৰ ওপৰতে বিৰক্ত হৈ, বঙলালৈ উভতি আহিলোঁ।

তাৰ পাছত বহুদিনলৈ ব্ৰহ্মপুত্ৰৰ অতি ওচৰলৈ যাবলৈ মোৰ আৰু সুযোগ নঘটিল। কাৰণ পিছদিনাই দেউতা, তেজপুৰৰ পৰা একেবাৰে ছিলং পালেহি। ছিলঙলৈ আহি, নানা মানুহ-দুনুহৰ লগত আলাপ-পৰিচয় আৰু চাহ ভাতৰ নিমন্ত্ৰণ আদিৰ ভিতৰত মোৰ অকলশৰীয়া, চেঙেলীয়া মনৰ সেই অদ্ভুত ধাৰণা তল পৰি গ'ল। মই আকৌ নিয়ম মতে দেউতাৰ লগত পঢ়া-শুনা, ঘূৰা মেলা কৰিবলৈ ধৰিলোঁ।

লাহে লাহে দেউতাই মোৰ বিয়াৰ বিষয় ভাবিবলৈ ধৰা গম পালোঁ। বিচাৰি বিচাৰি দেউতাই বোধকৰোঁ মনৰ জোখাৰে জোৱাঁই পালে। ফাগুন মাহৰ এটা উৎসৱ-পূৰ্ণ দিনত দেউতাই মোক তেখেতৰ নিৰ্বাচিত জোৱাইৰ হাতত সম্প্ৰদান কৰিলে। ৰূপৱান, ধনৱান আৰু গুণৱান স্বামী। গতিকে মোৰ নিজৰো একো আপত্তি বা বেজাৰৰ কাৰণ নাছিল। বিয়াৰ পিছদিনা দুপৰীয়া আমি মোৰ শহুৰৰ ঘৰ বুলি যাত্ৰা কৰিলোঁ।



মোৰ স্বামীৰ ঘৰ আছিল লুইতৰ পাৰত। নাওৰে যাব লগে। ফাগুন মাহৰ জিৰ্‌জিৰীয়া বতাহৰ বুকুত উখল মাখল ঢৌ উঠিছে। দুই মূৰে নীল কাপোৰৰ পৰ্দা দিয়া, নাওৰ ছৈৰ তলত বহি মোৰ মনটোও যেন সামান্য পৰিমাণে তল্‌মলাই উঠিছিল। কিন্তু নিচেই কাষতে স্বামীৰ অস্তিত্বই, মোৰ মনৰ সেই তলমল ভাব তৎক্ষণাত আঁতৰাই পেলালে।

গধূলি পৰত আমি আহি তেওঁৰ ঘৰ পালোঁ। যথা নিয়মে মোক আদৰি নি ঘৰ সুমোৱা হ'ল। তাৰ পাছত স্বামীৰ লগত মোৰ দিন বিলাক কেইটামান বছৰলৈ, সহজ সৰল ভাৱে অতিবাহিত হৈ যাবলৈ ধৰিলে।

লুইতৰ কাষতে আমাৰ ঘৰ। সেই কাৰণে লুইতৰ সম্বন্ধে, ঘৰৰ আৰু গাৱঁৰ সকলোৰেই যথেষ্ট পৰিমাণে ঔৎসুক্য আছিল। কাৰণ লুইতেই হ'ল এই গাৱঁৰ ভাগ্য-বিধাতা। দুই চাৰিজন গাৱঁলীয়া লগ লাগিলেই নদীৰ কথা এবাৰ নহয় এবাৰ ওলায়। নদীৰ এইবাৰ গতি কেনে, বানপানী হবনে ভালে ভালে বাৰিষাটো পাৰ হৈ যাব, নৈৰ মাজত ক'ত কোনটো চাপৰি তল গ'ল আকৌ ক'ত নতুনকৈ চৰ পৰাৰ সম্ভাৱনা, মাছৰ উজান কোন পিনে ঢাল ললে; ইত্যাদি নানা ধৰণৰ কথা বাৰ্তা মই প্ৰায়েই শুনিবলৈ পাওঁ।

যি বছৰ মানুহে বানপানীৰ আগন্তুক আগৰে পৰা আশংকা কৰে, সেই বছৰ যথেষ্ট সময় হাতত থাকোঁতেই, নিজ নিজ গৰু-ম'হ, ঘৰবাৰী পাৰ্য্যমানে নিৰাপদ ঠাইলৈ তুলি নিয়ে। কোনোবাৰ হয়তো বিন্দুমাত্ৰও আগজাননী নোহোৱাকৈ হঠাতে, হুৰ্‌হুৰাই, লুইতৰ পানী ওফন্দি আহি বহু জীৱজন্তু গছগছনিৰ আশ্ৰয়ৰ স্থল, মহানদৰ আহল বহল পাৰ ভাঙি ওপচি আহে। অপ্ৰস্তুত নৰনাৰী, বালক বৃদ্ধ, সকলোৱে কোঢাল লাগি পৰে। গোহালিৰ গাই দামুৰি, গড়াঁলৰ হাঁহ কুকুৰা ইত্যাদি পোহনীয়া জীৱ-জন্তুৰ ভয়াৰ্ত চিঞৰত চৌদিশে আতংকৰ সৃষ্টি কৰে। কোনো কোনো ভাগ্যবানে হয়তো নিজ নিজ বয়বস্তু গৰু বাছৰু দুই চাৰিটা ৰক্ষা কৰিব পাৰে। বেছিৰ ভাগেই সৰ্বস্বান্ত হয়। অনেকে প্ৰাণ হেৰুৱায়।

বানপানীৰ ভয়াল ৰূপ, সৰ্বহাৰা দলৰ আতংক মিশ্ৰিত শোক-ব্যাকুল কান্দোন, ক্ষুধিত মানুহ আৰু জীৱজন্তুৰ আকুল আবেদনত আকাশে বতাহে এটা নমনীয় ভাব বিয়পি পৰে। নানা ভাবে মহাবাহু ব্ৰহ্মপুত্ৰৰ ক্ৰোধ দমনৰ চেষ্টা চলে। পূজা পাতলতো আছেই—মানুহৰ ক্ষুদ্ৰ শক্তিৰে, খণ্ড খণ্ডকৈ

মথাউৰি বান্ধি বাৰা ব্ৰহ্মপুত্ৰক ৰোধ কৰাৰ চেষ্টাও চলে। যি কোনো কাৰণতে হওক, কোনোবাৰ হয়তো যেনেকৈ হঠাতে বাৰা ব্ৰহ্মপুত্ৰই ভীষণ ৰূপ ধৰিছিল, তেনেকৈয়ে হঠাতে শান্ত হৈ যায়। আতুৰ নৰ-নাৰীৰ দেহালৈ জীউ আহে। হৈ যোৱা ক্ষতি পাহৰিবৰ চেষ্টা কৰি আকৌ নতুনকৈ বসতিত বহে। খেতি বাতিৰ চেষ্টা কৰে। বান-পানীৰ বাঢ়নীয়া পানীত আপোনজনক হেৰুৱা বিলাকে, বুঢ়া ব্ৰহ্মপুত্ৰৰ ৰাক্ষসী ধকক শাও দি বিলাপ কৰে। কোনো বাৰ হয়তো মানুহৰ সমস্ত কাকুতি মিনতি, চেষ্টা-চৰিত্ৰ নেওচি, বুঢ়া ব্ৰহ্মপুত্ৰই, বুঢ়া পগলা-শিৱৰ দৰেই প্ৰলয় নৃত্যত উন্মাদ ব্ৰহ্ম হৈ উঠে। মহানদৰ দুয়ো পাৰ চকুৰে মনিব নোৱাৰা হৈ, ফেনেফোটোকাৰে সাগৰ যেন হৈ পৰে। পাৰৰ মাটিত ফাট মেলি চপৰা চপৰে খহি পৰে উন্মাদ ব্ৰহ্মপুত্ৰৰ স্ফীত বুকুৰ অতল গৰ্ভত। নিশ্চিহ্ন হৈ যায় কণ্ কণ্কৈ, পুৰুষানুক্ৰমে অৰ্জিত মানুহৰ ঘৰবাৰী, খেতি পথাৰ। নিশ্চিহ্ন হৈ যায় হাবিবন। খহি, বাগৰি পৰে মহানদৰ গতিপথৰ দুই পাৰৰ পাহাৰ, জঙ্গল। বাম ঠাই দ হৈ যায়। দ ঠাইত বালি পৰি নতুন চাপৰি গজালি মেলি উঠে।

এইদৰে লুইত সম্বন্ধে নানা ধৰণৰ কথা বতৰা শুনি শুনি, স্বাভাৱিকতে লুইত সম্বন্ধে মোৰ মনত এটা কৌতুহল হব ধৰিলে।

বাৰিষা আহিল। আহাৰ মাহৰ ক'লা ডাৱৰে লুইতৰ বুক আন্ধাৰ কৰি ছানি ধৰিলে। বহল বুকুৰ মাজত, যেন কিবা এটা অসহনীয় ব্যথা উপচি পৰিল। সেই ব্যথাৰ বোজা সহিবৰ শক্তি যেন ব্ৰহ্মপুত্ৰৰ দৰে মহানদৰো নাই। সেই কাৰণেই বোধ কৰোঁ গভীৰ ৰাতি কেতিয়াবা লুইতৰ বুকু গুমৰি উঠে। যেন কোনোবা বীৰ্য্যৱন্ত, আত্মাভিমানী পুৰুষে, নিজৰ চিন্তাৰ ভাৰ অসহ্য হোৱাত, নিৰ্জন নিস্তব্ধ আন্ধাৰৰ মাজত তাক মোকোলাই দিছে।

কেবাদিনো লুইতৰ সেই গুমৰণি শুনি, মই টোপনিৰ পৰা উচাপ খাই সাৰ পাইছোঁ। মোৰ স্বামীয়ে স্নেহপূৰ্ণ কথাৰে মোক নিৰ্ভয় দিছে। ভয়ত যে মই চক খাই উঠা নাই, সেই কথা তেওঁক কওঁ। মাজৰাতি লুইতৰ বুকুৰ গুমৰণি যে মোৰ মনত কোনোবা জীৱন্ত মানুহৰ বুকুৰ গুমৰণি যেন লাগে, তাকো কওঁ। তেওঁ কেৱল কৌতুকত হাঁহে। সংস্কৃত কাব্যৰ প্ৰভাৱ বুলি মোক ঠাট্টা কৰে।

দিন গৈ গৈ বাৰিষাৰ ওৰ পৰিল। খৰালি পৰাৰ লগে লগে মানুহ



বিলাকৰ মুখত প্ৰফুল্ল ভাবে দেখা দিল। লুইতৰ গতি তেওঁলোকৰ জীৱন ধাৰণৰ অনুকূল দেখি, মন এতিয়া পাতল। মহানদৰ দুই পাৰৰ মাটি ফল-পূৰ্ণ দেহাৰ ভাৰত যেন ওপচি পৰিছে। চকুৰে মণিব নোৱাৰালৈ চাপৰিৰ ওপৰত সৰিয়হ খেতিৰ হালধীয়া ফুলৰ চমক। চকলা-চকলি ঘন সেউজীয়া পাত-লতাৰ মাজত হেঙুলীয়া খোলৰ প্ৰকাণ্ড প্ৰকাণ্ড ৰঙালাউৰ চিকমিকীয়া শোভা। শাক-পাচলিৰ শ্যামল শোভাৰ কাষত, দূৰে দূৰে গৰু মহৰ জাক। জুপুৰা জুপুৰি পমুৱা ঘৰ। এই আটাই বিলাকে বিশাল ব্ৰহ্মপুত্ৰৰ পাৰত আশ্ৰিত মানুহৰ সৌভাগ্যকেই সূচনা কৰিছে।

কিন্তু এই আনন্দ-দাতা, ফলদাতা, দানশীল লুইতৰ কি হল? কিয় ইমান নীৰব? গম্ভীৰ-গতিৰ মৃদু-গমন ধ্বনি ক'ত? বাৰিষা ৰাতিৰ আক্ৰোশ-ভৰা গুমৰণিয়ে বা কিয় এনেকৈ নিস্তব্ধ হ'ল? তেজপুৰত যি গতিয়ে মোৰ মন আকৰ্ষণ কৰিছিল, বাৰিষা গহীন ৰাতিত যি গুমৰণিয়ে মোৰ নিশ্চিন্ত টোপনিৰ ভিতৰত চিন্তাৰ ঢৌ বোৱাই দিছিল, সেই ব্ৰহ্মপুত্ৰৰ কি হ'ল?

এদিন স্বামীৰ লগত ফুৰিবলৈ আহি, ব্ৰহ্মপুত্ৰৰ নিস্তেজ গতি, ক্ষীণদেহ দেখি মোৰ মনটো বিমৰ্ষ হৈ গ'ল। কি কাৰণত এনে হয়? প্ৰাকৃতিক পৰিবৰ্তন? ইমান সোনকালে? এনে পৰিবৰ্তন প্ৰকৃতি-দেৱীয়ে কিয় বিধান কৰে? তেওঁৰ দয়া মায়া নাইনে অলপো? মই নিজকে প্ৰকৃতি দেৱীৰ স্থানত ভাবি লওঁ। মই হলে কেতিয়াও এনে নিষ্ঠুৰ বিধান নকৰি লোঁহেতেন। মহাবাহু ব্ৰহ্মপুত্ৰৰ উজ্বল দেহৰ এনে শোচনীয় অৱস্থা দেখি মোৰ দুখ লাগিল।

পৃথিৱীৰ শোভাবৰ্ধন, এই মহা শক্তিৰ উচ্ছ্বসিত স্ৰোতৰ এনে পৰিবৰ্তনৰ আৰু কিবা কাৰণ থাকিব পাৰেনে? প্ৰাকৃতিক নিয়মৰ বাহিৰে আন কিবা কিবা কাৰণ? প্ৰকৃতিৰ প্ৰভাৱতো মানুহৰ গাতো আছে। কিন্তু ইমান সচাকিতে নহয়। কি ব্যথাত, কি অন্তৰ ভাঙি নিয়া ক্ষোভত আজি শান্তনুকুল নন্দনৰ এই দশা? স্বামীৰ আকৰ্ষণত মোৰ চিন্তাৰ ডোল ছিঙি গ'ল। তেওঁ মোক আকৌ সংস্কৃত কাব্য পঢ়ি, বাস্তৱ পৃথিৱী খন পাহৰি গৈছোঁ বুলি ঠাট্টা কৰিলে। মই ঘৰলৈ উভতিলোঁ।

মই কিন্তু ব্ৰহ্মপুত্ৰৰ শুকাই অহা দেহাৰ কথা পাহৰিব নোৱাৰিলোঁ। মনটো সদায় উৎকণ্ঠিত হৈ আছে ব্ৰহ্মপুত্ৰক চাই আহিবলৈ। কোনো ঘনিষ্ঠ

আত্মীয় অসুস্থ হলে মনৰ অৱস্থা যেনে হয়, মোৰো তেনে হ'ল। দিনৰ সকলো কাম-বনৰ শেষত গাৰ্ব মানুহ দুনুহ নিঃপালি দিলে, সদায় লুইতক চাই অহা মোৰ এটা বেমাৰ যেন হ'ল। মোৰ স্বামীও কিছুদিন মোৰ লগত-গৈছিল। শেষত তেওঁৰো বিৰক্ত হৈ উঠিল। ঘৰৰ বাকী বিলাকতো মোৰ এনে অশোভন ধৰণ কৰণৰ বাবে কেতিয়াবাই মোৰ ওপৰত বিৰূপ হৈছিল।

মই কিন্তু সদায় নিয়মিত ভাৱে ব্ৰহ্মপুত্ৰক চাবলৈ যাওঁ। যিমানে যাওঁ তিমানে মোৰ উৎকণ্ঠা বাঢ়ি যায়। কি ব্যথা, কি ক্ষোভ আছে এই অতল, গভীৰ বুকৰ মাজত? মই এবাৰ চাব নোৱাৰেঁানে? কেনেকৈ জানিম? কি উপায়েৰে তাৰ প্ৰতিকাৰ কৰিম?

নৈৰ পাৰত এইবিলাক ভাবি বহি থাকোঁতে, মোৰ ঘৰলৈ ওভোতা পলম হবলৈ ধৰিলে। মোৰ এই নৈশ অভিযানৰ কথা আগে কেৱল মোৰ স্বামীয়েহে জানিছিল। এতিয়া ঘৰৰ আন বিলাকেও গম পালে। স্বামীৰ পৰাও বিৰক্তিপূৰ্ণ তিৰস্কাৰ শুনিবলৈ ধৰিলোঁ। তেওঁ প্ৰথমে বহুতো চেষ্টা কৰিলে মোৰ মনৰ এনে অদ্ভুত ভাব আঁতৰাবলৈ। দূৰলৈ ফুৰিবলৈও নিব খুজিলে। মই কিন্তু মান্তি নহলোঁ। দূৰলৈ যোৱাৰ কথা শুনিয়ে মোৰ মনটো চিৰিং কৰি উঠিল। এনে অৱস্থাত লুইতক এৰি? লুইতৰ অৱস্থা কি হব? অথচ মই থাকিলেই যে কিবা এটা হব; সেইটোও মই ভবা নাছিলোঁ। কিন্তু তথাপি মই যাব নোৱাৰিলোঁ।

সকলোৰে কথাৰ অবাধ্য হোৱা বাবে, মই আটাইজনৰে গালি-শপনিৰ বস্তু হৈ উঠিলোঁ। ঘৰৰ বাহিৰতো মোৰ সম্বন্ধে নানা প্ৰকাৰ কথা ওলাবলৈ ধৰিলে। এইবিলাক সত্বেও মই পলাই হলেও লুইতক চাবলৈ নোযোৱাকৈ থাকিব নোৱাৰিলোঁ। এটা বুজিব নোৱাৰা আকৰ্ষণী শক্তিয়ে মোক যেন প্ৰতি মুহূৰ্ত্তে লুইতৰ ওচৰলৈ টানি নিব খোজে। দিনমান সেই অসীম শক্তিৰ লগত যুঁজি যুঁজি গোধূলি সময়ত মই ভাগৰি যাওঁ। তেতিয়া আৰু মই নোযোৱাকৈ থাকিব নোৱাৰোঁ।

মোৰ এই অনিচ্ছাকৃত অবাধ্যতাত, বিৰক্ত হৈ, ঘৰৰ সকলোৱে মোক নি দেউতাকে গতাই দিয়াৰ ঠিক কৰিল। মই যে ইচ্ছা কৰি সকলোৰে অপ্ৰিয় হোৱা নাই, কিবা এটা এৰাব নোৱাৰা আকৰ্ষণেহে যে মোক সদায় লুইতৰ পাৰলৈ টানি নিয়ে সেইটো কোনোৱে নুবুজিলে বা বুজিবৰ চেষ্টা নকৰিলে।



তেওঁলোকে কেৱল গালি শপনি, মাৰ পিটন দিয়েই মোৰ এই অদ্ভুত ভাব আৰু অবাঞ্ছিত কাৰ্য গুচাব খুজিছিল। কোনেও এবাৰো মোৰ মনৰ লগত মন মিলাই, লুইতৰ সম্বন্ধে এষাৰো কথা নাপাতিলে। এদিন লুইতৰ বিষয়ে স্বামীৰ লগত কথা পাতিবলৈ খোজোতে তেওঁ মোক খুন কৰিবলৈহে বাকী ৰাখিলে।

সেই দিনাৰে পৰা মই কাৰো লগত কথা নাপাতোঁ। কাৰণ কথা পাতিলেই মোৰ মুখৰ পৰা এবাৰ নহয় এবাৰ লুইতৰ কথা ওলাবই। সেইটোতে সকলোৰে আপত্তি। অথচ সেইটোকেই মই চেষ্টা কৰিও ৰোধ কৰিব নোৱাৰোঁ। ইচ্ছা শক্তিতকৈ বলবান আন এটা বুজিব নোৱাৰা শক্তিৰ প্ৰাধান্যই মোৰ নিজৰ বিচাৰ বুদ্ধিক হেঁচা মাৰি ধৰিছিল। মোৰ দেহ মনৰ ওপৰত মোৰ নিজৰ কোনো শাসনেই নোহোৱা যেন হৈ গৈছিল।

সি যি কি নহওক, কপালৰ লেখন ফলিবই। মই সকলোৰে অপ্ৰিয় হব লগা আছিল।—হলোঁৱেই।

এদিন মোৰ স্বামী মোক লৈ নাওত উঠিল দেউতাৰ ওচৰলৈ মোক নিবলৈ বুলি। মোৰ বিয়াৰ পাছত অহা ফাগুন মাহৰ সেই বতাহো নাই, লুইতৰ বুকুত তেনে উথল-মাথলো নাই। ব্ৰহ্মপুত্ৰ যেন সংসাৰৰ হেচাত মন ভাঙি পৰা মানুহৰ দৰে নিস্তব্ধ, অলস হৈ পৰিছে। কোনো উৎসাহ নাই। বুকৰ মাজত জীৱনৰ কোনো স্পন্দনো যেন নোহোৱা হৈ গৈছে।

নাওখনো চলিছিল ধীৰ গতিত। মোৰ স্বামীও নীৰৱ। তেওঁ মোৰ লগত কিছু দিনৰে পৰা এবাৰো কথা পতা নাই। সকলো নীৰৱ। কেৱল বঠা মৰাৰ ছপ্‌ছপ্ শব্দ। দুপৰীয়াৰ গভীৰ নিস্তব্ধতাৰ মাজত বঠাৰ সেই শব্দত মই উচাপ খাই উঠিলোঁ। লুইতৰ ক্ষয় প্ৰাপ্ত খীণ দেহাৰ দুই পাৰে বালি ওলাই, ব্যাধিগ্ৰস্ত মানুহৰ জীৰ্ণ জঁকাৰ দৰে দেখা হৈছে। তাৰে বুকত পৰিছে বঠাৰ আঘাত! মই সকলো পাহৰি গলোঁ। মুহূৰ্ত্তে ছৈৰ তলৰ পৰা উঠি গৈ নাৱৰীয়াটোৰ হাতত খপ্ কৰে ধৰি পেলালোঁ। খঙত মোৰ স্বামীয়ে হুংকাৰ দি উঠিল। তেওঁ মোক খঙেৰে টানি নি ছৈৰ ভিতৰলৈ গতা মাৰি দিলে। কি হল, মই কি কৰিলোঁ, একো তৎ ধৰিব নোৱাৰি, বিহ্বল হৈ বহি পাৰিলোঁ।

কিছু সময়ৰ পাছত আকৌ সেই বঠাৰ শব্দ। এইবাৰ মোৰ মন আৰু

উত্ৰাৱল হৈ পৰিল। কি নিষ্ঠুৰ, কি দয়া মমতাহীন এই মানুহ বিলাক! নাই, মই কেতিয়াও ব্ৰহ্মপুত্ৰৰ ক্ষীণ দেহত এনে আঘাত কৰিবলৈ নিদিওঁ। কাঠৰ সেই গধুৰ বঠা পাতৰ আঘাত এটা নিজে গাত পাতি লওঁ বুলি নাওৰ পৰা জাপ মাৰি পৰিলোঁ। এক নিমিষ যেন অনুভব কৰিলোঁ মোৰ গাত গধুৰ কিবা এডালৰ কঠিন আঘাত। তাৰ পাছত আৰু একো কব নোৱাৰিলোঁ।

মই যেতিয়া চকু মেলিলোঁ, তেতিয়া দেখিলোঁ, মই দেউতাৰ ওচৰত— আমাৰ ঘৰত। দেউতাই মোৰ পিনে বেজাৰ মনে চাই আছে। ওচৰত ডাক্তৰ কেইজনমান। এপিনে মোৰ স্বামী।

সেই দিনাৰ পাছৰ পৰা সদায় ডাক্তৰ আহিবলৈ ধৰিলে মোক চাবলৈ। অথচ মই নিজেই নাজানোঁ মোৰ কি অসুখ হৈছে। ডাক্তৰ বিলাকৰ ওপৰত, দেউতা আৰু স্বামীৰ ওপৰতো খং উঠিল। কথা নাই, বতৰা নাই, কিয় সদায় ডাক্তৰে চাব লাগে? মোৰ কি হৈছে? সিহঁতে মোক বলিয়া বুলি ভাবিছে নেকি? ঠিক সেয়েই হয়। নহলেনো ইমান চৰুবত, ঘোল, দৈ, বৰফ এই বিলাকৰ আয়োজন কিয়? কিয় ঘৰৰ সকলোৰে শঙ্কিত সন্ত্ৰস্ত ভাব? কথাটো ভবাৰ লগে লগে মোৰ বৰ খং উঠিল। হাঁহিও উঠিল!—মই জানোঁ বলিয়া—বাম!!

## মৰম

### চৈয়দ আব্দুল মালিক

ওচৰা ওচৰিকৈ বহুত দিন থকাৰ কাৰণে, আৰু বয়সতো সমান হোৱাৰ কাৰণে কেপ্টেইন বিবেকানন্দৰ লৈতে মোৰ গাঢ় সৌহাৰ্দ্য গঢ়ি উঠিছিল। অৱশ্যে ভালেমান বিষয়ত তেওঁৰ আৰু মোৰ মাজত পাৰ্থক্যও বহুখিনি আছিল। ধৰক, তেওঁ কথা কৈ বৰ আনন্দ পায়, কোনোবা এজন মনে মিলা শুনোতা পালে তেওঁ খাব লবলৈকো পাহৰি কথা কৈ থাকিব পাৰে কিন্তু মই কথা অতি কম কওঁ—আগৰে পৰা। আন হাতে তেনে দৰে কথা পাতিবৰ উপলক্ষও মোৰ সৰহ নোলায়। ল'ৰা-ছোৱালী কেইটাৰ লগতে পুৰা-গধুলি যি অলপ কথা-বতৰা হওঁ। কেপ্টেইনৰ ঘৰখন, শান্ত নিৰালপ। তেওঁৰ ঘৰত মাত্ৰ লৰা-ছোৱালী এহাল। ল'ৰাটোও ঘৰত নেথাকে। আছে 'এয়াৰ ফ'ৰ্চ'ত। ঘৰত একমাত্ৰ কেপ্টেইন বিবেকানন্দ আৰু জীয়েক সবিতা। তায়ো-কিতাপ, আলোচনী আৰু ভায়োলীন লৈয়ে ব্যস্ত। সবিতাই ভায়োলীন বৰ ভাল বজায়।

মোৰ ল'ৰা ছোৱালী আঠোটা। সৰু ততিজা এটাও মোৰ লগতে থাকে। তদুপৰি হস্পিটেলৰ চকিদাৰ আৰু তাৰ ঘৈণীয়েকো আমাৰ ঘৰৰ লগতে থাকে। ফলত মই যদিও কম কথা কৈ ভাল পাওঁ, মোৰ ঘৰখনত কোঢ়াল সদায় থাকে।

ভেটেৰিনেৰি হস্পিটেলৰ কম্পাউণ্ডটো ডাঙৰ। 'কেচ' কম। নগৰৰ মাজত গৰু-ম'হ চিকিৎসালয় পাতিলে 'কেচ' কম হোৱাটো স্বাভাৱিক কথা। গতিকে দিনটোত তিনিটা চাৰিটা গৰু ছাগলী চোৱাৰ বাহিৰে মোৰ বিশেষ কাম নেথাকে। তদুপৰি জন্তুৰ চিকিৎসা এক পক্ষীয় চিকিৎসা। ডাক্তৰৰ বিচাৰ আৰু সিদ্ধান্তই শেষ। গৰু-ম'হৰ প্ৰতিবাদ কৰিবৰ একো উপায় নাই। আৰু সাধাৰণতে গৰু-মহৰ প্ৰায় একে ৰকমৰ বেমাৰেই হয়। মানুহৰ দৰে চিনিব নোৱাৰা, জটিল বেমাৰ খুব কমেই হে হয়। সেই কাৰণে কেতিয়াবা মই নহলেও ফিল্ড এচিষ্টেণ্টেই ব্যাধি চাই ঔষধ দিব পাৰে, দিয়েও। মোৰ মনেৰে ভেটেৰিনেৰি ডাক্তৰৰ কামটো বেয়া নহয়। অৱশ্যে

মানুহৰ ডাক্তৰৰ দৰে বাহিৰা পইচা অতি কম ওলায়। কিন্তু কামটো বৰ নিজৰ্ বিধৰ।

মোৰ হস্পিটেলৰ সিকাষে আলিটোৰ সিটো পাৰত কেপ্টেইন বিবেকাৰ ঘৰ! বয়সত তেওঁ মোতকৈ ৬।৭ বছৰ মানৰ ডাঙৰ। তেওঁৰ ষাঠী বছৰ মানেই হব পায়। সবিতা এতিয়া বাইশ বছৰীয়া।

দুয়োখন মহাসমৰত কেপ্টেইনে সৈন্য হিচাবে যুদ্ধ কৰিছিল। তাৰ পাছত 'ৰেগুলাৰ আৰ্মি'ত কিছুদিন কোনোবা এটা সামৰিক কলেজৰ শিক্ষক আছিল। এতিয়া পেঞ্চন লৈ ইয়াতে ঘৰবাৰী কৰি আছে।

এতিয়া সৈন্য নহলেও সৈনিকৰ স্বভাৱ প্ৰায়বোৰেই আছে। পুৱা পাঁচ বজাতে উঠে, ডাঢ়ি খুৰায়, গা ধোৱে, অলপ চাহ খায়, তাৰ পিছত ঠিক ছয় বজাত সবিতাক লগত লৈ ফুৰিবলৈ ওলাই যায়। ডাঙৰ বৰষুণ নহলে ইয়াৰ ব্যতিক্ৰম কেতিয়াও নহয়।

মানুহজন প্ৰায় ছ ফুট ওখ, শকত, ধুনীয়া। মুখখন দেখিলে তেওঁৰ বয়স কুৰি বছৰ কমাই ভবাত অলপো অসুবিধা নাই। সবিতাৰ লগত তেওঁক ডাঙৰ ককায়েক যেন দেখি। কেপ্টেইনৰ সোণৰ ফ্ৰেমৰ পাতল চচমাজোৰ, বাওঁহাতৰ দামী ঘড়ীটো আৰু সদায় ইস্ত্ৰি কৰা কাপোৰ বোৰ সদায় নতুন যেন লাগে। মাত্ৰ অলপ লৰচৰ হয় টুপীটোৰ। তেওঁ সচৰাচৰ এটা খাকী হ্যাট্ পিন্ধি থাকে। কিন্তু কেতিয়াবা বতৰ ফৰকাল থাকিলে তেওঁ শুদা-মূৰেই ফুৰিবলৈ যায়। অলপ টপা মূৰটোৱে তেওঁৰ শান্ত জীৱন ধাৰাৰ জাননী দিয়ে।

তেওঁৰ এই নিয়াৰি, পৰিপাটি জীৱনৰ কাষত মোৰ জীৱনটো যথেষ্ট বেসুৰা। পুৱা ফুৰাৰ অভ্যাস মোৰ নাই, অৱশ্যে ময়ো সোনকালেই উঠোঁ। কিন্তু আঠমান বজালৈ ল'ৰা-ছোৱালীৰ আউল মাৰোঁতেই যায়। মাকে অকলে নোৱাৰে। তাৰ উপৰি আঠ বজাৰ পৰা হস্পিটেল খুলিব লাগে। আবেলিও যেতিয়া কেপ্টেইনে জীয়েকক লৈ চিনেমা চাবলৈ যায়, তেতিয়া মই বজাৰ কৰিবলৈ যাওঁ।

যিদিনা কেপ্টেইন চিনেমালৈ নেযায়, সেইদিনা হয়তো তেওঁ সবিতাৰ বেহেলা শুনে, নাইবা আমাৰ ঘৰলৈ আহে। মোৰ ডাঙৰ ছোৱালী জনীৰ লগত সবিতাৰ মিল যথেষ্ট। গতিকে সবিতাক ভিতৰলৈ পঠাই দি বিবেকাই মোৰ লগত কথা পতাত লাগে।



জীৱনৰ তিনি ভাগৰ এভাগ কেপ্টেইন বিবেকাই ঘৰৰ পৰা আঁতৰত, ঘৰৰ পৰা বাহিৰত কটাইছে। সৈনিকৰ জীৱন, তাতে 'ৰেগুলাৰ ইন্‌ফ্ৰেণ্টি'। যুদ্ধক্ষেত্ৰৰ সদায় আগ শাৰীত থাকিব লাগে। জীৱনৰ সংগী বন্দুক আৰু বুট, ট্ৰেঞ্চ আৰু টাম্বু। সেই এটি জীৱনৰ লগত কম বেছি একুৰি বছৰৰ সম্পৰ্ক।

কত দেশ দেখিছে বিবেকাই। কত ঠাই ফুৰিছে। কত ৰকমৰ মানুহ লগ পাইছে। কত অভিজ্ঞতা, কত চিনাজনা। আৰু যদি সেইবোৰ কথা কবৰ কাৰণে এই বুঢ়া বয়সত কেপ্টেইন বিবেকাই হেপাহ কৰে, তাত আচৰিত হব লগীয়া কি আছে।

কেপ্টেইন মানুহজন যেনে পৰিপাটি, কথাবতৰাতো তেনে ধীৰ আৰু সংযত। যুদ্ধক্ষেত্ৰৰ অতি ভয়াবহ একোটা পৰিস্থিতিৰ অভিজ্ঞতাৰ কথা কওঁতেও তেওঁ অকণো অধৈৰ্য্য নহয়। অকণো অতিৰঞ্জনৰ চেষ্টা নকৰে। এই কাৰণেই মোৰ তেওঁৰ কথাবোৰ শুনি ভাল লাগে। তেওঁ যেন এজন বুৰঞ্জীবিদ্, চকুৰ আগত দেখি আছে মানুহৰ জন্ম মৃত্যুৰ বুৰঞ্জী…আৰু আগৰ কালৰ এপিক গায়কৰ দৰে এফালৰ পৰা কৈ যায় কথাবোৰ।

যেতিয়াই আহে তেতিয়াই তেওঁ মোক তেওঁৰ সৈনিক জীৱনৰ অভিজ্ঞতাৰ কথাকে কয়। এদিন তেওঁ কৈছিল,—"কামিমুনিকৈ গুলিওৱাত মোৰ হাতত কিমান মানুহ মৰিছে মই সঠিক কব নোৱাৰোঁ। কিন্তু চকুৰ আগত বন্দুকেৰে গুলিয়াই আৰু সংগীনেৰে খুঁচি যিবোৰ মানুহ মাৰিছোঁ সেইবোৰ মোৰ ভালকৈ মনত আছে।"

"আপোনাৰ হাতত বাৰু কেইটামান মৰিল?"

"দুশ একাৱনটা। দুয়োখন যুদ্ধত মোৰ হাতত ঠিক দুশ একাৱনটা মানুহ মৰিছে। ডায়েৰীত মই তাৰিখ আৰু ঠাইৰ কথা লিখি ৰাখিছোঁ।"

"মানুহ এটা মাৰিবৰ সময়ত বাৰু বেয়া নেলাগেনে?"

"সৈনিক হিচাবে অকণো বেয়া নেলাগে, আনন্দহে লাগে, আৰু মৰাৰ বাহিৰে অন্য কোনো পথো নাই। মই নেমাৰিলে সি মোক গুলিয়াই মাৰিব। গতিকে যি বুদ্ধিমান সি শত্ৰু সৈন্য দেখিলে এক চেকেণ্ডো নৰয়। প্ৰথমে যেয়ে গুলিয়াব পাৰে, সি ৰক্ষা পৰে।"

"নিজৰ গুলি লাগি চকুৰ আগতে মানুহটো ঢলি পৰা দেখিলেও বেয়া নেলাগেনে?'

"পৰাটোলৈ কোনেও নেচায়। চাবৰ সময় নেথাকে। আগবাঢ়ি গৈ থাকিবই লাগিবতো। এবাৰ জাৰ্মেনীৰ ওচৰত আমি আছিলোঁ। হঠাৎ শত্ৰুৱে আমাকে বেঢ়ি ধৰিলে। আৰু উপায় নাই। আমি ধাৰাসাৰে গুলি বৰষিবলৈ ধৰিলোঁ। সিহঁত 'পেট্ৰোল' দিয়া সৈন্য : তাকৰ। আটাই কেউটা ঢলি পৰিল। শেষৰ সৈন্যটো আছিল প্ৰায় ওঠৰ বছৰীয়া এটা জাৰ্মান ডেকা। পেটত গুলি লাগি সি চিৎ হৈ পৰিল। মই তাৰ ওচৰ চাপি গলোঁ। দেখিলোঁ সি জীয়াই আছে। মই ওচৰলৈ যোৱা দেখি সি বৰ কৰুণভাৱে ইংৰাজীতে কলে—"Do not kill me. I may live."

"আপুনি তেতিয়া কি কৰিলে ?"

"মোৰ বন্দুকৰ আগত থকা বেয়নেট খনেৰে তাৰ বুকুতে জোৰেৰে খোঁচ মাৰি দিলোঁ। অলপ পৰ ধৰফৰাই সি মৰি থাকিল। তাৰ চকু দুটা এতিয়াও মোৰ মনত আছে।"

কেপ্টেইনৰ কিছুমান খাম খেয়ালি আছে। তেওঁ কুকুৰ দেখিব নোৱাৰে। হাৰমনিয়মৰ মাতো তেওঁৰ অসহ্য। ৰঙা কাপোৰ দেখিলেই তেওঁৰ টিকচি বিকচি খং উঠে। ৰবৰুণ তেওঁৰ খুব প্ৰিয়। কিন্তু একে লেঠাৰিয়ে দুদিন ৰবৰুণ দিলে তেওঁ অলপ অধৈৰ্য্য হৈ পৰে।

কেতিয়াবা তেওঁ মোৰ ল'ৰা-ছোৱালী কেইটা নিজৰ ঘৰলৈ মতাই নিয়ে আৰু ঘৰৰ পিছ ফালৰ চোতালত আটাই কেইটাকে থিয় কৰাই লয়। সিহঁতে হাঁহি উঠা সত্বেও হাঁহিবলৈ ভয় কৰে। কেপ্টেইন গহীন।

কেতিয়াবা মোকো মাতি নিয়ে। তেওঁৰ অভিজ্ঞতাৰ ইতিহাসবোৰ কয় আৰু কিছুমান ফটো উলিয়াই দেখুৱায়। কেতিয়াবা তেওঁৰ ডায়েৰী পঢ়ি শুনায়। লোমহৰ্ষক, ৰোমাঞ্চকৰ কাহিনীৰে ভৰা তেওঁৰ ডায়েৰী।

এদিন পঢ়িছিল,—"বৰ গৰম, আমি আগ বাঢ়িব পৰা নাছিলোঁ। সামুখতে একেবাৰে থিয় পৰ্বতটো। হঠাৎ এটা 'চেল' ফাটিল, মোৰ মুখৰ ওচৰেদিয়েই সোঁ সোঁ কৰে উৰি গ'ল। উচাপ নেখালোঁ। চালোঁ। পৰ্বতটোৰ গুহাত এদল সশস্ত্ৰ গৰিলা। আমি বাৰটা আছিলোঁ। তিনিটা মৰিল। বাকী কেইটাক বন্দী কৰি লৈ গ'ল।"

তেতিয়া মাজৰাতি। আমাক নি এটা দুৰ্গত সুমুৱালেগৈ। এটি-পুৰণি দুৰ্গ। ভিতৰত এঘৰ মানুহ আছিল। মোক আৰু হৰিসিঙক এটি



সৰু কোঠাত বন্ধ কৰি থলে। বোধ কৰোঁ সিহঁতৰ জেইল অলপ আঁতৰত আছিল।

"ৰাতি পুৱাবৰ সময়ত এজনী গাঁভৰু ছোৱালী আমি থকা কোঠাটোৰ আগেদি গৈছিল। মই তাইক মাতিলোঁ। তাই ঘূৰি চালে। মই কলোঁ, —'মোৰ বৰ পিয়াহ লাগিছে।' তাই অলপ ৰল আৰু ঘূৰি গৈ জগ এটাত এজগ পানী আনিলে। জগটো ডাঙৰ। ৰেইলিঙৰ ফুটাইদি নোসোমায়। মই তাইক দুৱাৰখন খুলি দিবলৈ অনুৰোধ কৰিলোঁ। দুৱাৰ খনত বাহিৰৰ বল্টু লগোৱা আছে। তাই অলপ কিবা ভাবিলে। তাৰ পাছত দুৱাৰখন মেলি দিলে। মই ওলাই আহিলোঁ। তাইৰ হাতৰ পৰা পানীৰ জগটো লৈ পি খালোঁ।"

আৰু এটা চিগাৰেট জ্বলাই কেপ্টেইনে পঢ়ি গ'ল,—"তাৰ পিছত জগটো ওভোটাই দিয়াৰ লগে লগে সেই ছোৱালী জনীৰ ডিঙিত টেপা মাৰি ধৰিলোঁ। তাই মাতিব নোৱাৰিলে। কঁপি কঁপি বহি গ'ল। তাৰ পিছত মৰি থাকিল। মই পলালোঁ। হৰিসিঙৰ কথা নেজানোঁ।"

তেওঁ নিৰ্বিকাৰ হৈ পঢ়ি যোৱা শুনি মোৰ গাৰ নোমবোৰ শিয়ঁৰি উঠিল।

"আপোনাক পানী দিয়া ছোৱালী জনীকে কিয় মাৰি পেলালে ?"

"নহলে ইয়াত বহি আজি আপোনাক মোৰ ডায়েৰী পঢ়ি শুনাব নোৱাৰিলোঁ হেঁতেন। যুদ্ধ বন্দীৰ একমাত্ৰ কৰ্তব্য যি কোনো উপায়ে পলোৱা।"

আমাৰ দিনবোৰ ভালেই কাটে। কেপ্টেইন থাকে তেওঁৰ বিচিত্ৰ অতীতক লৈ ; মই থাকোঁ মোৰ জঞ্জাল ভৰা বৰ্ত্তমানক লৈ। কেপ্টেইন মানুহ জনক মোৰ ভাল লাগে।

এদিন তেওঁক মই সুধিছিলোঁ,—"আপুনি বহুত দেশ দেখিছে বহুত মানুহৰ মৃত্যুও দেখিছে। কেনেকুৱা মৃত্যুক আপুনি বে'ছি ভয়াবহ বুলি ভাবে ?"

একেই সৰল গাম্ভীৰ্য্যৰে তেওঁ কলে,—"মই দেখা প্ৰায়বোৰ মৰণেই একে। মৰাটো ওপজাৰ নিচিনাই এটা 'নৰ্মেল বায়োলজিক্যাল এফেয়াৰ।' তাত অকণো বৈচিত্ৰ্য নাই। তথাপি এনেয়ে ঘৰত বহি থাকিলে লাহে লাহে মানুহ মৰে, মোৰ মনেৰে সেইটোৱেই আটাইতকৈ বেছি ভয়াবহ।"

তেওঁৰ কথা শুনি মই অলপ বিস্মিত হলোঁ। সকলো মানুহে পৰিজন

পৰিয়ালৰ মাজত থাকি শান্তিৰে মৰিবলৈ আকাঙ্ক্ষা কৰে। কেপ্টেইনে কলে— সেই মৰণহে ভয়াবহ! মই মনে মনে থাকিম বুলি ভাবিও সুধিলোঁ—"আপুনি কিয় সেইদৰে ভাবে?"

কেপ্টেইন আগতকৈ গহীন হ'ল আৰু কলে,—"ল'ৰা ছোৱালী এজাকে বেঢ়ি ধৰি থাকিলে, মানুহৰ স্বাভাৱিক যি দুৰ্বলতা, তাৰ কাৰণে মৰিবৰ সময়ত দুখ লগা সম্ভৱ। কিন্তু এনেয়ে ক'ৰবাত মৰিলে একো বেজাৰ নেলাগে। You simply die. Nothing more."

চেপ্টেম্বৰ মাহত বিবেকা আৰু সবিতা দুয়ো চেঞ্জৰ কাৰণে চিমলালৈ গৈছিল। প্ৰতি বছৰেই যায়। মাজে মাজে কেতিয়াবা তেওঁৰ কথা মনত পৰে। নহলে নাই। ইতিমধ্যে মই মোৰ ডাঙৰ ছোৱালীজনীৰ বিয়া পতাৰ আয়োজনত লাগিলোঁ। আমাৰ ল'ৰা-ছোৱালী কেইটাই কিন্তু সবিতা আৰু বাপেকৰ কথা প্ৰায়েই উলিয়ায়।

বৰদিনৰ সময় খিনি বোম্বাইত কটাই কেপ্টেইনহঁত ঘূৰি আহিল। আমাৰ হস্পিটেলৰ চ'কিদাৰটোৰ ঘৰত কুকুৰ এজনী জগিছিল। নোদোকা নোদোকা পোৱালি মুঠেই এহাল। এদিন মোৰ বাৰান্দাত বহি থাকোঁতে হঠাত তেওঁ কুকুৰ পোৱালি হাল দেখা পালে।

কব নোৱাৰোঁ তেওঁৰ মনত কি খেলালে। চ'কিদাৰক এটকা ৰূপ দি তেওঁ কুকুৰ পোৱালি হাল লৈ গ'ল। চ'কিদাৰে নিজে নি ঘৰত দি আহিম বুলিছিল। কিন্তু তালৈ বাট নেচাই তেওঁ নিজেই লৈ গ'ল। আমি আচৰিত হলোঁ।

তাৰ পিছত দহ দিন মানলৈ কেপ্টেইন বিবেকাৰ আৰু অন্য কাম নাই। কুকুৰ পোৱালি হালক খুৱায়, গা ধুৱায়, ফুৰায়, শুৱাই থয়, জগাই দিয়ে।

এদিন সবিতা আহিছিল। সবিতাই কলে,—"দেউতা, এই কেইদিন কুকুৰ পোৱালি লৈ ইমান ব্যস্ত, মোৰ যে খবৰো লবলৈ এৰি দিছে।" আমি হাঁহিলোঁ। বুঢ়া হলে মানুহ ল'ৰা হয়।

মাজ জানুৱাৰী। বাহিৰত ঠেৰেঙা লগা জাৰ। ৰাতি তেতিয়া প্ৰায় চাৰে এঘাৰ বাজিছে। আমি ন মান বজাতে শুলোঁ—টোপনি অহা নাই। হঠাৎ দুৱাৰ মুখৰ পৰা কেপ্টেইন বিবেকাই মাতিছে,—"ডাক্তৰ!"



মই একে চাৰেই উঠি আহিলোঁ। বহা কোঠাৰ দুৱাৰ মেলি কলোঁ,—"আহক।"

গম্ভীৰ হৈ কেপ্টেইনে কোঠাটোৰ ভিতৰলৈ সোমাই আহিল। তেওঁৰ গাত আবেলিৰ পোছাক। সলোৱা নাই।

মই অলপ উদ্বিগ্ন হলোঁ। ধীৰ ভাবে তেওঁ কলে,—"কাপোৰ পিন্ধকচোন। মোৰ লগত অলপ আহক।" মই 'আলণ্টাৰ'টো পিন্ধি তেওঁৰ লগে লগে আহিলোঁ। ভয় লাগিল। জানোচা সবিতাৰ কিবা হৈছে! কিন্তু মই যে গৰু ম'হৰ হে ডাক্তৰ, মানুহৰ নহয়।

তেওঁৰ লগে লগে গৈ পিছফাল পালোঁগৈ।

তেওঁ তেওঁৰ শোৱা কোঠাটোৰ কাষৰ সৰু কোঠাটো খুলিলে আৰু চুইচ টিপি লাইটটো জ্বলালে। মই দেখিলোঁ—পৰিষ্কাৰ এখন মেট্ৰেচৰ ওপৰত কুকুৰ পোৱালি হাল। লাইট জ্বলা দেখি কুকুৰ পোৱালি দুটাই চকু দাঙি আমাৰ ফালে চালে। এটি পোৱালি উঠি বহিল। আনটি শুয়ে থাকিল।

কেপ্টেইন বহিল আৰু শুই থকা কুকুৰ পোৱালিটো দেখুৱাই মোক কলে,—"ইয়াৰ কিবা এটা হৈছে। আজি পুৱাৰ পৰা একো খোৱা নাই। চাওকচোন ইয়াৰ কি হৈছে?"

মই এক প্ৰকাৰ হতভম্ব হলোঁ। কুকুৰ পোৱালিটোৰ কাৰণেই মোক ৰাতি বাৰ বজাত জগাই আনিলেগৈ নে?

মই লাৰিচাৰি কুকুৰ পোৱালিটো চালোঁ। তাৰ জ্বৰ। বিশেষকৈ সি আগৰাতি বৰ জাৰ পাব পায়।

মই কলোঁ,—"হঠাৎ চেঁচা লাগি তাৰ জ্বৰ হৈছে।"

"কিন্তু মই তাৰ গাত গৰম কাপোৰ দিছিলোঁ নহয়?"

"পোৱালিটো সৰু। এই সময়ত মাকৰ গাৰ উম তাৰ কাৰণে দৰকাৰী আছিল।"

"এতিয়া পিছে আপুনি কি কৰিব পাৰিব?"—কেপ্টেইনে সুধিলে।

"মই বাৰু এটা ঔষধ দিম। লগতে অলপ সেক দিয়া বেয়া নহব।"

"তেন্তে আহক। অপুনি ঔষধটো দিয়কহি, দেৰি নকৰিব। আহি জুই ধৰি থৈকিম।"

মই এটা ঔষধ দি পঠালোঁ। তেওঁৰ নিৰ্দেশ মতেই, মই আৰু নগলোঁ। শুই থাকিলোঁ।

পিছদিনা ৰাতি পুৱা হস্পিটেললৈ যাবলৈ ওলাওঁতে হঠাৎ মোৰ কুকুৰ পোৱালিটোৰ কথা মনত পৰিল। মই তেওঁৰ ঘৰলৈ গলোঁ।

কুকুৰ পোৱালিটো শেষ ৰাতি মৰিল। কিন্তু কেপ্টেইনৰ অৱস্থা তেতিয়া ভয়াবহ। তেওঁ গোটেই ৰাতি জুই ধৰি কুকুৰ পোৱালিটোক সেক দিলে। অকণো নুশুলে। জাৰ আৰু কুৱলী লাগি তেওঁৰ মুখখন বুকু আৰু শুকান হৈ পৰিছে। তেওঁৰ চকু দুটা ৰঙা পৰিছে। চাহৰ মেজত বহি আন দিনাৰ দৰে সবিতাই মাতি আছে। কিন্তু তেওঁৰ ভ্ৰূক্ষেপেই নাই। মৰা কুকুৰ পোৱালিটো আগত লৈ এটা মৰু ল'ৰাৰ দৰে আমন জিমনকৈ তেওঁ বহি আছে।

মই অলপ সমবেদনা জনালোঁ। তেওঁ চকু দুটা দাঙি মোৰ মুখখনলৈ বহি থকাৰ পৰাই চালে। দেখিলোঁ তেওঁ কান্দিছে। তেওঁৰ চকুৰ পৰা ডাঙৰ দুটোপাল চকুলো বাগৰি আহিছে।

"আপুনি বেজাৰ নকৰিব। মৰু পোৱালি মৰেই।"—মই কলোঁ। কেপ্টেইন্ লাহে লাহে বহাৰ পৰা উঠিল। আৰু মোৰ ফালে চাই কলে—"ডাক্তৰ, মই বহুত মানুহ মৰা দেখিলোঁ। কিন্তু মৰাটো যে কি, চাবৰ অৱসৰ কোনো দিনে পোৱা নাছিলোঁ। উঃ মৰাটো যে ইমান কৰুণ, ইমান বেজাৰ লগা। পোৱালিটোৱে যে মোলৈ কিমান আশাৰে কিমান মৰমেৰে চাই মৰিল। মৰণ কি আজি মই দেখিলোঁ। যেতিয়ালৈকে আপোনাৰ নিজৰ মৰমৰ বস্তুটো নমৰে, তেতিয়ালৈকে মৰাটো কি আমি বুজিবই নোৱাৰোঁ, মই যে তাক ইমান ভাল পাইছিলোঁ, ডাক্তৰ।"

দেখিলোঁ, কেপ্টেইনৰ চকুত পানী। মই অলপ অপ্ৰস্তুত হলোঁ। হস্পিটেললৈ আহি পিয়নটোৰ হতুৱাই কুকুৰ পোৱালিটো অনালোঁ। লগে লগে কেপ্টেইন আহিল। তেওঁ মোৰ বহা কোঠাতে বহিল।

মই কথা বিচাৰি নেপালোঁ।

কেপ্টেইন বিবেকাই কলে,—ডাক্তৰ, মৰিবৰ সময়ত কুকুৰ পোৱালিটোৰ চকু দুটা মৰ্মান্তিক তাৱে 'ট্ৰেজিক' হৈ পৰিছিল। তাৰ চকু দুটা আৰু সেই যুদ্ধত মই বেয়নেটেৰে খুঁচি মৰা জাৰ্মান ল'ৰাটোৰ চকু দুটা একেবাৰে একে, অসম্ভৱ একে।"...



পিছত সবিতাই আহি কৈছিল যে কুকুৰ পোৱালিটো মৰাৰ বেজাৰত কেপ্টেইনে তিনি দিন ভাত-পানী একো নেখালে।

মই এতিয়াও বুজিব নোৱাৰিলোঁ। দুশ একাৱনজন মানুহ মৰা কেপ্টেইন বিবেকাৰ হিয়াত এটা কুকুৰ পোৱালিৰ মৃত্যুৱে কিয় এনে প্ৰতিক্ৰিয়া কৰিলে!

হয়তো তাৰ নামেই মৰম।

# মিঞা মনচুৰ

বীৰেন্দ্ৰ ভট্টাচাৰ্য্য

এই মানুহবোৰক মই নামেৰে নিচিনো। অথচ ফ্লেটত বৈ বৈ সিহঁতৰ অহা-যোৱা চাই চাই এটা অদ্ভুত তৃপ্তি পাইছিলোঁ। মূৰত চিমেণ্টৰ বস্তা লৈ যোৱা একোটা মজদুৰ। মূৰত চুলি ঢাকি থোৱা কাপোৰখন বালিৰে বগা। গাৰ কুৰ্তাটো আৰু কৰঙণীয়া ধুতিখনো তদ্ৰূপ, বালিময়। মুখখনলৈ চালে মনত ধাৰণা হয় ইহঁত যেন সাগৰৰ সেতুবন্ধা সেই বান্দৰ বোৰ।—অহা যোৱা সোঁতৰ বিৰাম নাই। আহিছে আৰু গৈছে গৈছে আৰু আহিছে।

আটাৰা ফ্লেট। চিকানীটোৱে বহিবলৈ দিয়া টুল খনতে বহিলোঁ। আহাৰ মহীয়া বাৰিষা। বতৰ পাতি আহিছিল। কিনকিনকৈ বৰষুণ কনিয়াইছিল। ডাৰবীয়া বতৰত কাঠৰ সাঁকো কেইডাল বোকাতে লেকেতীয়া হৈ পৰিছিল। তলত কেইটামান মজদুৰে ঠাইতে জোৰোৱা মাৰি মাৰি গা ধুইছিল। তাৰ পিছত লুইতৰ বহল বুকলৈ চকু গ'ল। এখন মাৰ নাৱে প্ৰবল সোঁতৰ লগত আপ্ৰাণ যুঁজি যুঁজি উৰ্বশীৰ দাঁতিয়েদি আগবাঢ়িছে।

লাহে লাহে মালৰ খবৰ ওলাল। চাকৰটোক তিনিটা প্ৰকাণ্ড পাৰ্চেল টানি টানি অনা দেখা পালোঁ। মনটো ৰঙত নাচি উঠিল।

সেই তিনিটা পাৰ্চেলত মোৰ তিনিটা বছৰৰ সাধনা সোমাই আছে। লিখকৰ কাৰণে প্ৰথম ছপা কিতাপৰ মোহ কিজানি ন-বিবাহিতা পত্নীতকৈও বেছি। মনৰ আনন্দত ফ্লেটৰ মালদনৰ মাজে মাজে অহাযোৱা কৰিবলৈ ধৰিলোঁ। চিকানীটোৱে মোৰ উচপিচনি দেখি সুধিলে,—"বাবু কি হৈছে?" উত্তৰত মই মাথোঁ এটা মিচিকিয়া হাঁহি মাৰিলোঁ, যি হাঁহি প্ৰথম সন্তানৰ মুখদেখা মাতৃয়ে মাৰে।

মোৰ হাঁহিটো তাৰ কাৰণে নিশ্চয় দুৰ্বোধ্য আছিল। তাৰ কাৰণে কিতাপ আৰু এনেকুৱা ৰহস্যময় হাঁহি মৰা বাবু অতি কমেই আহে। সি হয় তো বহুত কিতাপৰ পাৰ্চেল সেই দুখন কদৰ্য্য হাতেৰেই বাহিৰলৈ 'পাছ' কৰি দিছে। কিন্তু সেইবোৰ পাৰ্চেল চিমেণ্ট, তেল, কাপোৰ



আৰু কাগজৰ পাৰ্চেলৰপৰা কোনো দিনেই বেলেগ বুলি তাৰ ভাব হোৱা নাই। হঠাতে মোৰ মনত অকাৰণ দুখ এটা উপজিল—যি অকাৰণ দুখ মানুহৰপৰা মানুহৰ নিবিড় ব্যৱধান দেখা পালে ওপজে। মোক মানুহটোক যে সি মুঠেই চিনি নেপায়—এই অনুভৱ হোৱাৰ লগে লগে কিয় জানো এটি গভীৰ বেদনাই মনটো সেমেকাই পেলালে। নিমিষতে কিতাপ লিখাৰ আৰু পোৱাৰ আনন্দ অন্তৰৰ পৰা নাইকিয়া হল।

পৃথিৱীত এনে মানুহো আছে—যি মোৰ কিতাপখনৰ পাৰ্চেলটোক কেৱল সাধাৰণ পাৰ্চেল বুলি গণ্য কৰাৰ বাহিৰে আন একো দৃষ্টিৰেই চাব নোৱাৰে।—এই কথা উপলব্ধি কৰাৰ লগে লগে মনটো কঁপি উঠিল। মনে চিতে চিকানীটোক ক্ষমা কৰিব নোৱাৰিলোঁ। আথৰত নিজকে প্ৰকাশ কৰাৰ এনে এটা স্বাভাৱিক আকাংক্ষা মানুহৰ আছে যে তাত বাধাগ্ৰস্ত হলে বা কোনোবাই তাক নুবুজিলে অন্তৰত বৰ দকৈ আঘাত লাগে।

তাৰপৰা গুচি আহিবৰ বাবে চাকৰটোক মানুহ এটা আনি বস্তুবোৰ নিওৱাবৰ ব্যৱস্থা কৰিবলৈ আদেশ দিলোঁ। ইচ্ছা হ'ল—সোনকালে ইয়াৰপৰা ওলাই যাওঁ।

কিন্তু ইচ্ছা পূৰণ নহল। হুৰহুৰকৈ এজাক বৰষুণ পৰা দেখি চাকৰটোৱে ফ্লেটৰ বাহিৰলৈ যাবলৈ সাহ নকৰিলে। ফ্লেটৰ ওচৰত সাঁকো ডালৰ ওচৰৰপৰা উভতি আহি কলে—"ৰব ককাইদেউ, বৰষুণ জাক এৰক।"

মই উপায়হীন হৈ 'ওঁ' বুলি শলাগি আকৌ চিকানীৰ ওচৰতে বহি পৰিলোঁ। হঠাতে মন কৰিলোঁ মজদুৰবোৰলৈ। বৰষুণৰ পানীলৈ ভ্ৰূক্ষেপ নকৰি সিহঁতে মূৰত তেতিয়াও তেলৰ টিং আৰু কাঠৰ বাকচবোৰ কঢ়িয়াবলৈ ধৰিছে। মোৰ সন্মুখৰ পৃথিৱীখনত তেতিয়া অকৰ্মণ্য মানুহ কেৱল দুটা আছিল,—মই আৰু মোৰ চাকৰটো। বাকীবোৰে কিবা নহয় কিবা এটা কাম কৰিছে। এটা মজদুৰে বস্তা কেইটা মানৰ ওপৰত কোঁচ খাই, নাকৰ ৰাগিনী টানি শুইছে। বোধহয় বেচেৰাৰ কাম কৰি কৰি বৰ ভাগৰ লাগিছিল। তাৰ গোটেই দেহটো বস্তাৰ বালিৰ বগা ৰঙ লাগি ভাৰবীয়াৰ দেহৰ দৰে হৈছিল। তাক দেখি মনে মনে অনুভৱ হৈছিল যে মোৰ আগত বিৰাট ৰংগ-মঞ্চৰ এটি দৃশ্য মুকলি হৈছে—য'তমানুহে কেৱল কামেই কৰে আৰু কাম নকৰিলে শোৱে।

জেপৰ পৰা এটা ইলাচি উলিয়াই মুখত দিলোঁ। বৰষুণ ক্ৰমাৎ বেছি হৈ আহিছিল। কেইটামান মজদুৰে চিঞৰ ধৰি ধৰি এটা ঘূৰণীয়া কাগজৰ বীল সাঁকোৰেদি বগৰাই লৈ গৈ আছিল। বাগৰটোৰে প্ৰতি বীলটোৰে মদপী মানুহৰ দৰে মানুহে যেনিয়ে ঠেলি নিয়ে তেনিয়ে গৈ আছিল। দৃশ্যটো বৰ মনোমোহা হৈছিল। মজদুৰ কেইটাৰ উদং ভৰিবোৰত ফুলি উঠা কঠিন মাংসপেশী বোৰে দেহৰ ভৰত যেন কথমপিহে আত্মৰক্ষা কৰিছিল। গৈ গৈ বালি নোপোৱালৈকে মই মদপী বীলটোলৈ চাই ৰলোঁ। বীলটো নি নি যেতিয়া ট্ৰাকখনত তুলিলেগৈ তেতিয়া সি পৰিশ্ৰান্ত মদপীৰ দৰে লৰেজান হৈ তাত পৰি গল। তাক ওপৰলৈ তোলোঁতে মজদুৰ বোৰে এনে এটা বিকট কিৰিলি মাৰিছিল যে মোৰ অন্তৰখন হঠাৎ চক খাই উঠিছিল। অন্তৰৰ কঁপনি নৌ মাৰ যাওঁতেই আকৌ দেখিলোঁ—এফালে ট্ৰাক চলিছে সদৰ ৰাস্তাৰ ওপৰলৈ (বোধহয় কোনোবা প্ৰেছলৈ) আৰু আন ফালে ইহঁত উভতিছে ফ্লেটলৈ। সিহঁতৰ মুখত এটিও কথা নাই। যি মানুহে কাম কৰে সিহঁতে কথা কবলৈয়ে বা অৱসৰ ক'ত পায় ?

আকৌ এটা ইলাচি উলিয়াই খালোঁ। ৰুমালখন উলিয়াই এনেয়ে মুখখন মোহাৰি ললোঁ।

কাষলৈ উভতি চাই দেখোঁ—চিকানীটোৱে ইন্‌ভইচৰ খবৰ কৰিবলৈ এৰি একান্ত মনে লুইতৰ বুকুত সৰা বৰষুণবোৰলৈ চাই আছে। সি লুঙিখন আঠুলৈকে কোঁচাই লৈ লেপেটা কাঢ়ি বহিছিল। দাঁতত কলমটো সুমাই নিৰটো সমুখৰ ফালে টোৱাঁই কিবা এটা বিমৰিষ মনে গুনিছিল, গাঁথিছিল।

কৰ্মব্যস্ত ফ্লেটৰ পৰা মোৰ মন নিমিষতে ঘূৰি আহি এই মানুহটোৰ ওপৰত পৰিলহি। পৃথিবীতে যাৰ চিনাকি কেৱল জাহাজ, ইন্‌ভইচ, ঘাট আৰু ভাত, তাৰ অন্তৰত আহি এইকুৰা কিইৰ জুই লাগিলহি যে তাৰ পোৰণিত খাতাৰ কাম বন্ধ কৰি থৱ লগা হ'ল !

বৰষুণৰ কাৰণে মাল বিচৰা মানুহ সেৰেঙা হলেও দুই এটাই ইন্‌ভইচৰ নম্বৰ মাতি তাক সোনকালে মাল দিবলৈ সকিয়াই আছিল। কিন্তু তাৰ কাণ দুখন যেন হঠাতে কলা হৈ গৈছিল।

তাৰ ফালে চালোঁ। তাৰ দৃষ্টিৰ ফালেও চালোঁ। অদুৰত এখন নাৱে পানীৰ ঢৌ, সোঁত আৰু বৰষুণৰ সতে দুৰ্জয় সংগ্ৰাম কৰি থকা চকুত পৰিল।



লগে লগে মোৰ মন ফ্লেটৰ পৰা গৈ নাওখনৰ বুকুত পৰিলগৈ। ফ্লেটৰ কথা, কিতাপৰ মোহ আৰু চিকানীৰ মৌনতা সকলো পাহৰিলোঁ। ভুৰিৰ খোজা নাৱঁখনৰ বুকুত জীৱন-মৰণৰ খেল খেলি থকা সেই দুৰ্ভগীয়া প্ৰাণী কেইটাক কেনেকৈ বচোৱা যায় তাৰ চিন্তা কৰিবলৈ ধৰিলোঁ।

ওচৰত ক'তো নাও নাই। ফ্লেটতো নাও আছেনে নাই নাজানো। নাও থাকিলেনো এই বৰষুণত কোনে নাও চলাবলৈ সাহ কৰিব !

মানুহৰ নিশ্চিত মৰণৰ দৃশ্য চকুৰ আগত দেখিলে যেনে অসহায় বোধ হয়, তেনে অসহায় বোধত মই অস্থিৰ হৈ কঁপিবলৈ ধৰিলোঁ। ইমান কঁপিছিলোঁ যে চাকৰটোৱে আহি মোৰ গাত হাত দি কলে,—“ককাইদেউ কঁপিছে কেলেই ?”

মই মুখেৰে নামাতি তাক নাওখনলৈ আঙুলিয়াই দিলোঁ। বৰষুণৰ মাজে মাজে সোঁতৰ সতে সংগ্ৰাম কৰি থকা নাওখন বুৰিয়াই থকা ডাঙৰ শিহু এটাৰ দৰে দেখা গৈছিল। চাকৰটোৱে নাওখন দেখি হঠাতে চিঞৰি কলে,—“সৰ্বনাশ ককাইদেউ, এইখন নাওতে নবৌ সিপাৰৰ পৰা অহাৰ কথা আছিল।”

মোৰ অন্তৰখন চিৰিং কৰে গ'ল। কলোঁ,—“মালীৰাম, নবৌৰেৰ জানো নাওত পাৰ হোৱাৰ কথা আছিল ? মই নাওত আহিবলৈ মানা কৰি দিছিলোঁ নহয় ?”

সি লাহে লাহে উত্তৰ দিলে—“নবৌৱে মোক হলে নাওত আহিম বুলিহে কৈছিল।”

সৰ্বনাশ, সঁচাই সৰ্বনাশ ! কিহে পাইছিল তেওঁক এই ভৰ বাৰিষা নাওত আহিবলৈ ! মনে মনে সান্ত্বনা দিলোঁ,—নাই, তেওঁ এই বৰষুণত নাওত নিশ্চয় নাহে, ফেৰীত আহিব। নাহিবওতো পাৰে। আহিবৰে বা কি কাৰণটো আছে ? মোৰ কিতাপখন চাবলৈ তেওঁ ইমান উদ্‌গ্ৰীৱ হোৱাৰ কি মানে আছে ? হব পাৰে—গিৰিয়েকৰ প্ৰথম কিতাপ বুলি তাক ঘৰলৈ আদৰিবৰ সৌভাগ্য লাভৰ লোভ তেওঁ সামৰিক পৰা নাছিল। মাকৰ ঘৰত গৈ এৰাতি থাকি পিছ দিনা আহিলেও জানো নহয়। নাই, নাই, অণুৰ মাক ইমান অবিবেচক নহয় যে ছোৱালী জনী এই ভৰ বাৰিষা বৰষুণৰ বতৰত আহিবলৈ দিব।

মনক যিমানে প্ৰবোধ দিবলৈ যত্ন কৰিলোঁ সিমানে যেন সান্দেহো দৃঢ় হৈ আহিল। অণুৱে যি কৰোঁ বোলে কৰিবই। হেজাৰ ভৰ বাৰিষা হওক,

আহোঁ বুলিলে অণু নহাকৈ নেথাকে। পানীত ডাঙৰ হোৱা ছোৱালী, নাও বুৰি মৰিম বুলিয়েই বা কিয় ভয় কৰিব ?

মনত ভয় ইমান দকৈ সোমাই গ'ল যে মই হঠাতেই অজ্ঞাত সাৰেই সকলোৰে শুনাকৈ কান্দিবলৈ ধৰিলোঁ। চকুপানী বাগৰি আহিল।

মালীৰামে মোৰ দুখত অভিভূত হৈ নিঃসহায় বোধ কৰি 'ভগৱান, ভগৱান, বুলি দুবাৰ ডাঙৰকৈ চিঞৰিলে।

খন্তেকতে ফ্লেটৰ কাম বন্ধ হৈ গ'ল। খেনোৰ মুখৰ বাকচ মুখতে ৰ'ল। খেনোৱে তুলিবলৈ লৈ এৰি দিলে। খেনোৱে হৰিবোল, হৰিবোল' বুলি চিঞৰিবলৈ ধৰিলে। ফ্লেটৰ দুৱাৰত মজদুৰ বোৰ আহি জমা হ'লহি। সকলোৰ মুখত ইস্‌আস্ শব্দ ফুটিবলৈ ধৰিলে।

এই সমূহীয়া দুখৰ ভিতৰত মোৰ দুখটোৱেই হ'ল অকলশৰীয়া—যি দুখ পাবলৈ এই অবৰী মানুহ বোৰৰ কোনো কাৰণ নাই।

শুই থকা মজদুৰ টোৱেও কোঠালত সাৰ পাই বিহ্বল জনতাৰ ফালে তেতিয়া আচৰিত হৈ চাইছে। ঘটনাৰ ওৰ লওঁতে লওঁতে তাৰ কিছু পৰ গ'ল।

মোৰ কাষৰ চিকানীটোৱে মুখেৰে তেতিয়া কিবাকিবি বলকিছে। অলপ কাণ দি গম পালোঁ যে আয়াত মাতিছে। তাৰ অৰ্থ উপলব্ধিৰ বাবে মোৰ অৱসৰ নাছিল। কিন্তু হঠাতে চিকানীটোৰ মুখখনলৈ মন কৰিলোঁ,—মুখখনত এটা বিৰাট প্ৰশান্তিয়ে বিৰাজ কৰিছে। চকু যুৰিয়ে নিবিষ্ট মনে তেতিয়াও নাওখনৰ ফালেই চাই আছে। তাৰ তলৰ দাড়ি কোছাত বয়সৰ অভিজ্ঞতা বগা হৈ জল্‌মলাই উঠিছে। বিহ্বলতাৰ চৰম মুহূৰ্তত এনেকুৱা অবিচলিত মানুহ দেখিলে সদায় অন্তৰত আশা জাগে। মনে মনে ভাব হ'ল—এই চৰম মৰণৰ মুহূৰ্ততো যেন নাওখন ৰক্ষা পৰিবৰ আশা আছে।···

লাহে লাহে নাওখন বুৰিলে। বুৰাৰ লগে লগে এটা প্ৰকাণ্ড চিঞৰ বাখৰ শুনা গ'ল ফ্লেটত।

মুহূৰ্তৰ বাবে মই একো কব নোৱৰা হলোঁ। লাহে লাহে মালীৰামৰ গাতে আউজি শূন্য দৃষ্টিৰে নাও ডুবাৰ দৃশ্য চাই চাই ভাবিলোঁ,—হয়তো অণুও লাহে লাহে পানীৰ বুকুত সোমাই জলকুঁৱৰীৰ কাষলৈ গৈছে।

অজ্ঞাতে চকুলো বৰলৈ ধৰিলে। কৰিবলৈ একো উপায় নাছিল।



মালীৰামে মোক ইমান দৃঢ়ভাৱে সাবট মাৰি ধৰি আছিল যে মই লৰচৰ কৰিবলৈও বৰ দুৰ্বল আৰু নিঃসহায় যেন বোধ কৰিলোঁ।

চিঞৰ বাখৰ আৰু কৰুণ আৰ্তনাদ। তাৰ মাজে মাজে কোৰাণৰ আয়াত। মোৰ হৃৎ-পিণ্ডৰ টিপ্‌টিপনি ক্ৰমাৎ যেন বন্ধ হৈ যাব খুজিছে, এনে হেন লাগিল। প্ৰথম কিতাপৰ গৰাকী হোৱাৰ আনন্দ নিমিষতে চুৰমাৰ হৈ গ'ল। মই মনে মনে ভাবিবলৈ ধৰিলোঁ,—অণু মোৰ কাষলৈ উভতি আহক।

হঠাতে এটা ইঞ্জিনৰ গুপ্‌গুপনি আহি কাণত পৰিলহি। কোনোবা এটাই চিঞৰি কলে—"মটৰ বোট, মটৰ বোট,—ৰক্ষা কৰা, ৰক্ষা কৰা!" মালীৰামে লাহে লাহে মোক অলপ দাঙি দি কলে—"বাবু, মটৰ বোটত মানুহ উঠাইছে চাওক।"

ফ্লেটত থিয় হৈ থকা মজদুৰ বোৰে মটৰ বোট দেখি আশাত উতলা হৈ উঠিল। যেয়ে যি ধৰণে পাৰে, সেই ধৰণে চিঞৰি চিঞৰি মটৰ বোট খনক আগবঢ়াত উৎসাহ দিবলৈ ধৰিলে।

"জোৰে, আৰু জোৰে!"—বিস্দা শবদে দৌৰা বোট খনক উদ্দেশ্য কৰি কোনোবা এটাই কলে।

"এই, চা চা। সেইটো জাল দি তুলিছে।'—চাই দেখিলোঁ সাঁতুৰি ফুৰা মানুহ এটা সোঁতত আহি আহি প্ৰায় আগবঢ়া বোটখনৰ কাষ পাইছিলহি চাৰেং এটাই জাল মাৰি ধৰি পেলালে।

বোটখনলৈ আহিবলৈ সাঁতুৰি থকা মানুহবোৰে আপ্ৰাণ চেষ্টা কৰা দৃশ্য চাই চাই মজদুৰ বোৰে কেতিয়াবা ভয়ত, কেতিয়াবা অতিষ্ঠতাত, কেতিয়াবা উল্লাসত, আৰ কেতিয়াবা নিৰাশাত নানা ধৰণৰ ধ্বনি কৰি আছিল।

একমাত্ৰ ধীৰে আছিল চিকানীটো। তাৰ মুখত তেতিয়া আয়াত বন্ধ হৈ গৈছে। গভীৰ আৰ নিথৰ দৃষ্টিৰে সি মানুহ আৰু লুইতৰ সংগ্ৰাম খন লক্ষ্য কৰিছিল।

কেইমিনিট মান বোটখনে ইফালে সিফালে ঘূৰি লাহে লাহে বহুত মানুহ তুলিবলৈ ধৰা দৃশ্য দেখি মোৰ অন্তৰ বোট খনৰ প্ৰতি অজান কৃতজ্ঞতাৰে দোঁ খাই গৈছিল। অনুভৱ হৈছিল যেন বোটখন এজন পৰম দয়ালু দেৱতাহে। জড় পদাৰ্থ বোৰেও কেতিয়াব প্ৰাণ পায় আৰ জীৱলগা বস্তুৰ দৰে কাম কৰে।

লাহে লাহে বোটখন ওচৰ চাপি আহিছিল। মই নিবিষ্ট মনে উদ্ধাৰ

পোৱা যাত্ৰীবোৰক চালোঁ। অনুক মণিব পাৰি নেকি তাৰ যত্ন কৰিছিলোঁ। যিমানে বোট খন ওচৰ চাপিছিল, সিমানে মানুহবোৰক চিনিব নোৱাৰিলেও অলপ অলপ ধৰিব পৰা হৈছিল। কিন্তু অণুক মণিব নোৱাৰিলোঁ।

মনটো অস্থিৰ হৈ পৰিল। ক'লা মেঘে হিয়াখন ছাটি পেলালেহি।

মজদুৰ বোৰৰ চিঞৰ-বাখৰ আৰু জয়োল্লাসৰ লগে লগে বোটখন আহি ষ্টেটত লাগিলহি। হঠাতে শুনিলোঁ জপং কৰে এটা শব্দ। পিছ মুহূৰ্তত দেখিলোঁ—কাষৰত চিকানী নাই। সি নৈত জাপ মাৰি পৰিছে। তাৰ পিছত কেনি গ'ল, পানীত চাই চায়ো ধৰিব নোৱাৰিলোঁ।

বোটখন ৰোৱাৰ শব্দ হৈছিল। মই ওচৰলৈগৈ, যাত্ৰী সকললৈ চালোঁ। অণুক ক'তো নেদেখিলোঁ। একেবাৰে বোটৰ কাষ পালোঁগৈ। দেখিলোঁ—অণুৰ মোমায়েক তিতা কাপোৰ কানিৰে থৰ্ থৰ্ কৰে কঁপিছে। চিঞৰি সুধিলোঁ—"মামা, অণু আহিছিল নেকি?"

মোৰ চিঞৰ ইমান অস্বাভাৱিক হৈছিল যে ষ্টেটৰ মানুহ আৰু বোটৰ মানুহ আটাইবোৰে খন্তেক পৰ নিস্তব্ধ হৈ মামাৰ কথা শুনিবলৈ ব্যগ্ৰ হৈ ৰ'ল।

মামাই প্ৰথমতে হাতৰ অংগ ভংগীৰে বুজালে যে সকলো শেষ হৈ গৈছে। তাৰ পিছত এবাৰ হাতেৰে ওপৰলৈ আঙুলিয়াই দেখুৱালে। মই বুজিলোঁ—অণু ডুবিলে।

অণু ডুবিলে বুলি ভবাৰ লগে লগে চাৰিও ফালে এটা শূন্যতা অনুভৱ কৰিলোঁ। মই জীয়াই আছোঁ নে মৰিলোঁ তাকো কব নোৱাৰা হলোঁ। হিয়াখন ৰম্‌ৰম্‌কৈ পুৰিবলৈ ধৰিলে। সৰু লৰাৰ দৰে বিহ্বল হৈ ক্ষীণ হৈ অহা বোটৰ ইঞ্জিনটোৰ শব্দৰ দৰে উচুপি উচুপি মালীবামৰ বুকুত ঢলি পৰিলোঁ। মালীৰামেও মাকৰ দৰে মোৰ পিঠিত হাত বুলাই বুলাই সান্ত্বনা দিবলৈ ধৰিলে। অণুক হেৰুৱাই যেন মোৰ আটাইতকৈ উত্তম পাৰ্থিৱ সম্পদটি হেৰুৱালোঁ এনে যেন বোধ হ'ল। হৃদয়খন বাহিৰৰ বাৰিষা গোটেই টোৱে যেন তিয়াই পেলালে। পৃথিৱীখন মৰি যোৱা হলেও সেই মুহূৰ্তটোত বেয়া নেপালোঁ হেতেন।

হঠাতে এটা চিঞৰ শুনি চালোঁ। দেখিলোঁ—অলপ আগতে শুই থকা মজদুৰ টোৱে ষ্টেটৰ খোলা দাঁতি এটাৰ পৰা চিঞৰিছে। আঙুলিৰে দূৰলৈ টোঁৱাই সি কৈছে—"চিকানী!"



চক খাই সেই ফালে চালোঁ। দেখিলোঁ—বোটৰ পৰা আধা-ফাৰ্লংমান দূৰত এটা উৰ্দ্ধবাহুৱে নাচি নাচি আমাৰ ফালে আহি আছে। হাতখনৰ এদাঁতিয়েদি ফেনৰ দৰে কিছুমান বস্তু পাৰ হৈ গৈছে। আন দাঁতিয়েদি এডাল প্ৰকাণ্ড কাঠ আপোন মনে উটি গৈছে।

'চিকানীটোৱে পানীত কি কৰিছে?"—মই আচৰিত হলোঁ। অকল ময়ে নহয় গোটেই মানুহ খিনিৰ মুখত অস্ফুট আৰ্তনাদ ফুটি উঠিল। ই পানীত কিয় নামিলে,—মতিভ্ৰম হ'ল নেকি?

হঠাতে হাতখনৰ লগত চিকানীটোৱে ওখকৈ এবাৰ মূৰ উলিয়াই এটা বিকট চিঞৰ মৰা শুনা গ'ল।

নিস্তব্ধ জনতাৰ মৌনতা ভাঙি আকৌ মটৰ বোটৰ ইঞ্জিন চলিল। ভালকৈ লক্ষ্য কৰিলত দেখা গল উৰ্দ্ধবাহু—চিকানীৰ সোঁতৰ পকনীয়া এটাত পৰিবলৈ আৰু অলপ বাকী।...

"জোৰে!"...

"আৰু জোৰে!"...

"আৰু জোৰে, জোৰে—জোৰে!"...

নিষ্পলক দৃষ্টিৰে আমি চাই ৰলোঁ মটৰ বোটখনে উৰ্দ্ধবাহুৰ কাষ চপা দৃশ্য। ভয়ানক দৃশ্য। পকনীয়াৰ অতি কাষত। সকলোৰে মুখত ইস্ আস্ শব্দ। ঘনে ঘনে হুমুনিয়াহ শুনা গৈছে। চিকানীয়ে যমৰ সৈতে যুঁজিছে।—নিৰ্ভীক যুঁজ!

লাহে লাহে সকলো স্পষ্ট হ'ল। এখন প্ৰকাণ্ড জাল মাৰি চিকানীক উঠোৱা হ'ল। জনতাৰ মুখত পুনৰ জয়োল্লাস ধ্বনি উঠিল। লাহে লাহে মটৰবোট উভতি আহিল। বোটৰ শব্দৰ লগে লগে মোৰ হৃদয় আকৌ বেদনাই হেঁচা মাৰি ধৰিলে। অণু—অণুতো নাই। পৃথিৱীৰ আৰু কোনো বস্তুৰ বিনিময়ত মই মোৰ অণুক ঘূৰাই নেপাওঁ। দেহটো নিপাত হৈ গৈছিল। কেৱল চকু দুটা তুলসী তলৰ চাকিৰ দৰে জিলিকিছিল।

মটৰ বোটখন স্পষ্ট হলত হঠাতে অলপতে শুই থকা বনুৱাজনে কলে—"চিকানী অকলে নহয়, আৰু এজনী তিৰোতা মানুহ!"

"তিৰোতা মানুহ?"...

আশা আৰু উৎকণ্ঠাৰে মটৰ বোটখনলৈ অপেক্ষা কৰিলোঁ। চকুযুৰিয়ে

হেৰোৱাজনক বিচাৰি বাৰে বৰে কাণ চাপি অহা বোটখনলৈ চাবলৈ ধৰিলে।

মটৰ বোটখন কাষ চাপিলত, দেখিলোঁ—তিৰোতাজনী কাৰোবাৰ গাত ধৰি শুই অহা দৰে আহিছে।—"বোধ হয় খুব পানী খালে।"—বোটখন ৰোৱাৰ লগে লগে কোনোবাই কলে।

মই দেখিলোঁ—তিৰোতাজনী ধৰি অহা মানুহজন অণুৰ মোমাই দেৱেক।

হেৰোৱা সম্পদ ঘূৰাই পোৱাৰ আবেগত মোৰ অন্তৰখন দুৰু দুৰু কৰি কঁপিবলৈ ধৰিলে। বোটখনত সাঁকো দিয়াৰ লগে লগে উধাতু খাই মোমাই দেউৰ হাতৰপৰা অণুক কাঢ়ি অনা দৰে আনি বুকুত সোমাই লৈ মাতিলোঁ—অণু, মোৰ কিতাপ আহিল নহয়, অণু।—তুমি প্ৰুফ চাই দিয়া, কলিকতাত ছপোৱা কবিতা পুথিখন।—যেন অচেতন অৱস্থাতো অণুৱে মোৰ কথা শুনিব!

মুহূৰ্ততে তাইক কান্ধত দাঙি লৈ বলিয়াৰ দৰে প্ৰথমতে বোটৰ সাঁকো আৰু তাৰ পিছত ফ্লেট আৰু ফ্লেটৰ সাঁকোৰেদি বনুৱাবোৰে বস্তা মূৰত লৈ অহা দৰে আহি পাৰত ৰৈ থকা এখন এম্বুলেঞ্চত উঠিলোঁহি। মনৰ আবেগত আকৌ অণুৰ অচেতন কাণত ফুচ্‌ফুচাই কলোঁ—"অণু, মোৰ কৱিতা পুথিখন আহিল নহয়, অণু! আজি আমি সেইখন ঘৰ সুমাব লাগিব নহয়!"…পৰা হলে তেতিয়া বুকুৰ সৰ্ব্বস্ব উম দি অণুক মই জীয়াই তুলিলোঁ হেঁতেন।

তিনি দিনৰ মূৰত হাস্পাতালত অণুৰ জ্ঞান আহিল। অবাক হৈ মূৰৰ শিতানত দোঁ খাই থকা মোৰ মুখখনলৈ চাই হঠাতে লাহে লাহে অণুৱে—"মই কেনেকৈ বাচিলোঁ? মই উটি গৈছিলোঁ নহয়—বোটখনে মোক ধৰিবই নোৱাৰিলে। মোক কোনে তুলিলে কওকচোন, কওক।"

অণুৰ শেঁতা মুখখনিত হাঁহি আৰু মোলানপৰা চকুহালিত উজ্বলতা ঘূৰি অহা দেখি মই যেন পুনৰ জীৱন ঘূৰাই পালোঁ। লাহে লাহে তাইৰ শুকান আৰু বগা ওঁঠ দুটিত এটা চুমা দি কলোঁ—"তোমাক যি বচালে, তেওঁৰ মই খবৰেই কৰা নাই অণু। পকনীয়াৰ মুখৰপৰা কাঢ়ি অনা সেই জীৱন-দাতা জনৰ কথা একেবাৰেই পাহৰিলোঁ।"

অকতজ্ঞতাৰ বেদনাত মনটো তিতি গ'ল। অণুক কলোঁ—মই বৰ



অকৃতজ্ঞ। এতিয়াই গৈ চিকানীক তোমাৰ ওচৰলৈ মাতি আনিম। তোমাক পাই তোমাৰ জীৱন-দাতাৰ কথা একেবাৰে পাহৰি পেলালোঁ। মই বৰ অকৃতজ্ঞ।"

অণুৱে মোৰ ব্যৱহাৰত মুগ্ধ হৈ সুধিলে—"মোক আপুনি ইমান ভাল পায়!"

মই একো নামাতি হাঁহি অণুৰ চকু দুটিত আৰু দুটি চুমা আঁকি দিলোঁ।

অণুৱে কলে—"আপোনাৰ কিতাপখন আহিলেনে চাওঁ! বাহিৰৰ কোঠাৰপৰা মোৰ কবিতাৰ পুথিখন আনি অণুৰ হাতত তুলি দি কলোঁ—"মই চিকানীক বিচাৰি যাওঁ দেই। তুমি কিতাপ পঢ়া।"

অণুৱে লাহে লাহে কলে—"যাওক, মোৰ হৈও এষাৰ কব।" উধাতু খাই ফ্লেটলৈ আহিলোঁ।

তিনি দিনৰ আগত 'আটাৰা' ফ্লেট আৰু তিনিদিনৰ পিছত 'আটাৰা' ফ্লেট। আগৰ দৰেই মাল অনা নিয়া কৰা মজদুৰৰ লানি দেখিলোঁ। এটা মজদুৰো চিনি নেপাওঁ। সকলোৰে মুখত, ছোলাত আগৰ দৰেই বালি, কেৱল বালি। বস্তাৰ ওপৰতো এটা মজদুৰ শুই আছে। কিন্তু তিনি দিনৰ আগৰ সেই মজদুৰটোৰ লগত তাৰ মিল নাই। আজিও বতৰ ডাৱৰীয়া। আগৰ দৰে মাল নিবৰ বাবে মানুহ আজিও চিকানীৰ ওচৰত আছেহি। কিন্তু তিনি দিনৰ আগৰ চিকানীটো আৰু নাই। একেবাৰে এটা বেলেগ মানুহ বহি আছে। ইয়াৰ ডাঢ়ি নাই, তাৰ ডাঢ়ি আছিল।

মই লাহে লাহে গৈ সুধিলোঁ—"হেৰি—যে আছিল তেওঁ, ইয়াত যে বহিছিল—তেওঁ ক'ত?"

বস্তুৰ খবৰ নলৈ মানুহৰ খবৰ লোৱা দেখি নতুন চিকানী আচৰিত হ'ল। কলে—"কওক,—কি কব লাগে, মোকে কওক।"

"নাই, নাই, মোক তেওঁক লাগে।—সেই যে মোৰ তিৰোতাজনী বচাইছিল।" অণুৰ জীৱনদাতাৰ নামটো কব নোৱাৰি বৰ লাজ পলোঁ।

নতুন চিকানীয়ে কলে—"অ', মিঞা মনচুৰৰ কথা কৈছে? সিতো নাই ইয়াত, কালি পাকিস্তানলৈ গৈছে।"

"মোৰ কথা সুধিছিল নেকি?"—এনেয়ে সুধিলোঁ!

"ওহোঁ।"

"ছিঃ, মই বৰ ভুল কাম কৰিলোঁ। মানুহটোক কৃতজ্ঞতা জনাবলৈ সময় নেপালোঁ।"—অনুতাপৰ সুৰত কলোঁ।

মতুন চিকানীয়ে সান্ত্বনা দি কলে "একো ভাবিব নেলাগে বাবু, যাওক। লোকক পানীৰপৰা বচোৱাটো আমাৰ ধৰ্ম্ম। তাৰ বাবে আৰু কি কৃতজ্ঞতা দেখুৱাব লাগিছে?"

"তাৰ এড্ৰেছটো দিবানে?"

"নেজানো বাবু। আমাৰ অঘৰী মানুহৰ এড্ৰেছেই নাই। ঘূৰি ফুৰোঁ।" বুলি চিকানীয়ে ইন্‌ভইচ্ নম্বৰ চাই গ্ৰাহকক মাল উলিয়াই দিয়াত লাগি গ'ল। মজদুৰ বোৰে আগৰ দৰে আকৌ অহাযোৱা কৰি বৰষুণৰ মাজতো নিভীৰ্কভাৱে কাম কৰিবলৈ ধৰিলে। ইহঁতে কেৱল কাম চিনি পায়। কেৱল কাম—কাম—কাম।

কিন্তু কিয় হব কাম? ইহঁতে এবিধ উদাৰ, নিস্বাৰ্থ, বিশ্বজনীন মৰমো চিনি পায়। এনে মৰমৰ বলতেই মনচুৰে অণুক বচাই মোৰ কৃতজ্ঞতা নিবিচৰাকৈও এই ঠাই এৰি গুচি যাব পাৰিলে। অথচ মোৰ মৰম ইমান আপোনপেটীয়া। মই অণুক পাই মনচুৰক একেবাৰে পাহৰি পেলালোঁ। এবাৰ কৃতজ্ঞতা জনাবলৈও মনত নপৰিল। ছিঃ ছিঃ কি অতকৃতজ্ঞ মই আজিলৈকে তাক কৃতজ্ঞতা জনাব নোৱাৰিলোঁ।

বিচাৰি ফুৰিছোঁ। মিঞা মনচুৰক মই ক্লেটে ক্লেটে বিচাৰি ফুৰিছোঁ। তাক মই পৃথিবীৰ ক্লেটে ক্লেটে বিচাৰিম। লুইতৰ জলকুঁৱৰীলৈ মোৰ যেনে মোহ, ক্লেটত আচম্বিতে পোৱা, আয়াত গোৱা সেই মিঞা মনচুৰ টোলৈও মোৰ তেনে মোহ। পৃথিবীৰ পৰা এদিন সকলো যাব,—ময়ো যাম, অণুও যাব; কিন্তু মিঞা মনচুৰ লুইতৰ ক্লেটত সদায় থাকিব। সদায় সি দুৰ্ভগীয়া যাত্ৰীক নিজৰ প্ৰাণ দিও বচায়; আৰু বচাই বহুতো অকৃতজ্ঞ মানুহক অপ্ৰকাশিত অকৃতজ্ঞতাৰ বেদনা দিব।

মিঞা মনচুৰ। মানুহটো য'তে থাকক, সাহিত্যিক অমিত শইকীয়া আৰু তেওঁৰ পত্নী অণু শইকীয়াই সদায় তেওঁক হৃদয়ৰ এনেকুৱা এটুকুৰা ঠাইত থব য'ত দেৱতায়ো ঠাই নেপায়। অকল অমিত পত্নীয়েই নহয়, প্ৰত্যেক দুৰ্ভগীয়াই যুগে যুগে মিঞা মনচুৰক হৃদয়ত থাপিব।

## যৌৱন যেতিয়া যায়

### গোবিন্দ চন্দ্ৰ পৈৰা

ননী,…দাৰুণ হতাশাত তাইৰ জীৱন জৰ্জ্জৰ পৰি যায়।

চিন্তা—চিন্তা—চিন্তা—কেৱল চিন্তা! নিৰাশা, কেৱল অন্তহীন নিৰাশা! এই চিন্তা-মহাসাগৰৰ নীলা পৰি যোৱা ঢৌবোৰ! নিৰাশাত নীলা হৈ পৰা বেদনাৰ অনন্ত উৰ্মিভৰা মহাসাগাৰৰ এই যে গভীৰ গৰ্জ্জন! এই অন্তহীন চিন্তা—নিৰাশাৰ জ্বলন্ত চিতাৰ উৰি ফুৰা অগ্নি-শিখাবোৰ‥ এই শেষ নোহোৱা চিন্তাৰ উত্তৰ নথকা প্ৰশ্ন বোৰ!…

আন্ধাৰ…কেৱল আন্ধাৰ। যুগ যুগ ধৰি পুঞ্জীভূত হৈ থকা অমানিশাৰ আন্ধাৰৰ কণাবোৰ তাইৰ মগজুৰ কোষে কোষে বাহ বান্ধি লয়।

এই মুহূৰ্ত্তত তাইৰ আজি কোনো নাই, তাই অকলশৰীয়া। এষাৰি সাদৰী মাতৰো কঙালী তাই—এখনি মৰম ভৰা বুকুৰ মাজত আশ্ৰয় লবলৈ তাইৰ হিয়া আকুল হৈ উঠে, তাইৰ প্ৰাণ ছাটি-ফুটি কৰে।

তাই আজি অনাদৃতা, উপেক্ষিতা, বঞ্চিতা!

হেৰাই যোৱা যৌৱনৰ সোণৰ স্মৃতি-কণাবোৰ?…

ধূলি মাকতিৰে ভৰা পুৰণি বস্তুৰ আলমাৰীখন তাই মেলে—কিবা সান্ত্বনা পাবৰ আশাত, কিবা সুখ-জড়িত স্মৃতি কৰবাত পৰি থাকিব পাৰে বুলি ভাবি। এই চিঠিবোৰ! ছিঃ! এই কিতাপবোৰ, এই ছবি বিলাক… থ'ক।

লেতেৰা হৈ থকা ছবি এখন—ভগা ফ্ৰেম। ধূলি আৰু মাকতিৰে ভৰা এই ছবিটি কাৰ? ইমান অৱহেলাত পেলাই থৈ দিয়া ছবিটি! তাই ফুৰাই দিয়ে। ওপৰৰ ধূলিবোৰ নাচি উঠে। আজি এযুগ ধৰি স্তৰ বান্ধি থকা ধূলি বোৰ যেন বৰ উত্তাৱল হৈ উঠে। তাই আকৌ ফুৰাই দিয়ে। আঁৰত অস্পষ্ট এইটি কাৰ ছবি? কাপোৰৰ আগেৰে তাই মচি দিয়ে। অস্পষ্টকৈ এটি ছাঁ জিলিকি উঠে। হঠাতে বিজুলীৰ দৰে তাইৰ বুকুত এটি খন্তেকীয়া ভূইকঁপৰ জোকাৰণিয়ে খুন্দা মাৰি থৈ যায়।…

তাইৰ প্ৰাণে আহি তাইৰ কন্ঠত আকুল ভাৱে খুন্দা মাৰি দিয়ে। তাই চিঞৰি উঠে—"ভৃগু!" ফটোখন তাইৰ বুকুত সোমাই পৰে। গোটেই জীৱন ধৰি তাইৰ হিয়াৰ এচুকত অজ্ঞাতে থুপ খাই থকা এটি নতুন বেদনাৰ চকুলো ধাৰাসাৰে বৈ যায়। তাইৰ বুকুখনে গুমৰি গুমৰি চিঞৰে ভৃগু! ভৃগু!

. . .

ভৃগু আহি তাইৰ সন্মুখত থিয় দিয়ে। সদায় যিদৰে আহে ঠিক সেইদৰে—মোলান কৰুণ মুখ। দীঘল হুমুনিয়াহৰ লগে লগেই সি বহি পৰে। তাৰ পিছত সি তাৰ ডিঙিটো পোনায়। তাৰ ডাঠ ওঠ দুটা জিভাৰে তিয়াই লয়। সোমাই যোৱা চকু দুটা অলপ বহলকৈ মেলে; ঠেক কপালখন নিজে নিজেই কোঁচ খাই যায়। উঠা চেলাউৰিৰ ঠৰঙা, ঘন, কুৎসিত নোমবোৰ সি হাতৰে বহুৱাই থবলৈ চেষ্টা কৰে। তাৰ পিছত অলপকৈ হাঁহিবলৈ যেন ইচ্ছা কৰে আৰু কৈ যায়—"ননী! মোৰ মৃত্যুৰ দিনবোৰ ঘনাই আহিছে। যোৱাৰ আগত তোমাক কিবা কৈ যাঁও—সেই চিৰকাল মোৰ মুখৰপৰা তুমি শুনি থকা কথাকেইটা। মই তোমাক বৰ কষ্ট দিলোঁ—বৰ আমনি কৰিলোঁ। কি কৰোঁ! পৃথিবীত সদাতকৈ আগ নিজৰ স্বাৰ্থ। মোৰ নিজৰ স্বাৰ্থৰ কাৰণে তোমাক কিমান আমনি কৰিলোঁ, কিমান যে ভুগালোঁ, কিমান কষ্ট দিলোঁ!···ক্ষমানো কি খোজোঁ···ক্ষমা খুজি হবই বা কি? ক্ষমা পালেও হব কি মোৰ! য'ক!··· পৃথিবীত যত দুখ আছে তাৰ ভাৰ বৈছোঁ আৰু ববলৈও প্ৰস্তুত আছোঁ!"

তাৰ খীনোৱা নোমভৰা হাতখন সি দাঙি কয়—"এই মৰি যোৱা দেহা চোৱা!" ছোলাৰ ডিঙিৰ বুটাম এটা টানি বুকুখন মেলি লয় আৰু তাৰ ভোটোকা আঙুলিৰে ঘঁহি ঘঁহি এক মনে কৈ যায়—"এই মৰি যোৱা বুগ্ন দেহাত পৃথিবীৰ যত অভিশাপ আছে লাগকহি। ঈশ্বৰৰ সেই ক্ৰুৰ চকুদুটিত পৃথিবীৰ যত অভিশাপ আৰু খং সোমাই আছে মোৰ ওপৰত বৰষক! জেঁৰেঙা পথাৰৰ দৰে দৰে ছিটাছিটকৈ ফাটি যোৱা এই হিয়াত যত ৰকম যন্ত্ৰণা আছে দিয়ক! নৰক? নৰকৰ যন্ত্ৰণা মূৰত লবলৈ মই সঙ্কোচ নকৰোঁ। পাপ? ধৰ্ম?—মোৰ কাৰণে পাপ আৰু ধৰ্মৰ প্ৰভেদ নাই!···তুমি আমনি পাইছাঁ মোৰ কথা শুনি শুনি নহয়নে? মই এই কথাই কব খুজিছিলোঁ—পৃথিবীৰ মোৰ দিন পুৰ হৈ আহিল। মই মৰিম! অৱশ্যে মোৰ মৃত্যুৰ পৰা কাৰো ক্ষতি নহয়! মই বিদায় হে লবলৈ আহিলোঁ। তুমি মোক পাহৰি যোৱা।



ভৃগু বুলি এটা দানব যে উপগ্ৰহৰ দৰে চাৰিওপিনে ঘূৰি তোমাৰ জীৱন অতিষ্ঠ কৰি তুলিছিল তাক পাহৰি যোৱা।"

সি তাইৰ কাষলৈ, একেবাৰে কাষলৈ গৈ বৰ অস্পষ্টভাৱে কয়—"ননী, মৰমৰ ননী, সংসাৰৰ মোহ মোৰ নাই, আৰু জীয়াই থকাৰ প্ৰয়োজন নেদেখোঁ। মৰিবৰ বাবে মই প্ৰস্তুত হৈছোঁ।" তাৰ পিছত পকেটৰ পৰা সৰু চিচা এটা উলিয়ায়। তাৰ মুখত হাঁহি এটা ফুটি উঠে। "বিহ!"···কৈয়ে সি ধুমহাৰ দৰে গুচি যায়। ভয়ত তাই সাৰ পাই উঠে। ভৃগু—সপোন!

আচৰিত! বাৰ বছৰ আগতে মৰি যোৱা সেই ভৃগুটো সপোনত দেখা দিলে কেনেকৈ? সি আত্মহত্যা কৰিলে? সকলোৱে ভাবিছিল সেই ৰোগী—চিৰ ৰোগী ভৃগুৰ স্বাভাৱিক মৃত্যু হৈছে। কিন্তু ননীক তেতিয়াও তাইৰ অন্তৰাত্মাই কৈছিল—সি বিহ খাই মৰিল!—আজিৰ এই সপোন! হয়,—সি বিহ খায়ে মৰিল।

বাৰ বছৰ! হেৰাই যোৱা, স্মৃতিৰ পৰা লুপ্ত হৈ যোৱা বা—ৰ বছৰ।

তাক সকলোৱে পাহৰি গৈছে। তাৰ কথা ভাবিবৰ কাৰো কোনো প্ৰয়োজন নাই। কোটি কোটি পৃথিবীৰ মানুহ যেনেকৈ আহে আৰু যায় সিও সেইদৰে আহিছিল আৰু গ'লগৈ।

. . .

তাক পাহৰি গৈছোঁ, তাক পাহৰি গৈছিলোঁ।···ভৃগু!··সি মোক সপোনত কৈছে—"ভৃগু বুলি এটা দানৱ যে উপগ্ৰহৰ দৰে তোমাৰ চাৰিও পিনে ঘূৰি ফুৰি তোমাৰ জীৱন অতিষ্ঠ কৰি তুলিছিল তাক পাহৰি যোৱা।" সপোনৰ তাৰ সেই স্পষ্ট এডাৰৰ দৰে জ্বলন্ত কথাবোৰ।

তাৰ ফটোখন।···

তাৰ উঠা ঠেক কপাল আৰু ওখ চেলাউৰিত দীঘল ঘন কুৎসিত নোমৰ হাবি, সোমোৱা চকু ঘূৰণীয়া গালৰ সেই ৰেখাবোৰ, অনবৰত খঙৰ আভাস লাগি থকা ওঁঠ দুটা। সেই ৰোগী চিৰৰোগী ভয়লগা মানুহটো। তাৰ অসংলগ্ন, নীৰস আৰু অস্পষ্ট কথাবোৰ, অনুনাসিক উচ্চাৰণৰ ভগাভগা অসম্পূৰ্ণ বাক্য, কৰ্কশ সুৰ, আমনি ল'গা আলোচনা, একে কথাকে সদায়ে দোহাৰি থকা স্বভাৱ সেই অজ মূৰ্খ মানুহটো।

তাইৰ দৃষ্টিত ভৃগুৰ ছবি আৰু স্পষ্ট হৈ উঠে। লাগবান্ধ নোহোৱা

পোছাক ; পৰিপাটিহীন। সদায়ে একে ধৰণেৰে পিন্ধা তাৰ সেই ফেচন। আৰু তাৰ সেই হাঁহিৰ ধ্বনি।

তাৰ ফটোখন।

যৌৱনৰ সেই স্মৃতি ৰাশি।···

ভৃগু।···

যৌৱনৰ মধুৰ কাল আৰু ভৃগু···সেই উপেক্ষিত ভৃগু।

পুৰণি চিঠিৰ দম। তাৰ মাজৰ পৰা আবিস্কাৰ কৰে সেই ভৃগুৰ কেইখন মান চিঠি।

সেই ব্যৰ্থ উপেক্ষিত মানুহটো মৃত্যুৰ আগতে কবি-প্ৰকৃতিৰ হৈ পৰিছিল। নহলে সেই কথা কব নজনা মানুহটোৱে লিখিব পাৰিছিল কেনেকৈ? তাক প্ৰেমে শিকালে কবিৰ দৰে ভাবিবলৈ, উপেক্ষা আৰু ব্যৰ্থতাই তাক শিকালে লিখিবলৈ নহলে সেই অপদাৰ্থ মানুহটোৱে ইমান কথাৰ মালা গাঁথিবই বা পৰিলে কেনেকৈ?

"মই মৰি যাম ননী, এবছৰৰ পিছত, হয়তো ছমাহৰ পিছত কিজানি দহ দিনৰ পিছতেই সাগৰৰ বুকুৰ এটোপা পানীৰ দৰেই ময়ো মৃত্যুৰ যোগেদি এই মাটিতে মিলি যাম। এই মাটিৰ দেহ লৈ যে জীৱন্ত কালত কিমান মান অভিমান, কিমান প্ৰেম প্ৰীতি, কিমান উপেক্ষা-অনাদৰ, কিমান মিলন-কান্দোন আৰু কত দুখ-কষ্ট, কত খোৱাকামোৰা—তাৰ পিছত, মৃত্যুৰ পিছত সেই ধূলি, নগণ্য ধূলি! মৰাৰ লগে লগেই পাহৰণিৰ অতল গৰ্ভত লীন হৈ যাব। মই মৰাৰ লগে লগেই মোক পৃথিবীয়ে পাহৰি যাব। তুমিও পাহৰি যাবা, ই স্বাভাৱিক, ই সৃষ্টিৰ নিয়ম। তাৰ পিছত তোমাৰো এদিন আহিব, তুমিও মৰিবা।

···তুমিও মৰিবা। কিন্তু ননী, মই কওঁ মৃত্যুৰ আগতেই মৰি নাযাবা। বুজিছা? তোমাৰ এই যৌৱন চিৰকাল নাথাকে। এই সোণৰ দেহা তোমাৰ নাথাকিব। যৌৱনৰ। যৌৱনৰ এই ৰংটো বৰ কেঁচা, বৰ খন্তেকীয়া। এই সোণৰ ৰংটো আচল সোণৰতো নহয় ননী, ইযে নকল, কৃত্ৰিম। চোৱা, কেই-বছৰ মানৰ পিছত তোমাৰ ৰংখিনি মচ খাই যাব। তেতিয়া তুমি এজন বন্ধুও বিচাৰি নাপাবা। অকণ সহানুভূতিৰ কাৰণে তুমি গৰীব হৈ যাবা। ভাবি চোৱা, তোমাৰ কোনো নাথাকিব বন্ধু, প্ৰিয়জন, স্বামী, সন্তান—কোনো! কিমান



নিঃসংগ হবা! তেতিয়া তুমি জীয়াতে মৃত্যুৰ যন্ত্ৰণা ভুগিবা। জীয়াই থাকিয়েই তুমি মৰি যাবা। তোমাৰ অন্তৰ মৰি যাব। তোমাৰ অন্তৰৰ সকলো সুখ-সম্পদ লুপ্ত হৈ যাব। তোমাৰ অক্ষে ধন-দৌলতেও কাম নিদিব। ধন-দৌলত দি মানুহ এটা কিনিব পাৰিবা, কিন্তু অন্তৰ এখনতো কিনিব নোৱাৰিবা সোণ! তাৰ কাৰণেই কওঁ—তুমি বিয়া কৰোৱা। যদি এতিয়া মোৰ কথা অৱহেলা কৰা, তুমি পিছত অনুতাপত পুৰি মৰিবা। বিয়া কৰোৱা ঘৰ-সংসাৰ কৰা, জীৱন সংগী থাকিব, স্বামী-পুত্ৰ-বন্ধু—মান-সম্ভ্ৰম, সুখ-শান্তি সকলো পাবা।

আজি তুমি যুৱতী, অনেক বন্ধু পাবা। অনেক লগৰীয়া পাবা। অনেক প্ৰেমিকো পাবা। কিন্তু তোমাৰ যৌৱনৰ বিদায়ৰ লগে লগেই সকলোৱে বিদায় লৈ যাব। তেতিয়া তুমি এটি মৰমৰ দৃষ্টি, স্নেহৰ অকণমান সহানুভূতিৰ "আ—হা" এনে এটা হুমুনিয়াহৰ কামনাও তোমাৰ পুৰ নহব। তোমাৰ জীৱন-বিনিময়তো। তুমি এতিয়া তোমাৰ বৰ্তমানটোক প্ৰাধান্য দিছা, ৰূপালী পৰ্দাৰ আঁৰত থকা ভবিষ্যতৰ কঠিন বাস্তৱৰ ৰূপ দেখা নাই, তাৰ কথা ভাবিও চোৱা নাই আৰু হয়তো ভাবি নোচোৱাও।

মই জানোঁ মোৰ কথাত তুমি খং কৰিবাই। কৰা, আজিকালি তোমালোকে, শিক্ষিতা ছোৱালী বিলাকে নিজকে বৰ বেছি জ্ঞানী বুলি ভাবি গৰ্ব কৰা, আনৰ এনাৰ আন্তৰিক কথাকো কাণ দি শুনিবলৈ ইচ্ছা নকৰা, কিন্তু যদি এনেকৈ থাকা, তেন্তে কষ্ট পাবা, বৰ কষ্ট পাবা। ভাবিলেও মোৰ কষ্ট হয় এতিয়া। মই মৰি গলেও মোৰ আত্মাই যে শান্তি নাপাব। তুমি কষ্ট পোৱা সহ্য কৰিব নোৱাৰি বছৰৰ পাছত বছৰ ধৰি মোৰ আত্মাই নৰক-যন্ত্ৰণা বুকত হেঁপি লৈ শূন্যত ভ্ৰমি ফুৰিব ননী!···ননী, তুমি বিয়া কৰোৱা। তোমাৰ কাৰণে উপযুক্ত পাত্ৰৰ অভাৱ নাই। আজি যদি মোৰ কথালৈ কাণ নিদিয়া, এদিন যেতিয়া তোমাৰ যৌৱন যাব, যৌৱনৰ এই বাহিৰা সোণৰ আৱৰণ সুলকি যাব, ৰূপৰ চাকচিক্য ৰংখিনি উৰলি যাব, তেতিয়া এই অপদাৰ্থ নীচ, মূৰ্খ গৰীব, কুৎসিত ৰুগ্ন আৰু বলিয়া মানুহটোৰ কথা মনত পৰিব তোমাৰ।"

ভৃগু।···তই মোৰ এই দুখৰ দিনবোৰ বাৰ বছৰৰ আগতেই ইমান স্পষ্ট ভাৱে দেখিছিলি? তই মোক বাৰ বছৰৰ আগতেই সাৱধান কৰি দিব পাৰি ছিলি কেনেকৈ?···

বাৰ বছৰ !···

মূৰ্খৰ কথা বুলি তাৰ কথাত ভ্ৰূক্ষেপ নকৰিলোঁ।

"তুমিও মৰিবা, কিন্তু ননী, মই কওঁ—মৃত্যুৰ আগতে মৰি নাযাবা।" —সচাঁইতো, মই যে মৃত্যুৰ আগতে মৰি গৈছোঁ।

"অকণ সহানুভূতিৰ কাৰণে তুমি গৰীব হৈ যাবা, তোমাৰ কোনো নাথাকিব—বন্ধু, স্বামী, সন্তান, কোনো! কিমান নিঃসঙ্গ হবা! জীয়াই থাকিয়েই তুমি মৰি যাবা, তোমাৰ অন্তৰ মৰি যাব।"

তাইৰ চকুৰেদি বাৰিষাৰ ঢল নামি আহে।

ইযে আখৰে আখৰে সঁচা, প্ৰতিটি শব্দই যে একোটো জীৱন্ত সত্য! আজি মোৰ এই বুকুৰ ভিতৰখনত সাগৰৰ সমান দুখ—অতল, গভীৰ! মোৰ কোনো বন্ধু নাই, স্বামী-সন্তান নাই, নাই কোনোৱেই: মই আজি অকলশৰীয়া, মই আজি বঞ্চিতা!

"যেতিয়া তোমাৰ যৌৱন যাব,···" যৌৱন হেৰোৱা মোৰ এই নাৰী-হৃদয় খনে যে আজি হাহাকাৰ কৰি কান্দি মৰিছে ভৃগু!···

"তেতিয়া তুমি এটি মৰমৰ দৃষ্টি, স্নেহৰ অকণমান সহানুভূতিৰ 'আ—হা' এনে এটা হুমুনিয়াহৰ কামনাও তোমাৰ পূৰ নহব—তোমাৰ জীৱনৰ বিনিময়তো!"

···তাইৰ দৃষ্টি থৰ হৈ যায়!···লাহে লাহে তাইৰ দেহা ঢলি পৰে।

· · ·

দ্বিতীয় নিশাৰ সপোন!

সপোনত ভৃগু!···

তাই দেখে, সেই অপদাৰ্থ আৰু গৰীব ভৃগুৰ সৈতে তাইৰ বিয়া হৈ যায়। কেতিয়াও অনুভৱ নকৰা এটি গভীৰ গাঢ় আনন্দই সিহঁত দুয়োটাৰে জীৱন নচুৱাই তোলে।···ভৃগুৰ ৰূপ বদলি যায়, তাৰ মুখত নবীন জেউতি চৰি—আহে।

সি হাঁহিৰে মুখ উজ্জলাই আহি তাইক শোধে—"ননী, আজিও তুমি মোক উপেক্ষা কৰা?"

তাই কয়—আন্তৰিক ভাবে, সৰলভাৱেই কয়—"নকৰোঁ।

"আগেয়ে কিয় কৰিছিলা?"



"কেতিয়াও কৰা নাছিলোঁ।"—পূৰ্বৰ কথা তাইৰ মনত নপৰে।

"ইহ্ কৰা নাছিলা হে?"

তাইৰ কোমল অন্তৰত আঘাত লাগে। "কেতিয়াও কৰা নাছিলোঁ।"

"সঁচা?"

"মই যে তোমাক ইমান ভাল পাইছিলোঁ ভৃগু!"—তাই কাতৰ ভাৱে চিঞৰি উঠি ভৃগুক সাৱটি ধৰে। আনন্দৰ চকুলোৰে গাল দুখন তিয়াই লৈ সি তাইক বুকুৰ মাজত সুমুৱাই লয়।

· · ·

ফটোখন···

এদিন তাক পাহৰিবৰ বাবে ফটোখন তাই পেলাই দিছিল!

চাই থকা ভৃগুৰ চকু দুটালৈ তাই একে থৰে চাই থাকে।···তাৰ জীৱিত কালত কোনো দিনে বোধ হয় তাই তাৰ সেই চকু দুটালৈ ইমান মনোযোগ দি চোৱা নাছিল। চোৱা হলে দেখিলে হেঁতেন কুৎসিত হলেও, তাৰ চকুত এনে এটা ৰূপ আছিল, এনে এটা প্ৰাণ আছিল, যি ৰূপ, যি প্ৰাণ তাই আনত নাপালে হেঁতেন! হতভগীয়া নাৰী।

তাই ভাবে, কি সুন্দৰ, কি মহান এই মানুহজন!—কি উদাৰ!···

তাইৰ চকুপানী বৈ আহে। বুকু ভৰি থকা বেদনা চকুলোৰে বাহিৰ কৰিবলৈ চেষ্টা কৰে; হয়তো তেতিয়া তাই শান্তি পাব, তাইৰ বুকুৰ বেদনা জামৰি যাব। স্বামী আৰু সন্তান নথকা, যৌৱন হেৰোৱা নাৰীৰ বুকুৰ দুখ যেয়ে কল্পনা কৰিব পাৰিব, সেয়ে উপলব্ধি কৰিব তাই কি গভীৰ দুখত কান্দিছে।

ছবিৰ মানুহটোৰ চকু দুটি ইমান কোমল! কি সুন্দৰ—কি সুন্দৰ মৰম-সনা এই চেলাউৰি, এই ওঁঠ দুটি!···বলিয়া ভৃগু! তই মোৰ নিচিনা এজনী নাৰীক জয় কৰিব নোৱাৰিলি বলিয়া!···

ফটোখন তাই বুকুত লয়। তাইৰ দুৰ্বল চকু দুটা মুদ খাই বায়। মুদ খোৱা চকুৰ আগত জীৱন্ত ভৃগু আহি থিয় দিয়ে—সেই মৰি যোৱা—হতাশাত, বেদনাত, ব্যৰ্থতাত জীৱন পাত কৰা ভৃগু!

মই তোক তিল তিলকৈ মাৰিলোঁ। মোৰ প্ৰত্যাখ্যানত, মোৰে উপেক্ষাত জ্বলি জ্বলি তই তিল তিলকৈ মৰিলি। পৃথিবীৰ সকলো সুখ-শান্তি আৰু

আনন্দৰ পৰা চিৰ-বঞ্চিত-চিৰ, ব্যৰ্থ মানুহটোকে মই আকৌ হত্যা কৰিলোঁ। ময়েতো হত্যা কৰিলোঁ। মোক ভাল পায়েইতো তই মৰিলি। মোক ভাল-পোৱাৰ কাৰণেইতো তই মৰিলি।

হতাশাত, নিৰাশাত, উপেক্ষাৰ, বেদনাত পুৰি পুৰি মলিন হোৱা তোৰ সেই মুখ···

আজি মোৰ হৃদয়ত বিদ্ৰোহৰ তুফান উঠে, নিজৰ বিৰুদ্ধে; মোৰ লুপ্ত হৈ যোৱা যৌৱনৰ বিৰুদ্ধে, মোৰ যৌৱন-গৰ্বিত অন্তৰৰ বিৰুদ্ধে। মোৰ এই ভাগি যোৱা বুকুখন যেন ছিৰাছিৰি কৰি পেলাওঁ! মানুহে মানুহক ইমান উপেক্ষাও কৰিব পাৰে? ভৃগু—বলিয়া!

অতিশয় গভীৰ দুখত মাটিত লুটি খাই পৰা, বেদনাত ছাটিফুটি কৰি মৰিব ধৰা এই মানুহজনী আৰু শতধা চূৰ্ণ—হোৱা তাইৰ বুক খনৰ প্ৰতি তাইৰ নিজৰে অলপো সহানুভূতি নজন্মে!

—আজি মই মোৰ যৌৱন ঘূৰাই নাপাওঁ, এনে কল্পনাৰ প্ৰয়োজনো নহলহেঁতেন, যদিহে আজি মোৰ স্বামী আৰু সন্তান থাকিলহেঁতেন! আজি মোৰ বুকুখন ইমান শুদা, মই ইমান অকলশৰীয়া! জীৱনৰ সকলোঁ হেৰুৱাই মই আজি নিঃস্ব। এই জনপূৰ্ণ পৃথিবীত মই নিঃসংগ! এই বহল পৃথিবীত মোৰ কোনো নাই, মোৰ হৃদয়ৰ বাতৰি লওঁতা কোনো নাই! মোৰ ৰিক্ত হৃদয়ৰ ব্যথা বুজোঁতা কোনো নাই!

মই ইমান দুৰ্বল! মোৰ ভয় হয় যেন যি কোনো মুহূৰ্ততে মোৰ মৃত্যু হব। মোৰ বৰ ভয় লাগে! কিন্তু সেই ফটোখন! সেই ছবিটিয়ে যেন মোক মৃত্যুৰ পৰা ৰক্ষা কৰি আছে। নহলে মই মৰি গলোঁহেতেন।

· · ·

ভৃগুক কৰা হেয়তা আৰু উপেক্ষাৰ খণ্ড খণ্ড দৃশ্যবোৰ এটি এটিকৈ তাইৰ চকুত ভাহি উঠে। সি দিয়া প্ৰথম চিঠিখন···ভয়ে ভয়ে সংকোচ কৰি চিঠিখন তাইক দিব ধৰিছিল। তাই ভৃগুৰ হাতৰ পৰা কাঢ়ি আনি টুকুৰা টুকুৰকৈ ফালি পেলাই দিছিল। তেতিয়া সি কাঢ়ি আনি কৈছিল—"মই জানিছিলোঁ।"

"তোমাৰ মুৰটো জানিছিলা। পৰৰ ছোৱালীক···"

সিদিনা তাক গালি শপনি পাৰি জৰ্জৰিত কৰি তুলিছিল। অন্য মানুহ হোৱা হলে সিদিনাৰ পৰা সকলো সম্বন্ধৰ সমাপ্তি ঘটিলে হেঁতেন।



ফুলৰ ভক্ত বুলি এদিন ক'ৰ পৰা জানো ইমান ধুনীয়া ধুনীয়া ফুল আনি দিছিল তাইক। তাইৰো লোভ লাগিছিল, কিন্তু ভৃগুৰ দান বুলি সেই ফুলৰ থোপা তাৰ গালৈ মাৰি পঠাই দিছিল। তেতিয়া সি হাঁহি হাঁহি কৈ গৈছিল—'মদনৰ ফুলশৰ।'

সেই বোৰ একোৱেই নহয়। দিনৰ পিছত দিন, বছৰৰ পিছত বছৰ ধৰি, কত অপমান, কত লাঞ্ছনাই যে সি ভোগা নাই!

এনিশাৰ কথা।···

বিহুত ভৃগু ঘৰলৈ গৈছিল। তিনি চাৰি দিনৰ পিছত বিহুৰ কিবা এটা উপহাৰ লৈ সি আহে। নিশা তেতিয়া আঠোটা বাজিছে। ননী তেতিয়া শোৱা কোঠাত। সবুজ ৰঙীণ টেবুল-লেম্পৰ পোহৰত কোঠালীটো উজ্বল। ভৃগুৱে দুৱাৰত টুকুৰিয়াই তাৰ আগমনৰ সংবাদ দিয়ে। ভিতৰৰ পৰা কোনো সঁহাৰি পোৱা নাযায়। কিছু পৰ ৰৈ আকৌ শব্দ কৰে। তেতিয়া তাৰ প্ৰত্যুত্তৰ স্বৰূপে দুৱাৰৰ ফাঁকেদি বাহিৰলৈ ওলাই অহা পোহৰ নেদেখা হয়। তাৰ মুখত এটি হাঁহি বিৰিঙি উঠে।

ননী,—সুৰত আকুলতা।

ননী তেতিয়া কপট নিদ্ৰাত অভিভূতা।

সি জানিছিল—ননীৰ টোপনি অহা নাই।—ই একো নহয়, ননীৰ উপেক্ষা।

দহ বজালৈকে সি বাহিৰত থিয় হৈ আছিল। দহ বজা নিশা ননীয়ে দুৱাৰ মেলি তাক অভ্যৰ্থনা কৰি নি ভিতৰত বহুৱাব সেই আশা অৱশ্যে সি কৰা নাছিল। যি জাগি জাগিয়েই শুই থাকে তাক জগোৱা টান। তথাপি, তাৰ অবুজ মনটোক সি বুজাবই নোৱাৰিছিল। ননীয়ে তেতিয়া অতি সাৱধানে খিৰিকীখন মেলে। আন্ধাৰত ভৃগুৰ মূৰ্তিটিৰ অস্তিত্ব বুজা যায় কোনো মতে। তেতিয়া সি নিজৰ ভাবত নিজে ব্যস্ত।

"মোকো যদি কোনোবাই মোৰ দৰেই ভাল পালেহেঁতেন। মোৰ পাছে পাছে এজনী ছোৱালী এনেকৈ বলিয়া হৈ ঘূৰি ফুৰিলে হেঁতেন। মোৰ দৰেই এনেকৈ উতলা হৈ বুকু ভাঙি ভাঙি কান্দিলে হেঁতেন। মোৰ দৰেই গভীৰ নিশা আকুল ভাৱে ৰৈ থাকিলেহেঁতেন যদি কেৱল এবাৰি গাত আৰু এপলক চাৱনিৰ কাৰণে!"···

তেতিয়া আন্ধাৰত তাক দেখা নগলেও তাৰ মাত, বলিয়া মাত কান্দোনৰ সুৰেৰে ভিজি গৈছিল। তাৰ পিছত সি বলিয়াৰ দৰেই বিকট হাঁহি মাৰি উঠিল আৰু আন্ধাৰত একেবাৰে নেদেখা হৈ পৰিল।

সেই নিশা—গোটেই নিশাটোতে ননীৰ টোপনি নাহিল।

এনিশা।—আঠমান বজাত কোকিলামুখৰ পৰা আহি পায় ভৃগু। গোটেই দিন তাৰ পেটত, ভাতৰতো কথাই নাই, চাহ এটুপিও পৰা নাই। গধুলিৰ পৰা তাৰ মূৰ কামোৰণিৰ লগে লগে জ্বৰ। গাড়ীৰ পৰা নামিয়েই ননীৰ ঘৰত সোমায়। ননী তেতিয়া কোনোবাৰ ছোৱেটাৰ বোৱাত ব্যস্ত। ভৃগুৱে বৰ আশা কৰি এটুপি চাহৰ কাৰণে ননীকে অনুৰোধ জনায়।

ভৃগুৰ মুখলৈ চাই তাই তাই বৰ ঘৃণা ভাবে সোধে—'চাহ?'···তিৰোতা মানুহৰ, গাভৰু ছোৱালী বিলাকৰ মাতো ইমান কৰ্কশ! সি আচৰিত হয়।

"মই এতিয়া উঠিব নোৱাৰোঁ।"-মুখত ঘৃণাৰ ৰেখা তেতিয়াও স্পষ্ট হৈয়ে থাকে তাইৰ। কিন্তু ভৃগুৰো এনে অৱস্থা;—সিমানতো সিয়ো উঠি গুচি যাব নোৱাৰে। শৰীৰৰ শক্তি তাৰ হীন হৈ গৈছে।

অলপ পিছত ননীয়ে চাৰি জনে খাব পৰা ডাঙৰ মাগত একো মাগ চাহ আনি দিয়ে। ভাগৰুৱা চকু দুটাৰে ভৃগুৱে মাত্ৰ হাঁহিলে। সি ভাবে—তাই ভাবিছে; সি যেন দৈত্য, বুভুক্ষু দৈত্য।

ভৃগুৱে মূৰত হাত দি বহি থাকে।

অলপ পিছতে স্থানীয় জেইলৰ লীলাধৰ চৌধুৰী আহি ওলায়। চাহ আহে। ননীজনী কিমান তৎপৰ, কিমান 'স্মাৰ্ট্,' কিমান কামিলা, কিমান অমায়িক, কিমান যে মধুৰ!

ভৃগুৰ কাৰণেও এভাগ আহে।

বাজত তেতিয়া বৰষুণ নাই যদিও, খুব ধুমুহা। ভৃগু তাৰ মাজেদি উৰি যায়। চাৰিও পিনে ধুলি মাকতিৰ প্ৰলয়-নাচোন। গছ গছনি মৰমৰকৈ ভাগি পৰাৰ শব্দ।

··· ··· ···

তাই নিজৰ অন্তৰকে সোধে—তাই কিয় উপেক্ষা কৰিছিল ভৃগুক! কিয়? কিন্তু তাই জানো ভৃগুক ভালপোৱা নাছিল?

মানুহটো আছিল গৰীব, ৰোগী আৰু কুৎসিত। তাক ঘৃণা কৰা অতি



সহজ, কিন্তু তাৰ অন্তৰক জানো তাই উলাই কৰিব পাৰিছিল? তাৰ ভাল-পোৱাক জানো তাই ভৰিৰে মোহাৰি পেলাব পাৰিছিল? সি ননীক জানিছিল। ননী মানুহ জনীক, তাইৰ গোটেই অন্তৰখন সি অধ্যয়ন কৰি পেলাইছিল। ননীৰ ভাব, তাইৰ অন্তৰৰ আশা-আকাংক্ষা তাইৰ অভিলাষ, তাইৰ কল্পনা, তাইৰ দুৰ্বলতা, তাইৰ গৰ্ব আৰু আত্মম্ভৰিতা, এই আটাই বিলাকৰ কিছু আভাস সি পাইছিল। তাইৰ ইবোৰ কথাৰ উমান পোৱাৰ বাবেই ভৃগুৰ ওপৰত তাইৰ অভিমান, গৰ্ব আৰু প্ৰতিশোধৰ ভাব সিমান তীব্ৰ হৈ উঠিছিল। তাৰ বাবেই ভৃগুৰ ওচৰত তাই পৰাজয় স্বীকাৰ কৰা নাছিল। তাৰ বাবেই, তাক ইমানকৈ ঘৃণা কৰিবলৈ সদায়ে সচেষ্ট হৈ আছিল তাই।

ভৃগুৱে জানে ননীৰ দুৰ্বলতা ক'ত। ভৃগুৱে জানে ননীয়ে তাক ভাল পায়। অন্ততঃ স্নেহৰ টান এৰাব নোৱাৰে আৰু জানে তাই তাৰ ভালপোৱাক ইমান সহজ ভাৱে অৱহেলাত উৰাই দিব নোৱাৰে। তাৰ বাবেইতো সি গোটেই জীৱন ধৰি ভাল পাব পাৰিছিল তাইক।

ননীয়ে মাকৰপৰা শুনিছিল, ননীৰ জন্মৰ দিনা ভৃগুৱে আনন্দত জপিয়াই জপিয়াই গৈ তাইক কোলাত লবলৈ কান্দি কাটি জুলুম কৰিছিল। সেই ছ বছৰীয়া ভৃগুৱে তেতিয়াৰ পৰাই ত্ৰিশ বছৰ ধৰি তাইক ভাল পাইছিল।

··· ··· ···

হঠাতে ভৃগুক স্তম্ভিত কৰি ননী নগাৱঁলৈ গুচি যায় স্কুলৰ চাকৰি লৈ।

ননীয়ে ভাবে,—চাকৰি, ভৃগু-বাহুৰ পৰা মুক্তি। এদিন, দুদিন, তিনিদিন ···দিনে দিনে দেখোন, ভৃগুৰ মূৰ্তি'টি বেছি ঘনাই উদয় হব ধৰে।···নতুন বন্ধুহীন ঠাই। নতুন জগতৰ সৈতে খাপ খাই পৰা নাই। কিন্তু সেই কুৎসিত ভৃগুৰ মৰমৰ সৰুসুৰা কাণ্ডবোৰ! তাৰ কাকুতি ভৰা, অন্তৰৰ সৰল আকুতিৰ গুঞ্জনবোৰ!

দিনবোৰ কিন্তু গল। লগে লগে কিন্তু লগৰ মাষ্টৰণী বান্ধৱীৰ ককায়েক প্ৰফুল্লই দেখা দিলে। ঠিক গল্প-উপন্যাসত হোৱা প্ৰেমৰ পাতনি হ'ল। তেতিয়া মনত পৰিল অৱহেলিত ভৃগুলৈ। কাণত প্ৰফুল্লৰ প্ৰেমৰ গুঞ্জন, ইফালে স্মৃতি-পটত বাল্য-বন্ধু, হেলিত, ব্যৰ্থ ভৃগু। দীৰ্ঘদিন ধৰি ভাবৰ অৰিয়া-অৰি লাগিল।-'ভৃগুক পাহৰিব নোৱাৰোঁ'। কিন্তু তথাপি, প্ৰফুল্লই জয়ী

হয়। মই স্বীকাৰ কৰোঁ—স্মৃতিৰ অতীত কালৰ পৰা মহা মহা ঋষি-মুনি সকলে নাৰীক দুৰ্বলা বুলি কোৱা কথা সঁচাই।

ডেৰ বছৰৰ পিছত প্ৰফুল্ল পলাল ঃ ভৃগু,…তাৰ ওপৰত মই কি বিশ্বাস ঘাতকতা কৰিলোঁ। কিন্তু সেই অজমূৰ্খ ভৃগুটোৱে মোক নেৰিলে। প্ৰফুল্ল পলাল। মই নাৰী..মই একো কৰিব নোৱাৰিলোঁ। নাৰীৰ সৰ্বস্ব লুণ্ঠিত কৰি প্ৰফুল্ল পলাল। ভৃগুক বঞ্চিত কৰিছিলোঁ, মোক প্ৰফুল্লই লুণ্ঠিত কৰিলে। ভৃগুৱে মোক দিলে ভালপোৱা, প্ৰফুল্লই প্ৰতাৰণা। এজনে দিলে অকপট মৰম, এটাই দিলে জ্বলা জুই। পুতৌৰ পাত্ৰ ভৃগুৱে তাৰ প্ৰতিদানত পালে চিৰজীৱন ধৰি অৱহেলা, প্ৰতাৰণা, ঘৃণা আৰ ক্ৰুৰ ব্যৱহাৰ।

'ভৃগু, তই সচাঁকৈয়ে আত্মহত্যা কৰি ভালেই কৰিলি। তই ইমান দুৰ্বল আছিলি, তই ইমান দৰদী আছিলি! তই ইমান উদাৰ আৰু হোজা আছিলি, তই মোক কেতিয়াও হত্যা কৰিব নোৱাৰিলি হেঁতেন। জীয়াই জীয়াই গোটেই জীৱন তই ব্যৰ্থতাৰ নৰকত ডুবি পুৰি পুৰি মৰাতকৈ তই সিমানতে আঁৰ কাপোৰ আঁৰি দিলি ;-উপযুক্ত কামেই কৰিলি, ন্যায় বিচাৰেই কৰিলি।

'ভৃগুৰ কাৰণে মোৰ নাৰী-মন কন্দা নাছিল জানো?…প্ৰফুল্ল পলাল। কিন্তু হতভগীয়া ভৃগু! তই কোনো দিন ভবা নাছিলি মই কোনোবা পুৰুষৰ ওচৰত আত্মসমৰ্পণ কৰিম বুলি। ভৃগুক জানো মই ভালপোৱা নাছিলোঁ? কিয় নাপাম? সি যে মোৰ বাল্য-সংগী, সি যে মোৰ বাল্য কালৰ প্ৰিয় শিক্ষক' সি যে পৃথিবীত মোৰ একমাত্ৰ মংগলাকাংক্ষী।'…

ননীৰ চকুৰ আগত কিশোৰ বয়সৰ ছবিবোৰ জিলিকি উঠে, এটি এটিকে।

অবাধ্যা কিশোৰী ননী চঞ্চলা, অভিমানী, গৰ্বী। আৰু এজন ডেকা ধীৰ, গহীন, ভাবুক—ভৃগু।

ননীৰ অত্যাচাৰ, ননীৰ সহিব নোৱাৰা দুষ্টালিৰ কাণ্ডবোৰ।

ভৃগুৰ মৰমৰ শাসন, তাৰ মৰমৰ দাবি ধমকি! আৰু তাক কেৰেপ নকৰা সেই ননী।

…'কিয় তাৰ কাৰণে মোৰ মন নাকান্দিব! তাৰ নিবিড় স্নেহ মই কেনেকৈ পাহৰি যাম? সিয়ে মোক গোটেই জীৱনত দি আহিছে মৰম-প্ৰীতি আৰু



উপচি পৰা প্ৰেম। কিন্তু মোৰ গৰ্ব, মোৰ অভিমান, যৌৱনৰ খন্তেকীয়া মোহ আৰু অজ্ঞাত তাড়নাত মই যে কি ভুল কৰি পেলালোঁ।

'কাৰোবাক যদি মোৰ দুৰ্বলতা দেখুৱাব লাগিছিল তেন্তে যি জনে মোৰ সকলো দুৰ্বলতা জানে সেই ভৃগুকেই জানো দেখুৱা উচিত নাছিল?—কি ভুল কৰিলোঁ!'

'মই যেন সপোনত আছিলোঁ। মোক প্ৰফুল্লই যেন হিপ্‌নোটাইজ কৰি পেলালে। মোৰ দৰে এজনী উদণ্ড ছোৱালীক কেনেকৈ মোহ-পাশত পেলাই বন্দী কৰি পেলালে!

'সঁচাকৈ মোৰ অহংকাৰী যৌৱনৰ আঁৰত কিমান দুৰ্বলতা লুকাই আছিল। কব নোৱাৰোঁ কেৱল ময়েই নে পৃথিবীৰ অন্য নাৰীও মোৰ দৰেই দুৰ্বলা?…'

তাই ভৃগুলৈ চিঠি দিছিল প্ৰফুল্ল পলোৱাৰ পিছত। সেই দিনাই বোধ হয় ভৃগুক তাই ইমান আপোন আৰু মৰমেৰে চিঠি লিখিছিল।

যেতিয়া মানুহ বিপদত পৰে, প্ৰতিঘাত পায়, তেতিয়াহে পাহৰি যোৱা বন্ধু সকললৈ মনত পৰে।

…'ভৃগুৰ হৃদয়ভৰা মৰমৰ প্ৰতিদান স্বৰূপে মই যি নিষ্ঠুৰ ব্যৱহাৰ কৰি আহিছিলোঁ তাৰ তুলনাত মোৰ এই বিশ্বাস-ঘাতকতা, এই ছলনা কিমান ভয়ংকৰ আৰু নীচ!'…

তাইৰ চিঠিত উত্তৰত ভৃগুৱে লিখিছিল—"কি কৰিম, মই যে তোমাক ভাল পালোঁ। যদি ভুল কৰিয়ে ভাল পালোঁ তেন্তে এই ভুলতে জীৱন যক। ভুলতে ভুলহৈ থাওক।"

…'কিন্তু মোৰো যি ভুল হৈ গল, তাকতো আৰু শুধৰাব নোৱাৰোঁ। মই ভাবিছিলোঁ—মোৰ এনে এটা শিক্ষা হৈছে, যে মই আৰু জীৱিত কালত তাক পাহৰিব নোৱাৰোঁ।"

'দিনৰ লগেলগে বছৰ পাৰ হৈ গল। মোৰ মনৰ ঘা যেন শুকাই আহিল। ভৃগুৰ পৰা আঁতৰি থাকি তাৰ মৰমো যেন অনেক পাহৰি গলোঁ। এটা কথাই মনত পৰে—ভৃগুৱে কৈছিল—"পাহৰণিৰ কাৰণে এই পৃথিৱী। পাহৰণি নাথাকিলে এই সৃষ্টি নাথাকিল হেতেন। পাহৰণিয়ে জগতৰ শান্তি। আমি পাহৰিব পাৰোঁ কাৰণেই জীয়াই আছোঁ।"

…'স্বীকাৰ কৰোঁ। কিন্তু মোৰ এই বিস্মৃতিৰ কাৰণে, এই আত্ম-বিস্মৃতৰ কাৰণে মই আকৌ নৰকৰ পঙ্কিলতাত সোমাই গৈছিলোঁ।

জীৱনত এনে আঘাতৰ পিছতো, মই মোৰ সকলো পাহৰিব পাৰিলোঁ। আঘাতৰ ঘা নৌ শুকাওঁতেই অতীতৰ সকলো মচি দি মই আকৌ নতুন পাপত কেনেকৈ ভোল গলোঁ।

'সেই ৰঞ্জন, কেনেকৈ যে সি উদয় হ'ল? সাধাৰণ কথা বতৰা, নিৰ্দোষ বন্ধুত্ব গৈ অন্তৰংগতাত পৰিণত হ'ল। তাৰ মাজত তেতিয়া প্ৰেমত পৰাৰ কথাটো কল্পনাই কৰিব পৰা নাছিলোঁ। কিন্তু কেনেকৈ যে ই পৰিণতি লাভ কৰিলে কব নোৱাৰোঁ। ক্ৰমান্বয়ে অজ্ঞাতে ইয়াৰ স্বৰূপ বদলি গল।'

'সি এটা দীঘল ইতিহাস। বেচেৰা ভৃগুক শক্তিশেল মাৰি হত্যা কৰা হ'ল।'

'বিয়া!—বিয়াৰ কথা ভবাই নাছিলোঁ। ৰঞ্জনে বিয়াৰ সপোন দেখুৱালে। সি সকলো ত্যাগ কৰিও মোৰ পাণি-গ্ৰহণ কৰিবলৈ উদ্বাউল হৈ উঠিল। তাৰ মধুৰ সপোনত মই ভোল গলোঁ। বিবাহৰ সপোনত ভোল গৈ সকলো পাহৰি গলোঁ। ভৃগু যে ক'ত উটি গ'ল!

'দহ মাহৰ পাছত সি খৃষ্টিয়ান ছোৱালী এজনী বিয়া কৰাই ডাঙৰ চাকৰি লৈ মোৰ সন্মুখত মটৰ দৌৰাই ফুৰিবলৈ ধৰিলে।

'এয়ে জীৱন।'

'এতিয়া আকৌ শঠতা।'

'সি হোজা হলেও মোৰ কথা জানে। মই তাক হেজাৰ ফাঁকি দিলেও সি জানে। আচৰিত ৰকমেই সি জানে মোৰ জীৱনৰ ইতিহাস। সি যে মোৰ দুৰ্বলতা, মোৰ ফাঁকি, মোৰ শঠতা আৰু মোৰ বাহ্যিক ৰূপৰ আঁৰত লুকাই থকা দুৰ্বল উদণ্ড মানুহজনীক পুংখানুপুংখ ৰূপে জানে। কিন্তু, সেই কাৰণেই মোৰ যত আক্ৰোশ তাৰ ওপৰত।

'মই পৃথিবীক ফাঁকি দিব পাৰোঁ, পৃথিবীৰ ওচৰত যুক্তি তৰ্ক কৰি মই ভাল হৈ পৰিব পাৰোঁ, কিন্তু সেই ভৃগু যে আছে।…কিন্তু, তথাপি তাৰ বাহিৰে মোৰ আছেইবা কোন হৃদয়ৰ ব্যথা বুজোঁতা?

'শেষত তাৰ চিঠিখন পোৱাৰ কেইবা দিনৰো পিছত ভগা-হৃদয় লৈ যেতিয়া লাজ অপমান কাতি কৰি থৈ ঘৰলৈ ওভতো, ভৃগু নাই!…



'মেতৰে তাৰ পচি যোৱা মৰা শ মাটিত পুতি থৈছিল মই যোৱাৰ চাৰি দিনৰ পূৰ্বেই। পঁচি পঁচি গেলি গেলি মৰি যোৱা মোৰ ভৃগুটো!'

'তাৰ কাৰণে কোনও চকু পানী এটোপাও টোকা নাই। ভৃগুৰো কামনা আছিল সেয়ে, যেন তাৰ কাৰণে পৃথিবীত কোনেও এটোপা চকুপানীও খৰচ নকৰে। মোৰ ওচৰতো সেয়ে আছিল তাৰ শেষ অনুৰোধ। মই কিন্তু সহিব নোৱাৰিলোঁ। মোৰ হৃদয়ে নামানিলে। মোৰ চকু-পানীৰ কাৰণে তাৰ আত্মাই হয়তো কষ্টই পাইছিল। কিন্তু মোৰ জানো শক্তি আছিল তাক বুধিব পৰাৰ?

… … …

গধুৰ বেদনাৰ বোজা বৈ দিনবোৰ আহে-দীঘল দিনবোৰ। ননীৰ উতলা যৌৱনৰ দিনবোৰ চকুপানীৰ ৰূপ ধৰি বৈ যায়।…এবছৰ, দুবছৰ, গোটেই জীৱন ধৰি মানুহে কেৱল একেটা দুখকে সাৱটি ধৰি থাকিব নোৱাৰে। তাৰ পৰা মুক্তি পাবৰ কাৰণে তাই উদ্বাউল হৈ উঠে।

তাৰ পিছত ননীৰ এই দীঘল জীৱনৰ দিনবোৰ। আনৰ যেনেকৈ যায়, তাইৰো গ'ল। বিবাহ, দাম্পত্য সুখ, সন্তান আদিৰ কথা তাই পাহৰিয়েই আছিল।…তাৰ পিছত—ভৃগুৰ মৃত্যুৰ বাৰ বছৰৰ পিছৰ আজিৰ জীৱনৰ কথা—কাহিনী।

হুৰমুৰকৈ হঠাতে তাইৰ সপোন ভাগি পৰে। যৌৱন, ইয়াৰ ৰূপ-ৰহণ কেনেকৈ কোন অজ্ঞাত মুহূৰ্তত মচ খাই গ'ল! তাই স্তম্ভিত হৈ পৰে।

# গৰা খহনীয়া

## যোগেশ দাস

নাহক নাহক বুলি তাই গোটেই দিনটো মনে-প্ৰাণে কামনা কৰি থকা সত্বেও ঠিক সময়মতে অৱনী আহিল। তাক দেখা দিনৰে পৰা গোটেই জীৱনটো অপৰ্ণাই কামনা কৰি আছিল, সি তাইৰ জীৱনলৈ আহক। অথচ আজি দূৰৰপৰাই দেখা অৱনীৰ চিৰ-পৰিচিত সেই সুদৰ্শন মূৰ্ত্তিটো দেখি অপৰ্ণাৰ বুকু কঁপি উঠিল।

একে শাৰীতে থকা নতুন সৰু সৰু খেৰী ঘৰ কেইটা নিৰীক্ষা কৰি অৱনীয়ে একেবাৰতেই নিভুলকৈ আপৰ্ণাহতৰ ঘৰটো পালেহি। হাবিতলীয়া ঠাই ডোখৰৰ গেলা কেঞাৰনে লুংলুঙীয়া বাটটোত তাৰ প্ৰকাণ্ড যোতাযোৰৰপৰা হোৱা ছপ ছপ শব্দ তাইৰ কাণত স্পষ্টকৈ পৰেহি। পুৰণি ইকৰা, নতুন বাঁহৰ চহালি আৰু এলান্ধুৰে ক'লা টিনপাতৰ ভগা চকোৱা খনেদি তাই তাৰ গোটেই মানুহটোকে দেখে: কোচাই লোৱাতো পেণ্টটো তল ফালে তিতিছে।

ঘাই ঘৰটোৰ গাতে মুখেদি নিলিপা পাকঘৰটো, টিনপাতৰ জপনাখন চোচোৰাই খুলি সোমাই গলেই চকোৱাৰ পৰা প্ৰায় পানীপোতালৈকে জিকা, মৰিচাৰ গছ, বঙা-পৰি যোৱা ভেণ্ডিৰ গছ, বাৰমহীয়া বেঙেনা আৰু সৰহ ভাগ বনৰ এখন হাবি। পাকঘৰৰ পাছফালৰ-পৰা লোদোৰ পোদোৰ পুৰৈ এডালে ভুমুকি মাৰিছিল। তাৰ তলতে বাঁহৰ খুটা এটাত ধৰি অপৰ্ণা থিয় হৈ আছিল।

পথালিকৈ দিয়া টিনপাতৰ জপনাখন চোচোৰাই খুলি ভিতৰ সোমাই অৱনী অলপ থমকি ৰয়। জপনাখন আকৌ চোচোৰাই বন্ধ কৰাৰ ছলতে ঘাই ঘৰৰ পিৰালিলৈ এবাৰ চাই তাৰ হাঁহিৰ খোজা মুখখন গম্ভীৰ হৈ পৰে। পিৰালিত একেখন বেঞ্চতে অপৰ্ণাৰ দেউতাক জীৱেশ্বৰ পণ্ডিত আৰু ধপধপীয়া বগা কামিজটোৰে ঢাকিও লুকুৱাব নোৱাৰা ডাঙৰ পেটটোৰে আদহীয়া বলীন ঠিকাদাৰ বহি আছিল! বয়সৰ উপৰিও দেখিবলৈ—শুনিবলৈকো ভাল বুলি ঠিকাদাৰৰ সুনাম নাই। এবছৰ আগতে ঢুকুৱা ঘৈণীয়েকৰ দুটা ল'ৰা আছে।



ঠিকাদাৰৰ সৈতে অপৰ্ণাৰ বিয়াৰ বন্দবস্ত পকা হৈ গৈছে। কিন্তু বিয়া অৱনীৰ সৈতেহে হব বুলি বহুত ঠাইত বহুতে জানিছিল।

অৱনীয়ে বলীন ঠিকাদাৰলৈ ঘোপা চকুৰে এবাৰ চাই তলমূৰকৈ লাহে লাহে আগবাঢ়ে। অপৰ্ণাৰ চিঞৰি চিঞৰি কান্দিবৰ মন যায়। কিন্তু নিয়তিৰ বিদ্ৰূপটো প্ৰমাণ কৰিবলৈকে যেন কাঠহাঁহি এটাকে মাৰে। যাৰ সাগ্ৰহ সাবটত ধৰা দি একেবাৰে নিশ্চিন্ত আৰু নিশ্চিহ্ন হৈ যোৱাৰ হেঁপাহ তাই ইমান দিনে কৰি আহিল, সেই অৱনীকে আজি তাই বিমুখ কৰিব লাগিব।

জীৱেশ্বৰ পণ্ডিত বহাৰপৰা উঠিল। মলিয়ন চুৰিয়াখনৰ ওপৰত পেটৰ এড়োখৰ ওলাই থকাকৈ চুটি মলিয়ন গেঞ্জি পিন্ধা পণ্ডিতৰ হাড়ে-চালে লগা শৰীৰ আৰু হনুওলোৱা গালৰ কেঁচাপকা ডাড়িবোৰ দেখি মেডিকেল কলেজত একান্ত মনে মৰাশ কাটি থকা অৱনীৰ বুকুখনো চিৰিংকৈ উঠিল। তেওঁৰ "আহ বোপাই" মাতষাৰত সেই আগৰ আন্তৰিকতাই আছিল, কিন্তু অৱনীয়ে তালৈ মন নকৰিলে। অপৰ্ণাই আনি দিয়া টুলখনত বহি সি মাত্ৰ ভাবিলে, বানপানীয়ে মানুহটোক সঁচাই জুৰুলা কৰিলে, কি তজবজীয়া চেহেৰাৰ কৰ্মঠ পুৰুষ আছিল জীৱেশ্বৰ পণ্ডিত, আজি কি বিকট প্ৰেতাত্মাৰ ৰূপ লৈছে। সামান্য পাঠশালাৰ শিক্ষক, সেইবাবেই পণ্ডিত উপনাম, কিন্তু খেতি কৰি, বাৰীৰ পাচলি বেচি, গৰু-গাই পুহি, নিজে খৰি কাটি কড়িয়াই কেনে সুন্দৰ সংসাৰ চলাইছিল; আৰু আজি এই হাবিতলীয়া ঠাইডোখৰৰ জেকা জুপুৰীত ক্ষীণাই-শুকাই যাব ধৰিছে।

বেলি পৰো পৰো। চাৰিওফাল নিজান। ঠাইডোখৰ মানুহৰ ঘাই বসতিৰ পৰা ভালেমান আঁতৰত। আটাইকেইঘৰ মানুহেই বানপানীত ঘৰ হেৰুৱাই নদিয়াৰ পৰা উঠি আহি চৰকাৰে দিয়া মাটিত মানুহ হোৱাৰ সপোন দেখিছে। স্থানীয় মৌজাদাৰ, কোনোবা দুখন বাগিচাৰ কোনোবা দুজন বৰ কেৰাণী, পুৰণি সম্পত্তিশালী কিন্তু এতিয়া মৃত হাজৰিকাৰ ডেকা ল'ৰা এছ ডি চি, মৌজাদাৰৰ ভায়েক বলীন ঠিকাদাৰ ইত্যাদি সকলৰ আপেক্ষিকভাৱে ভদ্ৰ চুবুৰিটো ইয়াৰ পৰা পোৱা মাইল মান আঁতৰত। এই ডোখৰ মাটি অলপ দ কাৰণে বাৰিষা বোকা হয় আৰু সেই কাৰণে মানুহৰ বসতিও এতিয়ালৈকে হোৱা নাছিল। ঠিকাদাৰে গম্ভীৰভাৱে দীঘলে-বহলে মাত্ৰ কেইহাতমান পৰিমাপৰ চোতালখনলৈ একেথৰে চাই আছিল। জেকা ঠাইৰ সেমেকা

বতাহত সূৰ্য্যৰ শেষ ৰশ্মিৰ কুঞ্চিত জিলমিল। সমুখেদি বেছ আঁতৰত উৰি যোৱা কাউৰীবোৰ নেচালেও সকলোৰে চকুত পৰে।

এবাৰ বহাৰ পৰা লাহেকৈ গা তাভি উঠি ঠিকাদাৰে কলে, "মই যাওঁ তেন্তে। আপুনি এপাক মাৰি আহিব"।

কিবা কথা ঢাকিব খোজাৰ চেষ্টাত জীৱেশ্বৰ পণ্ডিতে লৰালৰিকৈ কলে, "বাৰু, বাৰু যাম যাওক"।

অৱনীৰ মুখত বিদ্রূপৰ হাঁহি এটা বিৰিঙি উঠিল।—জোৱাইক আপুনি?

অলপ পৰ ইতস্ততঃ কৰি থাকি ঠিকাদাৰ পিৰালিৰপৰা নামি নীৰৱে লাহে লাহে গুচি গ'ল। দুৱাৰ জপনা চোচোৰোৱাৰ শব্দ হোৱাৰ পিছত গেলি যোৱা কেঞাবনৰ ওপৰত ক্রেপছ'লৰ এলবাৰ্ট শুৰ ছপ ছপ শব্দ শেষ নোহোৱালৈকে অদৃশ্য শক্তি ঠিকাদাৰলৈ সকলোৱে চাই থাকিল। তাৰ পাছত জীৱেশ্বৰ পণ্ডিত আকৌ বেঞ্চখনত বহিল। অপর্ণা আকৌ লোদোৰ পোদৰ পুৰৈৰ ডালৰ তলত খুটাটোৰ গুৰিত কালৈকো নোচোৱাকৈ থিয় হৈ থাকিল।

"তোৰ চিঠিখন সময় মতেই পালোঁ।" পাণ্ডিতে কলে, "তহঁত ক'লৈ যাবি?" আপুনি আৰু তইৰ মাজৰ সৰ্ব্বনামটো পণ্ডিতে কমেই ব্যৱহাৰ কৰে। পৰিচিত হ'লেই সৰু ডাঙৰ সকলোকে তেওঁ আপুনি বোলে। সৰুক বুকুৰ মাজত ললেই তই। তুমি বুলিব'লৈ হ'লেই তেঁওৰ খোকোজা লাগে।' সেইবাবেই কাইলৈ পৰহিলৈ জোঁৱায়েক হবলগীয়া ঠিকাদাৰো আপুনিয়েই হৈ আছে।

অৱনীয়ে কলে, "আমি মেডিকেল কলেজৰ দল এটা সদিয়ালৈ আহিছোঁ। আজি ৰাতিয়েই ছৈখোৱা পাবগৈ লাগিব। মই অলপ আগবাঢ়ি আহিছোঁ।"

"দে বোপাই, ধৰ্ম হব," জীৱেশ্বৰ পণ্ডিত হঠাৎ বৰ কৰুণভাৱে উদাস হৈ পৰিল। "মানুহখনৰ কিযে দুৰ্গতি নহৈছে। বহুত দিন থাম-লম বুলি থকা মানুহবোৰ যে কোন ক'ত চিটিকি পৰিছেগৈ। আমাৰ ওচৰৰে সেই ভক্ত বাহাদুৰটো বেচেৰা, বুঢ়া মানুহ, আলু আৰু গাখীৰ বেচি টুকটুক টাকটাককৈ চলি আছিল। শুনিছোঁ সি বোলে এতিয়া ডুমডুমাত ঠিকাদাৰৰ তলত কাঠ ফালি ভাত মোকোলাইছে।"

অৱনীয়ে ভাবি অবাক হয়, ক'তা, পণ্ডিতেতো নিজৰ দুৰ্গতিৰ কথা একো



ভৰা নাই। সদিয়াত বুলিহে তেওঁ সামান্য শিক্ষকতাৰে বিৰাট সংসাৰ এখন চলাই আছিল। চাউল কিনিব নেলাগে, খৰি নেলাগে, গাখীৰ নেলাগে, শাক-পাচলি নেলাগে। বৃত্তি পোৱা বাবে, মোমায়েকহঁতে মাজে সময়ে সহায় কৰিবলৈ গাত লোৱা বাবে, বুঢ়া মিছনাৰী চাহাব হিলড্ৰেথে দেশলৈ যাবৰ সময়ত কিতাপ বেচি পোৱা পাঁচ শ টকা মৰমতে দি যোৱা বাবে অপর্ণাই বি-এছ-চি পঢ়িব পাৰিলে। যিদিনা নৈৰ পাৰৰ তেওঁৰ ঘৰটো গৰাৰ সৈতে খহি উটি গ'ল, সেই দিনাইতো তেওঁৰ সংসাৰ নাৱৰ তলিত মাৰিব নোৱাৰা ফুটা ওলাল। সদিয়াতে অন্যফালে থাকিবলৈ চেষ্টা কৰিলে, দিবাঙৰ পানীয়ে খেদি আহিল। মানুহ বিলাকক ভয়ত হুৰ-হুৰাই পলোৱা দেখি আৰু কিমান দিন সাহ কৰি থাকিব? এদিন লামলাকটু বান্ধি মাৰ নাৱত জীৱেশ্বৰ পণ্ডিতে সপৰিয়ালে পাৰি দিলে। তাৰ পিছৰ পৰা তেওঁৰ সংসাৰলৈ শক্তি সোমোৱা নাই, তাৰপৰা শক্তি ওলাইহে গৈ আছে। ক'তা, নিজৰ কথাতো তেওঁ একো নকলে।

অপর্ণাৰ মাক ওলাই আহিল। গাত ৰঙা বোলৰ শাড়ী কাটি সী লোৱা মেখেলা, সত্তীয়া ছিটৰ ব্লাউজ আৰু দুই তিন ঠাইত সিয়নি থকা চাদৰ। স্বাস্থ্যৰ অক্ষয় ভাণ্ডাৰ শেষ হৈ যোৱা নাই, কিন্তু চকুৰে মুখে, বেদনাৰ ছাপ, মুখৰ হাঁহিটো স্পষ্টভাৱে সচেষ্ট। পাছে পাছে ওলাই আহিল একেখন শাড়ী কাটি সিয়া সিখন মেখেলা পিন্ধি অপর্ণাৰ ক্ষীণ ভনীয়েক উত্তৰা; নাইন নে টেনত পঢ়া এই ছোৱালীজনীক অৱনীয়ে কাহানিও ক্ষীণোৱা দেখা নাই; তাই মিচিক কৰে হাঁহি আধা দুৱাৰখনত আৰু আধা মাকৰ আঁৰত লুকাই থাকিল।

"তুমি আহিলা অৱনী?"

"হয় মাহীদেউ।" সি একপ্ৰকাৰ জোৰ কৰিয়েই আগৰদৰে উৎফুল্ল হবলৈ যত্ন কৰিলে, এবাৰ বৰ সহজ ভাৱে হাঁহিবলৈ যত্ন কৰিলে। "ৰিলিফৰ কামত আমি মেডিকেল কলেজৰ পাৰ্টি এটা সদিয়ালৈ আহিছোঁ। মই আনবোৰতকৈ আগতে আহিলোঁ, বোলো আপোনালোকক চাই যাওঁ। এই আঠ বজাৰ গাড়ীখন মই ধৰিব লাগিব।"

মাহীদেৱে তাক উদ্দেশ্য কৰি, কিন্তু একেথৰে অকণমানি চোতাল খনলৈ চাই থাকি মন্তব্য কৰিলে "ভালেই কৰিলা। যি খনতহে পৰিছোঁহি, চিনাকি মানুহ দেখিবলৈকে নোহোৱা হৈছে।"

তাৰ পিছত সকলো নীৰৱ, উত্তৰায়ো লুকুৱাৰ কথা পাহৰি মাকৰ দৰে চোতালৰ পিনে একেথৰে চাই থাকিল। জীৱেশ্বৰ পণ্ডিতেতো কেতিয়াবেপৰা নীৰৱে নিলগ'লে চাই আছিল। অৱনীয়ে হঠাৎ সকলো কথা হেৰুৱাই মনৰ ভিতৰতে ভীষণ উচপিচাবলৈ ধৰিলে।

এনেতে 'মা' বুলি মাতি দহ বছৰীয়া বুদ্ধ আৰু আঠ বছৰীয়া অত্ৰি টিনৰ জপনাখন ফাক কৰি গাটো বেঁকাবেঁকিকৈ চোচোৰাই সোমাই আহিল। জীৱেশ্বৰ পণ্ডিত হাজাৰ হওক পণ্ডিত মানুহ, লৰা-ছোৱালীৰ নামবোৰ বাচি বাচি থৈছে: অপৰ্ণা, উত্তৰা, বুদ্ধদেৱ, অত্ৰিকুমাৰ। অৱনীক দেখি হঠাতে বুদ্ধ আৰু অত্ৰি কোচ খাই গ'ল, অত্ৰিয়ে উত্তৰাৰ আঁৰ ললেগৈ আৰু বুদ্ধই দেউতাকৰ সিফালে বেঞ্চখনত বহি মুখ ঘূৰালে। সিহঁতৰ ভৰিত বোকা, কাপোৰ-কানি মলিয়ন, মুখ আৰু চুলিবোৰ দিনটোত কেবাবাৰো নদীত গা ধুই থকা যেন দেখি। তাক দেখি সিহঁতে ইমানেই লাজ কৰিবলৈ ধৰিলে যে অৱনীয়ে অনুমান কৰি ললে, এই পৰিৱেশত, এই ঘৰত, এই অৱস্থাত সিহঁতক সি দেখাটো বৰ সংকোচজনক কথা বুলি সিহঁতে ভাবিছে। তথাপি সি জেপৰ পৰা টফী এমোপা উলিয়াই কলে, "এই যে তথা গত, ল, টফী খা। মই তহঁতলৈ টফী আনিবলৈ পাহৰা নাই, তহঁতে চিঠি পত্ৰ নিলিখ। আৰু অত্ৰি, ইহ্ লাজটো চোৱা; চিত্ৰকূটত লুকাব নেলাগে আহ, তইতো খাবিয়েই, কাৰণ অত্ৰি মানেই খোৱা, মানে খাওঁতা।"

সি উঠি টফী বিলাই দিয়ে, উত্তৰাকো দিয়ে; মাকে আৰু দেউতাকে অলপ অলপকৈ হাঁহে। পণ্ডিতে তাৰ হাতৰ টফী বোৰলৈ দুবাৰ কেবাহিকৈ চোৱাও চকুত পৰাত তাৰ মনত পৰিল যে এইবিধ খাদ্যৰ প্ৰতি পণ্ডিতৰ অলপ দুৰ্ব্বলতা আছিল; সি সেইবাবে "আপুনিও খাওক দুটা" বুলি পণ্ডিতৰ হাতত গুজি দিলে, দুটা মাককো দিলে আৰু দুটা অপৰ্ণালৈ বুলি হাতত থলে। পৰিস্থিতিটো অলপ সহজ হৈ পৰাত মাকে চিঞৰিলে, "অপৰ্ণা চাহ-তাহ কৰিলিনে নাই অ'?" অপৰ্ণালৈ টফী থোৱাৰ লগে লগে তাইৰ নামো উচ্চাৰিত হোৱাত সি পাকঘৰৰ ফালে চালে: অপৰ্ণাই ডাঙৰ ঘটী এটাত পানী লৈ ওলাই আহিছে।

"কৰিছো"। তাই কলে। মাতটোত নিৰ্লিপ্ত সুৰ, অথচ মুখত বেছ



হাঁহি। সি যেন ঠিক বুজিব নোৱাৰিলে। "আহক অৱনী ককাইদেউ, মুখ-হাত ধুই লওক হি।"

জীৱেশ্বৰ পণ্ডিতে বহাৰপৰা উঠি ক'লে, "তই বহ অৱনী। চাওঁ মা, মোৰ কামিজটো দেচোন। মই এতিয়াই আহিম।" অৱনীয়ে আগবাঢ়ি গৈ অপৰ্ণাৰ পৰা ঘটীটো লৈ পিৰালিৰপৰাই মুখ হাত ধুবলৈ ধৰিলে। উত্তৰাৰ হাতৰ পৰা কামিজটো লৈ পিন্ধি জীৱেশ্বৰ পণ্ডিত ওলাই গ'ল। শুদা ঘটীটো পাক ঘৰৰ দুৱাৰ মুখতে থৈ ৰুমাল খন দুটা আঙুলিৰে উলিয়াব খোজোতেই অপৰ্ণাই গামোছাখন আগবঢ়াই দি কলেহি, "গামোছা"। সি গামোছাখন লৈ তাইৰ ফালে চালে, তাইৰ চকুৰেমুখে তেতিয়াও সেই হাঁহি, অথচ গাত এটা নিৰ্লিপ্ত ভংগী। সি মুখ মচি মচি ভিতৰলৈ ভুমুকিয়াই চাই সুধিলে, "অপৰ্ণা, পাকঘৰতে বহিম নেকি, চাহ খাবলৈ?"

বাৰীৰ ওপৰেদি অঁৰা তাঁৰডালৰ পৰা কাপোৰ কেইখনমান সামৰি সামৰি মাকে ক'লে "বঁহা বঁহা, পাকঘৰতে বঁহা। ভিতৰততো ঠাই নাই।" সি মাহীদেউৰ ফালে চাই পঠিয়ালে। উত্তৰাই মূৰটো বেছি ভিতৰলৈ ওভোতাই পঠিয়ালে, অত্ৰি একে দৌৰে ভিতৰ সোমাল, বুদ্ধই লৰালৰিকৈ মাকক সহায় কৰিবলৈ উঠি গল। সি হাউলি জোতাৰ ফিটা খুলিবলৈ ধৰিলে। অপৰ্ণা পাকঘৰলৈ সোমাই গ'ল।

সি মোজাযোৰ পিন্ধিয়েই ভিতৰলৈ গৈ, চাপৰ মূঢ়াটোত বহিল। অপৰ্ণাই চাহ কৰিবলৈ যা-যোগাৰ কৰিছিল। নিৰ্লিপ্ত ইকৰাৰ বেৰ এখনে ঘাই পীগৰ ঠাই ডোখৰ নেদেখা কৰি থৈছিল। জুইৰ ওপৰত চাপৰ এখন খৰিৰ চাং। সি লাহেকৈ মাতিলে, "অপৰ্ণা!"

"কওক।" তাই ভাজ কৰা কাগজ খনেৰে কেটালীটো নমাই তাৰ ফালে নেচোৱাকৈয়ে চেকনিখন হাতত তুলি ললে। সি ৰল। অকলশৰে তাই তাক 'তুমি' বুলি মাতিছিল। সি একেথৰে তাইক নিৰীক্ষণ কৰিবলৈ ধৰিলে। তাৰ পিছত জেপৰপৰা টফী দুটা উলিয়াই তাইৰ হাতত দি সুধিলে, "তুমি কেতিয়া আহিলা?"

"কৰ পৰা?"

"নগাওঁৰ পৰা? তাৰ স্কুলটোতে নাই জানো?"

"আছোঁ। এই এসপ্তাহ হৈছে। গৰমৰ বন্ধ।" তাই চেনি দুচামুচ দি

চাহ গিলাচ ঘূৰিবলৈ ধৰিলে। অলপ ৰৈ সি ক'লে, "মই তোমাক শেষ বাৰলৈ দেখা কৰিবলৈ আহিলোঁ।"

কিন্তু তাই অলপ ডাঙৰকৈয়ে কলে, "অ,' শেষবাৰলৈ কিয় ? আমাক এৰিবই খুজিছে নেকি ? আও, এইবাৰ ফাইনেল দি ডাক্তৰ হৈ ওলাব বুলিয়েই আমাক এৰেনে ? অত্ৰি, বুদ্ধ, তহঁতে চাহ খাবি নহয় ? আহ।" তাই তাৰ ফালে চাহ গিলাচ আগবঢ়াই দিয়ে। সি তাইৰ এই অদ্ভুত আচৰণত কোঁচ খাই যায়। সি বিচাৰিছিল কোমলতাৰ গোপন অন্তৰ কিন্তু তাই আচৰিলে ব্যক্ত কৰ্কশতা।

থাই ঘৰ আৰু পাকঘৰৰ সংযোগী দুৱাৰ খনেদি অত্ৰি আৰু বুদ্ধ চুচুক-চামাককৈ সোমাই আহিল। আকৌ এবাৰ সহজ হবলৈ চেষ্টা কৰি অৱনীয়ে কৈ উঠিল, "এই যে তথাগত, আহ। বোধিদ্ৰুমৰ তলততো এতিয়া বহাৰ উপায় নাই, পিৰাকে এখন বিচাৰি আনি বহ।" দুয়ো দুখন পিৰা বেৰৰ গুৰিত আঁউজাই থোৱাৰ পৰা আনি অৱনীৰ পৰা যথেষ্ট দূৰত পাৰি লাজকুৰীয়াকৈ হাঁহি হাঁহি তলমূৰকৈ বহে। "অত্ৰি, তোৰ কাৰণে মই অনসূয়া এজনী বিচাৰিবকে পোৱা নাই অ'। তথাপি চেষ্টা এৰা নাই, ভয় নকৰিবি।" অত্ৰিয়ে "ওঁহ্" বুলি বিৰক্তি আৰু থং দেখুৱাই মুখ ঘূৰাই লয়।

অপৰ্ণাই কোমলোৱা চিৰাৰ বাটিটো আগবঢ়াই দুটা বানবাটিত চাহ বাকিবলৈ ধৰে। উত্তৰা সোমাই আহি অত্ৰিৰ পাছফালে মাটিত বহে। অৱনীয়ে পঢ়াশুনাৰ কথা সোধে। তাই কয়, বৰ অসুবিধা, নতুন স্কুল একোজন মাষ্টৰ দুমাহেই নাথাকে, সদিয়াৰ নিচিনা নহয়। অপৰ্ণাক সুধিলে, "তুমি আকৌ কেতিয়া যাবা ?" তাই ক'লে, "এসপ্তাহৰ ভিতৰতে যাব লাগিব, টিউশ্যন দুটা আছে। টেনৰ ছোৱালী। গাৰ্জেনেতো বন্ধত আহিবলৈকে নিদিছিল। গতিকে সোনকালে নগলে নহবই।"

বাহিৰলৈ আহি অবনীয়ে দেখে বেছ আন্ধাৰেই হৈ আহিছে। এৰা অপৰ্ণাই চাকিটো জ্বলাইছিল বুলিহে। বাৰীৰপৰা কিবাকিবি শাক ; পাচলি এ সোপা চালনি এখনত বিচাৰি অনা মাহীদেৱে ক'লে, "ভিতৰলৈ বঁহাগৈ। মই ভাত ৰান্ধোগৈ। ভাত খাই যাবা নহয় ?" সি কলে, "নেলাগে, মই আৰু অলপ সময়হে আছোঁ। সোনকালে গলেহে ষ্টেশ্যনত ঠিক সময়ত···।"

সি ভিতৰলৈ যায়। উত্তৰাই সৰু টেবুল খনত লেম এটা দিয়েহি।



এখন বিছনাই কোঠাটোৰ ইমূৰ-সিমূৰ চুইছে। তাৰ সমান্তৰালকৈ গোটেই ঘৰৰ কাপোৰ থোৱা আলনাডাল, ওচৰতে উত্তৰা, বুদ্ধ, অত্ৰিৰ পঢ়া টেবুলখন। বিছনাৰ মুৰশিতান কি ভৰিপথানৰ ফালে যিকণ বাট আছিল তাতে দুখন চকী। এখনত অৱনী বহিল। তাৰ পাছফালে এখন বেৰ, সিপাৰে আৰু এটা কোঠা। সেয়ে থাই ঘৰ।

গাৰ কাপোৰতে মুখ মচি মচি অপৰ্ণা সোমাই আহিল, তাই লেমটো এনেয়ে বঢ়াই দি বিছনাত বহিল, তাৰ ফালে মুখ কৰি। হাতৰ ঘড়ীটোলৈ চাই সি বিনা ভূমিকাই কলে, "মোৰ নিজকে তোমালোকৰ ইয়াত অবাঞ্ছিত যেন লাগিছে অপৰ্ণা।"

"কিয় ?" তাই মিচিক কৰে হাঁহি পেলালে, "শব্দটো দেখোন মোৰ বোধেৰে অবাঞ্ছনীয়হে হব যাগিছিল, অৱশ্যে ভাল অৰ্থত। এই উত্তৰাজনীয়ে দুখন তামোল কাটোতেনো বিমান পৰ লগায়। উত্তৰা !" সিটো কোঠাৰ পৰা উত্তৰাই মাত দিয়ে, "নিছোঁ বাইদেউ।" কোৱাৰ পিছতে তাই বটাটো লৈ অৱনীহঁতৰ ওচৰ পায়হি। তাই তামোল দি পঢ়া টেবুলৰ ওচৰলৈ গৈ কিবা কিতাপ বিচাৰিবলৈ ধৰে। সি সোধে, "অত্ৰিহঁত ক'লৈ গ'ল ?" অপৰ্ণাই কলে, "দোকানলৈ গৈছে। চাউল আনিবলৈ গৈছে হব পায়।" দোকান দেখোন বহুত দূৰ ?" তাই হাঁহি কলে, "আধা মাইল মানেই হবতো। সেই বুলি নেখালে হবনে ?" অলপ পৰ মনে মনে থাকি সি উত্তৰাক সুধিলে, "মই পঠোৱা ন'ট্‌ছ দুখন পালা উত্তৰা ?" তাই কলে, "পালোঁ।" তাই অলপ পাছতে দুখন কিতাপ লৈ আকৌ সি কোঠালৈ সোমাই গ'ল।

"অপৰ্ণা," অৱনীয়ে কলে, "তোমাৰ কৰ্ত্তব্যজ্ঞান নাই নেকি ?"

"কিয় ? ঘৰৰ বিপদ হৈছে, সেইবাবে ইমান দূৰত চাকৰি কৰি যি পাওঁ টকা পঠাইছোঁ। উত্তৰাৰ পৰীক্ষাৰ ফিজ দিব পৰাকৈ এতিয়াৰ পৰাই টিউশ্যন কৰিছোঁ, বুদ্ধ আৰু অত্ৰিলৈ পেন্টৰ কাপোৰ আনিছোঁ এইবোৰ জানো কৰ্ত্তব্যজ্ঞানৰ চিন নহয় ?"

"কিন্তু মোৰ বেলিকা ? মোৰ লগত যে তোমাৰ এটা সম্পৰ্ক ঘটিছিল, সেইটোৰ সন্মান তুমি ক'ত ৰাখিছা ? মোৰ চিঠিৰ উত্তৰ নিদিয়া, মই সেই···"

তাই মাজতে হাঁহি কলে, "পঢ়া নাই জানো—অতীত মৰিল গ'ল তাৰ কথা অন্ত হ'ল ? আপুনি মোক নগাঁৱত দেখা কৰিবলৈ যাওঁতে ভালকৈ মই কথা

নেপাতিলো বুলি মনতে খং কৰি আছে নহয় নে? এতিয়া কাৰণটো বুজিলে?"

সি সঁচাই আহত হল। তাই তাৰ লগত ভাল দৰে কথা নপতাটোও সত্য আৰু তালৈ চিঠি-পত্ৰ নিদিয়াও সঁচা। কিন্তু ইমান দিনৰ সম্পৰ্ক এটাক যে যে এশাৰী কবিতাৰে শেষ কৰি দিব পাৰি, তাকো অপৰ্ণাই পাৰিব, সি জনা নাছিল। দেহৰ গঠন আৰু বিভিন্ন অংশৰ অৱস্থান সম্পৰ্কে সি সকলো জ্ঞান আয়ত্ব কৰিছে; দেহ কাটি-কুটি ভিতৰবোৰো তন্নতন্নকৈ চাইছে। কিন্তু সেইবোৰৰ মাজত ভাল পোৱাৰ স্থান নিৰ্ণয় কৰিব নোৱাৰি, সি তাৰ এটা বেলেগে মূল্যাংকন কৰি থৈছিল। প্ৰেম দেহাতীত বুলি সি বিশ্বাস কৰিব ধৰিছিল। গতিকে অপৰ্ণাই অতীত মৰিল গল', বুলি তাৰ ধাৰণাকে সলাই দিয়াত সি বৰ ভাল নেপালে।

তথাপি কেইটামান কথা সুধিম বুলিয়েই সি আহিছিল কাৰণে সুধিলে, "বাৰু এই বিয়াত তোমাৰ মত আছে?"

তাই তাৰ ফালে পিঠি দি কিতাপ এখনৰ পাত লুটিয়াই আছিল, কলে. "আপুনিও ভাল কথাটো সুধিলে। মই বিংশ শতাব্দীৰ ছায়েন্স গ্ৰেজুয়েট, মোৰ মত নোহোৱাকৈ বিয়া হব পাৰেনে?"

সি মনে মনে থাকিল, অপৰ্ণাক ঠিক যেন সি আজি বুজিব পৰা নাই। এনেকুৱা 'বৰ বৰ' তথ্য তাইৰ মুখত সি আগেয়ে কেতিয়াও শুনা নাছিল। সকলো ফালৰ পৰাই সি আজি ঠেকা খাইছে।

"আৰু এটা কথা নহয়;" অপৰ্ণাই কলে, ছোৱালীৰ বয়স অলপ বেছি হলে কমেই ভাল বিয়া হয়। আপুনিতো জানেই, কলেজ এৰিবৰ মোৰ আজি দুবছৰ হ'ল। লৰা হোৱা হলে তেও দামকে বঢ়াই ফুৰিব পাৰিলোহেতেন; কিন্তু ছোৱালী হলেওনো আৰু কিমান দাম কমাই ফুৰিম?"

অৰুনীয়ে বুজিলে, তাইৰ কথাত তাৰ প্ৰতি এটা ইংগিত আছে। এম-বি বি-এছ পাছ কৰি এটা চাকৰি যোগাৰ নকৰালৈকে সি বিয়া পাতিব নোৱাৰে বুলি অপৰ্ণাই তক কৈছিল। তাৰো ঘৰৰ অৱস্থা তিমান ভাল নহয় যে আৰু এটি প্ৰাণীক বিনা উপাৰ্জনে ঘৰত জাপি দিব। জীৱেশ্বৰ পণ্ডিতে আপত্তি কৰা নাছিল। কিন্তু বানপানীয়ে সকলো ওলট-পালট কৰি দিলে, গৰা



খহনীয়াত অকল পণ্ডিতৰ ঘৰ মাটিয়েই উটি যোৱা নাই, আশা-আকাঙ্ক্ষাও উটি গৈছে।

সি কলে, "মই জানো অপৰ্ণা, মই অক্ষম। তোমাৰ ভাৰ লব খুজিছিলোঁ, কিন্তু সামৰ্থ্য মোৰ নাছিল। তথাপি মোৰ যে আন্তৰিকতা আছিল, মই যে তোমালোকক প্ৰবঞ্চনা কৰিব খোজা নাই সেইটো প্ৰমাণ কৰিব নোৱাৰিহে বৰ বেয়া লাগিছে; মোৰ হয়তো আনৰ নিচিনা টকা পাইচা নাই···"

"বুজিছোঁ, আনৰ নিচিনা মানে ঠিকাদাৰৰ সমান টকাপইচা আপোনাৰ নাই।"

সি আৰু একো নকলে। তায়ো নিৰ্বিকাৰ ভাৱে নপঢ়াকৈয়ে কিতাপৰ পাত লুটিয়াবলৈ ধৰিলে। সি হাতৰ ঘড়ীটোলৈ চালে, তাৰ উঠিবৰ হৈছে। ইয়াত থকাৰো আৰু কোনো কাৰণ নাই। সকলো শেষ হৈ গৈছে। ননীয়া কটাৰীৰে তামোল কাটি কাটি মাহীদেউ সোমাই আহিল। দুই-এটা কথা সুধিবলৈ ধৰিলে, ঘৰত কেনে, পৰীক্ষা কেতিয়াকৈ, একেবাৰে সদিয়া পাবগৈ লাগিব নেকি, ঘূৰোঁতে আকৌ সোমাব নেকি, ইত্যাদি। তাক এখন তামোল দি আৰু নিজেও এখন খাই এবাৰ কলে, "বৰ কষ্ট হৈছে দিয়া। বিয়াখন হৈ গলেই ৰক্ষা, আমি পাৰ পাওঁ। বৰ টকা-পইচা থকা মানুহ বুইছা? কিজানি ইয়াতেই আমি থাকিয়ে যাব পাৰোঁ। মাটি-বাৰী দিয়াৰ কথা আছে।"

সি তলমূৰকৈ বহি থাকিল। কাণ-মূৰ গৰম হৈ আহিল। জীয়েকৰ আগত এইদৰে লাজ কাজ নকৰাক মাকে কব পাৰিব বুলি সি কল্পনাই কৰা নাছিল। মাহীদেৱো ইমান 'অমানুহ' হৈ গলনে?

মাহীদেউ পাকঘৰলৈ যোৱাত সি কলে, মাহীদেউৰতো বেছ ফুৰ্ত্তি দেখিছোঁ জীয়েকৰ বিয়া পাতিবলৈ পাই।"

তাই তাৰ চকুলৈ চাই হাঁহি হাঁহি কলে, "নহব? মাটি দিব, ঘৰ সাজি দিব ইয়াতকৈ আৰু কি লাগিছে?" সি চকু নমাই ললে: অপৰ্ণাৰ মাজত ইমান নিষ্ঠুৰতা তাৰ সহ্য নহ'ল। 'এতিয়াও যে মোক গাড' দিবলৈ অহা নাছিল কোনে কব? বিয়া দিব লগা ছোৱালীক এই দৰে ডেকা লৰাৰ লগত অকলে এৰি দিয়া ঠিক নহয়।" সি একো নামাতিলে। অলপ পিছত তায়েই কলে, "আপোনাৰ যাবৰ হোৱা নাই জানো? গাড়ী আহিবৰ হৈছে কিন্তু।"

সি উঠি পৰিল। শেষটো আঘাত সি পালে: তাই তাক উঠিবলৈকে কলে সি বাহিৰলৈ আহি সকলোৰে পৰা বিদায় ললে। বৃদ্ধ আৰু অত্ৰিক বাটত

লগ পোৱাৰ আশা প্ৰকাশ কৰিলে। দেউতাকক মাত লগাই যাব নোৱাৰা বাবে দুখ কৰিলে। মাহীদেৱে পাহৰি নেজাবলৈ অনুৰোধ কৰিলে আৰু সময় পালে বিয়াত এপাক মাৰি যাবলৈ কলে। উত্তৰাৰ মুখখন কন্দনামুৱা হৈ গল।

চোতালত নামিয়েই সি উভতি চাই কলে, "অপৰ্ণা উত্তৰা, আঁহা মোক অলপ আগবঢ়াই থৈ নাহা জানো?" আগতে সদায় অপৰ্ণাহঁতে ভালেমান দূৰ লৈকে, কেতিয়াবা ঘাটলৈকে তাক আগবঢ়াই থৈ আহিছিল। জীয়েক দুজনীয়ে মাকৰ ফালে চোৱাত মাকে কলে, "যা সৌখি'ৰ পৰা আহিবি।"

ডাঠ হৈ অহা আন্ধাৰৰ মাজেদি তিনিও টিনৰ জপনাখন পাৰ হৈ যায়। সি কয়, "মই তেন্তে যাঁও অপৰ্ণা! উত্তৰা ভালকৈ পঢ়া-শুনা কৰিবা। কিতাপ-পত্ৰ কিবা লাগিলে চিঠি লিখিবা। চিঠি দিলে উত্তৰ দিবা।"

অলপ দূৰ গৈ বায়েক-ভনীয়েক ৰৈ গল। সি পিছুৱাই আহি দুয়োৰে মূৰত হাত বুলাই দি আকৌ এবাৰ "যাওঁ দেই" বুলি সমুখলৈ খোজ ললে। দুনলমান যাওঁতেই খৰকৈ পাছ ফালৰ পৰা আহি অলপ ডাঙৰকৈয়ে কোনোবাই ফুচফুচাই মাতিলে, "ৰবা।"

সি চক খাই ৰৈ গ'ল। উভতি চাওঁতেই অপৰ্ণা নিচেই ওচৰ পালেহি। সি আচৰিত হৈ কৈ উঠিল, "অপৰ্ণা। উত্তৰা কত?"

"তাইক অলপ ৰবলৈ কৈছোঁ।"

তাই তাৰ গাৰ একেবাৰে ওচৰলৈ চাপি আহিল। তাৰ চকুলৈ চাবলৈ চেষ্টা কৰি তাই কলে, "মোৰ পৰা বিদায় লৈ গৈছা। কিন্তু মোক বিদায় নিদিবা?"

তাৰ সকলো অভিমান দূৰ হৈ গ'ল। সি তাইৰ কান্ধত দুহাতেৰে ধৰি খোকাখুকি মাতেৰে মাতিলে, "অপৰ্ণা!"

তাই তাৰ বুকুত গাল এখনেৰে আউজি, তাৰ গালে-মুখে হাত ফুৰাই কলে, "তুমি মোক ক্ষমা কৰা। মই অপেক্ষা কৰিব নোৱাৰিলোঁ। কৰাৰ উপায় নাছিল। নিজকে অপৰাধী বুলি কেতিয়াও নেভাবিবা। তোমাৰ কোনো দোষ নাই। সদিয়ালৈ গলে আমাৰ খহিযোৱা ঘৰটো চাবলৈ চেষ্টা কৰিবা। ময়ো বান পানীত উটি গলোঁ বুলি ধৰিবা।"

অপৰ্ণাই উচুপি উচুপি তাক লাহেকৈ সেৱা এটা কৰি "বিয়ালৈ নাহিবা, এতিয়া যোৱা" বুলি উভতি লাহে লাহে আন্ধাৰত নাইকিয়া হৈ গ'ল। সি নিশ্চল হৈ আন্ধাৰলৈকে ভালেমান পৰ চাই থাকিল।

## শিশুৰ হাঁহি

### হোমেন বৰগোহাঞি

মোৰ তিনিমহীয়া কেচুৱাটো কোলাত লৈ, আবেলি পৰত পিৰালিতে বহি আছিলোঁ। আহাৰ মাহৰ গা দেই পুৰি নিয়া ৰ'দ হঠাতে নিস্তেজ হৈ অহাত সময়খিনি খুব মধুৰ যেন অনুভৱ হৈছিল। মাজে মাজে একোছাটি ঠাণ্ডা বতাহ আহি দেহ মন জুৰ কৰি পেলাইছিল। মোৰ ঘৰৰ একেবাৰে সন্মুখতে থকা কুলচি নৈৰ পানীত সূৰ্য্যৰ সোণালী পোহৰ পৰি অপূৰ্ব মনোহৰ দৃশ্যৰ সৃষ্টি হৈছিল। এই সকলোৰে মাজত জীৱনৰ সকলোখিনি মাধুৰ্য্যৰ মূৰ্ত্তিমন্ত প্ৰতীক হৈ বিৰাজ কৰিছিল মোৰ কোলাৰ তিনিমহীয়া কেচুৱাটো—অপু। এক পলকৰ কাৰণেও মোক কোনো ফালে চাবলৈ আহৰি নিদি অনৰ্গলভাৱে সি মোৰ লগত কথা পাতি আছিল। তাৰ ভাষা অনুকৰণ কৰিব নোৱাৰি মোক বেকায়দাত পৰা দেখিলে এটা অদ্ভুত মধুৰ শব্দ কৰি সি মাজে মাজে হাঁহি উঠিছিল।

মোৰ ওচৰতে মূঢ়া এটাত বহি টেবুলক্লথৰ ফুলতোলাত ব্যস্ত আছিল পাৰুল, অপুৰ মাক। গ্ৰীষ্মৰ আবেলিৰ সকলোখিনি অলস-উদাৰ-মধুৰতা আৰু সূৰ্য্যৰ শেষ সোণালী আভাৰ কৰুণতা খিনি গায়ে মুখে সানি লৈ তেওঁ ঠাণ্ডা হৈ বহি আছিল। অলপ আগতে তেওঁ বোধ হয় নদীত গা ধুইছিল। মুখখনত সেয়েহে এটা সজল স্নিগ্ধতা বিয়পি আছিল। গুণগুণকৈ তেওঁ বোধহয় এটা গান গাবলৈকো চেষ্টা কৰিছিল, ৰবীন্দ্ৰনাথৰ গান—'জল-ধাৰাৰ কলস্বৰে, সন্ধ্যা লগন আকুল কৰে।' কিন্তু জলধাৰাৰ কলস্বৰতকৈ অপুৰ কলস্বৰে সন্ধ্যাগগন বেছি আকুল কৰি তোলাত, মই ঠিক সময়ত তেওঁৰ গানটো তাৰিফ কৰিব নোৱাৰিছিলোঁ। হলেই বা ৰবীন্দ্ৰনাথৰ গান। তদুপৰি পাৰুলক প্ৰশ্ৰয় নিদিয়াত মোৰ এটা স্পষ্ট অভিসন্ধিও আছিল। যোৱা কেইবা দিনো ধৰি আমাৰ সম্পৰ্কটো বৰ মিহি ভাবে চলা নাছিল। এই গৃহকন্দলৰ কাৰণটোও আছিল যথেষ্ট গুৰুতৰ। সঁচা কথা এবাৰ সঁচা বুলি ভাবিয়েই মই পাৰুলক কৈ পেলাইছিলোঁ যে অপুৱে মোক বেছি ভাল পায়। কিন্তু পাৰুলৰ নিশ্চিত ধাৰণা (যদিও যুক্তি আৰু প্ৰমাণহীন) যে অপুৱে তেওঁক

হে বেছি ভাল পায়। এই মতান্তৰ মনান্তৰত পৰিণত হৈ অৱশেষত মাজে মাজে বাক্যালাপো বন্ধ হোৱা অৱস্থাত পৰিছিলগৈ। অপুৰে মোৰ মুখলৈ চাই হাঁহি থকাটো তেওঁ সেই কাৰণে বৰ পচন্দ কৰিব পৰা নাছিল।

কিন্তু মাকৰ পচন্দ, অপচন্দলৈ ভ্ৰূক্ষেপ নকৰি অপুৰে সন্ধ্যাগগন আকুল কৰি মোৰ মুখলৈ চাই হাঁহিয়েই আছিল।

আৰু ঠিক সেই মুহূৰ্তত মোৰ অনুভৱ হৈছিল—পৃথিৱীৰ সুন্দৰতম সৃষ্টি হ'ল শিশুৰ হাঁহি। জীৱনত আন বহুতো বস্তুৰ পৰা বঞ্চিত হৈয়ো, কেৱল নিজৰ শিশু-সন্তানৰ হাঁহি চাই চায়েই বহুত সময়ত আত্মহাৰা হৈ থাকিব পাৰি, এই সুন্দৰ দানৰ কাৰণে ঈশ্বৰক ধন্যবাদ দিব পাৰি। ঠিক সেই মুহূৰ্তত মই প্ৰাণ খুলি ঈশ্বৰক ধন্যবাদ দিছিলোঁ। মাজে মাজে তেওঁৰ অস্তিত্বত বা মতলবত সন্দেহ কৰাৰ কাৰণে তেওঁৰ ওচৰত ক্ষমা খুজিছিলোঁ।

লাহে লাহে গ'ধূলিৰ অন্ধকাৰ নামি আহিছিল। সেই অন্ধকাৰৰ সকলোখিনি কালিমা আৰু বিবাদ গাৰে-মুখে সানি লৈ হঠাত আমাৰ আগত উপস্থিত হ'লহি এটা কঙ্কালসাৰ, কুৎসিত বুঢ়া মানুহ। তাৰ মূৰত এটা টোপোলা। তাৰ মুখৰ ফালে চাই দেখোঁ—আমাৰ সেই মিছলীয়া অকৰ্মণ্য ধোবাটো।

তাক দেখিয়েই পাৰুলৰ খং গৈ চুলিৰ আগ পালে। পাবৰ কথাও। তাৰ লগত সপ্তাহে সপ্তাহে কাপোৰ দি থকাৰ বন্দবস্ত। কিন্তু এইবাৰ সি কাপোৰ আনিছে পুৰা একৈশ দিনৰ মূৰত। মাজতে তিনি চাৰিবাৰ চাকৰটো পঠাই তাক মতা সত্বেও সি কথাক কথা বুলিয়েই কাণ কৰা নাই। তাক এৰি দিয়ে আন এটা ধোবা লম, এই হতশ্ৰী মফচলীয়া ঠাইখনত তাৰো উপায় নাই। কাৰণ ইয়াত সি বিৰাজ কৰিছে একমেবাদ্বিতীয়ম্ হৈ। অতএৱ তাৰ লগত নিষ্ফল খঙত দাঁত-মূৰ কামোৰা আৰু কথা চোবোৱাইহে সাৰ। আন একো লাভ নাই।

এই সকলো বোৰ জানিও দেৰিকৈ কাপোৰ আনাৰ কাৰণে পাৰুলে তাক ভালকৈ এজাউৰি গালি পাৰিলে। মূৰত টোপোলাটো লৈ স্থানুবৎ থিয় হৈ, সি নীৰৱে, সম্পূৰ্ণ নীৰৱে, গালিখিনি হজম কৰিলে। তাৰ ওপৰত পাৰুলৰ বিৰক্তি আৰু খঙৰ আটাইতকৈ ডাঙৰ কাৰণ হল এইটোৱেই। সি ভাৱলেশ-হীন মুখেৰে এনেকৈ গালিবোৰ শুনি থাকিব, যেন তাৰ কাণত এটাও শব্দ



পৰাই নাই, যেন সি জন্ম-বধিৰ। গালি বা ধমকিৰ প্ৰত্যুত্তৰত কোনো কৈফিয়ৎ দিবৰ সামান্যতম প্ৰয়াস কোনোদিন আমি তাৰ মুখত দেখা নাই। পাৰুলৰ গালিখিনি শেষ হোৱাৰ পাছত সি কাপোৰৰ টোপোলাটো তেওঁৰ আগত মেলি ধৰিলে। কাপোৰৰ অৱস্থা দেখি পাৰুলৰ চকু গৈ কপালত উঠিবৰ অৱস্থা। কাপোৰবোৰ যি ময়লা অৱস্থাত দিয়া হৈছিল, ততোধিক ময়লা কৰি সি ঘূৰাই লৈ আহিছে। অকল সেয়েই নহয়। কেইবাখনো দামী নতুন কাপোৰ ঠায়ে ঠায়ে ফিচিকি ফাটি গৈছে। বিৰাট কিবা এটা শব্দ কৰি চিঞৰি উঠিবলৈ গৈ পাৰুল হঠাতে স্তব্ধ হৈ গ'ল। কোনো চিৎকাৰেই যেন যথেষ্ট নহয়। তেওঁৰ ক্ৰোধ-বিবৰ্ণ মুখত ঠিক এনে এটা ভাব।

এইবাৰ ময়েই মাত লগালোঁ—"এই বুঢ়া, তই কাপোৰবোৰ নুধোৱাকৈ কেৱল পানীত আওখালি লৈ আহিছ কিয় ?"

"ধুইছোঁ হুজুৰ।"

"ধুইছ ?—এইবোৰ ধোৱা কাপোৰ বুলি কয় নেকি ? মিছলীয়া বদমাচ্। আৰু এই নতুন কাপোৰ বোৰ ফালিলি কেনেকৈ ?"

"নাই ফলা হুজুৰ।"

"নাই ফলা ?"

"ফালিছোঁ হুজুৰ।"

এই নাতীদীৰ্ঘ বাক্যালাপৰ পাছত তাক আৰু কি কম, ময়ো একো ভাবি নোপোৱা হলোঁ। হঠাৎ গৃহিণী থিয় হৈ একে আজোৰে অপুক মোৰ কোলাৰ পৰা লৈ গ'ল। পাগলৰ লগত পৰি তুমিও পাগল হবলৈ বেছি পৰ নাই।—এই বাক্যবাণ মোৰ প্ৰতি নিক্ষেপ কৰি তেওঁ খোজত মেদিনী কঁপাই ভিতৰলৈ সোমাই গ'ল।

মোৰ হাঁহি উঠিব খুজিছিল। কিন্তু অপৰাধী ধোৱাটোৰ সন্মুখতে হাঁহি দিলে সি প্ৰশ্ৰয় পাব বুলি ভাবি হাঁহিটো দমন কৰিলোঁ। তাৰ ফালে চাই মাত লগালোঁ—তই ৰৈ আছ কিয় ? যা। তোৰ মুখ চাবলৈ আৰু মোৰ ইচ্ছা নাই।"

"যাওঁ হুজুৰ।"

কিন্তু যাওঁ বুলি কৈ এটা খোজো লৰচৰ নকৰি সি একে থৰে থিয় হৈ থাকিল।

—"নেযাৰ কিয় ?—এইবাৰ অলপ খঙেৰে মাত লগালোঁ।

—"যাওঁ হুজুৰ···অলপ পইচা···"

—"পইচা ? মাহ পুৰা হবলৈ এতিয়াও এসপ্তাহ বাকী, তাতে কাপোৰৰ অৱস্থা কৰি আনিছ এই, তোক আকৌ পইচা লাগে ? যা—ভাগ।"

সি নীৰবে নতমুখে গুচি গ'ল।

... ... ...

এই ঘটনাৰ প্ৰায় দুঘণ্টা মানৰ পাছত।

পাৰুলে চাকৰটোৰ পৰা বজাৰ খৰচৰ হিচাব লৈছিল। অনিলে অৰ্থাৎ চাকৰটোৱে, আঠ অনা পইচাৰ হিচাব কোনোমতেই দিব নোখোজে বা নোৱাৰে। তাৰ এনে ব্যৱহাৰ এই প্ৰথম দেখিলোঁ। গতিকে আমাৰ দুয়োৰে মনত অলপ বেয়া সন্দেহ ওপজিল। কিছুপৰ জেৰা কৰাৰ মূৰত আমাৰ জ্ঞান বুদ্ধিৰ ওচৰত অনিলে হাৰ মানিলে। সি স্বীকাৰ কৰিলে যে আঠ অনা পইচা সি এটা মানুহক ধাৰলৈ দিছে।

—"কিন্তু কাক ?"

বহুত পৰ কওঁ নকওঁ কৰি সি মাত লগালে—"সেই ধোবাটোক।"

—"ধোবাটোক,—কিন্তু কিয় ?"

অনিল কিছু সময় নিৰ্বাক হৈ থিয় দি থাকিল। তাৰ মুখখনলৈ চাই দেখোঁ, চকু দুটা যেন পানীৰে সেমেকি পৰিছে। মাৰিম বুলি ভয় খাইছে নেকি সি ? স্পষ্ট কৈয়ে তাক কথাষাৰ কলোঁ—"ভয় নকৰিবি, তোক নেমাৰোঁ। কিন্তু পইচা কি কৰিলি, সঁচা কথা ক।"

হঠাৎ সি মোৰ চকুলৈ চালে। তাৰ অশ্ৰুসজল চকুৰ কোণত এটা মৰ্মভেদী বিদ্ৰূপৰ হাঁহি যেন বিজুলীৰ দৰে মুহূৰ্তৰ কাৰণে চিকমিকাই উঠিল। তাৰ পাছত সি তলমূৰ কৰি কবলৈ ধৰিলে—"পইচা আঠ অনা মই সঁচাকৈয়ে ধোবাটোক দিছোঁ। আপোনালোকক নোসোধাকৈ দিয়াৰ কাৰণে মোক মাফ কৰিব। পইচাখিনি মোৰ দৰ্মহাৰ পৰাই কাটি লব। কাৰণ ধোবাটোৱে পইচা ঘূৰাই দিয়াৰ আশা নাই,—দিব নোৱাৰে। তথাপি তাক পইচা কিয় দিলোঁ কওঁ শুনক। মই বাসুদেৱৰ দোকানত বস্তু লবলৈ গৈ দেখোঁ, ধোবাটোৱে বাসুদেৱৰ ভৰি এখনত মূৰটো থৈ কান্দি কান্দি চাউল এসেৰ ধাৰলৈ খুজিছে। বাসুদেৱে কিন্তু কোনো মতেই তাক চাউল ধাৰলৈ নিদিয়ে। আগৰ ধাৰেই বহুত



আছে। মোৰ মনটো বৰ বেয়া লাগি গ'ল। মূৰটোত হঠাতে গৰম উঠি গ'ল। ধোবাটোৰ চুলিকোছাত ধৰি বাসুদেৱৰ ভৰিৰ পৰা তাক টান মাৰি আনি থিয় কৰাই দিলোঁ। তাৰ পাছত তাক সুধিলোঁ—"এসেৰ চাউলৰ কাৰণে বাসুদেৱ মহাজনৰ ভৰিত মুখথেকেচা খাই মৰাত কৈ কুলচি নৈত পৰি মৰি নেযাৰ কিয় ?" সি কিছু সময় মনে মনে ৰ'ল। তাৰ পাছত মাত লগালে—'মই মৰিব পাৰোঁ ; কিন্তু মোৰ পাঁচজনী ছোৱালী আৰু মাকৰ অৱস্থা কি হব ? আজি চাৰি সাজ আমি কোনেও ভাত খোৱা নাই। আমি মতা মাইকী হাল নেখাই মৰি যাবলৈকো ৰাজী আছোঁ ; কিন্তু ছোৱালী কেইজনীৰ চিঞৰ আৰু সহ্য নহয়। পেট শুকাই এতিয়া আৰু চিঞৰো নোলোৱা হৈছে।···' কথা কেইষাৰ কৈ ধোবাটোৱে চুৰিয়াৰ আগেৰে চকু মোহাৰি মোহাৰি হুকহুককৈ কান্দি উঠিল। মই আৰু কি কৰিম ? পইচা আঠ অনা তাৰ হাতত গুজি দি মই গুচি আঁহিলোঁ।"

আমি দুয়ো বহুত সময় স্তব্ধ হৈ বহি ৰলোঁ। অনিলৰ চকুলৈ চাবলৈ আমাৰ দুয়োৰে যেন লাজ লাগিছিল। কথা কবলৈ একো বিচাৰি নেপাই মনে মনে খুব অস্বস্তি অনুভৱ কৰিছিলোঁ। কিছু সময়ৰ মূৰত কথা এষাৰ মনত পৰিল।—"বাবু অনিল, ধোবাটোৱেতো নিজে ৰোজগাৰ কৰে। এইখন ঠাইত সিয়েই একমাত্ৰ ধোবা। তেনে স্থলত সি লোকৰ ভৰিত পৰি ভিক্ষা কৰিব লগা হয় কিয় ?"

অনিলৰ মুখত এইবাৰ স্পষ্ট বিৰক্তি আৰু বিদ্ৰূপৰ চিন ফুটি উঠিল। কোনো মতে বিৰক্তি গোপন কৰিবলৈ চেষ্টা কৰি সি মাত লগালে—"ধোবা হ'ল বুলিও সিওতো মানুহ হে। তাৰ সেই বেমাৰী বুঢ়া দেহাটোত ৰোজগাৰ কৰিবৰ শক্তিনো আছে ক'ত ? ডাঙৰ মানুহ হোৱা হলে তাৰ এতিয়া শুই বহি পেঞ্চন খাবৰ দিন। ডাঙৰ মানুহ নহলেও এই বয়সত মানুহে পো নাতিৰ উপাৰ্জনত খায়। কিন্তু সেই দুৰ্কপলীয়া বুঢ়াটোক ঈশ্বৰে মতা লৰা এটাও নিদিলে। দিলে পাঁচজনী ছোৱালী। পেটত পিত্ত বেমাৰ, গাঁঠিয়ে গাঁঠিয়ে বাত বেমাৰ। তাৰ ওপৰত জ্বলা জুইৰ দৰে মনত সদায় এটা দুশ্চিন্তা, সি বেমাৰত একেবাৰে অকৰ্মণ্য হৈ পৰি থাকিলে সাতোটা প্ৰাণীয়ে কি খাই জীয়াই থাকিব ? সি যদি হঠাৎ মৰি যায়, ছোৱালী পাঁচজনীৰে সৈতে ঘৈণীয়েকৰ কি অৱস্থা হব ! এতিয়াই তাৰ ৰোজগাৰ একেবাৰে নাই বুলিলেই হয়। এনেয়ে

বুঢ়া হৈছে খোজ কাঢ়িবলৈ শক্তি নোহোৱাৰ নিচিনা, তাতে আকৌ পিত্তবাত বেমাৰ। বেমাৰত পৰি থকা কেইদিন ৰোজগাৰ নাই। গতিকে পেটত ভাতো নাই। বেমাৰ আৰু অনাহাৰে চেপি গুৰি কৰা দেহাটোৰে বাকী তিন দিন দুই এডোখৰ কাপোৰ ধোৱে। কিন্তু দুৰ্বল দেহাৰে কাপোৰ ছাফ কৰিব নোৱাৰে। দেহৰ পৰিশ্ৰম কমাবলৈ কাপোৰত সৰহকৈ চ'দা দিয়ে, ফলত কাপোৰ ফাটি যায়। কাপোৰ ধুবলৈ নি ময়লা আৰু ফটা কাপোৰ ঘুৰাই দিলে তাক আৰু কাপোৰ ধুবলৈ দিব কোনে ?"

মই ভয়ে ভয়ে অনিলক প্ৰশ্ন কৰিলোঁ—"ইমানবোৰ কথা যদি তই জানিছিলিয়েই, মোক আগতে কোৱা নাছিলি কিয় ?"

অনিলে উত্তৰ দিলে—"মানুহটোকেই দেখোন আপোনালোকে সদায় দেখি আছে ? তাৰ পাছত তাৰ কৰ লগা আৰু কি আছে ?"

মোৰ মুখত যেন কোনোবাই চাবুক মাৰিলে। দুঃসহ ঘৃণাৰ চাবুক, বিদ্ৰূপৰ চাবুক। মই তলমূৰ কৰি ৰলোঁ।

... ... ...

পিছদিনা ৰাতি পুৱা।

আগদিনাৰ দৰেই অপুক কোলাত লৈ পিৰালিত বহি আছোঁ। গোটেই-ৰাতি ধাৰাসাৰে বৰষুণ দিছিল। ৰাতিপুৱাও আকাশখন মেঘাচ্ছন্ন হৈ আছিল। বৰষুণত গা ধুই নম্ৰ স্নিগ্ধতাৰে কৰুণ হৈ থকা মোৰ বাগানৰ জিনিয়া ফুলবোৰ বতাহত স্বপ্নাবিষ্টৰ দৰে হালি জালি আছিল। মোৰ ঘৰৰ ঠিক সমুখতে অকণমানি ল'ৰা এটাই ধ্যাননিবিষ্টচিত্তে নদীৰ পৰা বৰশীৰে মাছ তুলিবলৈ সাধনা কৰিছিল। চাৰিও ফালৰ প্ৰকৃতিত এটা মধুৰ বিষাদ আৰু উদাস শান্তি বিৰাজ কৰিছিল। মোৰ তিনিমহীয়া অপুৰেও যেন মনে মনে সেই বিষাদ আৰু শান্তি অনুভৱ কৰিছিল। সেয়েহে তাৰ ডাঙৰ ডাঙৰ ক'লা চকু জুৰিৰ দৃষ্টিত ফুটি উঠিছিল বৰ্ষাৰ সেই কৰ্মহীন, বাণীহীন, দয়াহীন প্ৰভাতৰ মেঘমদিৰ স্বপ্ন।

মোৰ অনুভৱ হৈছিল—আজিৰ এই সুন্দৰ সময় খিনিত জগতৰ সকলো মানুহে যেন সকলো কামৰ পৰা ছুটী পাইছে, আৰু মোৰ দৰে অলস ভাৱে বহি বহি কোনো নামহীন অনিৰ্দেশ্য অজানৰ স্বপ্ন ৰচনা কৰিছে। ঠিক সেই সময়তে আহি উপস্থিত হ'লহি মোৰ স্বপ্ন ভংগৰ দূত—সেই বুঢ়া ধোবাটো।



বুজিলোঁ—এদিনৰ কাৰণেও, এটা মুহূৰ্তৰ কাৰণেও এনে এটা স্বপ্নমদিৰ, মেঘধূসৰ প্ৰভাতৰ কাৰণেও তাৰ ছুটী নাই।

ভীৰু, সন্ত্ৰস্ত, অনাহাৰক্লিষ্ট, বেমাৰী পশু এটাৰ দৰে কাণ দুখন থিয় কৰি তললৈ মূৰ কৰি সি মোৰ ওচৰত থিয় হ'ল।

তাৰ মুখলৈ চকু দিয়েই, মই হঠাতে আৱিষ্কাৰ কৰিলোঁ—সি এটা বুঢ়া মানুহ। এই অতি সহজ সত্যটো ইয়াৰ আগতে কোনো দিন মোৰ চকুত পৰা নাছিল। কিন্তু সেই মুহূৰ্তত মোৰ অনুভৱ হ'ল—সি এটা বহু শতাব্দী প্ৰাচীন, জৰাজীৰ্ণ, অথৰ্ব, ভংগুৰ বুঢ়া মানুহ। পিছ মুহূৰ্ততে মই আতংকিত হৈ স্মৰণ কৰিলোঁ,—এই লোলচৰ্ম, কংকাল সাৰ বুঢ়াটোৰে দিনৰ পিছত দিন জাপে জাপে কাপোৰ ধোৱে। মই স্মৰণ কৰিলোঁ—কাপোৰ ধোৱা শিল ছটাতে মুখ ঠেকেছা খাই তেজবমি কৰি নমৰা পৰ্য্যন্ত সি কাপোৰ ধুয়েই থাকিব। মই আকৌ আতংকিত হৈ স্মৰণ কৰিলোঁ যে ইয়াৰ আগ মুহূৰ্ত পৰ্য্যন্ত, অনিলে আঙুলিৰে খুঁচি মোৰ চকু মুকলি কৰি নিদিয়া পৰ্য্যন্ত তাৰ এই ভয়াবহ দীন ৰূপটো মোৰ চকুত পৰা নাছিল। কেনেকৈ মই ইমান অন্ধ আছিলোঁ ? ক্ৰোধান্বিত হৈ মই আৱিষ্কাৰ কৰিলোঁ যে বহু যুগ ধৰি এই অবৰ্ণনীয় দাৰিদ্ৰক, মানৱতাৰ এই লোমহৰ্ষক অপমানক, এই সামাজিক অন্যায় আৰু নিষ্ঠুৰতাক আমি অতি সহজ আৰু অবিসম্বাদী সত্যৰূপে গ্ৰহণ কৰি আহিছোঁ। সেই কাৰণে ফুটপাথত বগুৰা বাই বাই ৰক্তাক্ত ছিন্ন ভিন্ন দেহেৰে আৰ্তনাদ কৰি কৰি মানুহে ভিক্ষা কৰা দেখিলেও আমি সচকিত হৈ নুঠোঁ, চিন্তিত হৈ নুঠোঁ। তেনে দৃশ্য চকুৰ আগত লৈয়ো আমি ৰেষ্টুৰাঁত বহি বহি সুখাদ্য উপভোগ কৰিব পাৰোঁ, ৰাতি নিশ্চিন্ত মনে টোপনি যাব পাৰোঁ। মানুহৰ এই নাৰকীয় যন্ত্ৰণাক সহজভাৱে গ্ৰহণ কৰিব পৰাতকৈ বেছি ডাঙৰ পাপ আৰু নৈতিক পতন কি হব পাৰে, ভাবি মই শিয়ৰি উঠিলোঁ। লগে লগে মোৰ মনত পৰিল কৰ্মফল আৰু জন্মান্তৰবাদৰ দোহাই দি হিন্দু ধৰ্মই বহু যুগ ধৰি এই নৈতিক অধঃপতনৰ পথ প্ৰশস্ত কৰিছে। তথাকথিত ধৰ্মৰ বিৰুদ্ধে মোৰ বহুদিনৰ পুঞ্জীভূত ক্ৰোধাগ্নি এই নতুন ইন্ধনত পৰি পুনৰ দপ্‌দপ্‌কৈ জ্বলি উঠিল।

ধোবাটো কুঁজা হৈ থিয় হৈ আছিল। মই তালৈ মূৰ তুলি চাই দেখোঁ সি একেথৰে মোৰ কোলাৰ কেচুৱাটিলৈ চাই আছে। অপুৰেও তাৰ মুখলৈ

চাই হাঁহি আছে। মই সহজ বন্ধুত্বৰ মাতেৰে খোবাটোক সুধিলোঁ—"কি চাইছ ইমানকৈ ?"

মোৰ প্ৰশ্নটো তাৰ বোধ হয় কাণতেই নপৰিল। হৃদয়ৰ নিভৃততম স্তুতিৰ দৰে তাৰ মুখত কেৱল উচ্চাৰিত হ'ল—দুটা শব্দ "কি সুন্দৰ !"

—"কি সুন্দৰ দেখিলি ?"—মই সুধিলোঁ।

—"বাছাৰ হাঁহিটো।"—নিষ্পন্দ মাতেৰে সি উত্তৰ দিলে।

—"তোৰো পাঁচজনী ছোৱালী আছে বুলি শুনিছোঁ। একেবাৰে সৰুজনীৰ কেই বছৰ হৈছে ?"

—"তিনি মাহ।"

মই চক খাই উঠিলোঁ। এই কুঁজা বুঢ়াটোৰ তিনি মহীয়া কন্যা ? তাক তেন্তে যিমান বুঢ়া যেন দেখি, আচলতে সি সিমান বুঢ়া নহয় নেকি ? অথবা··· অথবা···তাৰ পাঁচজনী ছোৱালী···হয়তো এটা পুত্ৰ সন্তানৰ আশাতেই—

সহজ হৈ তাক সুধিলোঁ—তায়ো তেন্তে ইয়াৰ নিচিনাকৈ হাঁহিছে চাগৈ। ইয়াৰো তিনি মাহ হৈছে। সম্পূৰ্ণ ভাৱলেশহীন মুখভংগী আৰু নিৰাবেগ কণ্ঠেৰে খোবাটোৱে উত্তৰ দিলে—"তাই নেহাঁহে।"

"নেহাঁহে ? কিয় ?"

"অকল তাইৰে নহয়, মোৰ পাঁচজনী ছোৱালী কাৰো মুখতেই হাঁহি দেখা বুলি মোৰ মনত নপৰে। জন্মৰ পৰা সিঁহতে কেৱল কান্দিছে আৰু কান্দিছে। মাকে কোনো দিন পেটভৰি খাবলৈ নেপায়, গতিকে পিয়াহত গাখীৰ নহয়। গাখীৰ কিনি খুওৱা কথাটোতো স্বপ্নৰো আগোচৰ। ভোকত, পিয়াহত কেচুবাৰ জিভা শুকাই খৰখৰীয়া হৈ যায়। শুকান কাঠ যেন হাতভৰি জোকাৰি সিঁহতে কান্দিবৰ চেষ্টা কৰে। দুৰ্বল কণ্ঠৰ পৰা কান্দোনো বাহিৰ হৈ নাহে। শাৰীৰ আঁচল পানীত তিয়াই মাকে সিঁহতৰ মুখত গুজি দিয়ে।··· সিঁহতে কোনো দিন হাঁহিবলৈ শিকা নাই।"

নিৰ্বিকাৰ মাতেৰে খোবাটোৱে কথাবোৰ কৈ গ'ল। শুনি শুনি এটা অজান আতংকত মোৰ গাৰ নোম থিয় হৈ উঠিল। অপুৰ মুখলৈ আকুল ভাৱে চাই তাক মই বুকত চেপি ধৰিলোঁ। হে ঈশ্বৰ !···

হঠাৎ খঙত আৰু ঘৃণাত মোৰ মুখখন বিকৃত হৈ যোৱা যেন অনুভৱ কৰিলোঁ! ঈশ্বৰ নে চয়তান ? জননীৰ স্তনৰ পৰা ৰসধৰা যি শোষণ



কৰে, শিশুৰ মুখৰ পৰা হাঁহি যি শোষণ কৰে, সেই ঈশ্বৰক স্মৰণ কৰি লাভ কি ?

পৃথিৱীৰ যি লাখ লাখ শিশুৱে কোনো দিন হাঁহিবলৈ শিকা নাই, যাৰ ক্ষুধাৰ্ত মুখত মাকবোৰে পানীত ভিজা আঁচল গুঁজি দিব লগা হয়, সেই শিশুবোৰৰ বাপেকবোৰলৈ মনত পৰি মই নিজেকে এবাৰ কলোঁ—"অপুৰ মুখৰ স্বৰ্গীয় হাঁহি উপভোগ কৰিবৰ সময়ত সেই বাপেক বোৰলৈ এবাৰ মনত পেলাবা।"

# ঢোঁৰাসাপ

ভবেন্দ্ৰনাথ শইকীয়া

আকাশত কলংকহীন পূৰ্ণচন্দ্ৰ। সাধাৰণতে চন্দ্ৰোদয়ৰ পিছত আকাশ নীলা-হৈ নেথাকে; কিন্তু এতিয়া আছে। দূৰ দিগন্তব্যাপি নীলা-নীলা—আকাশ নীলময়। চোৰৰ নিচিনাকৈ কেৱল এটুকুৰা ডাৱৰ জোনৰ কাষ চাপিছিল। সি তাৰ উন্মুক্ত তৰবাৰি-সদৃশ এটি তীক্ষাগ্ৰ অংশ চন্দ্ৰমাৰ আৱক্ষ ভেদ কৰি নিশ্চল হৈ আছিল; তাৰেই যন্ত্ৰণাত যেন শশধৰৰ দেহাৰ পৰা গলি গলি পৰিছিল অফুৰন্ত জোনাক; পৰিছিল দূৰৰ মন্দিৰৰ চূড়াত, স্থিৰ সৰীসৃপ দেহ নদীৰ বুকুত। জোনাকৰ অবিশ্ৰান্ত বৃষ্টিধাৰাত অবগাহন কৰি কৰুণ আৰু উজ্জ্বল হৈ উঠিছিল নদীকুল-শোভিত বৃক্ষৰাজি। দূৰণিত,—দূৰ দূৰণিত এখনি পালতৰা নাওঁ,—গতিহীন; ক'ত তাৰ যাত্ৰাৰ পাতনি, ক'ত তাৰ যাত্ৰাৰ শেষ তাৰ ঠিকনা নাই; যেন বিশ্বব্ৰহ্মাণ্ডৰ ৰহস্যৰ সন্ধানত যাত্ৰা কৰি হঠাতে কৰবাত বিভ্ৰান্ত আৰু স্থবিৰ হৈ পৰা এক শুভ্ৰ জটাধাৰী সন্ন্যাসী।

প্ৰকৃতিৰ অকৃপণ দানেৰে সমৃদ্ধ, এই মনোমুগ্ধকাৰী দৃশ্যটিৰ প্ৰায় তিনি হাত মান আতঁৰত দুখন টিনৰ চকীত নিশ্চল হৈ বহি আছে লীলাকান্ত আৰু চন্দ্ৰিকা; আৰু সিহঁতৰ পৰা প্ৰায় চাৰিহাত মান আতঁৰত, তিনিটা ঠেঙৰ ওপৰত; কৰ্তাৰ সিঙৰ ক'লা কাপোৰেৰে ঢাকি থোৱা কেমেৰা।

ফটো তোলাৰলৈ আজি সাদিনৰ আগৰে পৰা চন্দ্ৰিকাৰ যি উথপ্‌থপ্‌ উৎসাহ, টাউন এলেকাত ভৰি দিয়াৰ লগে লগেই তাইৰ সেইবোৰ পানী হৈ গ'ল। মানুহবিলাকৰ কাৰো মুখ তাই চিনি নেপায়; কেতিয়াও দেখা নাই; কিন্তু চকুৰে চকুৰে পৰিলে এনেকুৱা লাগে যেন সিহঁতে তাইক কিবা কওঁ কওঁ কৰিছে। বাটৰ কাষতে ওলোমাই থোৱা ৰং বিৰঙৰ সৰু সৰু ছোৱালীৰ ফ্ৰক কিছুমানলৈ চাওঁতে দোকানৰ বাৰান্দাত বহি কাপোৰ চিলাই থকা দৰ্জীৰ চকুৰে চকুৰে পৰিল, তাইৰ এনেকুৱা লাগিল যেন মানুহটোৱে তাইৰ লগতেই ভালেমান পৰৰ পৰা কথা-বতৰা পাতি হাঁহি ধেমালি কৰি আছে। বহুদিন নিপিন্ধা থমথমীয়া পাটৰ মেখলাখনে লাহে লাহে তাইৰ ভৰিত জোটাপুটি লগাবলৈ ধৰিলে। সাউৎকৈ তাই



দুৰাৰমান মেখেলাখন ইফালে-সিফালে টানি ললে। ফুলাম চাৰ দিয়া চিল্কৰ চাদৰখন আচল ঠাইত থাকিবই নোখোজে; এবাৰ সোঁবাহুৰ ওপৰেদি পাৰকৈ আনি তাই বাওঁ হাতেৰে খামোচ মাৰি ধৰি থাকিল। পথাৰৰ মাজৰ বাটেদি ঘৰৰ পৰা দুমাইল মান অহাৰ পিছতে তাই ঘামি-ঘামি কপালৰ ফোঁটটো বেয়া হব পাৰে বুলি সন্দেহ কৰিছিল, এতিয়া দুই চেলাউৰিৰ মাজৰ পিৰপিৰনিটোৰ পৰা অনুমান কৰিলে ফোঁট আৰু ফোঁট হৈ থকা নাই, বিয়পি পৰি নিশ্চয় নহৰুৰ আকৃতি লৈছে।

বাটত মানুহৰ সংখ্যা বাঢ়ি আহিছে। ইমান পৰে মনে মনে থকা চন্দ্ৰিকাই দুটামান খোজ বেগ দি পেলাই লীলাকান্তৰ কাষ চাপি লাহেকৈ গোজোৱা মাৰি সুধিলে, "আৰুনো কিমান দূৰ থাকিব লাগে!"

"বৰা আকৌ," লীলাকান্তই কলে, "বজাৰৰ ওচৰতহে ফটো তোলা দোকান আছে।"

বজাৰৰ ওচৰত। হল আৰু তেনেহলে। ৰাস্তাৰ এইখিনি মানুহেই তাইক আঁটিছে; এতিয়া আৰু বজাৰলৈ যাবলৈহে বাকী থাকিলনে? একো নোকোৱাকৈ ভিতৰৰ আমনিখিনি প্ৰকাশ কৰি চন্দ্ৰিকাই তলৰ ওঁঠখন এবাৰ বিকটালে। ইয়াতকৈ পোন্ধৰ দিনৰ আগতে লীলাকান্তৰ কথাত সন্মত হোৱাই ভাল আছিল। লীলাকান্তই কৈছিল,—গাঁৱৰে লৰা বিনোদে সাতাইশ টকা দি এটা কেমেৰা কিনিছে। ইতিমধ্যে সি তাৰ বুঢ়ী জেঠায়েক, নবৌৱেকৰ ছমহীয়া কেচুৱা, পোৱালীয়ে গাখীৰ পি থকা অৱস্থাত গৰুজনী, নাৰিকল গছজোপাৰে সৈতে খনাজানৰ দলংখন, কলগছৰ ভুৰত বহি বৰশী বাই থকা অৱস্থাত দেবেন, চাইনবোৰ্ডখন আৰু এজাক লৰা-ছোৱালীৰে "প্ৰগতি পুথি ভঁৰাল"ৰ ঘৰটো, ইত্যাদিৰ ভালেমান ফটো তুলিছে। চন্দ্ৰিকাৰো যদি অগত্যা ফটো তোলাৰৰ মন গৈছে, তেনেহলে বিনোদক সুধি পুছি চোৱাই ভাল।

দৰকাৰ নাই। চন্দ্ৰিকাক তেনেকুৱা পানখিলাৰ সমান ফটো নেলাগে। হৰি মণ্ডলৰ জীয়েক, গাওঁখনত চন্দ্ৰিকাৰ দুআনাৰ কথা বতৰা পতাৰ, এটা দিহা পৰামৰ্শ লোৱাৰ একমাত্ৰ মনৰ মানুহ মাকণে পৰিষ্কাৰকৈ কৈ দিছে, ফটো যদি তোলা টাউনত তুলিবা। সেয়াহে আচল ফটো! তাৰ দেখ দেখ প্ৰমাণ হিচাপে, হৰি মণ্ডল আৰু তেওঁৰ ঘৈণীয়েকৰ ফটোয়ে আজি একৈশ বছৰে চ'ৰাঘৰৰ পহুশিঙৰ ফেৰেঙণিত বহি মিচিকিয়াব লাগিছে।

গতিকেই লীলাকান্তই সপৰিয়ালে টাউনলৈ গৈ ফটো তোলোৱাকে ঠিক কৰিলে। পিছে যোৱাৰ আগদিনা এটা প্ৰশ্ন উঠিল,—কি কাপোৰ পিন্ধি চন্দ্ৰিকাই ফটোত উঠিব। লীলাকান্তৰ কথাতো যেনতেন। ফটো তোলাৰ সাধাৰণ-জ্ঞান গাওঁখনত বিনোদৰেই আছে; তাৰ লগতে আলোচনা কৰা হল। তাৰ কেমেৰাক আওকাণ কৰি টাউনত ফটো তুলিবলৈ যাবলৈ ওলোৱাত বিনোদে বৰ বেছি আনন্দ নেপালে। তথাপি সি উপদেশ দিছিল, চিকচিকীয়া পাটৰ মেখেলা-চাদৰ পিন্ধি ফটো তুলিব নেলাগে, বেলিৰ চটক পৰি বেয়া হয়। লীলাকান্তই অলপ চিন্তা কৰিলে। পিছদিনাই সি এখন চাদৰ যোগাৰ কৰিলে; ফুলাম পাৰিৰ ধুনিয়া চাদৰ।

কিন্তু কৰ্তাৰ সিঙৰ দোকানৰ আগত থিয় হৈ লীলাকান্তই অলপ সেমেনা সেমেনি কৰিবলৈ ধৰিলে। তাৰ ভৰি দুখনে অলপ চুচুক-চামাক লগালে। তাৰ গাৰ আঁৰতে নিজক লুকুৱাবলৈ চেষ্টা কৰি চন্দ্ৰিকা থিয় দি ৰল।

কৰ্তাৰ সিঙে থৈলাৰে বেৰি লোৱা টিনপাতৰ চালিখনৰ তলতেই 'চিন' এখন তৰি লৈ যোৱা সাত বছৰে ব্যৱসায় চলাই আহিছে; মানুহৰ আওভাও দেখিয়েই নি-সাম্ভাব্য খৰিদ্দাৰ আৱিস্কাৰ কৰিব পাৰে। লীলাকান্তক সি বহুত দিনৰ চিনাকি যেন মাতেৰে সুধিলে, "কি খবৰ ডাংগৰীয়া?"

"ফটো এখন তোলাব লাগিছিল···।"

"আচ্ছা আচ্ছা, হেইটো কি কথা আছে। আপুনি বহক। এই হৰিধন, দুখিলি মিঠা পান লে আও ৰে। বহক আপনি লোগ বহক।"

"পিছে ফটো জানো ভাল হব?" টাউনীয়া বেপাৰীৰ চলা-কলাত সহজে ভোল যোৱা উচিত নহয়, তাকে প্ৰতিপন্ন কৰিবলৈ বুলিয়েই হবলা—লীলাকান্তই লাহেকৈ সুধিলে।

বহুদিনীয়া পুৰণি বন্ধুত্বক যেন সন্দেহ কৰা হল, এনেকুৱা অভিমানৰ সুৰত কৰ্তাৰ সিঙে ক'লে, "ইয়ে আপনি কি—কৈছে ডাংগৰীয়া? দেখক, এই আমাৰ ফটোৰ নমুনা আছে।"

সন্মুখৰ ক'লা কাপোৰ এখনত তিনিকুৰিমান ফটো এঠাই থোৱা আছে। উত্তৰ-পূৱ সীমান্তত মিলিটাৰী কাম কৰা গুৰ্খীয়া ডেকাৰ পৰা, অলপতে পাকিস্থানলৈ গুচি যোৱা মিঞা চাহাবলৈকে ঢেৰ মানুহৰ ফটো। লীলাকান্তই নমুনা বোৰ ভালেই দেখিলে।



পিছফালে কাপোৰত বন্দী প্ৰাকৃতিক দৃশ্য লৈ লীলাকান্ত আৰু চন্দ্ৰিকা দুখন টিনৰ চকীত বহিল। মূৰটো অলপ ওপৰলৈ, অলপ বাওঁফালে, অলপ পোনহৈ বহক, হাত দুখন আঁঠুৰ ওপৰত ৰাখক—কৰ্তাৰ সিঙৰ নানা প্ৰকাৰৰ নিৰ্দেশ। এবাৰতো সি চন্দ্ৰিকাৰ থুতৰিত ধৰি মূৰটো ঠিক অৱস্থালৈ তুলি দিয়াৰেই উপক্ৰম কৰিলে। কোনোবা আঘোণমহীয়া নিজান ৰাতি হোৱা হলে তো লীলাকান্তই চন্দ্ৰিকাৰ বুকুত ধপ্‌ধপনি শুনি আচৰিতেই হ'ল হেঁতেন।

চন্দ্ৰিকা ঘামিছিল। কৰ্তাৰ সিঙৰ পৰামৰ্শ মতে তাই 'চিন' খনৰ পিছফালে গৈ আয়না চাই চাদৰৰ আঁৰ হৈ থকা আগ এটাৰে মচি কপালৰ ফোঁটটো ঠিক কৰি লৈছিল। এতিয়া আকৌ নষ্ট হয় হয়। ভয়ে ভয়ে তাই কেমেৰাৰ ফালে চাই আছিল। কৰ্তাৰ সিঙে এবাৰ লৰচৰ কৰিবলৈ মনা কৰিলে; তাৰ পিছতে এবাৰ দুয়োকো অলপ হাঁহিবলৈ কলে। এক, দুই, তিন। শেষ।

তিনিটা ঠেঙৰ ওপৰত থিয় হৈ থকাটো কৰ্তাৰ সিঙৰ কেৱল কেমেৰাই নহয়, এটা সম্পূৰ্ণ কাৰখানা। ক'লা কাপোৰৰ তলত হাত দুখন সুমুৱাই ৰাখি কিছু সময় সি কিবা কিবি কৰিলে; তলফালে ওলমি থকা টিনৰ পাত্ৰ এটাত অলপমান সময় পানীৰ খল্‌খলনিৰ শব্দ হ'ল; তাৰ পিছত সি হাত দুখন উলিয়াই আনিলে। হাতত লাগি আহিল লীলাকান্ত-চন্দ্ৰিকাৰ ফটো। লাগি থকা পানীখিনি জোকাৰি পেলাবলৈ সি ফটোখন দুবাৰ মান এচাৰিলে, অলপ ওপৰলৈ দাঙি ধৰি নিজে এবাৰ ভালকৈ ফটোখন চালে, তাৰে পিছত হাঁহি এটা মাৰি লীলাকান্তৰ ফালে আগবঢ়াই দিলে, "দেখুন, কেমন সুন্দৰ হোয়েছে।" মুখেদি কি ভাষা ওলাল সি মনেই নকৰিলে।

লীলাকান্তই খুব মনোযোগেৰে ফটোখন চালে; চাই চন্দ্ৰিকাৰ ফালে আগবঢ়াই ধৰিলে। চন্দ্ৰিকাৰ ঘাম ওলোৱা বন্ধ হোৱা নাছিল; গোজোৰ মাৰি কলে, "থাকক"। যেন তাইৰ চঞ্চল জীৱনৰ অসতৰ্ক, বৰ গোপন অথচ নিৰ্দ্দোষ আৰু নিষ্পাপ মুহূৰ্ত এটা ফটোখনৰ মাজেদি হেজাৰ মানুহৰ চকুত ধৰা পৰি গল!

কিন্তু টাউনৰ সীমা পাৰ হৈ, পথৰুৱা বাটৰ প্ৰথম আঁহত গছ জোপাৰ তলতে তাই লীলাকান্তক কলে, "চাঁও ফটোখন।" লীলাকান্তই তল জেপৰ পৰা ফটোথকা লেফাফাটো উলিয়াই দি আগবাঢ়িল। কিন্তু অলপ পিছতে

পিছে পিছে মেখেলাৰ জৰেপ্ জৰেপ্ শব্দ নুশুনি সি উভতি চালে। "অ, বৈ গলা দেখোন!"

চন্দ্ৰিকা গৈয়েই আছিল, কিন্তু ফটোখনৰ মানুহ জনীৰ চকুৰে চকুৰে পৰি তাই বৈ গ'ল। তাইৰ এটা অদ্ভুত ধৰণৰ লাজ লাগিল, মুখখন হাঁহো হাঁহো কৰিলে; লীলাকান্তই উভতি মাত দিয়াৰ লগে লগে তাই হাঁহি পেলালে; কিন্তু ফটোখনৰ পৰা চকু নাতৰালে, ইমান ধুনীয়া!

ইমান ধুনীয়া! লীলাকান্ত ক'ৰবালৈ ওলাই যোৱাৰ পিছত চাকিটোৰ ওচৰত ফাটোখন লৈ চন্দ্ৰিকাই বহি ললে। ইমান ধুনীয়াকৈ নিজকে তাই কেতিয়াও দেখা নাই। আয়নাত নিজকে দেখিছে। সৰু আয়না; মুখখন দেখিলে গাটো নেদেখে, আয়নাখন অলপ বেঁকাকৈ দিলে বুকুখন দেখে, মুখখন নেদেখা হয়। এতিয়া ভৰিৰ বুঢ়া আঙুলিৰ পৰা মূৰৰ চুলিলৈকে গোটেই মানুহজনীকে তাই দেখিছে। ওঁঠ দুখনে কিবা এটা কৰিব খুজিছে, বোধহয় হাঁহিব খুজিছে। হয় হয়, ফটো তোলা মানুহটোৱে এবাৰ হহাঁৰ কথা কৈছিল। ইস্ ৰাম, এনে বুলি জনা হলেতো তাই ভালকৈয়ে হাঁহিব পাৰিলে হেঁতেন। কিন্তু আচৰিত কথা চাদৰখনতো তাই ইমান ভালকৈ লোৱা নাছিল, কেনেকৈ ইমান ধুনীয়া হল। চাৰদিয়া চাদৰখনৰ ৰঙা, বহল ফুলাম পাৰিটোৱে ভৰিৰ পৰা আৰম্ভ কৰি তাইৰ গাটো মেৰিয়াই ধৰিছে। ফুলেপাতে ভৰপূৰ লতা এদাল যেন আলফুলকৈ তাইৰ গাৰ ভাঁজে ভাঁজে বগাই গৈছে। বুকুখনত লতা দালে দুবাৰ ঢৌ খেলাইছে। চাদৰখনলৈও চন্দ্ৰিকাৰ হঠাতে বৰ মোহ উপজিল! মুখৰ একেবাৰে ওচৰলৈ ফটোখন আনি তাই তাইৰ মুখলৈ চাই ৰল। মূৰত ওৰণি, কপালত ফোঁট; তাৰ উপৰি গাতে গা লগাই তাইৰ গৰাক্ৰীজন। আয়ে দেহি! মানুহজনলৈ তাই পাহৰিয়েই গৈছিল। যাক চাই থাকিবৰ কাৰণে ফটোখন তোলাই আনিলে, নিজক চাই থাকোঁতে তেৱেঁই তল পৰে এতিয়া।

চন্দ্ৰিকাই এবাৰ হাঁহিলে। হৰি মণ্ডলৰ জীয়েক মাকণক তাই এইবাৰ সাতোটিমান সেৱা কৰিব। মাকণেহে তাইক এই সুবুদ্ধিটো দিলে। লীলাকান্ত পামত থাকোঁতে এদিন চন্দ্ৰিকাই তাইক কৈছিল "কেতিয়ানো আহে একো খা-খবৰ পোৱা নাই; অকলে অকলে কিবাকিবিখন লাগে বুইছা?"

বুজিছে, মাকণে সকলো বুজিছে। তাই পৰামৰ্শ দিলে,—"এটা কাম



কৰা, দুইটাই মিলি দুখন ফটো তোলা, লীলা ককাইটিয়ে পামত বহি তোমাক চাই থাকিব, তুমি ঘৰত বহি ককাইটিক চাই থাকিবা।"

দুয়োজনীয়ে পাৰেমানে হাঁহিলে; হাঁহিৰ জোকাৰণিতেই নে কি কথাষাৰ কিন্তু চন্দ্ৰিকাৰ অন্তৰত খাপ খাই বহি গ'ল। ফল স্বৰূপে ফটোখন তোলা হল, কিন্তু মানুহজনলৈ চকুৰেই নপৰা হল, নিজকে চায়েই তাই তৰণি পোৱা নাই। ঠিক আছে; এইবাৰ লীলাকান্ত পামলৈ গলে, চকু তেওঁত নপৰি ক'ত পৰিব।

টিনৰ চুটকেচটোৰ ভিতৰত "ব্ৰহ্মাণ্ডৰ লীলা" নামেৰে হাতে লিখা নাটক এখন আছিল, চন্দ্ৰিকাই ফটোখন তাৰ মাজত সুমুৱাই থলে। কিন্তু দেখা গল দিনটোৰ ভিতৰত দুঘণ্টাও বস্তুটো নাটকখনৰ ভাজত শান্তিৰে থাকিবলৈ নেপায়। গনেশ আহিব—চাঁও অ' লীলা, ফটোখন চাঁও, আমাৰো এখন তোলাৰ লাগিছিল।" সোণমাই আহিব, "ফটোখন কি কৰিলে খুড়ী? চাঁও চাঁও আমিও চাঁও।"দুজনী সৰু সৰু ছোৱালীয়ে আহি চুচুক-চামাককৈ থাকিব, এবাৰ সেমনা সেমেনিকৈ এজনীয়ে কব, "মামী প্ৰমীলাই বোলে ফটোখন চায়।" প্ৰমীলাই মুখতে ধৰিব, "ইস্! তাই নিজে মোক মাতি আনিছে, এতিয়া আকৌ মোৰ কথা কৈছে"। কুন্তী জেঠাই আহিল,—"হয়নে আই কিবা ফটোক নে কি এখন তুলিছ বোলে?" কুন্তী জেঠাই বহি থাকোঁতেই লিগিৰী মাহী আহিল, সুগন্ধী বুঢ়ী আহিল, অৱন্তী আহিল,—ফটোখন মাজতে লৈ মেলেই বহিল।

ইহাত সিহাতকৈ যেতিয়া ফটোখন সুগন্ধী বুঢ়ীৰ হাতত পৰিল, তেতিয়া তেওঁ প্ৰথমতে ওপৰে ওপৰে এবাৰ চালে। কিন্তু পিছ মুহূৰ্ততে ফটোখন মুখৰ ওচৰলৈ আনি তেওঁ ঘন ঘনকৈ চকু পিৰিকিয়াবলৈ ধৰিলে, তাৰ পিছত বটাটোৰ ওপৰতে ফটোখন থৈ তেওঁ "মই উঠোঁহে" বুলি কৈ একে কোবেই পদুলি মুখ পালেগৈ। নিজৰ ঘৰৰ ফালে কোবাকুবিকৈ খোঁজ লওঁতে ওৰে বাটটোৱে বুঢ়ীয়ে ভোৰভোৰাই গ'ল। পিছ চোতালত ভৰি দিয়েই বুঢ়ীয়ে চিঞৰ ধৰিলে,"জানেকী, অ' জানেকী।" জানেকীয়ে দীঘল মাৰি এডালৰ মূৰত খেৰ এমুঠি বান্ধি লৈ শোৱা কোঠালিটোৰ এলান্ধু জাৰিছিল; মাত লগালে—"কি?"

"চাঁও ওলাই আহচোন। তোৰ যে চমকা-চমক ফুলদিয়া চাদৰখন দেখিছিলোঁ কি হ'ল?"

জানেকীৰ হাত বৈ গল। আকৌ বা কি হ'ল? বুঢ়ীৰ মাতটো আৰু সোধাৰ ধৰণটো উলা-মুলা যেন লগা নাই। মাৰি ডাল বেৰতে আউজাই থৈ তাই ওলাই আহিল। গাতত সোমোৱা চকু জোৰেৰে টিপ্ টিপ্‌কৈ তাই বুঢ়ীৰ ফালে চালে, তাৰ পিছত সুধিলে, "কোনখন?"

"সেই যে মই বৰসবাহৰ দিনা লবলৈ কওঁতে তই নলওঁ বুলি কৈছিলি সেইখন।"

জানেকীয়ে প্ৰথমবাৰতে ভালকৈ বুজিছিল কোনখন চাদৰৰ কথা সুধিছে, এনেয়ে কথা বঢ়াবলৈহে চেষ্টা কৰিছিল। তাই ভিতৰলৈ সোমাবলৈ বুলি ঘূৰিল; লগে লগে লাহেকৈ কলে, "লীলা ককাইটিয়ে নিছে।"

"সেইয়া, মই দেখিয়েই চিনি পাইছোঁ নহয়।" বুঢ়ীয়ে মুখতে ধৰিলে। তাৰ পিছত এজাউৰি বকনি।—উষা এটা নিয়ে, চেৰেকী এটা নিয়ে, সৌ উৰলটো নিয়ে, দেখিবলৈ ভাল, এইবোৰ কাপোৰ কানিৰ লগত আকৌ কিহৰ লেনদেন! আৰু নিছ নে, কাক গা দেখুৱাবৰ মন গৈছে দেখুৱা, আকৌতো সময় বুজি দি যাবহি পাৰ।"

জানেকীয়ে মুখেৰে নেমাতিলে। তাই আকৌ কামত লাগিল। মাৰি ডালৰ আগৰ খেৰ মুঠি এলান্ধুৰে ছাটি ধৰিছিল, তাই হাতেৰে সেইবোৰ গুচোৱাত লাগিল। লীলাকান্তই চাদৰখন বিচাৰিলে, দিয়াত তাইৰ আপত্তি নাই; এতিয়া লীলাকান্তই চাদৰখন দিয়াহি নাই, তাইনো কি কৰিব। নিজেই বা আনিবলৈ যাব কিয়, কাৰোবাৰ আগত খবৰটোকেই বা দিব কিয়।

কিন্তু একো কৰিব লগীয়া নহল। সুগন্ধী বুঢ়ীয়ে কেইবাঘৰলৈকে শুনাকৈ বকিছিল; কোনোবাই বোধহয় লীলাকান্তক কথাটো কাণ চোৱালে; পিছ দিনা পুৱাবেলা লীলাকান্তৰ সম্বন্ধীয়া সৰু লৰা এটাই চাদৰখন লৈ আহিল। সুগন্ধী বুঢ়ী ঘৰত নাছিল, জানেকীয়ে চাদৰখন হাত পাতি ললে। তাই তেনেকৈয়ে বহুত পৰ বহি ৰল। বহুত কিবাকিবি ভাবিলে। এবাৰ দীঘলকৈ নিশাহ এৰি তাই থিয় হল। এনেয়ে চাদৰখন খুলিলে। ধুই জাপি থোৱা চাদৰ এবাৰ পিন্ধি, দুবাৰমান উঠাবহা কৰিলে যিমান ভাঁজ পৰে, সিমান ভাঁজ পৰিছে, সৰু সৰু মিহি। জানেকীৰ বুকুখনেও সৰুকৈ মোচোকা এটা খাব খুজিলে, পিছে তাই প্ৰশ্ৰয় নিদিলে। কিন্তু পিছ মুহূৰ্ত্ততে চাদৰখনৰ এথাইত চকু পাৰৰ লগে লগে তাই গম্ভীৰ হৈ পৰিল। অলপ সময় তাই সহজ ভাৱে উশাহ



লব নোৱাৰিলে। নিজকে তলসৰা পাততকৈও সৰু বুলি ভাবিবলৈ তাই অভ্যস্ত হৈ গৈছে; তথাপিও এক মুহূৰ্তৰ কাৰণে তাই নিজকে প্ৰবোধ দিব নোৱাৰিলে। চাদৰখনত এচমকা সেন্দুৰৰ দাগ;—দাগটোলৈ চাই তাইৰ এনেকুৱা লাগিল যেন ওচৰৰ মানুহে ঘৰত ভোজ পাতিছে; তাইক ভোজলৈ মতা নাই, অথচ খাই এৰা চুৱা-পাতবোৰ জেওৱা পাৰকৈ তাইহঁতৰ ঘৰৰ ফালে দলিয়াই পেলাইছে। ভিতৰলৈ সোমাই গৈ তাই বছী এডালৰ ওপৰত চাদৰখন পেলাই থৈ দিলে; নেজাপিলে।

জানেকীৰ বয়স হৈছে: একুৰি বাৰ বছৰ হৈ গৈছে। চৈধ্য-পোন্ধৰ বছৰ বয়সত যেতিয়া তাই লেং লেংকৈ ওখ হৈ গৈছিল তেতিয়া ভাবিছিল, গাৱঁৰ আন দহজনী ছোৱালীৰ নিচিনা কটিয়া—মটিয়া নহল, ভালেই হ'ল। এতিয়া ৰাতিপুৱা আবেলি নিজৰ গাৰ ছাঁটোকে তাইৰ তামোল গছৰ ছাঁ যেন লাগে। সোতৰ-ওঠৰ বছৰ বয়সত যেতিয়া তাইৰ গাত লোদৰ-পোদৰকৈ মঙহ নধৰিলে তেতিয়া ভাবিছিল, ভালেই হৈছে, তাই লাহী হব। এতিয়া নিজৰে হাতখন দেখিলে তাইৰ দ'তৰ হাত যেন লাগে। চুই চাবই নেলাগে, ছালৰ তলতে থকা হাতৰ ঠাৰিৰ হাড়ডাল এনেয়ে দেখি। ডাঙৰ ডাঙৰ গাঠিৰ আঙুলিবোৰ কঠুৱা হৈ গৈছে, ছালবোৰ কোঁচ খাবলৈ আৰম্ভ কৰিছেই। চকু গাঁতলৈ সোমাই গৈছে, গালৰ হাড় দুডাল ঝক্‌ঝককৈ জিলিকি পৰিছে, দিন যোৱাৰ লগে লগে মুখৰ আই দাগবোৰ আৰু গভীৰ আৰু পৰিষ্কাৰ হৈ পৰিছে। কোনোবা দিনা যে যৌবন আহিছিল, দেহাত তাৰ নিস্প্ৰাণ আৰু দুৰ্ব্বল সাক্ষী মাত্ৰহে আছে।

এইটো দেহা লৈ ৰঙা ফুল দিয়া পাৰিৰ চিন্কৰ চাদৰ পিন্ধাৰ বাঞ্ছা জানেকীৰ নাই, থাকিলেও নুশুৱায়। সেই কাৰণে লীলাকান্তই বিচাৰি আহোঁতে চাদৰখন দিবলৈ তাই সামান্য আপত্তিও কৰা নাছিল, ওভোতাই নিদিওঁতেও মনে মনে আছিল। আৰু নিদিয়া হলেও ভাল আছিল। কিন্তু যদি ওভোতাই দিলেই; তেনেহলে মাজতে আকৌ আঙঠা এডাল সুমুৱাই দি পঠিয়ালে কিয়? লীলাকান্ত নিজেও তো আহিব পাৰিলেহেঁতেন! তাইতো লীলাকান্তক একো আমনি নকৰিলেহেঁতেন! হয়তো কেৱল ধেমালি কৰি সুধিলেহেঁতেন, "ককাইটি নবৌক এইখন চাদৰ লওঁতে কেনেকুৱা দেখিছিলি?"

লীলাকান্ত নিজে নাহিল। বোধহয় আহিবলৈ তাৰ সাহ নহল। ইয়াৰ বাহিৰে জানেকীয়ে আৰু একো উত্তৰ বিচাৰি নেপালে। সাহ নোহোৱাটোৱেই সচাঁ। অকল লীলাকান্তৰেই নহয়, জানেকীৰ ওচৰলৈ অহা কোনো এটাৰে সাহ নাছিল।

মনোমোহন, বৃদ্ধ, তপোধৰ,—ইহঁত এটাৰো সাহ নাছিল।

সাহ থকা হলে মনোমোহনে প্ৰথম দিনাই তাইক পৰিষ্কাৰকৈ কব পাৰিলে-হেঁতেন, "তোমাক মোৰ ভাল লগা নাই, পিছে ভনীয়েৰাক···।"

সাতাইশ বছৰ বয়সীয়া জানেকী। একুৰি বছৰৰ বয়সৰ পৰা কেইবা ঘৰ মানুহে ঠাৰে-ঠিয়াঁৰে তাইক জনাই থৈ গৈছে,—কইনা হোৱাৰ চেহেৰা নাই! আছে তেইশ বছৰীয়া ভনীয়েক সাবিত্ৰীৰ। গাত মঙহ আছে, গালৰ হাড় ঢাক খাই আছে। কিন্তু আৰু কিমান দিন থাকিব, সেই বিষয়ে জানেকীৰ সন্দেহ হয়। আয়নাত নিজৰ মুখখন চাই ভনীয়েকলৈ চকু পৰিলে তাইৰ ভয়েই লাগে। বুঢ়ী মাক সুগন্ধীক তাই কেইবা দিনো কৈছে, "মই থকাৰ কাৰণেই যদি তই তাইক তেনেকৈ ঘৰতে বহুৱাই ৰাখিছ, তেনেহলে মই কৰবাত পানীয়ে দুনিয়ে পৰিহে মৰিমগৈ।"

সুগন্ধি বুঢ়ীয়ে বোধহয় দুজনীকৈ ছোৱালী বুঢ়ীজনীৰ টেটুত লগাই থৈ যোৱাৰ কাৰণে জানেকী-সাবিত্ৰীৰ মাক-বাপেকক মনে মনে গালি পাৰে আৰু আকাশ-পাতাল ভাবে। ভাবি থাকোঁতেই এদিন মনোমোহন ওলালহি। চৰকাৰী চিটাদাৰ। আই ওলোৱাৰ দিন পৰিলেই গাৱেঁ গাৱেঁ, ঘৰে-ঘৰে ফুৰিব লাগে; তাতেই খবৰ পায় কাৰ ঘৰত ছা-ছোৱালী আছে।

সুগন্ধী বুঢ়ীয়ে জানেকীক আগবঢ়াই দিলে। ইণ্টাৰভিউ দি দি বুকু ডাঠ হোৱা পুৰণি প্ৰাৰ্থীৰ দৰে জানেকীয়ে লাজ কৰিব লাগে কৰিলে, তলমুৰকৈ থাকিব লাগে থাকিল। সাবিত্ৰীয়ে তামোল চাল দিলে।

ইয়াৰ আগতে অহা আন দৰা-ঘৰীয়াই ছোৱালী পছন নোহোৱা খবৰটো দিবলৈ বৰ বেছি তিনিদিন লয়। মনোমোহনে কিন্তু তেনেকুৱা একো খবৰ নিদিলে। বৰং সি ঘনাই জানেকীহতঁৰ ঘৰলৈ আহিবলৈ ধৰিলে। মুখত হাঁহি, ধেমেলীয়া কথা-বতৰা। সুগন্ধী বুঢ়ীৰ লগত গুনগুনকৈ বিয়া বাবুৰ কথা পাতিলে।

অদ্ভুত গুনগুননি! সাতাইশ বছৰ বয়সত জানেকীয়ে যেন ভোমোৰাৰ



মাত শুনিলে। অদ্ভুত শব্দ। এতিয়াহে যেন তাই আৱিষ্কাৰ কৰিলে, ইমান দিনে তাই ব্যৱহাৰ কৰি অহা আয়নাখন ভাল নহয়। তাইৰ সচাঁকৈয়ে লাজ লাগিল। "যাচোন সাবিত্ৰী, তেখেতক হাতমুখ ধুবলৈ পানী ঘটি আৰু গামোছাখন তয়ে দি আহগৈ।"—বয়সৰ লগে লগে পোত খাই অহা লাজবোৰক এই মনোমোহন বোলা মানুহটোৱে খান্দি উলিয়ালেহি। মানুহটো আহিলে জানেকী আগলৈ যাব নোৱাৰে। সাবিত্ৰীক পঠিয়াই দিয়ে।

সাবিত্ৰী গ'ল, কিন্তু উভতি নাহিল। হঠাতে এদিন আবেলি পৰত আকৌ এটা অদ্ভুত শব্দ। সাবিত্ৰীয়ে আঁঠুৰ মাজত মূৰ সুমুৱাই উচুপি উচুপি কান্দিছে।

জানেকী ওচৰ চাপি গল।

কি হ'ল? কি···কি?

মুহূৰ্তৰ ভিতৰতে গোটেই গাওঁখন যেন ধুঁৱলি-কুঁৱলি হৈ নেদেখা হৈ গল। জানেকী স্তব্ধ হৈ ৰল। চোতা লত পৰি থকা তামোলৰ বাকলি এফালৰ ফালে একেথৰে চাই তাই কিমান সময় বহি ৰল, তাৰ হিচাপ নৰল। সন্ধিয়াৰ আগে আগে পদুলি মুখত বুঢ়ী মাকৰ গল হেঁকাৰনি শুনি তাইৰ গাটো লৰিল। সাবিত্ৰীৰ গাটোৰ ফালে এবাৰ চাই লৈ তাই কলে, "যি হৈছে হৈছে, এতিয়া আৰু কন্দা কটা নকৰিবি। মৰিলেও কাৰো আগত একো নুলিয়াবি।"

সাবিত্ৰীৰ কান্দোনটো অকণমান যেন বেছি হল। দীঘলকৈ উশাহটো টানি লৈ জানেকীয়ে কিছু সময় বন্ধ কৰি ৰাখিলে; তাৰ পিছত কলে, "উঠ উঠ, আই আহিছে। মই আছোঁ নহয়, কিবা এটা হব দে।"

জানেকীয়ে প্ৰথমতে ভাবিলে কেতেকী বুঢ়ীকে কথাটো কোৱা ভাল। এইবোৰ ঔষধ-পাতিৰ ব্যৱস্থাত বুঢ়ীৰেই হাত। কিন্তু···। গোটেই ৰাতিটো জানেকীৰ চকু মেল খাই থাকিল। অজস্ৰ কথা ভাবি ভাবি তাই ৰাতি পুৱাই দিলে।

তাৰ পিছত যিদিনা মনোমোহন আহিল, যেনেকৈ আছিল তেনেকৈয়ে জানেকী তাৰ ওচৰলৈ ওলাই গল। একো পাতনি নেমেলাকৈ পোনে পোনে তাই কলে, "আপুনি তাইক-নিয়াৰ ব্যৱস্থা কৰক, যিমানে দিন যাব, সিমানে লেঠা বাঢ়িহে যাব।"

বৰ ডাঙৰ অপাৰেশ্যনৰ কাৰণে সাজু হৈ থকা মনোমোহনক ডাক্তৰে যেন কেৱল এপালি মিঠা ঔষধ খুৱাই দিলে। কিছু সময়লৈ সি মুখ মেলিব নোৱাৰিলে। পিছত লাহেকৈ কলে, "চাওঁচোন বাবু···।"

"চাওঁচোন বাবু বুলিবলৈ কি আছে? বিয়াখন পাতিবলৈ সময়ো নাই, আমাৰ তেনেকৈ যোগাৰো নাই। শুনিছোঁ বোলে আপুনিও অকলশৰীয়া মানুহ। গতিকে···"

গতিকেই দুদিনমান পিছত নিশা এঘাৰ বজাৰ বেলত উঠিবলৈ মনোমোহনৰ লগত সাবিত্ৰী ওলাই গল। সুগন্ধী বুঢ়ীয়ে ইঘৰ-সিঘৰলৈ নুশুনাকৈ কান্দিলে। চিঞৰি-বাখৰি কান্দিকাটি নাতিনীহঁতক উলিয়াই দিয়াৰ হেপাঁহ এটা বুঢ়ীৰ আছিল, পূৰা নহল।

সাবিত্ৰী আৰু মনোমোহন পদুলি পাৰ হৈ যোৱাৰ লগে লগে জানেকীয়ে অনুভৱ কৰিলে, তাইৰ বুকুখন পুৰিছে। ভিতৰত দপদপকৈ একুৰা জুই জ্বলিছে। বহুদিনৰ পৰা পৰি থকা কাঠ-বাহঁ, সেইফালেই পচি জহি-খহি গ'লহেঁতেন, কিন্তু হঠাতে সেইবোৰত কোনোবাই জুই লগাই দিলে। সাবিত্ৰীৰ ওচৰ চপাৰ বাট তাই নিজেই মুকলি কৰি ৰখাৰ ব্যৱস্থা কৰিছিল, তথাপিও মনোমোহন চোৰটোৱে মুকলি বাটেদি নগৈ আহোঁতে যাওঁতে তাইক গছকি থৈ গল কিয়?

জানেকীৰ বুকুৰ পচা খৰিৰ জুই, বেছি পৰ নজলিল, সোনকালে ছাই হৈ গ'ল। দোকমোকালিৰ পিছত তাইৰ চকু দুটা পানীৰে উপচি পৰিল, গোটেই মুখখন তিতি গ'ল। বিচনাৰ পৰা উঠি তাই চাদৰৰ আগেৰে মুখখন মচি পেলালে। দ আইদাগবোৰ সেমেকি চলচলীয়া হৈয়েই থাকিল।

মাজে মাজে জানেকীয়ে ভাবে বৰ টান বেমাৰ এটা হৈ তাই মৰি গলেই ভাল হয়; কিন্তু পথাৰৰ মাজৰ শিমলু গছৰ নিচিনা জানেকীৰ যেন অফুৰন্ত আয়ুস। আৰু বেমাৰ হবলৈকতো গাটোত অলপ জেগা লাগে। তিনি-বছৰৰ ভিতৰত বোৱা হৈ যোৱা মানুহজনীৰ গাৰ শেষ মঙহখিনিও জহি খহি গল। মাজে মাজে তাই ভাবে, সাবিত্ৰী আৰু মনোমোহনে তাইৰ গাটো আজুৰি আজুৰি নাইকিয়া কৰিলে নে কি? গালখনত হাত দি খেপিয়াই খেপিয়াই তাই মাজে মাজে চায়। আয়নাৰ ওচৰলৈ বহুদিন যোৱা নাই, যাবলৈ এৰিলে। অৱশ্যে আয়না নোচোৱাকৈ তাই কেতিয়াবা পৰিস্কাৰকৈ নিজৰ



চেহেৰাটোৰ কথা গম পায়। ৰাস্তাই-ঘাটে মুখা-মুখি হোৱা বহুত মানুহৰ চকুমুখৰ চেহেৰাতে তাই নিজৰ চেহেৰাটো দেখে; ৰাস্তাৰ মানুহৰ চকু-মুখেই তাইৰ আয়নাৰ কাম কৰে।

সেই ত্ৰিশ বছৰীয়া জানেকীকে আকৌ, এদিন ভাওনাথলীৰ পৰা আধা ৰাতিতে উঠি অহা দেখি বুদ্ৰই লৰালৰিকৈ কাষ চাপি সুধিলে, "ঘৰলৈ যাব নেকি?"

"এৰা অ' যাওঁগৈ। টোপনি ধৰিছে।" জানেকীয়ে কলে।

"বল, ময়ো যাওঁ বুলিহে ওলাই আহিলোঁ।"

বাঁহতলীয়া বাটত মানুহ দুনুহ নাই। ভৰিৰ তলত শুকান পাত, অলপ অলপ নিয়ৰত সেমেকিছে, খৰ্‌মৰনিও নাই। বুদ্ৰই এবাৰ লাহেকৈ সুধিলে, "জেঠাই ভাওনালৈ অহা নাই?"

"নাই অহা, আইৰ গাটো ভাল নহয়।"

আৰু অলপ কাষ চাপি বুদ্ৰই সুধিলে, "জেঠাইৰ ছাগৈ এতিয়া টোপনিহে?"

বাটৰ আৰু অলপ কিনাৰেদি খোজ লৈ জানেকীয়ে কলে, "জানো, শুইছে ছাগৈ। এটা কথা নহয়, কণ্ঠীদেদাই বয়সীয়া মানুহ যদিও সহদেৱৰ ভাওত ভাল শুৱাইছে নহয়?"

"ওঁ, বৰ বেয়া দেখা হোৱা নাই। এটা কথা, মই বাৰু তোক একেবাৰে ঘৰলৈকে আগবঢ়াই দি আহোঁগৈ বল।"

বুদ্ৰ জানেকীৰ একেবাৰে কাষ চাপিছিল; ঠিক এনে সময়তে ভাওনা ঘৰত তেল ঢুকাই নুমাও-নুমাও হোৱা মেণ্ঠল লাইট এটা লৈ কেইটামান লৰা মালিক দোকানীক জগাবলৈ বুলি সেই ফালেদিয়েই আহিল। বুদ্ৰ সাউৎকৈ আঁতৰিল। বাটৰ একাষে জানেকী আৰু আন কাষেদি বুদ্ৰ আগবাঢ়িল।

পিছদিনা গধূলিৰ পিছত গাত এড়ীয়া কাপোৰ লৈ বুদ্ৰ জানেকীহঁতৰ ঘৰলৈ আহিল। জানেকীয়ে ভৰি দুখন মেলি বহি; মেখেলাখন আঠুৰ ওপৰলৈকে তুলি চাকিৰ শলিতা বটিছিল, লৰালৰিকৈ কাপোৰখন দীঘলাই ললে।

বুদ্ৰই কাপোৰৰ তলৰ পৰা শকত আৱত আধাপকা মালভোগ কল এআখি উলিয়ালে, "হোঁ, লচোন।"

"কল আখি কিয় আনিছ আকৌ ?" জানেকীয়ে সুধিলে।

"এ এনেয়ে আনিলোঁ। ঘৰত পৰিছিল এথোক।"

মুকলি মনেৰেই জানেকীয়ে কল আখি ললে। তাৰ পিছত সুধিলে, "আহিছিলে না কলৈ ?"

বুদ্ধই তাইৰ মুখলৈ চাই বৰ ৰহইছ লগা হাঁহি এটা মাৰিলে, তাৰ পাছত চেপা মাতেৰে কলে, "কলৈনো যাম ! তোৰ লগতে কথা দুআষাৰমান পাতোঁ বুলি আহিছোঁ।"

জানেকী অলপ সময় ঠৰ লাগি ৰল, তাৰ পিছত লাহে লাহে তাই কলে, "এটা কথা নহয় ককাইটি, যদি তোৰ কিবা কথা পাতিবলগীয়া আছে, আইৰ লগতে পাত। আৰু তোৰো পিতায়েৰ বৌৱেৰহঁতৰ লগতো পাত। তাৰ পিছত যি হয় হব ; এতিয়া এনেকৈ কথা বতৰা পাতি থাকিলে কি ভাল হব ?"

অৱশ্যে বুদ্ধই কাকো একো কবলগীয়া নহল। বাপেকৰ কাণত কথাতো এনেয়ে পৰিল। দুদিন মানৰ মূৰত জানেকীৰ কাণত পৰিল, বুদ্ধৰ নিচিনা ডেকা মানুহটোকো বাপেকে হেনো চুইহে কিলোৱা নাই। কথাষাৰ শুনাৰ বহুত পৰৰ পিছত জানেকীৰ অকলে-অকলে হাঁহি উঠিল।

তাৰ পিছত বহুত দিন গল। গাঁৱত কেইবাটাও মানুহো মৰিল, কেইজনী ছোৱালীৰো বিয়া হৈ গল। দুটামান টিনৰ ঘৰ উঠিল। গাঁৱৰ ৰাস্তাটো গৱৰমেণ্টে ললে, শিলগুটি পেলাই থোৱা বহুত দিন হল, এতিয়া এমুৰৰ পৰা পকা কৰি আনিছে। ৰাস্তাৰ কাষত চৌকা কৰি লৈ মানুহবোৰে ডাঙৰ-ডাঙৰ ড্ৰামত পিচ গলায় ; ক'লা ধোঁৱাৰে গোটেই অঞ্চলটো ধুৱঁলি কুঁৱলি হৈ পৰে। আহি আহি এদিন ষ্টীম ৰ'লাৰটো জানেকীহঁতৰ পদুলিমুখ পালেহি। বাঁহৰ খুটি কেইটামানৰ ওপৰত ত্ৰিপাল এখন দি কাম কৰা মানুহবোৰে এখন চালি সাজিলে। দিনটো চিএৰ বাখৰ কৰি গধুলি প্ৰায়বোৰ মানুহেই যায়গৈ ; কেইটামান মানুহ ত্ৰিপালৰ চালিৰ তলত শুই থাকে ; ষ্টীম ৰ'লাৰটোৰ ওপৰত এটা লেম গোটেই ৰাতি জ্বলি থাকে।

ৰাস্তাৰ কাম কৰা মানুহ তপোধৰে এদিন ককালৰ গামোচাখন খুলি লৈ ঘাম মচি মচি জানেকীহঁতৰ চোতাল পালেহি। সি এগিলাচ পানী খাব। পানী দিবলৈ আঁহোতে সি জানেকীক দেখিলে আৰু দুআষাৰ কথা পাতি বুজিলে ঘৰখনত বুঢ়ী এজনী আৰু জানেকীৰ বাহিৰে আন কোনো নেথাকে।



ৰাতি মুকলি আকাশৰ তলতে ৰন্ধা বঢ়া, খোৱা মেলা কৰি ৰাস্তাৰ কাম কৰা আৰু ষ্টীম ৰ'লাৰটোকে আদি কৰি বস্তু বেহানিবোৰ ৰখীয়া দিয়া মানুহ কেইটা ত্ৰিপালৰ চালিৰ তলত সোমালু। তপোধৰে গৰমত শুব নোৱাৰি এনেয়ে ৰাস্তাত ইফাল-সিফাল কৰি ফুৰিলে। জানেকীহঁতৰ ঘৰৰ চাকি নুমোৱা নাই, কাঁহি বাটিৰ খুটুং খাটং শব্দ হৈয়েই আছে। তপোধৰ এবাৰ সোমাই গ'ল। সি এখন তামোল খাব।

সুগন্ধী বুঢ়ীয়ে তামোল এখন দিয়াৰ উপৰিও বহুৱাই লৈ তপোধৰ ক'ৰ লৰা, কি কথা, দুআষাৰ-এষাৰ কথা সুধিলে। তপোধৰে বুঢ়ীক বুজালে, এইবোৰ ৰাস্তাৰ কাম কৰিবলৈ অহা মানেই মহা লেঠা। বিশেষকৈ খোৱা বোৱাৰ ঠিক নাই, শোৱাৰ ঠিক নাই। সুগন্ধী বুঢ়ীৰ দয়াৰেই উদ্ৰেক হল। কলে, "বাৰু, সময় বুজি চাহ তাহ এটোপা ইয়াতে খাই যাবা।"

কিন্তু সময় ক'তা ? আজিকালিৰ ভিতৰতে ষ্টীম ৰ'লাৰ জানেকীহঁতৰ পদুলিৰ পৰা তিনি চাৰি ফাৰ্লং আগুৱাই যায় যায়। ৰাস্তাত কাম কৰি থকাৰে পৰা তপোধৰে লক্ষ্য কৰিলে বাটেদি সুগন্ধী বুঢ়ীয়ে টুক্‌টুক্‌কৈ খোজ লৈছে। সি সাউৎকৈ মানুহৰ মাজৰ পৰা আঁতৰি আহিল। তাৰ পিছত একেবাৰে জানেকী হঁতৰ ঘৰ। চোতাল নহয়, একেবাৰে ঘৰৰ ভিতৰ। এটোপা চাহ। জানেকীয়ে হাঁহিলে। তাইৰ গালমুখ সোমোৱা ক'লা মুখখনৰ বৰ ৰহস্যময় হাঁহি। চাহৰ বাটিটো গামোচা খনেৰে ধৰি লৈ, প্ৰথম সোহাটো মাৰি উঠি তপোধৰে সুধিলে, "সৌখন বিচনাত হবলা তুমি শোৱা ?"

"তুমি ?" জানেকীয়ে নিজেকে চম্ভালি ললে, কলে, "থাকোঁ আৰু পৰি।"

"এইখনত ?"

"আই শোৱে।"

"মানুহ নাই, দুনুহ নাই, অকলে অকলে ভয় নেলাগেনে ?" তপোধৰে সুধিলে।

"নাই, কিহৰ ভয়।" জানেকীয়ে কলে।

"ৰাতি টোপনিত থকা নহয়, সেই কাৰণে ভয়ৰো গম নোপোৱা।"

"টোপনিনো কি, সাৰে থকানো কি ? ভয় নাই যেতিয়া নায়েই।" কথাষাৰ জানেকীয়ে যেন মনৰ বহুত তলিৰ পৰা খাম্দি খাম্দি উলিয়াই দিলে। কিন্তু তপোধৰৰ ওঁঠখনত এটা বিচিত্ৰ মৃদু হাঁহি ফুটি উঠিল, তাৰ চকু দুটা

তিৰ্‌বিৰকৈ জিলিকি উঠিল। সি লাহেকৈ কলে, "হয়নে কি? আজি ৰাতি বাৰু সাৰে থাকিবাচোন; ভয় আছে নে নাই চাম।"

তপোধৰ উঠিল। জানেকী নিস্তব্ধ হৈ বহি ৰল। "মনত থাকিব?" বুলি তপোধৰে আকৌ এবাৰ হাঁহিলে; তাৰ পিছত দুৱাৰখন চপৰাই দুৱাৰেদি ওলাই গল।

হঠাৎ আকৌ হল কি? জানেকীয়ে ভাবিলে। নিজৰ গাটোত হাত দি চালে, হাড়বোৰতো ঠিকেই আছে! কপালখনত হাত ফুৰালে; দুদাল এডালকৈ চুলি সৰি কপালখন বহুত বহল হৈ গৈছে। গালৰ হাড়? এইডাল দেখোন ঠিকেই আছে; তাই খেপিয়াই চাই যেন নিজকে কলে। তেনেহলে হঠাতে আকৌ…।

ৰাতি বিচনাখনত পাৰিয়েই জানেকীৰ গাটো চম্‌চমাই উঠিল। ভয়তো তাইৰ বহুত দিনেৰে পৰাই নাই। ৰাতি অকলে তাই ভাওনা ঘৰৰ পৰা আহিব পাৰে। তেনেহলে কিয় তাইক তপোধৰে ভয় খুৱালে? ভয় আছে নে কি? নিজৰ দেহাটোৰ ভিতৰলৈ নিজেই সোমাই গৈ জানেকীয়ে তন্নতন্নকৈ চাব খুজিলে। হঠাতে তাই অস্থিৰ হৈ উঠিল। বিচনাত তাই উঠি বহিল। আছে, এতিয়াও তাইৰ ভয়ৰ কাৰণ আছে। তাই উলাই কৰি আহিছে, অৱহেলা কৰি কৰি অভ্যস্ত হৈ গৈছে, কিন্তু আচলতে ভয়ৰ কাৰণ তাইৰ এতিয়াও আছে; এইমাত্ৰ যেন নিজেই তাৰ সম্ভেদ পাইছে। অলপ সময় বহি তাই কি কৰিব ভাবিলে। তাৰ পিচত সুগন্ধী বুঢ়ীৰ বিচনাৰ ওচৰলৈ উঠি আহিল।

বুঢ়ীয়ে চিলমিলিয়া টোপনিৰ পৰাই সুধিলে, "কোন অ'?"

"মই।"

"কি কৰিছ?"

"মই তোৰ লগত শুম।"

"কিয়?"

"এনেয়ে।"

"জানো কি কৰ তইহে জান।" বুঢ়ীয়ে বাগৰ এটা মাৰি জানেকীলৈ ঠাই এৰি দিলে।

গোটেই ৰাতিটোৰ ভিতৰত জানেকীৰ বিচনাখনৰ ওচৰৰ বেৰত ছবাৰ বৰ সৰু সৰুকৈ টুক্‌টুক্ শব্দ হৈছিল। বুঢ়ীৰে সাৰ পোৱা নাছিল, জানেকীয়ে



সাৰে থাকিও সাৰ পাবলৈ ভয় কৰিছিল। শেহৰ বাৰ টুক্‌টুকনি বন্ধ নহয়হে নহয়। জানেকীয়ে মাত লাগালে "আই, অ আই, উঠচোন বাহিৰত কিবা এটাই খৰ্‌মৰাই আছে।"

সুগন্ধী বুঢ়ীয়ে চাকিটো লৈ ঘৰটোৰ কেউকাষ চালে, একো নাই। বহুত দূৰত কেৱল ত্ৰিপালৰ চালিখনৰ তলত কাম কৰা মানুহ এটাই সাৰ পাই সুধিলে, "কোন অ'?"

তপোধৰে কলে, "মই বাহিৰলৈ গৈছিলোঁ।"

পিছদিনা সচাঁসচিকৈয়ে ষ্টীম ৰ'লাৰটো জানেকীহঁতৰ পদূলিৰ পৰা বহুদূৰ আগুৱাই গল। জানেকী কিন্তু কেইবা ৰাতিও আয়েকৰ লগতে শুলে।

ৰাস্তা পকা হৈ যোৱাৰ বহুত দিন পিছলৈকে বেৰৰ টুক্‌টুকনিটো জানেকীৰ কাণৰ পৰা যোৱা নাছিল; পিছত লাহে লাহে গলগৈ। কথাবোৰেই তাই লাহে লাহে পাহৰি গল। তাইৰ বয়স ত্ৰিশ বছৰ পাৰ হৈ গল, একত্ৰিশ বছৰ পাৰ হৈ গল, কিন্তু বত্ৰিশ বছৰত ভৰি দিয়াৰ লগে লগে এদিন লীলাকান্তই তাইক অবাক কৰি দিলে।

লীলাকান্ত গাওঁখনৰ ভিতৰত আটাইতকৈ গম্ভীৰ, গহীন প্ৰকৃতিৰ মানুহ। লৰা-ছোৱালী তাৰ কাষ চপা দূৰৰ কথা, সমনীয়া মানুহেও তাক জুখি-মাখি কথা কয়। কামৰ সময়ত কাম কৰে, বাটত ফুৰিলে তলমূৰকৈ ফুৰে, কোনোবাই বিয়াবাৰুৰ কথা উলিয়ালে সি আন কথা উলিয়ায়। মানুহে কয়, মাকজনী মৰাৰ পাছৰে পৰা সি কিবা ছেৰা-বলিয়াৰ নিচিনা হল। মাকৰ বৰ আই ওলাইছিল। সিয়েই একমাত্ৰ লৰা। মাকে যেতিয়া চকু নেমেলা হল, কথা নোকোৱা হল, তেতিয়া সি তামোল পানেৰে সৈতে শিধা এটা লৈ জৰা বাৰীৰ আই গোঁসানীৰ তাত চোৱাবলৈ গল। আয়ে কলে—এঘাৰটা গৰখীয়া লৰাক ৰঙা পাচলিৰে ভাত খুৱাবা, ৰঙা ফুলাম পাৰিৰ কাপোৰ এখন মাৰাক পিন্ধাবা। এয়া ফুল, পানীত তিয়াই সেই পানী গাত ছটিয়াই দিবা।"

কিন্তু ঘৰলৈ আহি লীলাকান্তই দেখিলে মাক চোতালত। বহুত পৰলৈ সি মুখেৰে মতাই নাছিল; কিন্তু তাৰ পিছতে হুক্‌হুক্‌কৈ যি কান্দোন আৰম্ভ কৰিলে, পিছদিনা দুপৰীয়ালৈকে সেই কান্দোন বন্ধ নহল।

সেই লীলাকান্তই অনৰ্গল কথা পাতিবলৈ আৰম্ভ কৰিলে জানেকীৰ

লগত। কেতিয়াবা গোটেই ৰাতিপুৱাটো, কেতিয়াবা গোটেই আবেলিটো, কেতিয়াবা গোটেই দিনটো। সুগন্ধী বুঢ়ীয়ে আজিকালি আৰু এইবোৰলৈ মন কাণ নকৰে। আনকি কেতিয়াবা যদি আহি দেখে জানেকী নাই, তেনেহলেও বৰ বেছি চিঞৰ বাখৰ নকৰে।

জানেকীহঁতৰ ঘৰৰ পিছফালে থকা প্ৰকাণ্ড শিলিখা এজোপা লীলাকান্তই কিনি লৈছিল; মানুহ লগাই কটালে, এতিয়া মিস্ত্ৰী লগাই তক্তা ফলাইছে। কাম চাবলৈ সি নিজে আহে, কিন্তু জানেকীহঁতৰ চোতালৰ পৰাই মিস্ত্ৰী কেইটা দেখি থাকে। গতিকেই সি চোতালত বেঞ্চি এখনতে বহে, আৰু অনৰ্গল কথা পাতে। জানেকীয়ে বিয়াই সবাহে ওলাই সোমাই নুফুৰে কিয়, কাৰো লগত কাজিয়া পেচাল কৰে নে নকৰে, মাক-বাপেকৰ চেহেৰা তাইৰ মনত আছেনে নাই, কেইবছৰ বয়সত তাইৰ আই ওলাইছিল—কত কথা তাৰ আদি-অন্ত নাই। জানেকীৰো যেন একত্ৰিশ বছৰে থুপ খাই থকা কথাবিলাক গোটেই ৰাতি কল্‌কলনি তুলি ডিঙিৰ ওচৰত থুপ খাই থাকেহি আৰু লীলাকান্তৰ আগত ওলাই যায়।

তক্তা ফলোৱা হৈ গল, কিন্তু লীলাকান্ত জানেকীহঁতৰ ঘৰলৈ আহিয়েই থাকিল। এদিন জানেকীয়ে হঠাতে সুধিলে, "ককাইটি তোৰ তো কাঠৰ কাম হৈ গ'ল, এতিয়াও তই সদায় আহ কিয় ?"

লীলাকান্তই তাইৰ মুখলৈ থৰ লাগি চাই থাকি পৰিষ্কাৰ মাতেৰে কলে, "তোক দেখি মোৰ বৰ ভাল লাগে।"

জানেকীয়েও তাৰ মুখলৈ চাই বল, কিন্তু তাইৰ এনেকুৱা লাগিল যেন তাই চিঞৰি দিব, 'ৰাইজসকল চোৱাহি চোৱাহি, এই মানুহটোৱে দিন দুপৰতে মোক মিছা কথা কৈছে।" কিন্তু তাই একো মাতিবই নোৱাৰিলে। এইবাৰ কথাৰ মাহাত্ম্য তাই গোটেই জীৱনটোত অনুভৱ কৰি নেপালে। কথাষাৰ তাই দুই কাণ ভৰাই শুনি ললে, বহুত পৰলৈ শুনি থাকিবলৈ ইচ্ছা কৰিলে। তাই তন্ময় হৈ গল। অলপ পৰৰ পিছত কলে, "হেৰি নহয়, মোক দেখি ভাল লাগিল বুলিয়েই যদি তই এনেকৈ আহিবলৈ লৱ, তেনেহলে মৰিবি নহয়। মোৰতো একো নহয় তই জানই, গাৱঁৰ মানুহে তোক শুদাই নেৰিব।"

লীলাকান্তই লাহেকৈ কলে, "কি কৰিবি !"

জানেকীৰ মানুহটোক কেঁচুৱা-কেঁচুৱা লাগিল। হাঁহি হাঁহি তাই কলে,



"এটা কাম কৰ, মোক চাবৰহে মন যায় হবলা তোৰ, ফটো এখনকে তুলি ল, চায়ো থাকিবি, মোৰ তালৈ অহা বদনামৰ পৰাও হাত সাৰিবি।"

পিছদিনা লীলাকান্ত গধূলিৰ পিছত আহিল। আহিয়েই জানেকীৰ হাতত কাগজেৰে মেৰিওৱা টোপোলা এটা দিলে। জানেকীয়ে খুলি চাই দেখে, ৰঙা ফুলাম পাৰিৰ চিন্কৰ চাদৰ এখন। "এইখন আকৌ কিয় আনিলি ?" তাই সুধিলে।

"তক্তা সোপা বেচি পইচা পালোঁ, মন গ'ল, কিনিলোঁ, ল।"

"মই এইখন কি কৰিম ?"

"ল ল' পিন্ধিবি, ফটো উঠিবি বুলিছিলি নহয়, সেইখনকে পিন্ধি উঠিবি।"

"এ নেলাগে বোপাই, আমাৰ এইবোৰেই ভাল। তয়ে নি থৈ দেগৈ।"

সুগন্ধী বুঢ়ী ওচৰেদি গৈছিল, ভেকাহি মাৰি কলে, "দিছে মৰম কৰি ল আকৌ; কি পেন্-পেন্ খন কৰি আছ !"

আকৌ জানেকীৰ কেইটামান টোপনি নহা ৰাতি। মনোমোহন, ৰুদ্ৰ তপোধৰে কন্দুৱাইছিল, তাইক ভয় খুৱাইছিল; কিন্তু নিজেই নিজকে এনেকৈ গোপনে উজাগৰে ৰাখি তাই বৰ আচৰিত হল।

কিন্তু সচাঁকৈয়ে তাই আচৰিত হল, যেতিয়া তাই দেখিলে লীলাকান্ত আৰু অহা নাই। সুগন্ধী বুঢ়ীয়ে এদিন গধূলি খবৰ আনিলে, গাৱঁৰ এজাক মানুহে হেঁচা মাৰি ধৰি লীলাকান্তৰ বিয়া পাতিবলৈ ৰাজী কৰাইছে। ছোৱালীও ঠিক হৈছে। নহলে হেনো তাৰ মতি-গতিয়ে আনফালে ঢাল লৈছে।

জানো ! মানুহৰ মতি-গতিৰ কথা তাইনো কিটো গম পায়। এজাক মানুহে হেঁচা মাৰি ধৰিলে !···এজাক মানুহে বিয়া কৰাবলৈ হেঁচা মাৰি ধৰাটো কেনেকুৱা বস্তু তাই অনুমান কৰিবও নোৱাৰে। তাই বৰ বেছি ভনে বিয়া কৰিবলৈ হেঁচা মাৰি নধৰিলে ৰাতি বেলত উঠি গুচি যাব পাৰি। এটা কথা তাই অৱশ্যে ধৰি ললে, এজাক মানুহে জোৰ কৰিলে বোধহয় আৰু আপত্তি কৰিব নোৱাৰি !

ঘৰৰ পৰাই তাই ঢোলৰ মাত শুনিলে। আবেলি পৰত লীলাকান্তই দিয়া চাদৰখন এবাৰ তাই মুকলি কৰি চালে। বুঢ়ীয়ে সুধিলে, "যাৱ নেকি বিয়ালৈ ?"

"নেযাওঁ।"

আকৌ বহুদিন বাগৰিল। জানেকী আৰু শুকাল। গাৰ বং আৰু ক'লা হৈ গল। মুখৰ বৰ আইৰ দাগবোৰ গভীৰ হৈ গ'ল। সম্পত্তিৰ ভিতৰত ছালৰ তলত হাড় কেইডাল আৰু জীৱটোক মাথোন তাই যত্নকৈ ৰাখিলে।

দিনবোৰ ঠিকেই গৈছিল, এদিন কেৱল ৰাতিপুৱাই লীলাকান্ত সিহঁতৰ চোতালত থিয় হ'লহি।

"ভালে আছ জানেকী?" সি সুধিলে।

লীলাকান্ত আগতে বহা বেঞ্চিখনৰ ঠেং এটা ভাগিল, জানেকীয়ে কাঠৰ চকী এখন আগবঢ়াই দি কলে, "আছোঁ, তই কলৈ আহিলি?" একেবাৰে সৰল-সহজ তাইৰ মাত।

"আহিলোঁ বস্তু এটা বিচাৰি। মই দিয়া চাদৰখন আছেনে?"

জানেকী বৰ ব্যস্ত হৈ পৰিল, কলে, "আছে, কিয়?"

"পাৰ যদি মোক দেচোন, দুদিনমানৰ পিছতে আকৌ দি যাম। বেয়া পাবি নে কি?"

ভাল পোৱা বেয়া পোৱা পিছ কথা; জানেকীয়ে লৰালৰিকৈ চাদৰখন উলিয়াই আনিলে, তাৰ হাতলৈ আগবঢ়াই দি কলে, "মই আগতে কৈছিলোঁ নহয়, পিছতে লাগিব, তয়ে থৈ দি গৈ, মোক এইবোৰ নেলাগে।"

লীলাকান্ত নিমাত হৈ ৰ'ল। জানেকীয়ে জোৰকৈ মুখলৈ হাঁহি এটা টানি আনি সুধিলে, "হঠাতেনো আকৌ চাদৰখন লগা হল কিয়? বিয়াত জানো কাপোৰকানি কিনা নাই?"

"বিয়াৰ কাৰণে সিদিনাহে কাপোৰ কিনিলোঁ; এইখন চাদৰ জানো তাৰ বহুদিনৰ আগতে কিনা নাই।" কথাষাৰ সুধি লীলাকান্তই স্থিৰ, শান্ত চাৱনিৰে জানেকীৰ চকুলৈ চাই ৰল। জানেকীয়ে একো বুজিব নোৱাৰিলে, কিন্তু তাই বৰ বিব্ৰত অনুভৱ কৰিলে। কথা পাতলাবলৈ তাই শুধিলে, "জানো কি কৰ বুজি নেপাওঁ দে। কচোন, চাদৰখন নি কি কৰিবি?"

"মই বিয়া কৰি অনা মানুহজনী আৰু মোৰ পছন্দৰ চাদৰখন একেলগ কৰোগৈ।" বৰ ঠাণ্ডা সুৰত কথাষাৰ কৈ লীলাকান্ত সাউৎকৈ উঠি গুচি গ'ল।

লিখা পঢ়া জনা মানুহ, কি কথাত কি মেৰপাক সুমুৱাই কয়, ধৰিবই নোৱাৰি।

কিন্তু আজি এই সৰু লৰাটোৱে চাদৰখন দি যোৱাৰ পিছত জানেকীয়ে



বহুত কথা ধৰিব পাৰিলে। মনোমোহন, ৰুদ্ৰ, তপোধৰহঁতে তাইক ভোগৰ জুইত সেকি মাৰিব খুজিছিল, লীলাকান্তই লঘোনে থকাৰ নিৰ্মম শাস্তিৰ কথা সোৱঁৰাই দিলে। মনোমোহনহঁতে তাইৰ ৰস শুহি খাবলৈ বিচাৰিছিল, লীলাকান্তই ৰস দিবলৈ আহি তাইৰ কামি হাড়কেইডালতো বিহ ঢালি দি গল।

বত্ৰিশ বছৰীয়া জানেকীক এইবোৰ একো নেলাগে। কোনেও তাইক বিয়া কৰাব বুলি কথা দিব নেলাগে, কোনেও তাইক মালভোগ কল এআখি দিব নেলাগে, তাইৰ বিচনাৰ ওচৰৰ বেৰত কোনেও টুকুটুকাব নেলাগে, আৰু—আৰু তাইক—

জানেকী বৰ অস্থিৰ হৈ উঠিল।

—আৰু তাইক ৰঙা ফুলাম পাৰিৰ চাদৰো নেলাগে।

চাদৰখন সৰুকৈ জাপি লৈ জানেকী লীলাকান্তহঁতৰ ঘৰলৈ ওলাল। লীলাকান্তই নতুনকৈ বিয়া কৰাই অনা ঘৈণীয়েক এজনী আছে, তালৈ যেন তাই ভ্ৰূক্ষেপেই নকৰিলে। একেবাৰে চোতালত থিয় হৈ সহজ মাতেৰে তাই মাত লগালে, "ককাইটি ঘৰত আছনে?"

লীলাকান্তই কিন্তু বৰ ভয় খালে। "অ' জানেকী, আহ, সোমাই আহ, বহচোন।"

জানেকীয়ে হঠাতে কি কৈ পেলায় ঠিক নাই; সেই কাৰণে সি এবাৰ এটাই কেইটা কোঠালি ঘূৰি চন্দ্ৰিকা ক'ত আছে চাই আহিল। নাই, চন্দ্ৰিকা বোধহয় ঘাটলৈ গ'ল।

চন্দ্ৰিকা ঘাটলৈ যোৱা নাই, য'ত জানেকী বহিল, তাৰ ওচৰত বেৰখনৰ বাহিৰ ফালেই তাই পিৰালি মচি আছিল।

"মই তোক চাদৰখন দি যাবলৈ আহিলোঁ।" জানেকীয়ে পোনে পোনে কলে।

বাহিৰত চন্দ্ৰিকাই পিৰালি মচা বন্ধ কৰি উৎকৰ্ণ হৈ ৰল।

"কিয়?" লীলাকান্তই সুধিলে।

"কিয় আকৌ! তোৰ বস্তু তয়ে ৰাখ। মই এইখন ৰাখিব নোৱাৰিম। হোঁ।" ওচৰতে জানেকীয়ে চাদৰখন থলে।

"তইনো এইবিলাক কি কৈছ? হেপাঁহেৰে মই চাদৰখন কিনিলোঁ, মৰম কৰি তোক দিলোঁ, গাত মন গলে লবি, নহলে সুমুৱাই থবি। ৰাখিওনো থব নোৱাৰনে?"

লীলাকান্তৰ মাতটো বৰ কোমল হৈ পৰিল।

"এ নেলাগে দে, মৰমৰ মানুহজনী থাকিব ইয়াত, তোৰ হেঁপাহৰ চাদৰখন থাকিব মোৰ বাকচত পৰি, এইবোৰ থানবান হৈ থকা কথা বেয়া, এটাইবোৰ থুপ খুৱাই লব লাগে। বুইছ ? মই যাওঁ দে।" জানেকী এক মুহূৰ্তও নৰ'ল, ওলাই গুচি গ'ল। বহুত পৰ এনেয়ে বহি থাকি লীলাকান্তও বাটৰ ফালে ওলাই গ'ল।

চন্দ্ৰিকাৰ পিয়ালি মচা নহল। চৰিয়া সোপা তাতে এৰি তাই উঠি আহিল। যত জানেকী বহিছিল, সেইখিনিত তাই অকণমান সময় থিয় হৈ ৰ'ল। পৰি থকা চাদৰখন দেখি তাইৰ বুকুখন যেন কেঁচ খাই গ'ল। কোবাকুবিকৈ ওলাই আহি তাই লীলাকান্তক বিচাৰিলে। পদূলিলৈকে ওলাই গ'ল। লীলাকান্ত নাই। অকলশৰীয়া ঘৰটোত অস্থিৰভাৱে ইকালে সিফালে ঘূৰি তাই ভাগৰি পৰিল। বহুত সময় এঠাইত তাই মনে মনে বহি ৰল। তাৰ পিছত ভাত বাঢ়িবলৈ বুলি পাগঘৰত সোমাল।

নাই। চৰু কেইটা ধুই লওঁতেই তাইৰ অসহ্য লাগিল। তলৰ ওঁঠখন কামোৰ মাৰি ধৰি তাই এক মুহূৰ্ত ভাবিলে। তাৰ পিছত ওলাই আহিল। টিনৰ চুটকেচটোৰ ভিতৰত থকা "ব্ৰহ্মাণ্ডৰ লীলা" নামক হাতেলিখা নাটকখনৰ মাজৰ পৰা তাই ফটোখন উলিয়ালে। ফটোখনত নিজক দেখি তাই শিয়ঁৰি উঠিল। চাদৰখনৰ ফুলাম পাৰিটোলৈ তাই চাব নোৱাৰিলে। ভৰিৰ পৰা আৰম্ভ কৰি, কঁকাল আৰু বুকুৰ ওপৰেদি এডাল ফুটুকা ফুটুকী গাৰ প্ৰকাণ্ড সাপে যেন তাইক ডিঙিলৈকে মেৰিয়াই ধৰিছে। বুকুখনত সাপদালৰ গাটোৱে দুবাৰ ঢৌ খেলাইছে। ওঁঠখন সামান্য ৰকমে দেঁকা হৈছে, কিন্তু তাই ডিঙি খুলি চিঞৰিবও পৰা নাই। ফটোৰ মানুহজনীয়ে পাৰক নোৱাৰক চন্দ্ৰিকা আচল মানুহজনীৰ চিঞৰি দিবৰ মন গ'ল।

পাগঘৰত চৰু ধুই অহা হাতখন ছাইৰে ক'লা হৈ আছিল ; চন্দ্ৰিকাই হাতখন ফটোখনত তাইৰ নিজৰ ওপৰেদি জোৰেৰে ঘঁহাই লৈ গল। চৰুছাইৰ তলত অকল সাপটোৱেই নহয়, গোটেই মানুহজনীয়েই মনিব নোৱাৰা হৈ গল। ফটোখন তাতে পেলাই থৈ তাই আঁতৰি আহিল ; গাতে গা লগাই বহি থকা লীলাকান্তৰ সহজ-সৰল মুখখনতো ছাই লাগিল নেকি, তাকো নেচালে।

## জয় পৰাজয়

### নিৰুপমা বৰগোহাঞি

এই বেলি গৰমৰ বন্ধত ঘৰলৈ আহোঁতে ভনী চাৰুৱে উৎফুল্ল মুখেৰে সংবাদ দিলে যে সুশীলাৰ মকৰ্দ্দমাত জয় হ'ল।

শুনি ভাল লাগিল। বেচেৰী মানুহজনীয়ে এই দুটা বছৰে ইমান ধন ভাঙি চলোৱা মকৰ্দ্দমাটোত হৰা হলে বৰ বেয়া লাগিল হেঁতেন। কিন্তু যোৱা পূজাৰ বন্ধত যে শুনি গৈছিলোঁ টকা পইচা আৰু কোনো মতেই যোগাৰ কৰিব নোৱাৰে সুশীলাই, মকৰ্দ্দমাটো উঠাই লোৱাৰ বাহিৰে আৰু কোনো উপায় নাথাকিব তাইৰ, সেইটো তেন্তে সঁচা নাছিল নেকি ? আচলতে আমি সুশীলাক যিমান দুখীয়া বুলি ভাবোঁ সিমান দুখীয়া নহয় নেকি তাই ? আচৰিত হওঁ। সেইবাবে চাৰুক অৱশেষত সুধিয়েই পেলালোঁ : "মকৰ্দ্দমাটো শেষলৈ চলাবলৈ তাইনো ক'ৰ পৰা টকা পালে ?"

মোৰ প্ৰশ্নত চাৰুৱে অলপ মুখ টিপি হাঁহিলে, তাৰ পিছত কৈ গ'ল এটা সৰু কাহিনী। আৰু মই স্তম্ভিত হৈ কিছু পৰ মনে মনে বহি ৰলোঁ। অলপ আগতে চাৰুৱে কৈছিল, সুশীলাৰ হেনো জয় হ'ল। জয় ? কাক বোলে ? শব্দবোৰ যে কেতিয়াবা ইমান অৰ্থহীন হব পাৰে।

চকুৰ আগতে ভাঁহি উঠিল সুশীলাৰ সুন্দৰ চেহেৰাটো। এফালৰ পৰা মনলৈ আহিল তাইৰ ঘটনাটো—তাইৰ ভাগ্যৰ পৰিহাস খিনিৰে।

আমাৰ দেউতা গাৱঁৰ মৌজাদাৰ। আমাৰ অৱস্থা আমাৰ গাৱঁখনৰ মানুহবোৰৰ তুলনাত বেছ ভালেই। তাৰ উপৰিও প্ৰায় দহ বাৰ পুৰা মাটিৰ ধান পাওঁ আমি। আমি ভাই-ভনী সাতোটি। ডাঙৰ ককায়ে সৰুৰে পৰাই টাউনত থাকি পঢ়ে। দ্বিতীয়া জনী ছোৱালী—মই, গাঁৱৰ হাইস্কুলৰ পৰা মেট্ৰিক পাছ কৰিলোঁ।—ভালকৈয়ে পাছ কৰিলোঁ। নহলেনো সহজে আমাৰ দৰে গাৱঁৰ ছোৱালীক চহৰৰ হোষ্টেলত ৰাখি পঢ়ুৱায়নে—ধনবিত যিমানেই নাথাকক লাগে। যি হওক বৰ্তমান মই চেকেণ্ড ইয়েৰৰ ছাত্ৰী।

মই কলেজলৈ যোৱাৰ আগে আগে সুশীলাৰ আমাৰ ঘৰৰ লগত সম্বন্ধ

হৈছিল। সম্বন্ধ মানে—দুখীয়া বাঁৰী তিৰোতা জনীয়ে আমাৰ মাটিত ভুঁই ৰুই দিয়াৰ বন্দৰস্তত আমাৰ লগত চিনা পৰিচয় হৈছিল।

তেনে ভুঁই ৰোৱা তিৰোতা আমাৰ আগতেও আছিল, বৰ্তমানেও আছে। কোনো দিন সিহঁতৰ প্ৰতি আমি বিশেষ মনোযোগ নিদিছিলোঁ। কিন্তু সুশীলাৰ ক্ষেত্ৰত তাৰ ব্যতিক্ৰম ঘটিল। তাইৰ গাৰ বৰণটো ইমান সুন্দৰ আছিল যে তাইৰ ওপৰত চকু পৰিবই। বয়সো বেছি নহয়। ইমান সুন্দৰী ছোৱালীৰ ভাগ্যত নো এনে নিকৰুণ বৈধব্য থাকিব পাৰেনে? অলপ সহানুভূতিত, অলপ কৌতূহলত তাইক মই মোৰ ওচৰলৈ মাতি আনিলোঁ। খুব সলজ্জ, বিনয়-নম্ৰ ভংগীৰে তাই আহি মোৰ ওচৰতে থিয় হ'ল।

"তোমাৰ নাম সুশীলা?"

তাই মূৰ দুপিয়ালে মাথোঁ।

"তোমাৰ ঘৰত কোন কোন আছে?" মই সুধিবৰ আন কথা বিচাৰি নেপাই তাকেই সুধিলোঁ প্ৰথমে।

"মোৰ দুটা লৰা-ছোৱালী দিয়ক। বুঢ়ী শাহুজনীৰ লগতে থাকোঁ। আৰু কোনো নাই।"

"তোমালোকৰ ভৰণ পোষণ কোনে কৰে?"

মোৰ মাতত বোধ হয় সহানুভূতিৰ সুৰ ফুটি উঠিছিল। তাই হয়তো উৎসাহিত হ'ল। মোৰ ওচৰতে বহি লৈ বিশেষ আৰু লাজ নকৰাকৈ তাইৰ দুখৰ জীৱনটো বৰ্ণাই গল। গিৰিয়েক ঢুকাবৰ হেনো দুবছৰ হ'ল। ভৰ ডেকা বয়সতে গ'ল মানুহজন। দুখীয়া মানুহ, নিজৰ ভাই ককায়ো আৰু কোনো নাই, চিকিৎসাকেই বা ভালকৈ কোনে কৰে? সংসাৰত থকাৰ ভিতৰত মাকজনীয়ে আছিল। তাই ল'ৰা ছোৱালী দুটা লৈ মাকৰ ঘৰলৈ যোৱাৰ কথাই ভাবিছিল এবাৰ;···কিন্তু শোক-তাপত জৰ্জৰিতা বুঢ়ী শাহুৱেককনো কাৰ ওচৰত গতাই যায়? আৰু শাহুৱেক তাইৰ আন বহুতো শাহুৱেকৰ দৰে নহয়—তাইক বিয়া কৰাই অনাৰে দিন ধৰি বুঢ়ীয়ে তাইক নিজৰ জীৰ দৰে মৰম কৰি আহিছে। তেনে মাতৃতুল্যা শাহুক এৰি যাব পাৰিবনে? আৰু তেনে কৰিলে মৰগত পুতেকে জানো দুখ নাপাব?

মৃত গিৰিয়েকক তেনে দৰে উল্লেখ কৰা দেখি মই মানুহজনীৰ প্ৰতি এটা ভাল ধাৰণাই কৰি পেলালোঁ তৎক্ষণাতে। তাইৰ প্ৰতি জাগৰিত হোৱা



কৌতূহল আছিল সাধাৰণ, কিন্তু এতিয়া মই সঁচায়ে অলপ বেছি আকৃষ্ট হলোঁ।

"তুমি গিৰিয়েকক খুব ভক্তি কৰিছিলা নেকি?" ভালপোৱা কথাটোতকৈ ভক্তি কথাটোৱেই গাৱঁলীয়া তিৰোতাৰ ক্ষেত্ৰত বেছি খাটিব বুলি ভাবি মই প্ৰশ্ন কৰিলোঁ।

উত্তৰটো যে ইমান গভীৰ ধৰণৰ হব ভবাই নাছিলোঁ। সুশীলাই সিদিনা কিন্তু মোক মৌখিক উত্তৰ একো দিয়া নাছিল। মোৰ প্ৰশ্ন শুনি মাথোঁ হঠাৎ তাইৰ দুগালেদি চকুলো বাগৰি আহিছিল। মই বৰ অপ্ৰস্তুত হৈ পৰিছিলোঁ। কি কৰিম, কি নকৰিম এনে ভাবত কিছু পৰ থাকি মই লাহেকৈ এইবাৰ সুধিলোঁ—"তোমাৰ ল'ৰা ছোৱালী দুটি কিমান ডাঙৰ হৈছে?"

চকু পানী মচি সুশীলাই উত্তৰ দিলে,—ডাঙৰটোৰ চাৰি বছৰ, সৰুটোৰ আঢৈ বছৰ এইবাৰ। এনেকৈ লোকৰ ঘৰত ভুঁই ৰুই, ধান বানি, জাল গুঠি, এড়ী কাপোৰ বই ঘৰখনে পোহপাল দি আছোঁ। আয়ে যেনিবা ল'ৰা-ছোৱালী দুটাকে আগুৰি থাকে, সেয়ে মোৰ প্ৰধান সহায়।"

"কেলেই, তোমালোকৰ জানো নিজৰ অলপো মাটিবাৰী নাই?"

এটা দীঘল হুমুনিয়াহ এৰিলে সুশীলাই।—"মাটি অলপ আছিল মাই, কিন্তু খেতি কৰোঁতা মানুহতো নাই, সেয়ে লোককে মাটিখিনি আধি দিছোঁ। ধান অলপ পাওঁ, তাৰে গোটেই বছৰটো খাবলৈ নোজোৰে।"

ইয়াৰ পিছত মই আৰু সুধিবৰ একো কথা বিচাৰি নাপাওঁ। সুশীলাক এটা সস্তীয়া সান্ত্বনাৰ বাণী শুনাওঁ—'ভগবানে লৰা-ছোৱালী দুটাক ভালে কুশলে ৰাখক। এদিন সিহঁতে তোমাৰ দুখ মোচন কৰিব।'

"তাকেই আশীৰ্বাদ কৰক আই। ঈশ্বৰে যেন সিহঁত দুটাক ভালে ৰাখে। পোনা দুটাৰ মুখ চায়েই মই তেওঁ এৰি যোৱাৰ দুখ সহি জীয়াই আছোঁ। মোক আৰু আন ধন-দৌলত সুখ সম্ভোগ একো নালাগে। সিহঁত ভালে থাকিলেই হ'ল।"

এইজনী সুশীলাৰ যেতিয়া এনে এটা বিপদৰ কথা শুনিলোঁ, মনত আন্তৰিক দুখ এটা অনুভৱ কৰিলোঁ। বিপদ মানে ডাঙৰেই বিপদ। সুশীলা এটা মকৰ্দমাৰ জালত সোমাই পৰিছে।

মই সেইবাৰ বন্ধত ঘৰলৈ আহিছিলোঁ। ঘৰুৱা ইটোসিটো খবৰ বাতৰি

লোৱাৰ পিছত মই সুশীলাৰ খবৰ সুধিলোঁ। আজি কালি ঘৰলৈ আহিলে মই মানুহজনীৰ খবৰ লওঁৱেই। এনেকি তাইক নিজে লগ পোৱা সময়লৈকো বাট নেচাওঁ। তপতে তপতেই তাইৰ খবৰ লওঁ। ভালকৈয়ে আকৃষ্ট হৈছিলোঁ মই সুশীলাৰ প্ৰতি।

মোৰ প্ৰশ্নৰ উত্তৰত মায়ে দেখোন এটা সৰুকৈ হুমুনিয়াহ এৰিলে। তাৰ পিছত কলে,—"দুখীয়াৰনো কেতিয়াবা ভাল খবৰ থাকেনে? ইমান ভাল মানুহজনী বেচেৰী। সাতেও নাই পাচেও নাই, ল'ৰা-ছোৱালী দুটিক বুকুত বান্ধি অ'ত ত'ত কাম কৰি খাই আছিল। এতিয়ানো ঈশ্বৰে এই সাংঘাতিক মকৰ্দমাটোৰ পাকত পেলাই দিব পায়নে?"

"কি মকৰ্দমা লাগিল সুশীলাৰ?" মই উদ্‌গ্ৰীৱ হৈ প্ৰশ্ন কৰোঁ।

"কিনো কম মাই, এনে জনী মানুহৰ যে শত্ৰু থাকিব পাৰে ভবাই নাছিলোঁ। মাজতে সুশীলা বহুত দিন নহা হ'ল। ভাবিলোঁ,—হয় লৰা-ছোৱালী হালৰ কিবা অসুখ বিসুখ, নহলেবা তাইৰে কিবা এটা হৈছে। ইফালে আকৌ বুঢ়ী শাহুৱেক জনীও আছে নহয়। সে বুঢ়ীৰে কিবা হ'ল? খবৰ লোৱাওঁ লোৱাওঁ বুলিও আৰু নহ'ল। তাৰ পিছত দেখিলোঁ এদিন তাই নিজেই কেঁকাই গেঁঠাই আহি ওলাইছে। কি হ'ল—বোলে গাৱঁৰে হৰেকৃষ্ণই মাৰিলে। ইমান মাৰিলে যে বিনত বিছনাৰ পৰা উঠিবই পৰা নাছিল ইমান দিনে। শুনি বিমান বেয়া লাগিল, আচৰিতো হলোঁ সিমান। কথা নাই, বাৰ্তা নাই, মানুহটোৱে নো কিয় মাৰিবলৈ গ'ল? সুশীলাই আন কথা আৰু বিশেষ নকলে, মাথোঁ কলে—মানুহজনে হেনো তাইক নানা বেয়া গালাগালি দি আছিল। এদিন আৰু সুশীলায়ো সহ্য কৰিব নোৱাৰিলে, ওলোটাই গালি পাৰি দিলে। তেতিয়াই হেনো হৰেকৃষ্ণই তাইক তেনেকৈ অত্যাচাৰ কৰিলে।"

"কিন্তু মকৰ্দমা? মকৰ্দমা কেনেকৈ লাগিল?" থামি যোৱা মাক মই ব্যাকুল ভাবে প্ৰশ্ন কৰিলোঁ। সুশীলাৰ এই খবৰ বোৰৰ আঘাত মোৰ অলপ বেছিকৈয়ে লাগিছিল।

"অ' মকৰ্দমাটো? সেইটো তায়েই লগালে। টাউনলৈ গৈ হৰেকৃষ্ণৰ বিৰুদ্ধে কেছ দি আহিলগৈ। তাৰ পিছৰ পৰা দিন পৰি আছে তায়ো গৈ আছে। মহা জুলুম হৈছে এতিয়া মানুহজনীৰ। টকা পইচাৰ শ্ৰাদ্ধ। ইফালে আদালত কৰি তিৰোতা মানুহৰ মান-সম্ভ্ৰম কিবা থাকেনে? মোৰ আগত



কৈ কৈ কান্দি মৰে তাই। শুনি যোৱাৰ বাহিৰে মইনো বাৰু কি কৰিব পাৰোঁ। মাজে সময়ে দুই-চাৰিটা টকা দি সহায় কৰোঁ। কিন্তু মকৰ্দমাৰ খৰচ হ'ল হাতী পোহাৰ খৰচ। মোৰ এই দুই-এটকাৰেনো কি হব? কৈছোঁ নহয়, মানুহজনীৰ বিলৈ বিপত্তিৰ শেষ নোহোৱা হৈছে। মকৰ্দমা চপাই গালে শনিহে চপাই লৈছে।"

"সুশীলাইনো তেন্তে আগ-পাছ নুগুনি কেলৈ মকৰ্দমাটো লগাবলৈ গ'ল। তাইৰ দৰে সহায় সম্বলহীনা বিধৱা এজনীয়েনো মতা মানুহ এটাৰ লগত সমানে যুজিব পাৰিবনে?"

"ময়ো তাকেই কৈছিলোঁ তাইক। তাই তেতিয়া কান্দি কান্দি কলে—গাৱঁৰ মানুহৰ প্ৰৰোচনাত পৰিহে তাই সেই কামটো কৰিলে। এতিয়াহে নিজৰ ভুল বুজিব পাৰি অনুতাপ কৰি মৰিছে। আৰু তাই বোলে ভাবিবই পৰা নাছিল মকৰ্দমা এটা কৰিলে ইমান খৰচ হয় আৰু এনেকৈ দিন পৰি থাকে। খৰচো কি খৰচ! ডাক্তৰৰ চাৰ্টিফিকেট খনতেই বোলে অকল পাঁচ কুৰি টকা পৰিছে!"

"এশ টকা?" মই অবাক হৈ যাওঁ। "আমাৰ চৰ্কাৰী ডাক্তৰ জন নহয় জানো?"

"ওঁ, আমাৰ ইয়াৰ বিপিন ডাক্তৰেই হয়।"

মই স্তম্ভিত হৈ যাওঁ। চৰকাৰী ডাক্তৰ যেতিয়া আঘাতবোৰ লেখি চাৰ্টিফিকেটখন বিনা পইচাতহে দিব লাগে বোধ হয়। কি অদ্ভুত অৰ্থ-পিশাচ এই ডাক্তৰ জন। মই এটা নিৰুপায় ক্ৰোধত ভিতৰি ভিতৰি জ্বলি পুৰি মৰোঁ।

"বাৰু মা, সুশীলাই ইমানবোৰ টকা পইচা ক'ত পালে?"

"ক'ত পাব আৰু মকৰ্দমা লাগিলে দুখীয়া গাৱঁলীয়া মানুহৰ যি অৱস্থা হয়, তাইৰো সেয়ে হৈছে। গৰু গাই বেচা, মাটি বন্ধকত থোৱা, হাতৰ কাণৰ কিবা থাকিলে বিক্ৰী কৰা আৰু বন্ধকত থোৱা, একোৱেই বাদ পৰা নাই।"

ইয়াৰ পিছত মই একেবাৰে স্তব্ধ হৈ যাওঁ। সুশীলাৰ খবৰ লবলৈ গৈ এনে এটা খবৰেই পালোঁ, যি মোৰ আৰু বহুতো খবৰ জানিবলৈ বিচৰা আগ্ৰহশীল মনটোৰ সকলো কৌতূহল একেবাৰে মষিমূৰ কৰি পেলালে।

কিন্তু এবাৰ সুশীলা জনীক হে লগ পাবলৈ মন গৈছিল। মাক মই কলোঁ—"সুশীলাক এবাৰ মাতি পঠাবিচোন মা।"

"পাঠিয়াম বাবু। পিছে তই অহা বুলি জানিলে তাই নিজেও আহিব।"

মোৰ আগ্ৰহত সেই দিনাই সুশীলাক মাতি পঠোৱা হ'ল আৰু প্ৰায় লগে লগেই তাই আহিল।

"আহা সুশীলা, বহা।" আমাৰ ঘৰৰে সমুখৰ ভিতৰ বাৰাণ্ডাত পীৰা এখন পাৰি তাইক বহিবলৈ দিলোঁ, আৰু নিজেও ওচৰতে আন এখন পীৰা লৈ বহিলোঁ।

অন্য বাৰ বঞ্চত ঘৰলৈ অহাত মোক ধুনীয়া মুখখনৰ ধুনীয়া হাঁহিটোৰে অভ্যৰ্থনা কৰিছিল সুশীলাই। কিন্তু এইবাৰ মোক দেখা পোৱাৰ লগে লগে হুকহুকাই কান্দি উঠিল তাই।

যি হওক, সুশীলাৰ প্ৰথম আবেগৰ বেগটো শাম কটাৰ পিছত তাইৰ মকৰ্দমা সংক্ৰান্ত ঘটনাটো আকৌ এবাৰ প্ৰথমৰ পৰা শেষলৈ শুনিব লগীয়া হ'ল। অৱশ্যে কোৱা বাহুল্য এইবাৰ সকলো শুনিলোঁ পুংখানুপুংখভাৱে আৰু কৰুণ আকাৰেৰে। লগতে হৰেকৃষ্ণই তাইক বেয়া গালি শপনি পৰা মানেনো কি সেই বিষয়ে ভালকৈ গম পালোঁ। অৱশ্যে প্ৰায় এনে এটা অনুমান মই আগতেও কৰিছিলোঁ—মাক যে সুশীলাই এই বিষয়ে বিশেষ ভাঙি পাতি কোৱা নাছিল, তাৰ পৰাই এনে অনুমান কৰিছিলোঁ। হৰেকৃষ্ণ বোলা মানুহজনৰ বহুত দিনৰ পৰাই সুশীলাৰ ওপৰত চকু, অৱশ্যে মানুহজনৰ নিজৰ ল'ৰা-তিৰোতাও আছে। বেছ আঢ্যৱন্ত মানুহ। ভাবিছিল—আন নহলেও টকাৰ জোৰেৰেই সি সুশীলাক বশ কৰিব পাৰিব। আজি বছৰ দিনেই সি সেইটো চেষ্টা কৰি আহিছিল। সুশীলাক সি নিজৰ তিৰোতাৰ দৰে ৰাখিব, ল'ৰা-ছোৱালী দুটিকো নিজৰ ল'ৰা-ছোৱালীৰ দৰে পোহপাল দিব, মানুহ কৰিব, শাহুৱেকৰো কোনো কষ্ট নহয়—ইত্যাদি নানা প্ৰলোভন দেখুৱাইছিল হেনো। অৱশ্যে এটা কথা মই ভাবোঁ যে এই আশা একেবাৰে ছলনা নহয়। কাৰণ আমাৰ এই অঞ্চলত বহুত মানুহেই এনেকৈ লোকৰ মাইকী, লৰা-ছোৱালীক নিজৰ হিচাবে গ্ৰহণ কৰাৰ উদাহৰণ প্ৰচলিত আছে, এনেকি নিজৰ পুত্ৰ পৰিবাৰ থকাৰ পিছতো। কিন্তু হৰেকৃষ্ণৰ দ্বাৰা প্ৰতিশ্ৰুতি ভংগ হব, এই ভয়ততো সুশীলাই তাৰ সেই প্ৰস্তাৱ ঘৃণাৰে প্ৰত্যাখ্যান কৰা নাছিল।



মোক তাই কলে কেনেকৈ তাইৰ গোটেই শৰীৰ মনেই ঘৃণা আৰু বিতৃষ্ণাত শিয়ৰি উঠিছিল। তেনে কথা যেন তাই আৰু জীৱনত দ্বিতীয়বাৰ শুনিব লগা নহয়। হৰেকৃষ্ণলৈ সেই উত্তৰ পঠাই দি তাৰ পিছত তাই কান্দোনত ভাঙি পৰিছিল। মৃত গিৰিয়েকৰ স্মৃতি সুঁৱৰি সুঁৱৰি তাই হিয়া ভাঙি কান্দিছিল। গিৰিয়েকৰ মৃত্যুৰ দুখটো নতুনকৈ তাইৰ অন্তৰত উক দি উঠিছিল। যদি আজি তেওঁ এনেকৈ তাইক নিঠৰুৱা কৰি অকালতে এৰি নগলহেঁতেন তাইতো হৰেকৃষ্ণৰ পৰা এই পাপ প্ৰস্তাৱ শুনিব লগীয়া নহল হেঁতেন।

কিন্তু হৰেকৃষ্ণ ইমান সহজতে পাছ নুহুহকিল। তাৰ পিছৰে পৰা এটা বছৰে নানা ধৰণেৰে সুশীলাক সেই একেটা প্ৰস্তাৱকে কৰি আহিছিল। যেতিয়াই যি ধৰণেৰে সুবিধা পাই সি মানুহজনীক প্ৰলোভনৰ জালত পেলাবলৈ চেষ্টা কৰিলে। শেষত এদিন অসহ্য হ'ল সুশীলাৰ। হৰেকৃষ্ণই এদিন বাটত তাইক পাই সেই একেটা প্ৰস্তাৱকে কৰাত সুশীলাই হঠাৎ তাক গালি পাৰিবলৈ আৰম্ভ কৰি দিলে আৰু অলপ সময় শুনি থাকি হৰেকৃষ্ণই সুশীলাৰ চুলিতে থাপ মাৰি ধৰি বগৰাই তাইক য'তে ত'তে পাৰে মানে লঠিয়াবলৈ ধৰিলে।

এইখিনিলৈকে কৈ সুশীলাই হুকহুককৈ কান্দি উঠিল। মই আৰু কি কম! সান্তনাৰ কোনো ভাষা বিচাৰি নাপাই নিৰ্বাক হৈ ৰলোঁ।

কিছু সময় কান্দি লৈ তাই মোক তেতিয়া মকৰ্দমাৰ কাহিনী শুনালে আৰু এবাৰ কান্দিলে কৈ কৈ। মকৰ্দমাটো শেষ নহওঁতেই ইমানবোৰ সম্পত্তি ব্যয় হ'ল, আৰু বা কিমান টকা পইচা লাগে। ইফালে মকৰ্দমাৰ ফলেই বা কি হয় তাকোতো কব নোৱাৰি। হৰেকৃষ্ণইতো লোকৰ মুখেৰে কোৱাই আছে সিহে মকৰ্দমাত জিকিব। পুলিচৰ মানুহবোৰৰ লগত দেখোন সি এটা। পুলিচবোৰ দেখোন প্ৰায়েই তাৰ ঘৰলৈ গৈ থাকে। টকাৰ জোৰ আছে তো তাৰ।

মই ইমান পৰৰ পাছত মাত লগালোঁ—"তেন্তে ইমান শক্তিশালী মানুহ এজনৰ বিৰুদ্ধে তুমিনো কেলেই মকৰ্দমা কৰিবলৈ গৈছিলা? আমাৰ কথা এটা আছে নহয় বোলে বলেৰে নোৱাৰা শিলক পৰি নমস্কাৰ কৰিব লাগে। তোমাৰ নাই ধনবল একোৰে জোৰ, গতিকে কপালক ধিয়াই বহি থকাই বোধ হয় উচিত আছিল, নহয় জানো?"

"মোৰ ডাঙৰ ভুল হ'ল মাই। গাৱঁৰ মানুহৰ বুদ্ধি শুনিয়ে মই এইখন কৰিলোঁ। এতিয়া মোৰ এৰিবও নোৱাৰা ধৰিবও নোৱাৰা অৱস্থা হৈছে। আৰু ইফালে মোৰ ভিনিহীয়ে বা টকা সিকাবোৰ ক'ত কেনেকৈ খৰচ কৰিছে তাৰো একো হিচাব নুবুজোঁ।

"ভিন্‌দেউ মানে ?"

"মোৰ দূৰ সম্পৰ্কৰ ভিনিহী এজনেইতো মোৰ লগত এই মকৰ্দমাটোৰ কাৰণে খাটিছে। মোৰ লগত টাউনলৈ গৈছে, সাক্ষীবোৰ ঠিক কৰিছে, টকা পইচা কাক ক'ত কেনেকৈ দিব লাগে দিছে। গৰু গাই বেচা, মাটি বন্ধকত দিয়া, গহনা বন্ধকত দিয়া, সকলো তেৱেঁই কৰি দিছে।"

মোৰ আৰু বুজিবলৈ বাকী নাথাকিল, সাহায্যৰ ছদ্মবেশত এই ভিনিহীয়েক জনে দুখীয়া মানুহ জনীক কিমান ঠগাইছে।

এক উপায়হীন, অক্ষম ক্ষোভ আৰু হতাশাত মই মনে মনে বহি ৰলোঁ। ইয়াৰ পিছৰ বাৰ মই যেতিয়া ঘৰলৈ আহিলোঁ মাজত কেইটামান মাহ পাৰ হৈ গৈছিল। এয়ে সেই গৰমৰ বন্ধটোত যেতিয়া ভনী চাৰুৱে জনালে যে সুশীলাৰ মকৰ্দমাত জয় হ'ল, আনন্দত মোৰ মন পৰিপূৰ্ণ হৈ যাব লাগিছিল। কিন্তু চাৰুৱে লগতে এইটো কি কাহিনী শুনালে মোক ?

এটা সৰু কাহিনী। সুশীলাৰ মকৰ্দমা চলাবলৈ টকা নোজোৰা হ'ল। শেষত ভিনিহীয়েকে তাইৰ লগত মিত্ৰতা পাতি দিলে ঠিকাদাৰ বিষ্ণু সাউদৰ। টকাৰ চিন্তা আঁতৰিল তাইৰ। বিষ্ণু সাউদৰ ৰক্ষিতা হৈ তাই অজস্ৰ পালে মান হানিৰ মকৰ্দমাটো চলাবলৈ—যি মকৰ্দমা তাই হৰেকৃষ্ণৰ বিৰুদ্ধে লগাইছিল তাইক সি স্ত্ৰী হিচাবে গ্ৰহণ কৰিব খোজা অসৎ প্ৰস্তাৱ এটাৰ কাৰণে।

সুশীলাৰ জয়ৰ ছদ্মবেশেৰে অহা পৰাজয়ৰ এই নিষ্ঠুৰ পৰিহাসৰ কাহিনীয়ে মোৰ বন্ধৰ আমেজ লগা পাতল মনটো বহুত সময়লৈ ভাৰাক্ৰান্ত কৰি ৰাখিলে।

কেনেকৈ সুশীলাৰ এই নৈতিক অধঃপতন ঘটিল ? কিন্তু ওহোঁ, সেই কাহিনী জনাৰ মোৰ আৰু কোনো আগ্ৰহেই নাছিল।

## অথিৰ এছু সংসাৰ

চন্দ্ৰপ্ৰসাদ শইকীয়া

কথা শুনি শুনি সৰলা বুঢ়ী মুগ্ধ হৈ গ'ল !

জীৱনত কোনো দিন নগৰৰ মুখ নেদেখা সৰলা বুঢ়ীয়ে কিন্তু নগৰৰ পৰা অহা মানুহৰ লগতে কথা পাতি অপৰিসীম আনন্দ পায়। একেবাৰে লেখা-পঢ়া কৰিব নোৱাৰা সৰলাই উচ্চ শিক্ষিত লোকৰ নানান কথা শুনিবলৈকে আকৌ ব্যাকুলভাৱে অপেক্ষা কৰি থাকে।

ছোৱালীজনীৰ দেওৰেক আহি সৰলা বুঢ়ীৰ ঘৰত দুদিন থাকি গ'লহি। নগৰত থাকি বিশ্ব বিদ্যালয়ত উচ্চ শিক্ষালাভ কৰা যুৱক। দেশ-বিদেশৰ কথা কলে, বিজ্ঞানৰ নতুন নতুন আৱিষ্কাৰৰ কথা সহজ ভাষাত বুজাই দিলে, নিজ দেশৰ নানান সমস্যাৰ কথা থুলমুলকৈ জনালে আৰু শুনালে অনেক কিবা কিবি। কাষত বহি সৰলা বুঢ়ীয়ে মুগ্ধ হৈ শুনিলে।

ছোৱালীজনীৰ দেওৰেকক তেওঁ আদৰ সাদৰকৈ ৰান্ধি-বাঢ়ি খুৱালে। মূৰে গালে হাত ফুৰাই মৰম কৰিলে, শুবৰ বাবে নিজহাতে বিছনা পাৰি আঠুৱাৰ জৰী টানি দিলে। গছৰ পৰা পকা ডালিম পাৰি আনি গুটি এৰুৱাই খাবলৈ দিলে। ইটোৰ পিছত সিটোকৈ নিজে ৰোৱা গছৰ আন বহুত ফল আনি মুখৰ আগত দাঙি ধৰিলে। এনেকুৱা জীয়া বৰ্ষাল বস্তু ল'ৰাই নগৰত ক'ত কাহানি খাবলৈ পাব ? নগৰৰ সকলো বস্তুৱেই ভেজাল। তাৰ উপৰিও জুই চাই দাম। 'বোপাই, ছোৱালী জনীলৈ বস্তু কেইটামান বান্ধি থৈছোঁ, নিবলৈ যেন বেয়া নোপোৱা। নিওঁতা মানুহ থকা হেঁতেন মোৰ আই জনীলৈ নিতৌ কিমান বস্তু পঠিয়াব পাৰিলোঁহেঁতেন। দূৰৰ লোকলৈ ছোৱালী নিদিবলৈ এনেয়ে জানো পূৰ্বপুৰুষে কয় ? বাৰীত মোৰ নাই কি ? কিন্তু থাকিলে কি হব ? মানুহৰ মুৰ খোৱা এই বুঢ়ীজনীক থৈ আটাইবোৰে—।'

সৰলা বুঢ়ীয়ে দুয়োখন হাতেৰে চকু দুটা ঢাকি ধৰিলে।

দুপৰীয়া ভাত খাই পাটী এটাত বহি সৰলা বুঢ়ীয়ে ৰবীনলৈ চালে।

দুইএটা আন কথা কোৱাৰ পিছত ৰবীনে কলে,—'আইতা, জীৱনৰ বাকী দিন কেইটা আমাৰ ঘৰতে আপুনি কটাবলৈ লাগিব যেন পাইছোঁ।'

বুঢ়ীয়ে একেবাৰে চুটি চুলিকোচা বাওঁ তলুৱাৰে মোৰিয়াই-খোপাটো বান্ধিব খুজিছিল। আধাতকৈয়ো বেছি পকি বগা হোৱা একোচা চুলি। কথাষাৰ শুনি হঠাতে তেওঁ যেন উচাপ খাই উঠিল। "গৌৰীয়ে মোক এনেকৈ কবলৈ তোমাক শিকাই পঠাইছে নেকি? হয়নে কোৱাচোন।"

ছোৱালী জনীৰ ঘৰলৈ গ'লে সকলোৱেই যেন তেওঁক আদৰ সাদৰ কৰি একেবাৰে মূৰত তুলি লয়। জীয়েক জোঁৱায়েকৰ কথা বেলেগেই, ঘৰৰ আন বোৰেও তেওঁৰ হাতৰ ৰন্ধা খাবলৈ পালে অমৃত খাবলৈ পোৱাৰ দৰে পৰম তৃপ্তি পায়। দুদিনমান বেছিকৈ থাকি যাবলৈ সকলোৱে হাতেভৰিয়ে ধৰে।

সৰলা বুঢ়ীয়ে কিন্তু দুৰাতিত কৈ বেছি আনকি নিজৰ ছোৱালী জনীৰ ঘৰতো থাকিব নোৱাৰে। নিজৰ ঘৰৰ কথা, বাৰীৰ কথা, গৰু, ছাগলী, শাক-পাচলি ইত্যাদি অনেক বস্তু আৰু কথালৈ মনত পৰি বুকুখন তেওঁৰ এক গভীৰ মৰ্ম-বেদনাত গুমৰি গুমৰি উঠে, অন্তৰ ভেদি হুমুনিয়াহ ওলাই আহে এটাৰ পিছত এটাকৈ। সেইখন ঘৰত আজি আৰু তেওঁৰ বাহিৰে কোনো নাই। সকলো আছিল কিন্তু এদিন। স্বামী আছিল, আছিল গুণধৰ স্বাস্থ্যবান পুত্ৰ আৰু গোটেই দেশখনত বিচাৰি বিচাৰি ঘৰৰ ভিতৰলৈ সুমুৱাই অনা লখিমী সাদৰী বোৱাৰী। মহাকালৰ নিৰ্দেশ মানি তেওঁৰ বুকুত সাতকুৰা ৰাৱণৰ চিতাৰ জুই জ্বলাই থৈ আটাইবোৰ গুচি গ'ল। কিন্তু গ'লে কি হব? সেই ঘৰৰ কাষত, সেই বিৰাট বাৰীৰ মাজত, আই ধৰিত্ৰীৰ মাটিৰ বুকুত নিবিড়ভাৱে মিহলি হৈ আছে স্বামী-পুত্ৰ-পুত্ৰবধূৰ প্ৰাণ, স্মৃতি! সেই স্থানৰ পৰা আঁতৰি তেওঁ থাকিব পাৰিবই বা কেনেকৈ? এই জীৱনটোত ক'তো কেতিয়াও অকণো স্থিৰতা নাই, সামান্যতম সান্ত্বনাও কেতিয়াবা নোহোৱা হৈ যায়। নাতিনীয়েকক সাধু কৈ থকা সেই এটা মুহূৰ্ততে বা খুন্দনাত তামোল খুন্দি থকা ক্ষণটোতে সিপাৰৰ পৰা ডাক আহিব পাৰে। যিমান সোনকালে আহে সেই ডাক, সিমানেই ভাল: সৰলা বুঢ়ীয়ে ভাবে। বুকুত ৰাৱণৰ চিতাৰ জুই লৈ কি হব মিছাতে এইখন সংসাৰত বাচি থাকি! কি হব মিছাতে আনক নিজৰ দুখ দুৰ্দশাৰ বোজা ববলৈ কাষলৈ মাতি আনি! সৰলা বুঢ়ীয়ে নিজৰ সুদীৰ্ঘ জীৱনত অন্তৰ উদঙাই সৰলভাৱে



বহুতকে আশীৰ্বাদ দিলে সুন্দৰ ভাৱে জীয়াই থাকিবৰ বাবে, হৰ-গৌৰীৰ দসতি হবৰ কাৰণে, যশ-খ্যাতি সন্তান লাভ কৰিবৰ বাবে। কিন্তু আজি সি পাৰৰ ডাক শুনিবৰ বাবে তেওঁ ব্যাকুলভাৱে কাণ পাতি মূৰ তুলি অপেক্ষা কৰি আছে।

যি ঠাইত তেওঁৰ স্বামী-পুত্ৰ আৰু কন্যাসম বোৱাৰী পৰম শান্তিৰে শুই আছে, সেই ঠাইতে তেওঁ সেই মহাকালৰ আহ্বান শুনিবলৈ পায়। এই এটা মাত্ৰ কামনা। এইটোতো আচলতে কামনা নহয়—এইটো ভগৱানৰ কাষত এক কাতৰ প্ৰাৰ্থনা।

মাতৃক আগবঢ়াবলৈ আহি গৌৰীয়ে হুহু কৰি কান্দিব! বুঢ়ীয়ে পিছলৈ এবাৰো নোচোৱাকৈ ষ্টেচনলৈ বুলি দীঘল দীঘলকৈ খোজ দিব! গৌৰী একেবাৰে অবাক হয়: কঁকালৰ বিষত জৰ্জৰিত দুৰ্বল মাতৃয়ে হঠাতে ইমান বল ক'ৰপৰা পালে?

দেওৰেকে কলে,—"নবৌৰে মতা নাই। মাতিলেও জানো আপুনি যাব? এইবাৰ কিন্তু আপুনি যাবই লাগিব যেন পাইছোঁ। আপোনালোকৰ এই ঠাই ডোখৰত তেলৰ পুং আছে বুলি প্ৰমাণ পাইছে। কাগজে পত্ৰই তাৰ বাতৰি ওলাইছেও। তেতিয়া এই গোটেই অঞ্চলটো এখন ডাঙৰ তেলৰ নগৰ হৈ পৰিব। যুদ্ধৰ দৰে দিনেৰাতিয়ে কল-কাৰখানা চলিব, হাজাৰ হাজাৰ মানুহে ইয়াত থাকিবলৈ লব।"

তেওঁক আৰু বেছিকৈ কবলৈ নিদি উধাতু খোৱাৰ দৰে সৰলাই সুধিলে, —"ইয়াত এতিয়া থকা মানুহবোৰৰ তেনেহলে কি হ'ব?"

"ইয়াৰ পৰা যাব লাগিব। যাব লাগিব—কাৰণ চৰকাৰে যাবলৈ হুকুম দিব। অৱশ্যে আন ঠাইত ঘৰবাৰী সাজি লবলৈ টকা পাব, কেবা গুণো বেছি ক্ষতিপূৰণ পাব। দেশৰ সমূহীয়া মংগলৰ বাবে ৰাইজে সেইখিনি ত্যাগ কৰিব লাগিব।"

কিবা এটা বিপদ বা দুৰ্ভাৱনাৰ কথা হঠাতে শুনিলে সৰলাই মুহূৰ্ততে একোকে কব নোৱাৰে। লাহে লাহে ভৰিৰ পৰা মূৰলৈকে গাটো কঁপিবলৈ ধৰে আৰু সমগ্ৰ মুখখন আচৰিত ধৰণে ৰঙা পৰি যায়। কিন্তু পোন্ধৰ মিনিট মানৰ ভিতৰতে তেওঁ সুস্থ হৈ উঠে আৰু মুখত এনে ধৰণৰ এটা হাহি ফুটায় যেন ইমান পৰে তেওঁৰ অস্বাভাৱিক ধৰণৰ একো এটা হোৱাই নাছিল।

মুখত এটা দৃঢ় প্ৰত্যয়ৰ চিন ফুটাই সৰলাই এইবাৰ কলে—“ৰজাই হওক বা চৰকাৰেই হওক আমাৰ গাৱঁৰ বাইজে কাকো ইয়ালৈ আহিবলৈ নিদিয়ে। তুমি সিহঁতক জনাই দিবাগৈ, বোপাই! আমাৰ সাত পুৰুষৰ ভেটি মাটিত হাত দিবলৈ আহিলে কাৰো কেতিয়াও ভাল নহয়। সিহঁতক তুমি কৈ দিবা।”

কঁকালত দুহাত দি সৰলা বুঢ়ী থিয় হ’ল। যৌৱনৰ উদ্দীপনা তেওঁৰ জীৱনলৈ যেন আকৌ ঘূৰি আহিছে। দুহাতত যেন বিজয়িনীৰ অসীম শক্তি।

তেওঁ ভাবিলে : নগৰত শিক্ষা পোৱা এই লৰাবোৰে এনে ধৰণৰ বিপদৰ বতৰা দিবলৈ আহে কিয়? কিন্তু এইটোতো কেৱল বতৰা নহয়। এইটো এটা মহামাৰীৰ আগজাননী।

কিন্তু তেওঁ এনে ধৰণৰ কথা এটা বিশ্বাস কৰিব পাৰিব কেনেকৈ? নগৰৰ এই ডেকাবোৰে যিহকে মন যায় তাকে কয়। দ’ম দ’ম কিতাপ পঢ়িলেও আচলতে ইহঁতৰ জ্ঞান বঢ়া নাই। গাৱঁৰ শান্তিপ্ৰিয় মানুহবোৰক ইহঁতে ভয় খুৱাবলৈ বাৰু কিয় আহে? গাৱঁৰ মানুহেতো সিহঁতক কোনো দিনে একো কৰিবলৈ যোৱা নাই।

কিন্তু গৌৰীৰ দেওৰেকেতো কোনো দিন মিছা কথা কোৱা তেওঁৰ মনত নপৰে।. কিবা এক সৰ্বনাশী আশংকাৰ তীব্ৰতাত তেওঁৰ ক্ষীণ বুকুখন কঁপি উঠিল।

সেই দিনা ৰাতি শুবলৈ বিছনাত পৰাৰ লগে লগে এই ঘৰবাৰী আৰু নিজৰ সুদীৰ্ঘ জীৱনৰ অনেক কথা আৰু অনেক কাহিনী সৰলাৰ মনলৈ নিবিড়ভাৱে ছাঁয়াৰ দৰে উৰি উৰি আহিল। বাৰীৰ চাৰিও ফালে মূৰ তুলি থকা এই গছবোৰে কথা কব পৰাহেঁতেন তেওঁৰ পয়সত্তৰ বছৰীয়া জীৱনৰ একোটা কাহিনী নিৰবচ্ছিন্ন ভাৱে বৈ বৈ কৈ যাব পাৰিলে হেঁতেন। আম, কঠাল, নাৰিকল, পনিয়াল, লেতেকু, তামোল, জলফাই, নেমু, ৰেবাব, সুমথিৰা— এইবোৰতো কেৱল গছেই নহয়, সৰলা বুঢ়ীৰ সুদীৰ্ঘ, একক আৰু সুদূৰ জীৱনৰ একো একোটা যেন জীৱন্ত সুখৰ সংগী! নিজ হাতে দিনে ৰাতিয়ে অনেক পৰিশ্ৰম কৰি সিহঁতক তেওঁ ডাঙৰ কৰিছে। দিনে ৰাতিয়ে সিহঁতক তেওঁ ডাঙৰ হোৱা দেখিছে। সিহঁতৰ হাঁহি, সিহঁতৰ কান্দোন সিহঁতৰ অভাৱ তেওঁৰ যেন মাতৃ-অন্তৰে তিল তিলকৈ অনুভৱ কৰিছে। সিহঁত প্ৰত্যেক



টোৰে যেন এটা নিজস্ব ব্যক্তিত্ব আছে, কিবা এটা মৌন অবুজ ভাষাত সিহঁতে যেন সৰলাৰ লগত কথা পাতে। মানুহৰ কথা শুনাৰ আগতেই তেওঁ যেন সিহঁতৰ কথা শুনিবলৈ পায়। বসন্তৰ আৱিৰ্ভাৱত গছবোৰ যেতিয়া ফুলে-ফলে জাতিষ্কাৰ হৈ উঠে তেতিয়া তেওঁৰ মনত পৰে বহুত দিনৰ আগতে নিঃশেষ হৈ যোৱা তেওঁৰ যৌৱনৰ দিন বোৰলৈ। যৌৱনৰ উদ্দাম প্ৰবলতাৰ কথা আৰু কাহিনী বোৰলৈ মনত পৰি তেওঁ কেতিয়াবা ভাবত তন্ময় হৈ পৰে, কেতিয়াবা লজ্জাত মুখমণ্ডল ৰঙা পৰি যায়, কেতিয়াবা বৰকৈ মনত পৰে যৌৱনৰ অতি পৰিচিত সংগী বোৰলৈ।

মনত আছে সৰলাৰ সেই ইন্দ্ৰমালতী ফুলজোপাৰ কথা। প্ৰথম সন্তান জন্মাৰ কেইদিন মানৰ পিছতে স্বামীয়ে আনি ঘৰৰ সমুখত ৰুইছিলহি। স্বামীৰ কথা মতেই অশেষ আদৰ যত্ন কৰি ডাঙৰ কৰিছিল তেওঁ ফুলজোপা। সেই কথা মনত পৰিলে আজিও তেওঁৰ মনটো কিবা কিবি লাগে—হয়তো ভাল লাগে, হয়তো লাজ লাগে। সন্তানক লগাত কৈয়ো পিয়াহ দুটাত আছিল অনেক বেছি গাখীৰ, ভৰপূৰ হৈ পৰিছিল সোণৰ বৰণৰ তেওঁৰ সেই পিয়াহ দুটা। বুকুখন টনটনাই থাকে, ব্লাউজ একেবাৰে তিতি যায়। কোনোৱে নেদেখাকে তেওঁ ফুল গছ পুলিটোৰ কাষ চাপি আহে, নিজৰ সন্তানক লোৱাৰ দৰে আৱৰি লয়। মাতৃ বুকুৰ অমৃত খাবলৈ পাই, ইন্দ্ৰমালতী ফুলৰ গছ নিজৰ সন্তানৰ দৰেই বাঢ়ি আহে। সেই ইন্দ্ৰমালতী ফুল খোপাত গুজি তেওঁ গাৱঁলৈ ফুৰিবলৈ যায়। কোলাত দেৱতাৰ চেহেৰাৰ পুত্ৰ-সন্তান, বুকুত খুৱাই দেৱতা অমৰ কৰিব পৰা অমৃত ভাণ্ডাৰ, মুখত হাজাৰ পোৱাৰ পৰিপূৰ্ণ তৃপ্তি আৰু পিন্ধনত শাকৰ ঘৰত বৈ অনা বিচিত্ৰ ৰঙৰ ফুলাম ৰিহা মেখেলা আৰু চাদৰ।

কিমান মধুৰ আছিল বিয়াৰ পিছৰ সেই দিন কেইটা। তাৰ মধুৰতম স্মৃতি আজিও তেওঁৰ বৃদ্ধ প্ৰাণৰ মাজত সম্পূৰ্ণ সজীৱ হৈ আছে। বিয়াৰ সাদিনৰ পিছতে স্বামী-স্ত্ৰী আঠ মংগলা খাবলৈ গৈছিল। নিজে মুখেৰে এটাও কথা নোকোৱাকৈয়ে সৰলাই মাক-দেউতাক আৰু ভায়েক ভনীয়েক হঁতক শিকাই দিছিল—জোৱাঁয়েক আৰু ভিনিহীয়েকক দুদিনমান বেছিকৈ থাকিবলৈ কবলৈ। কিন্তু তুলসীয়ে কোনো পধ্যেই থাকিব নোৱাৰে। ঘৰত বহুত কাম পৰি আছে। এনেয়ে বহি থাকিবলৈ পালে গাটো যেন পুৰিবলৈ ধৰে।

সৰলাই কান্দো কান্দো কৰে। মাকে একো নকয়, কেৱল ভাবে যে যমে নিয়া আৰু জোৱাঁয়ে নিয়া একেটাই কথা!

যৌৱনৰ উদ্দীপনাৰে উৎফুল্লিত, নিপোটল স্বাস্থ্যৰ তুলসীক চিৰ জীৱনৰ বাবে পাই সৰলাৰ জীৱন সম্পূৰ্ণ হৈ উঠিছিল। কাৰ্য কৰিবলৈ পাইছিল শৰীৰ আৰু মনত অপৰ্য্যাপ্ত শক্তি। গোটেই ৰাতিটো ধাৰাসাৰে বৰ্ষাৰ ৰবৰুণ নামিব। ৰাতি পুৱাবলৈ নৌ পাওঁতেই, গাৱঁৰ আন কোনো উঠাৰ আগতেই, সৰলাই তুলসী আৰু কাম কৰা মানুহটোক পথাৰলৈ হাল কোৰ লৈ যাবলৈ জগাই দিব। জাপি, গামোচা, এচাৰি গোটাই দিব। ঘৰৰ বাৰান্দাত ৰ'দৰ ছাঁ চাই লগত চাহ আৰু গামোচাৰে জলপান বান্ধি পথাৰলৈ লৈ যাব। তুলসীয়ে পত্নীক আঙুলিয়াই দেখুৱাই দিব ৰাতি পুৱাৰ পৰা কিমান মাটি চহোৱা হ'ল, মৈয়াৰ পৰা হব কেতিয়াকৈ, কেতিয়াকৈ কঠীয়া পেলাব পৰা যাব, ৰুব পৰা যাব। সৰলাই মুখ ফুটাই তুলিব এটা তৃপ্তিৰ হাঁহি।

আবেলি কঠীয়া তুলিবলৈ যাব সৰলা। কোমল ও'ঠত তামোলৰ ৰঙা ৰং। নিপোটল কলাফুলৰ ওপৰত পিন্ধা, বোকাৰে মুগাবৰণ ধৰা কপাহী মেখেলা, ঘৰত বোৱা কাপোৰৰ এটা হাতকটা ব্লাউজ আৰু কঁকালত আটিলকৈ মেৰোৱা মেখেলাৰ বৰণেৰে এখন চাদৰ। তললৈ হাউলি কঠীয়া একোচা লৈ সৰলাই ভৰিৰ গাঠিত মাৰিবলৈ ধৰিব। কলাফুলৰ নীলা সিৰ কেইডাল প্ৰকট হৈ উঠে। সেওঁতাৰ সেন্দুৰ পৰে ঘামত বিয়লি আৰু বাওঁহাতৰ তৰ্জনী আঙুলিৰে কপালৰ ঘাম গুচাবলৈ মুৰ তোলোঁতেই সৰলাই দেখে কঠীয়া এভাৰ দাঙি লৈ হোলোঙাত ধৰিয়েই তুলসীয়ে তাইৰ ফালে চাই আছে। লাজত সৰলা বহি যায়। এই পুৰুষ বোৰৰ একো ঠিক নাথাকে। আনে দেখাহেঁতেন আজি বাৰু কি হ'ল হেঁতেন!

আঘোণ মহীয়া বহল পথাৰৰ মাজত লাহী ধান দাই থাকোঁতে হঠাতে বেলিটো ডাৱৰ এডোখৰৰ আঁৰত লুকাই পৰে। কোনোবা এটা গাঁৱৰ লৰাই নৰাৰ পেপা বজাই বজাই সৰলাৰ ওচৰ পাবহি আৰু হাফপেন্টৰ জেপৰ পৰা চেঁচোৰ এটা উলিয়াই কব,—"নবৌ, এইটো খোৱাচোন, একেবাৰে নাৰিকলৰ নিচিনা লাগিব।" হাঁহি এটা মাৰি সৰলাই তাক মূৰত ধৰি মৰম কৰিব আৰু ভাবিব: ইহঁতে আটাইকে লৰা বুলি ভাবে।

ৰেবাৰ টেঙা এটা লৈ তুলসী আহিব, লখিমী পত্নীয়ে কিমান ধান দালে



প্ৰথমতে চাই লব। ইফালে সিফালে এবাৰ চাই সি তাইৰ মুখৰ ওচৰলৈ হাতখন আগবঢ়াই দিব। সৰলাই কৃত্ৰিম খঙত চকুদুটা ঘোপা কৰি লৈ খৰখৰকৈ ধান দাবলৈ ধৰিব। এই পুৰুষবোৰ যথাৰ্থতে বৰ লুভীয়া, তিৰোতা দেখিলে থিৰেৰে থাকিব নোৱাৰে। পিছ মুহূৰ্ততে তাই কিন্তু ভাবে—গিৰিয়েকক ওচৰত নেদেখিলে তায়ো জানো কেতিয়াবা থিৰেৰে থাকিব পাৰে!

সুদীৰ্ঘ এটা ৰাতি বিনিদ্ৰ ভাৱে অতিবাহিত হ'ল। বিছনাত ইকাটি সিকাটি কৰিয়েই সৰলা বুঢ়ীয়ে আকৌ দিনৰ পোহৰ দেখা পালে। চকু মোহাৰি বাহিৰলৈ আহি দেখিলে ঘৰৰ চাৰিও ফালে আটাইবোৰ বস্তু ঠিক আগৰ দৰেই আছে। গছ-গছনি, শাক-পাচলি আটাইবোৰ। কিন্তু এটা মাত্ৰ ৰাতিৰ ভিতৰতে তেওঁৰ যেন আশাতীত পৰিৱৰ্তন ঘটিল। মূৰৰ চুলি আৰু বেছি বগা হ'ল চকু দুটা আৰু বেছি ভিতৰলৈ সোমাই গ'ল। হাত ভৰিৰ বল যেন হ্ৰাস হৈ আহিল। কঁকালটো পোন কৰি, চকুৰে প্ৰায় মনিব নোৱাৰা বাৰীৰ সীমালৈ সৰলাই চকু বহলকৈ মেলি চালে। পতি-পুত্ৰ-পুত্ৰবধূ নীৰৱে মিহলি হৈ থকা এই মাটি!—পবিত্ৰ সেই মাটিৰ প্ৰতিটো ধূলি কণা। সেই মাটিৰ প্ৰতিটো বিন্দু তেওঁৰ চিৰ পৰিচিত, প্ৰাণৰ উমেৰে সিক্ত। সেই মাটিত কাৰো হাতৰ স্পৰ্শ লাগিবলৈ তেওঁ নিদিয়ে; দিলে তেওঁক ঈশ্বৰে ৰক্ষা নকৰিব।

তেওঁ খৰধৰকৈ কামকৰা মানুহটোক জগাই দিলে। বাৰীৰ প্ৰত্যেকটো বস্তুতে তীব্ৰ দৃষ্টি ৰাখিবৰ বাবে তাক সজাগ কৰি দিলে। সেইদিনা ৰাতি পুৱাৰে পৰা যিবিলাক মানুহ তেওঁৰ ঘৰলৈ আহিল, আৰু যিবিলাক মানুহক তেওঁ লগ পালে, সেই সকলোৰ কথা তেওঁ কাণ পাতি, মূৰ তুলি শুনিলে। কিন্তু কাৰো মুখত তেওঁ সেই সৰ্বনাশী খবৰটো শুনিবলৈ নাপালে। তেওঁ-ভাবিলে—গাৱঁৰ মানুহে নজনাকৈ, গাৱঁৰ মানুহক নোসোধাকৈ, এনে ধৰণৰ এটা ভয়াবহ কাণ্ড ঘটিব নোৱাৰে। নগৰৰ এই শিক্ষিত মানুহবোৰক, কোনো মতেই বিশ্বাস কৰিব নোৱাৰি। ইহঁতে নিৰপৰাধী লোকক ভয় খুৱাই, বিপদৰ মাজলৈ কৰুণ ভাৱে ঠেলি দি আনন্দ পায়। সেইবোৰ কৰিবলৈ নাপালে যেন শিক্ষা লাভ কৰাৰ সাৰ্থকতা বিচাৰি নাপায়!

ছাঁয়াৰ দৰে ইফালে সিফালে লগে লগে ঘূৰি ফুৰা এই এটা বিশ্বাস কৰিব পৰা বা বিশ্বাস কৰিব নোৱাৰা অস্থিৰ পৰিস্থিতিৰ মাজত সৰলাৰ মনৰ

চকুৰ আগত অতীতৰ বহুবোৰ কথা এটা এটাকৈ আহি নিবিড় ভাৱে থিয় দিয়েহি।

মনত পৰে তেওঁৰ পুতেক সোমনাথৰ বিয়াৰ কথা। সম্পূৰ্ণ এটা বছৰ ধৰি বহুত ঠাইত নিজৰ একমাত্ৰ পুত্ৰৰ বাবে ছোৱালী চালে সৰলাই, কিন্তু পছন্দ নহল। একমাত্ৰ পুত্ৰৰ বাবে সৰলাই যিজনী ছোৱালী বোৱাৰী কৰি ঘৰৰ ভিতৰলৈ সুমুৱাই আনিব, তাই সম্পূৰ্ণ ঘৰ এখন ধৰিব পাৰিব লাগিব। কাম-কাজত কোনোৱে তাইৰ ওচৰ চাপিব নোৱাৰা হব লাগিব। বিজুলী গতিত তাঁতৰ মাকো চলাব পাৰিব লাগিব। সৰহ বা কম কাঠীৰেই হওক আশী সুতাত চালে চকুৰোৰা ফুল বাচিব পাৰিব লাগিব। কঠীয়া তোলা, ভুঁইৰোৱা, ধানদোৱা, এই আটাই বোৰতে পাৰ্গত হব লাগিব। সেই ছোৱালীৰ অন্ততঃ যোৱা পাঁচ বছৰত কোনো ধৰণৰে টান অসুখ হব নালাগিব, খোজ কাটলত হব গম্ভীৰ, পেটটো বৰ ডাঙৰ হব নালাগিব, বুকখন কিন্তু হব লাগিব ওখ আৰু আঁটিল, ভৰি খৰম-যুৰীয়া হব নালাগিব—মানে ভৰিৰ পটাৰ তলেদি খৰিকা এডালো সৰকিব পৰা হব নালাগিব। চুলি হব লাগিব একেবাৰে কঁকালৰ তলত পৰা, ওঁঠ দুটা হব নালাগিব ডাঠ আৰু কথা বতৰা হব লাগিব একেবাৰে গহীন।

এদিন গধূলি ছোৱালী চাই সৰলা ঘৰ পালেহি। মুঢ়া এটাত বহি ভিতৰৰ ঘৰত তুলসীয়ে ছোৱালী কেনেকুৱা দেখিলা বুলি সুধিলে। সৰলাই কলে—"এনেকুৱা গোঁসানী চেহেৰাৰ ক'ইনা সেই গোটেই মৌজাটোততো নায়েই আমাৰ ইয়াতো নাই। মুখলৈকে চাবা নে চুলিলৈকে চাবা, নে খোজ কাটললৈকে চাবা? নজনা কাম কাজ একোৱেই নাই। কীৰ্তন-ৰামায়ণ মহাভাৰত সুৰ লগাই পঢ়িব পাৰে। পিছে, ছোৱালী জনীৰ দোষ অকণমান আছে।'

সৰলাই মনটো মাৰি স্বামীৰ মুখলৈ চালে। ক'লে—'চৰিত্ৰটো ভাল নহয়। এখেলগে পাঠশালাত পঢ়া ল'ৰা এটালৈ হেনো আগতে চিঠি লিখিছিল। তেনেকুৱা ছোৱালী এজনীনো বাৰু কেনেকৈ বোৱাৰী কৰি আনো?'

তুলসীৰ মুখৰ পৰা এটা হুমুনিয়াহ ওলাই আহিল।

তাৰ পিছত এদিন অত্যন্ত ধুমধামেৰে সোমনাথৰ বিয়া হৈ গ'ল। চম্পাক হাতত ধৰি সৰলাই ঘৰৰ ভিতৰলৈ সুমুৱাই আনিলে। ছোৱালী চাই ওচৰ চুবুৰিয়াই মতামত প্ৰকাশ কৰিলে—'সৰলা মাহীয়ে এলাগী ছোৱালীৰ গাত হাত দিবনে, ছোৱালী জনীৰ মুখখন সাইলাখ গোসাঁনীৰ ছবিখনৰ নিচিনাই পাই! কন্যা বত্নৰ দৰে ডাঙৰ আৰু বত্ন ক'ত আছে! সোমনাথে ফাকতে ইমান ভাল ছোৱালী পালে পাই! বয়স একেবাৰেই কম! ওঠ চেপিলে এতিয়াও গাখীৰ ওলাব! এই কেইদিন টোপনি খটি কৰি ক্ষীণাই আহিছে। বিয়াৰ পানী পালে দুদিনতে ঠন ধৰি উঠিব!'



চম্পা প্ৰায় সকলো সময়তে সৰলাৰ লগতেই থাকে! ৰাতি মাত্ৰ শোৱাৰ সময় খিনিত সোমনাথে তাইক লগ পায়। গোটেই দিনটো তাইক দেখিবলৈ নোপোৱাৰ বাবে তাৰ আপত্তিৰ সীমা নাথাকে। তেনেকুৱা আগলৈ নকৰিবলৈ তাইক কথা দিবলৈ কয়। কিন্তু উত্তৰ বিচাৰি সি বিমূঢ়ভাৱে দেখে ইফালে মুৰ কৰি ক্লান্তভাৱে চম্পা শুই আছে।

সৰলা বুঢ়ীৰ আকৌ ৰবকৈ মনত পৰে তেওঁৰ একমাত্ৰ ছোৱালী গৌৰীৰ কথা। সৰলাই চম্পাৰ সৈতে আঘোণ মহীয়া সোণালী পথাৰত ধান দাই থাকে। স্কুলৰ পৰা আহি গৌৰীয়ে জগ এটাত চাহ লৈ পথাৰৰ মাজে মাজে এহাতেৰে ফ্ৰকটোৰ তলত ধৰি ধৰি আহিব। এডৰা মাটি আগুৱাই গৈ মাকে জগটো হাতত লবগৈ। গৌৰীৰ গাল দুখন কমলা ৰঙৰ। চুলিত ৰঙা ৰিবণ মৰা! ধাননিৰ মাজতে মাকৰ কোলাত মুৰটো গুজি গৌৰীয়ে কলে—'মই আৰু স্কুললৈ নাযাওঁ। ইমানজনী ছোৱালীয়ে ফ্ৰক পিন্ধে বুলি আটায়ে পিছৰ পৰা হাঁহে।'—মাকৰ চিন্তা বাঢ়ি যায়।—আঙুলিৰ পাৰত লেখি চায় কিমান তাইৰ বয়স হ'ল।

পোন্ধৰ বছৰ হওঁতেই গৌৰীক বিয়া দি দিব লগা হ'ল। গাভৰু ছোৱালীক বিশ্বাস কৰা আৰু বনৰীয়া বাঘক বিশ্বাস কৰা একে কথাই। ভাল ল'ৰা এটা পাই বিয়া দি দিলে।

প্ৰথমতে বিয়াৰ কথা শুনি গৌৰীতো কান্দিকাটি একেবাৰে অস্থিৰ! কলে —'মই তোমালোকৰ বাৰু কি কৰিলোঁ? মোক ঘৰৰ পৰা আঁতৰাই তোমালোকে সুখ পাম বুলি ভাবিছা নেকি?'' বিয়াৰ দিনা তাই কিন্তু অকণো নাকান্দিলে। ওলাই যাবৰ সময়তো নাকান্দিলে। যাবৰ সময়ত নবৌৱেকক মাত্ৰ কৈ গ'ল—'মই তাত নাথাকোঁ নহয়, গৈয়েই গুচি আহিমগৈ। ৰাখকচোন চাওঁ কাৰ সাধ্য আছে!'

কেই দিন মানৰ পিছতে গৌৰীৰ পৰা চিঠি আহিল। চম্পাই পঢ়ি শুনালে

—'ইয়াত মই ঘৰতকৈও মৰম চেনেহ বেছি পাইছোঁ। মোৰ কথা মতেই গোটেই ঘৰখন চলে। তোমালোকৰ কথা বৰকৈ মনত নপৰেই। মোৰ চেহেৰাও হেনো আগতকৈ বহুত ভাল হৈছে। মোৰ মূৰৰ বিষটো একেবাৰে নোহোৱা হৈছে।'

সৰলাৰ আনন্দৰ সীমা নোহোৱা হয়। চিঠিখন গাৱঁৰ সকলোকেই পঢ়িবলৈ দিয়ে। গৌৰীৰ ককায়েক সোমনাথে মাত্ৰ ভাবে—'এই ছোৱালীবোৰৰ একো বিশ্বাস নাই।'

তাৰ পিছত আহিল সৰলাৰ জীৱনলৈ দুৰ্ভাগ্য, ঠিক যুদ্ধৰ আকাৰত।

এদিন তেওঁৰ কোলাত মূৰ থৈয়েই স্বামীয়ে শেষ নিশ্বাস পেলালে। তুলসীৰ মৃত্যুৰ কথা আজিও সৰলাই এনে দৰে কয়: তুলসীৰ দেউতাক ধৰ্মপ্ৰাণ লোক আছিল। পুৱা, সন্ধ্যা নামঘৰত তাল বজাই নাম গায়, গাৱঁৰ ৰৰনাম ঘৰত শাস্ত্ৰ ভাগৱত আলোচনা কৰে আৰু উঠি অহা ডেকাবোৰক খোল-মৃদংগ শিকায়। পকা দীঘল চুলি, মূৰত বৰপাগ, ডিঙিত জপমালা, কান্ধত খনিয়া চাদৰ, হাতত লাঠী, মুখত হৰিনাম। বৃদ্ধক দেখিলে দূৰতে গাৱঁৰ ডেকা গাভৰুৱে মূৰ দোৱাঁই বাট এৰি দিয়ে।

পুৱা আৰু সন্ধ্যা তেওঁ যেতিয়া নামঘৰত থাপনাৰ কাষত বহি নামত ধৰে তেতিয়া এটা ডাঙৰ সাপে থাপনাৰ কাষত ডাঙৰকৈ ফণা মেলি তালৰ ছেৱে ছেৱে মূৰটো উঠা নমা কৰি থাকে। নামৰ শেষত সাপটোৱেও ফণা নমাই যেন মূৰ দোৱায়! তেওঁ যেতিয়া ভঁড়ালৰ পৰা ধান উলিয়াবলৈ লয় তেতিয়াও সাপটো ওচৰ চাপি আহে আৰু তেওঁ ধানৰ মুঠি এটাৰে তাক ঢাকি থৈ দিয়ে।

তেওঁৰ মৃত্যুৰ পিছত বহুদিনলৈকে সাপটো ঘৰতে আছিল। এদিন সি খঙত তুলসীলৈ চোঁচা এটা মাৰিছিল। দেউতাকৰ দিনৰ পৰাই তুলসীয়ে সাপটোৰ প্ৰতি এটা খঙৰ আৰু ঘৃণাৰ ভাৱ প্ৰকাশ কৰি আহিছিল। সেইদিনা সৰলাই গম নোপোৱাকৈ চোঁচা মাৰি অহা সাপটোক মৰিয়াই মৰিয়াই মাৰি পেলালে।

অলপ সময়ৰ পিছতে কথাটো জানিব পাৰি কিবা এক দুৰ্বাৰ আশংকাত সৰলাৰ বুকুখন থৰথৰকৈ কঁপি উঠিল। তাৰ ঠিক এ সপ্তাহৰ পিছতে তুলসীৰ সোঁহাতৰ বাউসিত বিষ আৰম্ভ হ'ল। সেই ৱিষ ক্ৰমান্বয়ে বৃদ্ধি হৈ সমগ্ৰ শৰীৰ আৱৰি ধৰিলে, ডাক্তৰ কবিৰাজৰ নানান ঔষধে হাৰ মানিলে। ডাঙৰ



বেজ আহি নানান কিবাকিবি কৰিলে। কিন্তু দহ দিনৰ দিনা সৰলাক যিটো বেশত দেখা গ'ল সেই বেশ বিধৱাৰ বেশ।

গৌৰীৰ দেওৰেকে কৈ যোৱাৰ প্ৰায় চাৰি মাহৰ পিছত সৰলাবুঢ়ীৰ ঘৰৰ পৰা অলপ আঁতৰৰ পথাৰখনত কেবাটাও তম্বু তৰা দেখিবলৈ পোৱা গ'ল আৰু জীপ ট্ৰাকৰ শব্দই নিজান গাৱঁখন আচৰিত ধৰণে কঁপাই দিলে। গাৱঁৰ সকলোৰে মুখত এতিয়া সেই একেটা কথাই। পৃথিৱীৰ তলত পনীয়া সোণৰ দৰে তেল বিয়পি আছিল, মানুহৰ বোধগম্য হল যেতিয়া আৰু ৰক্ষা নাই। বিজ্ঞানৰ দিনত মানুহে ইচ্ছা কৰিলে কি কৰিব নোৱাৰে? আজিৰ এই পৃথিৱী খনত মানুহতকৈও তেলৰ মূল্য বহুত বেছি। বিদেশলৈ তেল আৰু সেই তেলৰ পৰা উৎপাদিত হোৱা পেট্ৰল ৰপ্তানি কৰি দেশৰ চৰকাৰে অপৰ্য্যাপ্ত টকা আয় কৰিব আৰু সেই টকাৰে দেশৰ মানুহৰ অৱস্থা উন্নত কৰিব বুলি প্ৰতিশ্ৰুতি দিব। অন্য কোনো উপায় নাই? অগণন জনতাৰ প্ৰভূত উন্নতিৰ বাবে কেইশমান মানুহে ত্যাগ কৰিবলৈ প্ৰস্তুত থাকিব লাগিব। পূৰ্বপুৰুষৰ মাটি ভেটি পৰিত্যাগ কৰি আন কৰবাত বসতি কৰিবলৈ গুচি যাব লাগিব। এই জন্মভূমি এৰি যোৱাৰ যি বিননি তাক কাণ পাতি শুনিবৰ বাবে আজি কাৰো সময় নাই! ধীৰে ধীৰে কণ্ঠস্বৰ ক্ষীণ হৈ আহিব; চকুৰ পানী চকুতে শুকাই যাব!!

ৰাইজ গোট খাইছিল গাৱঁৰ নাম ঘৰত। ৰাইজক গোটেই পৰিস্থিতিটো বুজাই দিবৰ বাবে মাটি হাকিম আহিছিল। সৰলা বুঢ়ীয়ে কঁকালটো পোনাই লৈ সেইখিনি পালেগৈ। অলপ সময় মাত্ৰ হাকিমৰ কথা শুনি তেওঁ কলে,—'আমি যদি আটাইবোৰে ইয়াৰ পৰা নাযাওঁ বুলি কওঁ তেনেহলে চৰকাৰে কি কৰিব পাৰে? নিজৰ মাটি ভেঁটিৰ পৰা জোৰ কৰি খেদাই দিবৰ বাবে তোমালোকৰ কোনখন আইন আছে, চাওঁ!"

সৰলা বুঢ়ীয়ে এনেকৈয়ে সদায় কথা কয়। সহজে তেওঁ কালৈকো কেতিয়াও ভয় নকৰে। শৰীৰত তেওঁৰ শক্তি নাথাকিলেও অন্তৰত তেওঁৰ শক্তি, প্ৰত্যয় আৰু বিশ্বাস অসীম। গাঁৱৰ বুঢ়া ডেকা আটায়েই তেওঁৰ মুখলৈ চালে। এয়া যেন কোনো এক তেজস্বিনী বীৰাংগনাৰ কণ্ঠস্বৰ—যাৰ এষাৰ কথাই তেওঁলোকৰ আটাইৰে হয়তো ভাগ্যৰ পৰিবৰ্তন ঘটাই দিব পাৰে। বিয়াল্লিছৰ আন্দোলনৰ মাজত গাঁৱৰ বিদ্ৰোহীৰ অনুসন্ধান কৰিবলৈ অহা পুলিচ

বিনয়াৰ সন্মুখত তেওঁ এনেকৈয়ে থিয় দিছিল। স্তব্ধ হৈ গৈছিল সেই পুলিচ বিনয়া। নিজৰ ঘৰ সংসাৰ চলোৱাৰ দায়িত্বত এনেকুৱা কাম কৰিবলৈ বাধ্য হৈছে বুলি কৈ লৰালৰিকৈ সেই ঠাইৰ পৰা অন্তৰ্ধান হৈছিল।

মাটি হাকিমে অত্যন্ত সৰলভাৱে সৰলা বুঢ়ীৰ ওচৰলৈ আহি গোটেই কথাখিনি বুজাই দিবলৈ চেষ্টা কৰিলে, কলে—'ঘৰ-বাৰী এৰি যোৱা সকলো মানুহক আন ঠাইত মাটি দিয়া হব, দিব লাগিব ক্ষতিপূৰণ হিচাবে বহুত টকা। চৰকাৰে তেওঁলোকৰ সকলো সুবিধাৰ বাবে সদায়েই চকু ৰাখিব।' টকাৰ কথা শুনিয়েই সৰলাই বাঘিনীৰ দৰে গৰ্জি উঠিল—'কোনে বিচাৰিছে তোমালোকৰ টকা? অতবোৰ মানুহক নিজৰ ওপজা ঠাইৰ পৰা খেদাই দি মাটিৰ তলৰ তেল বেচিবলৈ নাপালে দেশখন একেবাৰে ৰসাতললৈ যাব! তোমালোকে আমাক কি ঘিঁউ মৌ. সোপা খাবলৈ দিছা? আৰু তুমিয়েই বা কি মাটিৰ হাকিমজন ওলাইছাহি ইয়াত? শুনিছোঁ, আন্দোলনৰ সময়ত তুমি লগৰ মানুহবোৰক ধৰাই দিছিলা? কিহৰ হাকিম তোমালোক? দেশৰ শত্ৰু আছিলা, আৰু একদিনৰ ভিতৰতে আহি হাকিম হলাহি! ঈশ্বৰ, গোঁসাই একো নাইকিয়া বুলি ভাবিছা নেকি?"

সৰলা বুঢ়ীৰ ওঁঠ দুটা কঁপিবলৈ ধৰে। সোঁহাতৰ আঙুলিৰে ডিঙিটো পিটিকি দিয়ে। চাৰিওফালে কাঁহ পৰি জীণ যোৱা নীৰৱতা। কোনেও এটা শব্দ উচ্চাৰণ কৰা নাই। তেওঁ কব নোৱাৰাৰ সুবিধা লৈয়েই মাটি-হাকিম উঠি গল আৰু কৈ গ'ল—'দেশৰ সকলো মাটিৰ গৰাকী হ'ল একমাত্ৰ চৰকাৰ। চৰকাৰৰ আদেশ অমান্য কৰিব পাৰিব কোনে?'

সেই দিনা ৰাতি সৰলা বুঢ়ীয়ে ভাতপানী একোকে খাব নোৱাৰিলে। বিছনাত পৰিয়েই তেওঁ অনুমান কৰিলে বুকুখনৰ ওপৰত বহুত গধুৰ বস্তু এটা যেন হেঁচা দি ধৰি ৰখা হৈছে। ইচ্ছা কৰিলেও যেন ইকাটি সিকাটি কৰিব নোৱাৰে। চাৰিওফালৰ আটাইবোৰ মানুহে যেন বহুদিনৰ আগৰে পৰা তেওঁক নিষ্ঠুৰ ভাৱে অপকাৰ কৰিবৰ বাবে বহুদিনৰ আগৰ পৰাই সাজু হৈ আছিল। আটাইবোৰ যেন তেওঁৰ চিৰদিনৰ শত্ৰু। চাকিৰ ক্ষীণ পোহৰত নিকৰুণ ভাৱে তেওঁ ঘৰৰ ভিতৰৰ আটাইবোৰ বস্তুলৈ চাওঁতে হঠাতে যেন দৃষ্টি ধূসৰ হৈ আহিল আৰু একান্ত অসহায় ভাৱে চকু দুটা লাহে লাহে মুদি দিলে।



চকু মুদি থকা সেই অৱস্থাতে স্বপ্নাভিভূতা হোৱাৰ দৰে বিগত দিনৰ আৰু কিছুমান কথা তেওঁৰ মানস চকুৰ আগত আহি উদয় হ'লহি।

বিয়াৰ আঢ়ৈ বছৰৰ পিছত বোৱাৰীয়েক চম্পাই তেওঁৰ আগত এদিন অন্তঃসত্বা হিচাবে ধৰা দিলেহি। তেওঁৰ আনন্দৰ সীমা নোহোৱা হ'ল। গাওঁৰ বুঢ়ী, বোৱাৰী, গাভৰু সকলোকে মাতি আনি চম্পাক পঞ্চামৃত খুৱালে। তেঁও স্বপ্ন দেখিলে—নিপোটল মুখ, নিপোটল ভৱিষ্যতৰ নাতিয়েকক তেওঁৰ বুকুৰ মাজত সাবটি লৈছে। গোটেই দিনটো তাৰ কাষত বহি বহি ধেমালি কৰিছে। তাৰ কথা আৰু হাঁহিৰ বাহিৰে পৃথিৱীৰ আৰু একো কথা তেঁওৰ কাণত পৰাহি নাই। তাৰ সুন্দৰ মুখখনলৈ চাই চাই তেওঁ অভিভূতা হৈ পৰিছে।

তাৰ দুমাহৰ পিছতে চম্পাৰ মাক আহিল ছোৱালী জনীক নিজৰ ঘৰলৈ লৈ যাবৰ বাবে। ডাঙৰ জীয়েকৰ প্ৰথম সন্তানটো তেওঁৰ ঘৰত জন্ম হলে তেঁও প্ৰাণত হেনো পৰম তৃপ্তি পাব। কিন্তু সৰলাই চম্পাক পঠিয়াই দিবলৈ অমান্তি হ'ল। তেওঁ কাষত নাথাকিলে তাইৰ কিবা বিপদ হব পাৰে বুলি তেওঁৰ সদায় ধাৰণা। মনৰ দুখত চম্পাৰ মাক একে দিনাই ঘৰলৈ উভতি গ'ল।

কেতিয়াবা কেতিয়াবা সৰলাই চম্পাক নিজৰ লগত শুৱাই লয় আৰু বোৱাৰীয়েকৰ তলপেটত কাণ দি তেওঁ কোনো এক মহাজীৱনৰ তীব্ৰ স্পন্দন অনুভৱ কৰে। মাতৃ-গৰ্ভত থাকি সেই জীৱনে পৃথিৱীৰ মহিমামণ্ডিত পোহৰ দেখিবলৈ উত্ৰাৱল হৈ পৰে। চম্পাক তেঁও অতীৱ আদৰ কৰি উপদেশ দিয়ে—"সন্তান গৰ্ভত স্থিত হোৱাৰ পৰাই মাতৃয়ে সজ কথা আৰু আলোচনাত কায়মনোবাক্যে ৰত থাকিব লাগে। কাৰণ, গৰ্ভৰ ভিতৰতে সেই সন্তানে পিতৃ মাতৃৰ অভিপ্ৰায় অনুভৱ কৰিব পাৰে। অষ্টাবক্ৰ ঋষিয়ে মাতৃগৰ্ভত থাকোঁতেই সমস্ত বেদ বেদান্ত আৰু শাস্ত্ৰ আয়ত্ত কৰিছিল। অভিমন্যুৱে মাতৃগৰ্ভত অৱস্থান কালতে চক্ৰব্যূহ ভেদৰ কৌশল শিকি লৈছিল।

কিন্তু গৰ্ভস্থ সন্তানে বিশাল পৃথিৱীৰ পোহৰ দেখাৰ আগতেই ডাক্তৰ, বেজ সকলোৰে চিকিৎসাক গৰিহণা দি সম্পূৰ্ণ চাৰিটা দিন প্ৰসৱ বেদনাৰ গ্ৰাসত অসীম বেদনাৰে কটাই চম্পাই পৃথিৱীৰ পৰা চিৰদিনৰ বাবে বিদায় ললে। পিছ দিনা ৰাতিপুৱা সকলোৱে দেখিলে সৰলাৰ বয়স যেন দহ বছৰ বাঢ়ি গৈছে।

তাৰ পিছত সোমনাথ! গাভৰু পত্নীৰ মৃত্যুত ঘৰৰ প্ৰতি পত্নীৰ প্ৰেমত বিগলিত হৈ থকা সোমনাথৰ মোহ একেবাৰে নাইকিয়া হ'ল। তাৰ যি দুটা সবল বাহুত মূৰ থৈ এদিন চম্পাই শান্তি আৰু পৰম নিৰ্ভয়েৰে টোপনি গৈছিল, সেই দুটা বাহুতে হঠাতে শক্তি নাইকিয়া হৈ আহিল। চম্পাৰ মাখনৰ দৰে কোমল আৰু হাতীৰ দাঁতৰ দৰে বগা বুকুখনত মুখ গুজি সি সৃষ্টি কৰি লৈছিল তাতেই এখন মনোৰম পৃথিৱী। সেই সোমনাথে পত্নীৰ অবিহনত বাহিৰলৈ আহি চকু মেলি দেখিলে এখন নিষ্ঠুৰ হাহাকাৰপূৰ্ণ দুৰ্যোগ ভৰা পৃথিৱী।

চম্পাৰ মৃত্যুৰ দুবছৰৰ ভিতৰতেই সৰলা সম্পূৰ্ণভাৱে অকলশৰীয়া হৈ গ'ল।

ভৰ দুপৰীয়া বাৰিষাৰ বানেৰে উপচিপৰা বলিয়া দিহিং নৈত টুলুঙা নাওঁ লৈ সোমনাথে পাহাৰ ভাঙি উটি অহা খৰি ধৰিবলৈ গৈছিল। আধা মাইল ভটিয়াই জাঁজিত লাগি থকা সোমনাথৰ মৃতদেহ আনি যেতিয়া তাৰ পিতৃ আৰু পত্নীৰ সমাধিৰ কাষতে চিতাৰ ওপৰত তুলি দিয়া হ'ল তেতিয়া সৰলাৰ বুকুৰ মাজত দহকুৰা চিতাৰ জুই যেন দপ্‌দপ্‌কৈ জ্বলি উঠিল। পিছদিনা ৰাতিপুৱা সকলোৱে দেখিলে, ঘৰৰ পিৰালিত সৰলাই মূৰৰ চুলি ছিঙি ছিঙি নিৰ্বাক ভাৱে বহি আছে। আৰু দহ বছৰ যেন বয়স বাঢ়ি গৈছে।

ভৰ বাৰিষা যিখন দিহিং এবেলাৰ ভিতৰতে সাঁতুৰি চাৰি বাৰ পাৰ হয়, সেই দিহিঙেই সোমনাথৰ মহাকাল হ'ল বুলি সৰলা বুঢ়ীয়ে সদায় হিয়া ভাঙি কান্দি থাকে।

শেষ ৰাতি বাৰীত পকা ৰবাব টেঙা এটা সৰি পৰাৰ শব্দ শুনি সৰলাই খৰধৰকৈ শুই থকা বিছনাৰ ওপৰত বহে। আধা চকুমুদা অৱস্থাতে এটা সুদীৰ্ঘ ৰাতি অতিবাহিত হৈ গ'ল। এই দুটা ক্লান্ত চকুলৈ টোপনি অহাৰ কোনোদিন আৰু অকণো আশা নাই।

চাওঁতে চাওঁতে সেই প্ৰকাণ্ড অঞ্চলটোৰ ইফালে সিফালে পৃথিৱীৰ বুকুৰ পৰা তেল উলিওৱাৰ বাবে আয়োজন চলিল প্ৰচণ্ড গতিত। সমগ্ৰ অঞ্চলটো যেন যুদ্ধক্ষেত্ৰ এখনত পৰিণত হ'ল। ধৰণীৰ বুকু বিদীৰ্ণ কৰি খন্দা হ'ল একো একোটা বিশাল খাল। তাৰ ওপৰত গঢ়ি তোলা হল টাৱাৰৰ দৰে লোহাৰ বিৰাট যন্ত্ৰ। হাজাৰ হাজাৰ বছৰ অন্ধকাৰত আবৃত হৈ থকা সেই



ঠাইলৈ বিজুলী বাতিয়ে কঢ়িয়াই আনিলে বিজ্ঞানৰ বিচিত্ৰ মহিমা। অজস্ৰ মানুহৰ দিনে ৰাতিয়ে হ'ল আগমন। জীপ, মটৰ, যন্ত্ৰৰ শব্দই সূচনা কৰি থৈ গল এখন অদ্ভুত পৃথিৱীৰ। গাঁৱৰ মানুহ একেবাৰে অবাক হৈ গ'ল।

চৰকাৰৰ বিষয়া আহিল এদিন সৰলা বুঢ়ীৰ ঘৰলৈ ঘৰ-বাৰী জৰীপ কৰিবলৈ। সৰলাক তেওঁ জনালে—“এই ঘৰবাৰী আৰু মাটিৰ বিনিময়ে আন ঠাইত মাটি কিনিবলৈ আৰু ঘৰ-বাৰী সাজি লবলৈ যথেষ্ট টকা পইচা দিয়া হব। সৰলা বহাৰ পৰা নুঠিল। দুৰ্বল মাতেৰে তেওঁ মাত্ৰ কলে, চৰকাৰৰ ক্ষমতা আছে, চৰকাৰৰ মাটি চৰকাৰে নিব। তেওঁলোকৰ আইন আছে, কানুন আছে। চৰকাৰক কৈ দিবাগৈ এই বুঢ়ীয়ে এটাও পইচা হাত পাতি নলয়। চৰকাৰেতো ইচ্ছা কৰিলে শুনিছোঁ চব কৰিব পাৰে। এই বুঢ়ী জনীক গুলি মাৰি মাৰিব নোৱাৰে কেলেই?—কেলেই নোৱাৰে?

বাৰীৰ প্ৰান্তত স্বামী, পুত্ৰ, পুত্ৰবধূৰ শ্মশানৰ কাষত বহি আঠু দুটাৰ মাজত মূৰটো সুমুৱাই সৰলাই কেবাটাও আবেলি অতিবাহিত কৰিলে। চকুৰপৰা ধাৰাসাৰে পানী বাগৰি আহিল, দৃষ্টি ম্লান হৈ আহিল। হঠাতে তেওঁ যেন শুনিবলৈ পায় আকাশৰ বুকুৰ পৰা এটা হিয়াভঙা কান্দোনৰ সুৰ তালৈকে নামি আহিছে। সেই সুৰ বিদায়ৰ সুৰ, বিচ্ছেদৰ সুৰ, সৃষ্টিৰ শেষৰ দিনৰ সুৰ।

কাম কৰা মানুহটোৱে সন্ধ্যা সৰলাক লাহে লাহে ঘৰলৈ আনেগৈ। ত্ৰিশ বছৰ ধৰি এইখন ঘৰতে কাম কৰি থকা মানুহটোৱে সৰলাৰ দুখত ম্ৰিয়মান হয়। টপ্‌টপকৈ তাৰো চকুৰ পৰা পানী ওলাই আহে।

গা ধুই গোসাই ঘৰত সোমাই বন্তিৰ পোহৰত থাপনালৈ চাই চাই তেওঁ আধাফুটা মাতেৰে প্ৰাৰ্থনা জনায়—“ঈশ্বৰ, সুখ মোক নিদিলা, তাৰ বাবে মোৰ কোনো বিষাদ নাই। দুখকেই তোমাৰ আশীৰ্বাদ বুলি শিৰ পাতি লৈছিলোঁ। কিন্তু মোৰ শেষ কামনাটো পূৰণ নকৰিলা কিয়? তোমাৰ চৰণত মইতো কোনোদিনে কেতিয়াও দোষ কৰা মনত নপৰে? তুমি মোক এনে দৰে নিঠৰুৱা কৰিলা কিয়? মোৰ মৰণ দেখি তুমি কি সুখ পোৱা ঈশ্বৰ?'

দুপৰ ৰাতি সৰলা চমক খাই জাপ মাৰি বিছনাৰ পৰা মজিয়ালৈ নামি আহিল। লেমৰ ফিটাডাল বেছিকৈ বঢ়াই দিলে। কঁকালত হাত এটা দি পোন হৈ থিয় হল। চকু দুটা বহলকৈ মেলি ঘৰৰ ভিতৰতে জোৰেৰে খোজ

কাঢ়িবলৈ ধৰিলে। হঠাতে তেওঁও যেন শুনিবলৈ পালে—বাৰীৰ সিটো প্ৰান্তৰ পৰা তেওঁক কোনোবাই মাতিছে। লেমটো হাতত লৈ দুৱাৰখন তেওঁ জোৰেৰে খুলি দিলে। হঠাতে আকৌ সেই মাত বন্ধ হৈ গ'ল। ভিতৰলৈ সোমাই আহি দুৱাৰ খন তেওঁ আকৌ বন্ধ কৰি দিলে। এইবাৰ এটা প্ৰকাণ্ড চিঞৰ মাৰি কাৰোবাক যেন কিবা এটা কৈ দিব।—এই ৰাতিটোৰ ভিতৰতে পৃথিৱীখন ওলট পালট হৈ নাযায় কিয়! মহাপ্লাৱনৰ সৃষ্টি হৈ মাটিৰ তলৰ তেলবোৰ পানীত পৰিণত নহয় কিয়! ধুমুহা আহি তেল কোম্পানীৰ যন্ত্ৰ পাতি খবিমুৰ কৰি নেপেলায় কিয়! এটা সৰ্বনাশা ভূমিকম্প হৈ এই ঘৰবাৰী, শ্মশান আৰু তেওঁক মাটিৰ তলত নি একে লগ কৰি নথয় কিয়! নহয় কিয়!! নোহোৱাৰ কাৰণ কি!!!

চাৰি দিন ধৰি সৰলাই ওচৰৰ, দূৰৰ অনেক মানুহক ঘৰৰ বস্তু বাহানিবোৰ বিলাই দিবলৈ ধৰিলে। এটাও পইচা নোলোৱাকৈ ডাঙৰ ডাঙৰ গছবোৰ কাঠবেপাৰীক কাটি নিবলৈ দিলে। বাৰীৰ অত তত থকা তামোলৰ গাঁতবোৰ খুলি দিলে। বাঙ্কনি ঘৰৰ হেঁদালিৰ পৰা এটা এটাকৈ বঙালাও তললৈ খহাই দিলে। গুৱৰ কলহ টেকিলিবোৰ নমাই দিলে। গৰু, ছাগলী, পাৰবোৰ কোনোবা কোনোবাক বিলাই দিলে। গৃহহীন মানুহ কিছুমান আহি গোট খাইছিলহি। সিঁহতক লাঠী এডালেৰে তেঁওৰ ঘৰৰ কোন কোন অংশ পাব দেখুৱাই দিলে।

গাঁৱৰ গাভৰু দুজনী মানক মাতি আনি বাকচ খুলি খুলি সিংখাপৰ মেখেলা, পাটৰ মুগাৰ মেখেলা, চাদৰ যি আছিল তাৰে মাত্ৰ এযোৰ ৰাখি আটাইবোৰ খৰধৰকৈ বিলাই দিলে। গৌৰীৰ বাবে মাত্ৰ মণি এধাৰ ৰাখি সোণৰ অলঙ্কাৰ বোৰ গাভৰু ছোৱালী দুজনী মানক পিন্ধাই দিলে। ইয়াৰ বহুত বোৰেই আছিল চম্পাৰ অলঙ্কাৰ।

সোণ বৰণীয়া দীঘল আঙুলিৰ দৰে প্ৰভাতী সূৰ্যৰ ৰেখা পৃথিৱীত পৰাৰ আগতেই সৰলা বুঢ়ীক এবাৰ বাৰীৰ সিটো প্ৰান্তত দেখা গ'ল। হাতত এটা ৰূপৰ সৰু ঘট। স্বামী, পুত্ৰ, পুত্ৰবধু মিহলি হৈ থকা মাটিৰ কাষতে এবাৰ তেওঁ ৰহিল। সেই সমাধি স্থানৰ ওপৰত পৰিল তেওঁৰ আকুল দৃষ্টি। তথাপিও চকুত তেওঁৰ এটোপাও পানী নাই। পানী ওলাব পৰাৰ শক্তিকণো সেই চকুত আজি যেন আৰু নাই!



সেই চিৰ-পবিত্ৰ স্থানৰ চাৰিওফালে তেওঁ ঘূৰি ঘূৰি চাই মিলি অলপ মাটি ঘটটোত সুমুৱাই ললে। সোঁ চকুটোৰ কোণত চকুলোৰ সামান্য এটা বিন্দু দেখা গৈছিল, বাগৰি নাহি তাতেই শুকাই গ'ল। তাৰপৰা খৰধৰকৈ আহি ওচৰৰ সৰু লৰা ছোৱালী কিছুমানক মাতি আনি বাকছ এটাৰ পৰা বহুবোৰ ভঙা পইচা উলিয়াই বিলাই দিলে।

পশ্চিম আকাশত বিশাল সূৰ্য্য তেতিয়া বুৰ গৈছে। কেইটুকুৰা মান ডাৱৰৰ সোণালী বৰণ—মনোমোহা সেই বৰণ, কিন্তু ডাৱৰৰ নিজস্ব নহয়। পদুলিৰ পৰাই ঘৰ-বাৰীৰ চাৰিওফালে এটা কৰুণ আৰু পৰাজিত চকুৰে চাই সৰলা বুঢ়ীয়ে মূৰৰ ওপৰলৈ হাতযোৰ কৰিলে আৰু কঁপি কঁপি গৰু গাড়ীখনত উঠি চকু দুটা আধা মুদাই দিলে।

এইবাৰ আৰম্ভ হ'ল গৰু গাড়ীৰে পশ্চিমমুখী যাত্ৰা।

## চক্রবৎ

### মহিম বৰা

মেৰামতি কৰিবলৈ লোৱা বাইচাইকেল খন মাজ চোতালতে পেলাই থৈ চাৰিও কালে বাপেক পুতেকে বেঢ়ি বহি লৈছে। বাপেকে অৱশ্যে আগ চকাটোৰ পৰা টিউবটো উলিয়াই লৈ পাম্প দি এচৰিয়া পানীত তিয়াই তিয়াই 'লিক' বিচাৰিছে। পুতেক হঁতে চাৰিও কালে বেঢ়ি লৈ তাক নিৱিষ্ট মনে চাইছে। পুতেক হঁতে মানে মণি আৰু তাৰ ভায়েক দুটা। টিউবত লিক ওলালেই বতাহে পানীত বুৰ্বুৰণি তুলি দিয়ে। এই বুৰ্বুৰণি সিহঁতৰ কৌতূহল। ইয়াৰ ভিতৰতে দুটা পেণ্টিং হৈ গ'ল। তৃতীয়টোৰ কাৰণে বাপেকে পুৰণা টিউবৰ পৰা ৰবৰ এডোখৰ লৈ কেচিৰে ঘূৰণীয়াকৈ কাটি কেচিৰ ধাৰেদি চুচি গাটো নিমজ কৰিছে। চলিউচনৰ টিউবটো ওচৰতে পৰি আছিল। নতুন টিউবটোৰ ইতিমধ্যেই পেটটো খালি হৈ গৈছে। মণিয়ে লাহে লাহে হাতখন আগবঢ়াই টিউবটোত এবাৰ হাত ফুৰালে। নাই, বাপেকে একো কোৱা নাই। এবাৰ লাহেকৈ দাঙি আকৌ আগৰ ঠাইতে থলে। এইবাৰো বাপেকে একো নকলে। কিজানি বাপেকে একো দেখাই নাই। যিকি নহওক চলিউচনটো হাতত লৈ উঠি আহিল। কেপটো খুলি গোন্ধটো নাকেৰে উজালে। এই গোন্ধটো বৰ ভাল লাগে তাৰ। চলিউচন সম্পৰ্কত তাৰ আৰু এটা অদ্ভুত দুৰ্বলতা আছে। একেবাৰে নতুন চলিউচন এটা কাঠ এডালৰ ওপৰত থৈ যেন মাৰ মাৰি দিব বা ভুকু মাৰি দিব। কেউ পিনে এঠাবোৰ ছিটিকি পৰিব। এই ইচ্ছাটো হেঁচি ৰখাৰ বাহিৰে উপায় নাই। ডাঙৰ হলে যেতিয়া সি ধন ঘটিব, প্ৰথম প্ৰথম এই কামটোকে সি কৰিব।

সি চলিউচনটো লোৱা দেখি ইতিমধ্যেই ভায়েক দুটাই সতৃষ্ণ নয়নে চাইছিল। এবাৰ সিহঁতেও হাতত লব খোজে। দ্বিতীয়টো ভায়েকে অভি-ভাৱকৰ সুৰত কৈ উঠিল—"নুচুবি, নুচুবি বেয়া হব। কওঁনে দেউতাক?"

মণিয়ে লৰালৰিকৈ চলিউচনটো তাৰ হাতত দিলে। সৰুটোৱে থাপ মাৰি তাৰ হাতলৈ নিবলৈ চালে।

"অ' কৰিলে!" দ্বিতীয়টোৱে চিঞৰি উঠিল। পিটিকা খাই চলিউচনৰ



পৰা অলপ এঠা ওলাই গ'ল। বাপেকৰ ৰবৰ ডোখৰ ইতিমধ্যে চাফ কৰা হৈছিল। চলিউচনটো হাতেৰে খেপিয়াই ফুৰোঁতেই এই অৱস্থা দেখা পালে। গোঁজৰণি মাৰি উঠিল, মুখেদি শব্দৰ চলিউচন ওলাবলৈ ধৰিলে।

—"তহঁতৰ ইয়াত কি কাম, এই মেকুৰী, নিগনি, শিয়াল, কুকুৰৰ পোৱালিহঁত?" ওলাই পৰা এঠা বিলাক ৰবৰ ডোখৰত লগাই ললে আৰু বাকী থকা খিনি টিউবটোৰ টাপলি মাৰিব লগীয়া ঠাইডোখৰত লগালে। সৰু দুটা ইতিমধ্যে ফিৰিঙতি ভগা দিছিল। মণি সেমেনা সেমেনিকৈ ওচৰত থাকিল। বাপেকে গোঙোৰাকৈ তালৈ চাই কলে—"ধঁপাত ক'ত? এই বৰ মানুহৰ পোৱালি? সেই পৰৰ পৰা ধঁপাত এচিলিমৰ কথা কওঁতে কওঁতে মুখ বিষাল। খোৱাৰ নাগলি হঁত! পৰাই পৰা কাম এখনো কৰি নাখাৱহঁক। ওপৰতে সকলো বোৰ খাবলৈ লাগে? দিনটোত কেইবাৰ খালি?"

কথাত বাধা পৰিল। ঘৈণীয়েকে এহাতে ধঁপাতৰ হোঁকাটো আৰু এহাতে চাহৰ গিলাচটো লৈ ওচৰত থিয় দিলেহি। পুতেকক এৰি ঘৈণীয়েকলৈ কথাৰ সোঁতে ঢাল ললে।—"এতিয়াহে আজৰি ওলালনে বৰ মানুহৰ জীয়েকৰ? সেই পৰৰ পৰা বাইচিকেল ভাল কৰি কৰি কৰি মই মানুহটো হায়ৰাণ!"

—"ময়ো কিবা বহি আছোঁনে? চাউলৰ মলখু ঢেকীত; তাতখনে কিমান আমনি কৰিছে!"

মাকেও সমান ভলিউমতে উত্তৰ দিলে। লগে লগে চাহৰ গিলাচটো আগবঢ়াই দিলে। দুঢোক মান গিলি গিলাচটো ওচৰতে থৈ পেণ্টটো সম্পূৰ্ণ কৰাত লাগি গল; কাৰণ এঠাখিনি শুকাই যাবলৈ ধৰিছে।

খঙেৰে উত্তৰ দি ঘৈণীয়েকৰ অলপ অনুতাপ আহিল। খঙৰ মূল কাৰণ এই চাইকেল খনেই, গতিকে খঙটো শেষ কৰিলে তাৰ গাত।—"এই বাইচাইকল নে তেই চাইকলখন কিমান নো আৰু বেয়া হয়! এই পাতক কুঠাৰ মাৰি শেষ কৰি পেলালে হ'ল। হোকো নোহোকো দিনটোৰ এশবাৰ তাতে লাগি থকা দেখিবা। এহেলৈ আমনি লাগিছে আৰু!" গিৰিয়েকে পেন্দোৱাকৈ মুখলৈ চালে। ঘৈণীয়েকে লৰালৰিকৈ আনফালে চাই কথাষাৰ শেষ কৰিলে —"এৰা!"

"হুঃ, এই গৰু নাই, মাটি নাই, চাকৰি নাই, এই বাইচিকল খনেই খুৱাই

আছে। এই বাইচিকলকে অনাদৰ!"—গিৰিয়েকে ভোৰভোৰাই উঠিল। চাহৰ গিলাচটো শেষ হোৱাত গিলাচটো তুলি লৈ খঁপাতৰ হোঁকাটো দি ঘৈণীয়েক গুচি গ'ল।

বাপেকে কয় বাইচিকল বুলি, ঘৈণীয়েকে কয় তেইচকল, মণিয়ে কেতিয়াবা চাইকল কেতিয়াবা চাৰ্কেল। মূলতে কোনোবা এটা ভাল কোম্পানীৰ আছিল। বাপেক হৰিনাথে প্ৰথম চাহ বাগানত সোমাইছিল চোক্ৰা-চুক্ৰীৰ মহৰী হৈ। চাহাব এজনৰ পৰা তেতিয়াই লৈছিল। সেই অঞ্চলত সেই সময়ত সেই খনক লৈ মাত্ৰ দুখন বাইচিকল আছিল। এই লৈ হৰিনাথৰ গৌৰৱৰ অন্ত নাই।

বহু বছৰ পাৰ হ'ল। চাইকেলৰ হাড়ডাল অৰ্থাৎ ফ্ৰেমটো মাত্ৰ হৰিনাথৰ অতীতৰ গৌৰৱময় জীৱনৰ সাক্ষী হৈ ৰ'ল। বাকীবিলাক নানা নতুন নতুন কোম্পানীৰ পাৰ্টচৰ সমন্বয়ত বৰ্তমানৰ চাইকেলখন এক বৰ্ণসংকৰ সৃষ্টি। হৰিনাথৰ চাকৰি যোৱা দহ বছৰৰ ওপৰ হ'ল। নতুন শিক্ষিত ওলাল।—সেই বিলাকে চাহবাগানৰ চাকৰি ললে। হৰিনাথক কতো নাৰাখে। তথাপি কৰবাত চাকৰিৰ খবৰ ওলালেই এই বাইচিকেলখনকে লৈ হৰিনাথ দৌৰে। চাকৰি নাপায়। কিন্তু বাগানখনত কোনো পুৰণি চিনাকি কৰ্মচাৰীক পায়। কোনোৱে দুই এটকা দি সহায় কৰে। কাৰবাৰ তাৰ পৰা সামান্য বেয়া হৈ পৰি থকা টায়াৰ, টিউব, ফ্ৰীহুইল আদি পায়। ঘৰলৈ আহি এসপ্তাহ মান বেঞ্চ, হাতুৰী লৈ মিস্ত্ৰীখানা আৰম্ভ কৰি দিয়ে। অৰ্থাৎ বাইচিকেলৰ মেৰামতি হয়। তাৰ পিছত হাট-বজাৰ কৰে বাইচিকেলৰ ওপৰতে। আকৌ এদিন শুনে—কাম এটা খালি হৈছে—হয়তো ৫০।৬০ মাইল দূৰৰ বাগান এখনত, আকৌ বাইচিকেলৰ যাত্ৰা আৰম্ভ হয়।

আজি ১৫।২০ বছৰে এই দুচকীয়া যন্ত্ৰটোৱেই হৰিনাথৰ জীৱনৰ সুখ-দুখৰ সংগী। তাৰ ওপৰতে পাচোঁটা প্ৰাণীৰ সংসাৰ খন। কাৰণ খেতিবাতি নাই। ঘৈণীয়েকে কাপোৰ বয়। সেই কাপোৰ বজাৰত বা বাগানত বেচে হৰিনাথে। আকৌ সুতা আনে। আকৌ কাপোৰ বয়। এই চাইকেল খনক কোনোবাই নিন্দা কৰে! অৰ্জুনেও গাণ্ডীৱৰ নিন্দা হয়তো সহ্য কৰিব পাৰে।

ইতিমধ্যে চাইকেলৰ মেৰামতি সম্পূৰ্ণ হৈছিল। টিউবটো টায়াৰত ভৰাই টায়াৰটো ৰিঙত ফিট কৰি দিলে। সেইখিনিতে মণিৰ সাহায্য অপৰিহাৰ্য্য।



কাৰণ টায়াৰৰ শেষ ডোখৰ ৰিঙত লগাওঁতে অমানুষিক প্ৰচেষ্টাৰ আৱশ্যক হয়। পুৰণা টায়াৰ, অলপ জোৰ পৰিলেই কিনাৰৰ তাঁৰ ডালৰ থ্ৰেড্‌বোৰ এৰাই যাব পাৰে। উপযুক্ত বেঞ্চ নথকাত যি কোনো এডোখৰ চেপেটা লোহাৰে টায়াৰৰ এটা মূৰ ৰীঙত সুমুৱাই হেঁচি ধৰি থাকিব লাগে। মণিয়ে সেই কামটো কৰে। বাপেকে আন এডাল বেঞ্চেৰে বাকী অংশটো ৰীঙত ভৰায়। মণিয়ে ইষ্টদেৱতাক জপ্ কৰি বেঞ্চ্‌ডাল হেঁচি ধৰি থাকে—যাতে হাতৰ পৰা পিছলি নাযায়। লগে লগে বাপেকৰ মুখলৈ নিবিষ্ট মনে চাই থাকে মুখৰ সামান্য পৰিবৰ্তনকো লক্ষ্য কৰি। চকুৰ গুৰিৰ ছালবোৰ বাপেকৰ ভাঁজ লাগি উঠে, দজীঁয়ে কাপোৰত দিয়া কোঁচৰ দৰে। মণিৰো আপোনা আপুনি কোঁচ খাই উঠে। এইবাৰ বাপেকৰ কপালৰ সিৰ ফুলি যায়। পুতেকৰো। ইয়াৰ পিছত বাপেকৰ মুখেদি প্ৰাক-বৈদিক যুগৰ শ্লোক বিলাক সৰসৰীয়াকৈ ওলাই আহিব। মণিয়ে বুকুৰ ঢপ্‌ঢপনি হেঁচি তাৰ কাৰণে সাজু হয় সিও মুখৰ ভিতৰেদি সেইবোৰ আবৃত্তি কৰি যাব।

চাইকেল 'ফিট্' হ'ল। এইবাৰ থিয় কৰি মণিয়ে ধৰি থাকিব। বাপেকে পাম্প দিব। মণিয়ে ভৱিষ্যতত অসহ্য পিৰ্‌পিৰণি এটা অনুভৱ কৰিলে। কাৰণ সি চাইকেল তলত চলাবলৈ শিকিছে। বেছি দিন হোৱা নাই।

টিলিং টিলিলিং!

প্ৰতাপ আহিছে। মণিৰ লগৰীয়া। তিনি চাৰি দিন হৈছে সি চেডেলত উঠিব পৰা হৈছে। পেদেল ঘূৰি নাপায়। তেনেকৈয়ে চলাই আহিছে তাৰ ককায়েকৰ নতুন ৰেলী চাইকেলখন। তাৰ ককায়েকে ওচৰৰ চাহ বাগান খনত কাম কৰে। শনিবাৰে ঘৰলৈ আহে। আজি আহিছে নিশ্চয়।

মণিয়ে হাত দুখনেৰে চাইকেলখন ধৰি থাকি মূৰটো ঘূৰাই প্ৰতাপলৈ চালে। তাৰ ওচৰতে প্ৰতাপ আহি নামিলহি।

—'অ, প্ৰতাপ, তই ওপৰত উঠিব পৰা হলি?" মণিয়ে বিনয়েৰে সুধিলে।

—"কিবা বেয়া হ'ল নেকি?"

অৰ্থাৎ মণিহঁতৰ চাইকেল খনৰ কথা সুধিলে।

মণিয়ে নীৰৱে মূৰ জোকাৰি চকুহালেৰে আগ চকাটো দেখুৱালে।

পাম্প দিয়া হৈ গৈছিল। হৰিনাথে চালে প্ৰতাপলৈ। "ককায়েৰ আহিছে নে কি অ?"

—'হয়।'

"হুঁঃ! চাইকেল খেলাই দেখুৱাইছ? জান, এই অঞ্চলত অমুকাই প্ৰথম চাইকেল খেলাই দেখুৱাইছিলোঁ।" তাৰ পিছত মুখৰ ভিতৰতে ভোৰভোৰাই গ'ল হৰিনাথে।—"আজি কালি সকলোৱে নতুন চাইকেল খেলোৱা হ'ল। কিন্তু যিমানেই নতুন নহওক বাহিৰৰ চিক্‌চিকনিটোহে মাত্ৰ। হৰিনাথৰখনৰ দৰে খাটি লোহা, আচল হাৰ্দি চাইকেল দ্বিতীয় এখন নাই। স্বয়ং চাহাবৰ বাইচিকেল!"

প্ৰতাপে অৱশ্যে ইমান বিলাক খবৰ নাজানে। জানিবৰ বয়সো তাৰ হোৱা নাই। গতিকে হৰিনাথৰ কথাৰ অৰ্থও নুবুজিলে। সি যে চেদেলত উঠিব পৰা হৈছে তাকে দেখুৱাবলৈ মণিৰ ওচৰলৈ আহিছিল। তাৰ কাম হ'ল, আকৌ চেদেলত উঠি গুচি গ'ল।

হৰিনাথে চাইকেলৰ ৰেঞ্চ্, পুৰণা নট, লোহা লক্কৰবোৰ গোটাই এটা সৰু মামৰে ধৰা লিলি বিস্কুটৰ টিনত ভৰালে। চাইকেলখন ৰচাই ৰাখিছে এই হোমিওপ্যাথিক বাকচটোৱে। চাইকেলৰ হব পৰা সকলো বেমাৰৰ ঔষধ ইয়াত আছে। বাকচটো লৈ ভিতৰলৈ গ'ল হৰিনাথ। এহাতে হোঁকা-চিলিম যোৰ। মণিয়ে চাইকেলত উঠিব খুজিও বৈ গ'ল। চাইকেলখন জেওৰাৰ খুটা এটাত আওজাই থৈ সি ফটাকানি অলপ গোটাই আনিলে। লগতে ভিতৰৰ পৰা কেৰাচিনৰ চাকিটোও। অলপ কেৰাচিনত তিয়াই লৈ চাইকেলখন এফালৰ-পৰা ঘঁহি যাবলৈ আৰম্ভ কৰিলে। ফ্ৰীহুইলৰ ওচৰত বহুত মলি জমা হৈছে। বাৰি এডালেৰে খৰকিয়াই যিমান পাৰে চাফা কৰিলে। ফটাকানি অলপ চেপৰ মাজত সুমুৱাই দুই মূৰে ধৰি ঘঁহি দিলে। স্প'ক বিলাকত কেৰাচিন ঘঁহি ভালকৈ মচি দিলে। ৰিং, এংকল, ক্ৰেংক, পেডেল, আনকি ফ্ৰেমটোও গাৰ জোৰেৰে ঘঁহি ঘঁহি এফালৰ পৰা পৰিস্কাৰ কৰি গ'ল। ঠিক, তেল দিয়া নাই। মাকে ঘঁহা নাৰিকলৰ তেল অলপ পোৱা হলে। যোৱা সপ্তাহৰ পৰাই নাৰিকল তেল নাই, মাকে কৈ আছে। মিঠা তেল আৰু কেৰাচিন মিহলাই দিলেও হব। সি অয়ল কেনটো বিচাৰি আনি মিঠাতেল আৰু কেৰাচিন মিহলাই তেল দি গ'ল। পাছ চকাত, ফ্ৰি হুইলত, পেডেলত, ফৰ্ক ডালতো। এতিয়া সি এবাৰ পাক দি আহিবও পাৰে।

অয়ল কেনটো থৈ আহি চাইকেলখন আওজাই থোৱাৰ পৰা হেণ্ডেলত ধৰি



পোন কৰিলে। সাতোটামান মাত দি বিষ-বেমাৰীয়ে কেঁকোৱাৰ দৰে কেঁকাই উঠিল চাইকেলখনে। গাঁঠিয়ে গাঁঠিয়ে তাৰ বিষ। গাঁঠিয়ে গাঁঠিয়ে তাৰ কেঁকনি। কিমান তেল দিয়েও এই কেঁকনি মাৰিব পৰা নাই। মণিৰ মনটো মৰি গ'ল। তেল কুৰ ঘঁহি চাফ কৰাৰ পিছত চাইকেলখনে ৰূপ লৈছে, পাউদাৰ চেলেকা চুচুৰা হৈ লাগি থকা তেলসনা মুখ এখনৰ দৰে। প্ৰতাপৰ চাইকেলখনৰ নতুন ফ্ৰীহুইলটোৱে কেনেকৈ টিক্ টিক্ মাত লৈ যায়। 'চেইন' ডাল ঘূৰাই দিলেই—কেনেকৈ কৰ্‌কৰাই উঠে। মুড়ি এগাল চোবোৱাৰ দৰে লাগে। কিন্তু সিহঁতৰ চাইকেলে য'ত মাতিব লাগে সেই ফ্ৰীহুইল, বেল মস্ত বোবাবাম। তাৰ বাহিৰে পেডেলৰ পৰা চেডেললৈকে মাড্‌গাৰ্ডৰ পৰা হেণ্ডেলবাৰ, ফৰ্ক, ক্ৰেংক, হুইললৈ সকলোৱে একেলগে চিঞৰি উঠে। যি কি নহওক, তালতে এপাক চলাই অহা যাওক।

কড়্ কড়্ কড়ৎ!

চেইন ডাল মাজে মাজে ঘাট এৰি যায়।

অলপ গৈয়ে ঘূৰি আহিল। উঠি থকাৰ পৰাই ঘূৰাব নোৱাৰে। কেবাবাৰো তেনে চেষ্টা কৰি আলি খাৱৈত সুমুৱাই গৈছে। কিন্তু আগ চকাটোৱে কচ্ কচ্ শব্দ কৰে কিয়? আগ চকাটোৰ বহুত মাতেই সি শুনিছে। ফেঁচাৰ দৰে দিনটোত ওঠৰ বাৰ। কিন্তু এনেকুৱা মাততো শুনা নাই।

বাপেকে ভিতৰৰ পৰাই সেই মাত শুনিলে। ওলাই আহিল। হাতত হোঁকা আৰু মুখত হিন্দী।

—"কুচ কাম্‌কো, আদমী নেহি হ্যায় তুম! ৰেঞ্চৰ বাকচটো আন—এই নিগনিৰ পোৱালি।"

বাপেকে এনেকুৱা হিন্দী কয়! বৰকৈ খং উঠিলে আৰু মনত ৰং লাগিলেও।

কন্স্ ঢিলা হোৱাত আগ চকাটো শ্লেক হৈ ৰীঙটো ফৰ্কৰ বাৰত লাগি গৈছে। চকাটোৱে সেই কথাকে জনাইছিল মণিক।

কন্স্ টান কৰা হ'ল।

এ ঘণ্টা মানৰ মূৰত চাইকেলে বজাৰৰ বাট ধৰিলে। কেৰিয়াৰত এক বস্তা তামোল পান, হেণ্ডেল বাৰৰ দুই ফাঁলে ওলোমাই শাক পাচলি, কলডিল, টেঙা আদি বিবিধ পণ্য দ্ৰব্য। জৰাজীৰ্ণ বেগটোৰ ভিতৰত দুই এবিধ পণ্য দ্ৰব্য,

দুখনমান বস্তা, দুখনমান ফটা কানি কাপোৰ, কেৰাচিন, মিঠাতেল, আৰু নাৰিকল তেল আনিবলৈ নিয়া তেলৰ বটল আৰু বিখ্যাত হোমিওপ্যাথিক বাকচটো হেণ্ডেলৰ মাজত ওলোমাই লৈছে। দুযোৰা নাৰিকল চাৰি আঙুল-মান বহলকৈ প্ৰত্যেকটোৰে বাকলি এৰুৱাই যোৰাযোৰে বান্ধি হেণ্ডেলবাৰৰ ওপৰত পেলাই দিছে। বাকলিৰ তল অংশই নাৰিকল বিলাক ওলোমাই ৰাখিছে। বজাৰলৈ দুমাইল হ'ব। বাপেকে হেণ্ডেলত ধৰি চাইকেল টানি নিছে, মণিয়ে কেৰিয়াৰৰ বস্তাটোত এটা হাত দি গৈছে। গড়া আদিত সি পিছফালৰ পৰা ঠেলি দিয়ে। পোৰা মাইলমান আঁতৰৰ চিনাকি মানুহেও বুজিব পাৰে, মণিহঁতৰ চাইকেলখন আহিব লাগিছে বা গৈছে। সেইদিনা মণিৰ হাতৰ তেল পাই কেঁকনিৰ কোব আৰু চৰিল, গোটেই বাট তালফাল লগাই গৈছে।

বজাৰত বিক্ৰী ভাল। লাভ হৈছে। গাঁৱত বেচিব পৰা বস্তু কিনি নিব পাৰে নেকি চালে। ডাঙৰ ডাঙৰ পাঁচ মুখীয়া কচু, মোৱা আলু, নগা চাবি আদি বস্তুৰ দাম সেই দিনা সস্তা। গাঁৱত ভাল লাভ হব। ভায়েক হঁতৰ কাৰণে এক পইচাৰ চেনিবুটো ললে—যুদ্ধৰ আগৰ দিন গতিকে এক পইচাৰ বেপাৰ চলে।

প্ৰায় আগৰ সমানে বোজা লৈ চাইকেল ঘৰমুৱা হ'ল।

ঘৰ পালেহি। মাত্ৰ পোৰা মাইলমান আছে। ভায়েক হঁতে আৰু মাকে কাণ ওপাইছে যদি চাইকেলৰ মাত শুনিছে নিশ্চয়। কিন্তু সেই আটকীয়া মাত-বোৰো যে একেলগে বন্ধ হৈ গ'ল।

'ঠেল, ঠেল।'—

মণিৰ হাত পেণ্টৰ চেনিবুটৰ ওপৰতে আছিল। এটা এটাকৈ খালেও ভায়েক হঁতলৈ পৰালি পৰিব। জেপৰ ভিতৰতে নখেৰে চিকুটি চিকুটি জিভাখন শুকান ৰখাৰ প্ৰচেষ্টা চলাই আহিছে ওৰে বাটে। লৰালৰিকৈ ঠেলিবলৈ হাত উলিয়াওঁতেই বহুতো বুট পৰি গ'ল। তাতে কাবৰ চিলাই ফাটিছে, জেপটোও খৰালিৰ খাল যেন বাম। হাত এৰিলেই বিপদ।

কিন্তু চাইকেলৰ চকা নুঘূৰাৰ তুলনাত ই কি পদাৰ্থ! চকা অৱশ্যে নুঘূৰিল। পাছ চকাত কন্স গৈ 'জাম্' হৈ গ'ল। বাপেকৰ মুখত প্ৰথমে হিন্দী তাৰ পিছত প্ৰাক্‌বৈদিক সংস্কৃত ওলাল। ওহোঁ। আজি চাইকেলে জুলু



ভাষাৰ গালি শুনিবলৈকো ৰাজি। বোজা অলপ নমাই লৈ ভালকৈ দুটামান থেকেচনি দিলে। মিছা। মণিয়ে পেডেলডাল ঘূৰাবলৈ চালে। অ'—ফ্ৰী-হুইলটো দেখোন দুই পিনে ঘূৰা হ'ল। সোঁফালে ঘূৰালে চাইকেল চলিব, বাওঁপিনে ঘূৰালে অকল ফ্ৰীহুইলটোহে ঘূৰে। এতিয়া সি দুই পিনেই ফ্ৰী।—গ'ল জাহান্নামে! ফ্ৰীহুইলৰ স্প্ৰীং ছিগিছে নিশ্চয়। বিৰক্তিত হৰিনাথে পাছ চকাটোত আৰু দুটামান থেকেচনি দিলে। আগেয়েও মাজে মাজে ফ্ৰীহুইলটোৱে নধৰা হয়। স্প্ৰীং ডালে এৰি দিয়ে। থেকেচিলেই ধৰে। বৰ্তমান চকাটো ঘূৰিলেও হ'ল।

চাইকেলখন জোৰেৰে পাছলৈ ঠেলিলে হৰিনাথে। কন্সটো অলপ ঢিলা হৈ গ'ল। অলপ সময় পাছলৈ ঠেলি নি চকাটো ভালদৰে ঘূৰা হোৱাত আকৌ আগলৈ লৈ আহিল। আগৰ ঠাই পাবলৈ। দুই তিনি নলমানহে গ'ল। আকৌ চকা ৰৈ গ'ল। আগৰ ব্যৱস্থাকে দোহাৰিলে। আকৌ অলপ দূৰ আগ বাঢ়িল। আকৌ পূৰ্ববৎ। চাৰি পাঁচ বাৰ আগলৈ পিছলৈ গৈ ঘৰৰ ওচৰ পালেহি। আকৌ 'জাম্'। ঘৰত গৈ হোমিওপ্যাথি কৰিবই লাগিব। কিন্তু বৰ্তমান আসুৰিক চিকিৎসাৰ প্ৰয়োজন। খঙত গাৰ বল দি চাইকেলখন টান দিলে। পুতেকেও বুটৰ শেষ আশা বিসৰ্জন দি দুই হাতে দিলে ঠেলা। কড়ৎ-কড়্! বল বোধ হয় গুৰি হৈ গৈছে। কিন্তু চাইকেল চলিল। লগে লগে ৰীঙত খটাং খটাংকৈ কিবা পৰাৰ শব্দ হ'ল। ওহোঁ, মণিৰ জেপৰ বুট তাত কিয় পৰিব। পাছৰ চকাৰ বলবিলাক নাচি নাচি ওলাই আহিছে ভিতৰৰ পৰা। নিশ্চয় কন্স্ ভাগিছে বা হব্‌চৰ ঘাট ছিগিছে। মণিয়ে ফটা কাগজ এখন লৈ বল বিলাক গোটালে। কেইবাটাও বিচাৰি নাপালে। যথা লাভ। পদূলি পালেহি। কিন্তু এইকণ বাটকে কেনেকৈ নিয়া যায়? পুতেকক হেণ্ডেলত ধৰিবলৈ দি হৰিনাথে পাছ চকাটো বোজাৰে সৈতে দাঙি ধৰিলে। আগ চকাটোৱে কান্দি কান্দি আৰু পাছটোৱে মুচ্‌মুচাই হাঁহি হাঁহি ভিতৰ সোমাল। সাতদিন সাতৰাতি হোমিওপ্যাথিক, আসুৰিক নানা চিকিৎসা চলিল। হুৎহাট, ঘুটুঘাট শব্দত ৰাতি দুপৰলৈকে সেই কেইদিন চুবুৰীয়া দুঘৰ মানো শুব নোৱাৰিলে। প্ৰথম দুৰাতি মাত্ৰ মণিৰ মাকে টোপনি যাবলৈ প্ৰচণ্ড চেষ্টা কৰিছিল। বিফল হৈ 'তেইচকল'ৰ ছয়াত্ৰিশ পুৰুষ উঘালি একেটা চাকিৰ পোহৰতে টাকুৰীত এৰী কাটিবলৈ লাগিল। মণিৰতো টোপনি

আহিবই নোৱাৰে। চাইকেল তাক লাগেই আৰু ভাল লাগে টুক্‌টাক মেৰা-মতিৰ কামবোৰ চাই। বাপেকৰ বুদ্ধিৰ ওপৰত তাৰ গভীৰ আস্থা। বাপেকে চাইকেলৰ যেনেকৈ তাপলি মাৰিব জানে, তাৰ বিবেচনাৰে বাপেকে ইচ্ছা কৰিলে ফ্ৰীহুইল চেইন আদি দুটা মান বাদে ঘৰত এখন বাইচিকেল সাজিব পাৰে। বাওঁফালৰ পৰা পেডেল ডাল এৰাই গ'ল। কাঠ এচটা খুলি লগাই দিলে, হৈ গ'ল পেডেল। চেইনডাল ছিগিছিল।- গজাল এটা মাৰি দিলে ৰিপিট্‌কৈ। ফ্ৰীহুইলৰ স্প্ৰীং মিহিকৈ লগাই দিলে, চলি গ'ল ফ্ৰীহুইল। এবাৰ বোলে ক'ৰবাত ভলটিউব ছিগি যোৱাত জোক এটাৰে ভলটিউবৰ কাম চলাই আনিছিল বাপেকে। বাওঁফালৰ ক্ৰেঙ্ক্‌টো ভালকৈ টান নহয়, এক্সেল ক্ষয় যোৱাৰ কাৰণে টিং এডোখৰ কাটি এক্সেলত এপাক মেৰিয়াই দিয়াত কপ্‌-কপীয়া হৈ গ'ল। কাটাৰ পিনটো ঢিলা হৈ গৈছিল। সেই একেটা উপায়—টিং কাটি টাপলি দিলেই হ'ল।

সাদিন চাইকেল খন ওপৰলৈ চকা দুটা কৰি পৰি থকাৰ পিছত বেৰত আউজি থিয় হ'ল।

দুপৰীয়া ভাত খাই উঠাৰ পিছত হৰিনাথে দীঘল দি সাদিনৰ জঠৰতা দূৰ কৰাৰ চেষ্টা কৰিলে। মণি একাষৰত বহিল। টাকুৰীটো লৈ মাকো একাষৰত বহিলহি। ভায়েক দুটাই ভগা বি, বি কাপ দুটা লৈ ঘিলা খেলিছে। তিনিওৰে মুখত এটা স্বস্তিৰ ভাব। চাইকেল খন যে ভাল হ'ল তেও। ভাগ্যে আগৰ বাৰৰ বজাৰত অলপ লাভ পাই চাউল অলপ সৰহকৈ কিনি আনিছিল। দুয়ো সাজ খোৱা হলে পুৱালৈ পৰালি পৰিল হেঁতেন। অৱশ্যে চাৰি পাঁচ বছৰ মানে এসাজেই খাই আহিছে। গতিকে এইটোৱেই স্বাভাৱিক নিয়ম যেন হৈ গ'ল ঘৰৰ সকলোৰে। বুজিব পৰা হোৱা মণিৰ তলৰ ভায়েকটোৰে মানুহে এসাজ খায় বুলিয়ে জানে।

মণিয়ে অৱশ্যে ইমান বহলাই ভবা নাই। তাৰ দৃষ্টি আওজাই থোৱা চাইকেল খনৰ ওপৰত। কিমান যত্ন লৈও তাক চিক্‌চিকীয়া কৰিব নোৱাৰিলে। হেণ্ডেল বাৰডাল কেনেকুৱা কুষ্ঠ বেমাৰীৰ দৰে হৈ গৈছে। চকাকিটা সামান্য-ভাৱে ডাব খাই আছে। টায়াৰত তিনিটামান টাপলি। দুঠাইত ভিতৰি একো ডোখৰ টায়াৰ দি ডবল টায়াৰ কৰা হৈছে। সেই ঠাই দুডোখৰ দেখোঁতে অলপ গেৰেলা হৈ ইঠে। 'ফুল-পাম্প' দি চকাকিটা টন্‌টনাই ৰাখিব পৰা



হলেহে ফেঁা-ফেঁাৱাই চলিল হেঁতেন নহয়। বেছি পাম্প দিলেই টায়াৰ এৰাই লৰ মাৰিব পাৰে—'বাৰ্ষ্ট্' কৰিব। প্ৰতাপৰ চাইক্লেল যেনি যায় টায়াৰৰ মাজৰ ফুলটোৰ মিহি সাঁচ এটা ধূলীয়াকৈ ৰৈ যায়। প্ৰতাপৰ চাইকেলৰ স্প'ক বিলাকে চলাই যোৱাৰ লগেলগে কেনেকৈ চিক্ চিক্ কৰি উঠে! সিদিনা প্ৰতাপে তাক অলপ উঠিবলৈ দিছিল। পেডেল মাৰিছেনে নাই চাইকেল খন নিজেই গৈ আছে ধৰিব নোৱাৰি। তাৰ চাইকেলত সাতবাৰ পেডেল মাৰিলে চকাটো অতি বেছি চাৰি পাক ঘূৰে।···চাওঁতে চাওঁতে চাইকেলখন ব্ৰেণ্ডনিউ ৰেলি এখন হৈ পৰিছিল।

"মই কালিলৈ ৰাতি পুৱাতে বাগান এখনলৈ যাম। তাত বোলে গোটেই ষ্টাফ্ ডিচ্‌মিচ্ কৰিছে। নতুন লব।" বহু সময় নীৰৱতাৰ পিছত বাপেকে প্ৰথমে কথা কৈ উঠিল। "মোক অথনি ৰামনাথে কৈ গ'ল! তেৰোঁ যাব।" মাকে নতুনত্ব একো নাপালে। এনে চাকৰি কতবাৰ খালি হৈছে। পাই পাই নাপায়। কত চাহাবে কিমানবাৰ 'এড্ৰেছ' খুজি ৰাখিছে। মণিৰ কিন্তু চকুহাল অসম্ভৱ উজ্বল হৈ ইঠিল। বহুত চাকৰি? নিশ্চয় এটা পাব। এইবাৰ পাবই।

"এইবাৰ পাবই।" হঠাৎ তাৰ মুখেদি ওলাই গ'ল। বাৰু, দেওলৰাৰ মুখৰ পৰা ওলাইছে যেতিয়া! "চাওঁ বাৰু মণি, ধৰচোন আঙুলি এটাত। গোলাপ আৰু পদুম।"—হৰিনাথে এইদৰে মংগল চায়। সোঁহাতৰ তৰ্জনী আৰু মধ্যমা দুটা নাকৰ ওচৰত ধৰি মণিৰ ফালে মেলি দিয়ে 'গোলাপ আৰু পদুম' বা তেনে দুটা নাম। এটাত ধৰিলে পাব, আনটোত বিফল।

মণিয়ে ভগবানৰ বহুত নামৰ ভিতৰত কেবাটাও নাম একেলগে মনত পেলাই খপ্‌কৰে আঙুলি এটাত ধৰিলে।

"গোলাপ। পাম, পোৱাৰ আশা!"

মণিয়ে যেন জাপ মাৰি গৈ লাফ মাৰি চাইকেল খনত উঠিব।

"পালে কিন্তু প্ৰথম দৰ্মহাৰে নতুন চাইকেল এখন।" ভায়েক দুটায়ো হঠাতে বুজিলে যে কিবা এটা পোৱাৰ আলোচনা চলিছে।

—"ইহ, মোৰ ছোলা!"

—"মোৰ জোতা, দেউতা।" একেবাৰে সবুটোৱেও উচ্চাৰণ কৰিব পাৰিলে। মাকে দেখিলে কথাত গুৰুত্ব দিব পৰা হৈছেগৈ। ঠিক নাই, পাই

যাবও পাৰে। তথাপি আগৰে পৰা আবদাৰ আৰম্ভ কৰাত সিহঁতৰ ওপৰত খং উঠি গ'ল। ইহঁতেই কুলক্ষণীয়া। নহলেনো পাবলগীয়া চাকৰি নাপায়নে? লোকৰ এটা এটা ল'ৰা-ছোৱালী হয়—ধনে ধানে উভৈনদী হয়। তেওঁ লোকৰ তিনিটা, আৰু এটাৰ আশাও দেখা গৈছে। ক'তা—চুণৰ চৰু!

—"এই কুলক্ষণীয়া গজমুৰাহঁত। আৰু অলপমান আশা কৰ। ইয়াৰ যে কোব চাৰ! পেটত ভাত নাই, গাত কাপোৰ নাই, বজাৰ তিনি বছৰীয়া খাজানাত ভেটিটো যায়হে - পঢ়িবলৈ মাছুল নাই, কিতাপ নাই, তাৰ চাইকেল খনহে আগ!"

বাপেকে উপভোগ কৰিছিল। আজি কালি দুখ আৰু নলগা হ'ল। গতিকে উপভোগ কৰে এনে বিলাক কথা, কিন্তু চাইকেলৰ কথাই গহীন কৰি পেলালে ভাব।—"চাহাবৰ চাইকেল। আচল ষ্টীল। গোটেই হাৰ্দ। এনে লোহা ক'ত পাবি? পাৰ্টচ বিলাক বদলাব পাৰিলেই হ'ল। ৰং দিলেই সেয়ে নতুন। চলি থাকে মানে চলাই থাক।"

"ই এই খনে চিক্ চিক্ নকৰে, টিক্ টিক্ নকৰে, ব্ৰেক নাই, বেল নাই, —টান।"

"টানতো লাগে। ঢিলা কেলেই। নতুন ফ্ৰীহুইল এটা লাগালেই টিক্‌টিক্ কৰিব। ৰং দিলেই চিক্‌চিক্ কৰিব। আৰু ব্ৰেক! লাহে লাহে চলালেই হ'ল। ক'তা, আমি চলালে দেখোন ব্ৰেক ফ্ৰেক একো নালাগে! তই উঠিব নাজান। চলালেই বেয়া হয়!" মণিৰ কাণত একো সোমোৱা নাই। সি নতুন বাইশ ইঞ্চীয়া চাইকেলত উঠি ফোনফোনাই ফুৰিছে, তাকো চেদেলত। পেদেলো ঢুকি পায়। প্ৰতাপৰ দৰে ওখ চাইকেল নহয়।

... ... ...

ৰামনাথ আৰু হৰিনাথৰ চাকৰিৰ উদ্দেশ্যে চাইকেল যাত্ৰা আৰম্ভ হ'ল। দুয়ো সমান বয়সীয়া। প্ৰায় একে সময়তে দুয়োৰো চাকৰি যায়। সাধাৰণতে চাকৰি যোৱা মানুহ বিলাক হালৰো নহয়, ফালৰো নহয়। নোৱাৰে ঘৰত খেতিবাতি কৰিব, নোৱাৰে বেহা-বেপাৰ কৰিব, নাপায় চাকৰি। ৰামনাথৰ অলপ মাটি-বাৰী আছিল। ঘৈণীয়েকৰ অলপ অলংকাৰো আছিল। আৰু আছিল ডেকা কালতে শিকা মদ খোৱা অভ্যাসটো। মাটিবাৰী, অলংকাৰ আৰু মদ খোৱা অভ্যাস তিনিওটা বস্তু একেলগে থাকিব নোৱাৰে। গতিকে



আগৰ দুটা সোনকালেই ঘৰ এৰি পলাল। ৰামনাথৰ উদ্যম স্ফূৰ্তি কিন্তু কাৰু হোৱা নাই বাৰু হৈয়ে আছে।

ৰামনাথৰো কিন্তু চাইকেলখন আছে। এই অঞ্চলত দুজন মানুহে প্ৰথম চাইকেল খেলায়; ৰামনাথ আৰু হৰিনাথ। ৰামনাথে নিজে মেৰামতি নাজানে! গতিকে হৰিনাথৰ খনতকৈও তাৰ দুৰৱস্থা বেছি। বেল আৰু ব্ৰেক নামৰ দুটা বস্তু যে সৃষ্টিকৰ্তাই চাইকেলৰ কাৰণে কেতিয়াবা সৃষ্টি কৰিছিল, ৰামনাথৰ চাইকেল বা বাইক খন দেখিলে বিশ্বাস কৰিবলৈ টান হয়। [ ৰামনাথে বাইক বুলি কয় ] পাছ চকাত মাড্‌গাৰ্ড নাই, আগ চকাত এক ফুটমান মাড্‌গাৰ্ড ধৰণৰ জৰাজীৰ্ণ পদাৰ্থই আত্মৰক্ষা কৰি আছে। সি বেল আৰু ব্ৰেকৰ কাম কৰে। তাত ভৰি তুলি হেচাঁ মাৰি দিলেই চকা ৰৈ পৰে। চকাৰ টায়াৰ কেইটা সাপৰ গাৰ দৰে পিছল আৰু কাগজৰ গাৰ দৰে পাতল হৈ পৰিছে। পাছ চকাত কেবা ঠাইতো স্প'ক নাই। তাৰ ফলত ৰিংটোত বিৰাট এটা 'টাল'। চলি যাওঁতে পিছফালৰ পৰা সূত্ৰধাৰী এজনে নাচি নাচি যোৱা যেন লাগে। চেদেলৰ ওপৰত নানা বিধ কাপোৰ মেৰিয়াই 'মজবুত' অথচ কোমল কৰা হৈছে। এনে অৱস্থাত পৃথিবীৰ সকলো বস্তুৱেই অচল হয়, কিন্তু ৰামনাথৰ চইকেলৰ চলি থকাটোৱেই ধৰ্ম।

এৰা, ৰামনাথেও এটা চাকৰি পাব লাগে। মণিয়ে ভাবে। খুৰা বুলি মাতে সিহঁতে। ৰামনাথ খুৰাৰ লৰা জীৱন তাৰ সমনীয়া। বেচেৰা জীৱনৰো চাইকেল নাই। দুয়ো দুখন নতুন চাইকেল লব। এ সপ্তাহ মান একো কাম নাই, দুয়ো চাইকেলৰ ওপৰতে ঘুৰি থাকিব, ঘুৰি থাকিব।

সি স্পষ্টকৈ দেখিবলৈ পালে—দেউতাক আৰু খুৰায়েকৰ চাইকেল দুখনে কুৰি মাইল বাট অতিক্ৰম কৰিছে। চাহবাগানৰ গেটৰ মুখতে চাহাব ৰৈ আছিল। দুয়ো ঘপকৰে নামিল, চেলাম দিলে। চাহাবে 'হেণ্ডচেক' কৰিলে। তৎক্ষণাত অফিচলৈ মাতি নিলে। দেউতাকৰ চাইকেলখন দেখি চাহাবে কেইবাবাৰো চালে। চাহাবৰ চাইকেল হাজাৰ হওক। বাপেকে তৎক্ষণাত নিজা ইংৰাজী আৰু হিন্দীত চাহাবক বুজাই দিছে, মিঃ ফক্স্ চাহাবৰ চাইকেল আছিল। তেতিয়াৰ দিনতে ১৫৲ টকা লৈছিল চাহাবে তাৰ দাম। "এ ভেৰী গুড্ চাইকোল চাহাব, খাটি ষ্টীল। বাট্ মাই চন মণি···" ধেৎ

তাৰ কথা আৰু কিয় কব ? তাৰ কথা নকলেও চাহাবৰ চাইকেল খনৰ মৰ্যাদা ৰক্ষা পৰিব। তাৰ পিছত ‘এপইন্টেড্’।

এই শব্দ বিলাকৰ অৰ্থ আৰু ব্যৱহাৰ মাক আৰু ভায়েক হঁতেও জনা হ’ল।

কিন্তু সেই যাত্ৰাত এই প্ৰথম বাৰৰ কাৰণে ৰামনাথৰ চাইকেল অচল হ’ল। আগ চকাৰ টিউব টোৱে বাৰ্ষ্ট কৰিলে। হৰিনাথৰ ক্ৰেংক্ হুইল টোও অভদ্ৰ হৈ উঠিল। বুঢ়া সোলাৰ দাঁত বুলিবলৈ নাই, চেইন নধবা হ’ল। বাটৰ কাষৰ গছ এজোপাৰ ছাঁত দুয়ো বহিল। বিড়ি এটা টনাৰ লগেলগে হৰিনাথৰ ভঁৰালটোৰ দুৱাৰ খন মেল খাই গ’ল। বাকচটো উলিয়াই ৰেঞ্চ, প্লাছ, হাতুৰী উলিয়াই ললে। এঘণ্টাৰ ভিতৰত ৰামনাথৰ চাইকেলৰ টিউবৰ মেৰামতি হ’ল। ক্ৰেংক হুইল অৱশ্যে ভাল কৰিব নোৱাৰিলে। ৰামনাথে চাইকেল চলাব, হৰিনাথে নিজৰ চাইকেলত উঠি এটা হাতে ৰামনাথৰ গাত ধৰি থাকিব। মাত্ৰ পাঁচ মাইল বাট আছে। ৰামনাথে টানি নিব পাৰিব।

মণিয়ে আঙুলি দুটা নাকৰ ওচৰত অলপ সময় ধৰি থাকি চকু মুদি জপ কৰিলে। এটা বকুল এটা তগৰ। বকুলত ধৰিলে পাব, তগৰত ধৰিলে নিষ্ফল। ভায়েকক মৰমেৰে ওচৰলৈ মাতি আঙুলি দুটা মেলি দিলে।

—“ধৰ ভোলা ধৰ,—ভালকৈ ধৰিলে চেনিবুট (নকুল দানা) পাবি। সেই দিনা যে খাইছিলি।” চেনিবুটৰ আশাত দুয়োটাকে সাৱটি ধৰিলে।

“গেৰেলা, বোন্দা মেকুৰী, এটাত ধৰিবি !”

দ্বিতীয় বাৰ আকৌ মন্ত্ৰ মাতি মেলি দিলে আঙুলি। এইবাৰ তগৰত ধৰিলে পাব, বকুলত ধৰিলে নাপায়। ভোলাই গালি খাই ভয়ে ভয়ে বকুলত ধৰি পেলালে। তিনি বাৰেহে নিৰাৰ হয়। গতিকে শেষবাৰ বহু সময় মন্ত্ৰ কৰি আঙুলি দুটা মেলি দিলে পদুম আৰু জবা। পদুমত পাব জবাত নিষ্ফল। পদুম হোৱা আঙুলিটো বুদ্ধি কৰি আগবঢ়াই দিলে অলপ বেছিকৈ। পদুম,—পাই গল। পাবই।

মাকে তাঁত শালৰ পৰা শুনিছিল। দেও লবাৰ কথা,—কপাল ভাল হবলৈ কেতেপৰ ! সিঁহতৰ ওচৰত আহি থিয় দিলেহি।

মণিয়ে আনন্দত চিঞৰি উঠিল।



“সিদিনা ভজা ঘিলা পিঠা আছেনে ঐ ? এটা ভোলাক দে। সি ধৰি দিছে।”

“চাৰি অঁৰামান ঘিলা পিঠাই পোৱালি পাৰি থাকিব নে ? টপাটপ্ খাই নিলি, নিষ্পত্তি পালে। চাঁও বাৰু ধান কেইটামান আনগৈচোন, মই মংগল এখন চাঁও।” কেউটা লৰা-ছোৱালী ওচৰ চাপি আহিল। মণিয়ে একে লৰত এমুঠি ধান আনিলেগৈ।

কেটামান ধান হাতত লৈ মাকে মনতে মন্ত্ৰ মাতিলে, অৰ্থাৎ ভগবানৰ নাম কেবাটাও আওৰালে। তাৰ পিছত মাটিত ধান কেইটা পেলাই দিলে। এযোৰ দুযোৰ, তিনযোৰ···সকলো যোৰ যোৰ হৈ গ’ল। প্ৰথম খন মংগলে নাপাব বুলিয়ে কলে। দ্বিতীয়খন চোৱা যাওক। এটা বিযুৰীয়া হৈ গ’ল। সকলোৰে উৎসাহ বাঢ়ি গল।

এইবাৰ মাটিত আঁক মাৰি চালে। বহুত আঁক যোৰে যোৰে মিলি এটা আঁক বেছি হ’ল। পাবই। দেউতাক আজি অহাৰ কথা। চাকৰি পাব লাগে, ভগবানে যদি মুৰ তুলি চায়। মণিৰ চকু দুটা চাইকেলৰ স্পকৰ দৰে চক্ চকাই উঠিল।

আৱাজ এটা যেন বহু দূৰৰ পৰা ভাঁহি আহিছে। সিঁহতৰ চাইকেল ঠিক। মাক পুতেকে কাণ ওনালে। এই আৱাজ সিঁহতৰ চাইকেলৰে হব। মণি লৰ মাৰিছে বাটলৈ। হয়, দেউতাক আহিছে চাইকেল ঠেলি ঠেলি। চাইকেলৰ বহুত পুৰণা পাৰ্টচ্—ক্ৰেংক হুইল, পেডেল, টায়াৰ, টিউব আদি চাইকেলৰ চাৰিও ফালে ওলোমাই লৈ আহিছে। চাইকেলৰ গাত খুন্দা খাই খাই সেই লোহা বিলাকে অদ্ভুত এক ঐক্যতানৰ সৃষ্টি কৰিলে। ৰামনাথ খুৰাকেও চাইকেল ঠেলি আনিছে। তেওঁৰ আগ চকাৰ ফৰ্ক ডালৰ দুইফালে বাঁহৰ দুটা কামি আঁটি আঁটি বন্ধা। ফৰ্ক ছিগিল নিশ্চয়। ঢলং পলংকৈ আহিছে।

মণি আগবাঢ়ি গৈ চাইকেলত ধৰিলেগৈ। ৰামনাথ বাহিৰে বাহিৰে ঘৰলৈ গ’ল। চাইকেলৰ বহুত পাৰ্টচ্ আহিছে। বাগানৰ কোনো কৰ্মচাৰী বন্ধুৰ পেলাই থোৱা পাৰ্টচ্। ঘৰখন এসপ্তাহলৈ কাৰখানা হৈ পাৰিব, সন্দেহ নাই।

মাকে লৰালৰিকৈ চাহ একাপৰ যোগাৰ কৰিলে। আগ ধৰি ধঁপাত এচিলিম লগাই আনিলে। মণিয়ে বস্তু কঢ়িয়াত লাগিল। চাউল, চেনিৰ সৰু সৰু টে.পোলা দুটাও বেগৰ ভিতৰত আহিছে। বোধ হয় কিনি আনিছে। অলপ

চাহপাতো। বাগানৰ কৰ্মচাৰীৰ পৰা খুজি আনিছে। তেনেকৈ প্ৰায়ে আনে।

কিন্তু, এয়া কি? ফ্ৰেমৰ জইন দেখোন এৰাল। ক্ৰেংকৰ ওচৰৰ জইণ্টটো এৰাই গৈছে।

আঙুলিৰে ঠাইডোখৰ পৰীক্ষা কৰিলে সি। বাপেকে ধমক দি উঠিল।

"থৈ দে, থৈ দে, তোৰ কাম কৰ। আঙুলিৰে চুলে জইন ভাল হোৱাৰ মন্ত্ৰ নাই। মিস্ত্ৰীৰ তাত জ্বালাই কৰি আনিলেই হ'ল। ফ্ৰেমটো ঠিকেই আছে, আচল হাৰ্দি।"

চকা, চেডেল, ক্ৰেংক, সকলো সোলোকাই সুদা ফ্ৰেমটো বেৰত আওজাই থৈ থাই বৈ যেতিয়া সকলো আজৰি হ'ল, বেলি তেতিয়া ভাটী দিলে। মিস্ত্ৰীৰ তালৈ আজি ফ্ৰেম নিয়া নহব। গাটো বৰ অৱশ হৈ পৰিছে হৰিনাথৰ। বিছনাত অলপ দীঘল নিদিলে কাতৰ হৈ গৈছে।

আগৰ দৰেই সকলো চাপিচুছি গোটখুৱালে। চাকৰিৰ খবৰটো সকলোৰে জানিবলৈ ব্যগ্ৰ। কিন্তু সুধিবলৈ সাহ হোৱা নাই। পোৱাতো নায়েই, তথাপি কি হ'ল জানিব লাগে। চাহাবে 'এড্ৰেছ' ৰাখিবও পাৰে, 'চাৰ্টিফিকট' চাবও পাৰে।

চাকৰি খালি হৈছিল এটা 'আউট ডৰ'ত। গোটেই ষ্টাফ ডিচমিচ হোৱা মিছা। সত্তৰজন মান গৈ দেখা কৰিছিল। বুঢ়া মানুহ নাৰাখে, ডেকা এজনক ৰাখিলে। মেট্ৰিক পাছ।

ঘৰৰ ঠিকা ওলাব পাৰে। চাহাবে 'এড্ৰেছ' ৰাখিছে। বস্তিৰ ঘৰ। বাঁহ ইকৰাৰ ঠিকাও ওলাব। কিন্তু চিলেটীয়া মানুহে ইতিমধ্যেই ভৰি পৰিছে। ঠিকা বিলাক সিঁহতেই লৈ পেলাইছে, বাগানৰ।

এই বিলাক একো নাথাকিব। চাহাব চুহাব চব যাব। যোৱা দুবছৰে চাহাবৰ দেশত যিমান যুদ্ধ হৈ আছিল, সি এতিয়া ভাৰত সোমাইছে। চাহাবে দেশ এৰি গুচি যাব লাগিব। তেতিয়া বহুত চাকৰি, বহুত ঠিকা ওলাব।

বাপেকে হোঁকা হুঁপি হুঁপি নিৰ্বিকাৰ ভাৱে কৈ গ'ল কথাবোৰ। বহুত চাকৰি বহুত ঠিকা ওলাব। ৰহুত টকা হব। মণিয়ে ভাবিলে সিও ডাঙৰ হব। টকা ঘটিব। চাইকেল এখন—এখন চিকচিকিয়া চাইকেল—নতুন!

কিন্তু···কিন্তু কোঠাটোত পৰ্ত যেন হৈ পৰি থকা এই যন্ত্ৰ-পাতিবোৰ!



এইবোৰ ফিট্ কৰা কেতিয়া শেষ হব? চাইকেলখন আকৌ আগৰ দৰে থিয় হব পাৰিবনে?

হৰিনাথেও প্ৰথম প্ৰথম দুৰ্বলতা অনুভৱ কৰিছিল। ভগা বাত, জোৰা দে, টাপলি মাৰ, কিমান কাম? শৰীৰৰ সকলোবোৰ সিৰা যেন কোঁচ খাই উঠিল। চাইকেলখনৰ খণ্ডবিখণ্ড পাৰ্টচবোৰৰ দৰে নিঃসাৰ হৈ পৰিছে শৰীৰৰ যন্ত্ৰ-বিলাকো।

কিন্তু চাইকেল ভাল কৰিবই লাগিব। বজাৰ হাট কৰিবই লাগিব। ঘৈণীয়েকলৈ চালে। পাটৰ মেখেলা পিন্ধি আছে। জোৰোণত দিয়া পাটৰ মেখেলা। অসমীয়া মানুহে অতি সুখী আৰু অতি দুখী অৱস্থাতহে ঘৰত পাটৰ মেখেলা পিন্ধে। যোৱা দুবছৰে সাধাৰণ মেখেলা এখনো দিব পৰা নাই।

মণিয়ে কিন্তু সেই বিলাক ভাবিব পৰা নাই। চাইকেলৰ পাৰ্টচ বিলাক হঠাৎ নতুন ৰূপত চিক্‌মিকাই উঠিছে তাৰ চকুৰ আগত। ফ্ৰেমটো নতুন ৰং আৰু কিনাৰত ৰঙা আঁচ লৈ তিৰ্‌বিৰাই উঠিল। ক্ৰেংক্, ৰিং সকলোৰে ৰূপ গ'ল বদলি। চাই থাকোঁতেই সকলো বিলাক মিলি এখন 'ব্ৰেণ্ড্ নিউ' বেলি হৈ প্ৰাণৰ আনন্দত গোঁ গোঁৱাবলৈ ধৰিলে। লাফ মাৰি মণি উঠাৰ লগে লগে আপোনা-আপুনি চলিবলৈ আৰম্ভ কৰিলে চাইকেলখন। টিক্ টিক্ টিক্ ···ফৰ্‌ৰ্ ফৰ্‌ৰ্···টিলিলিং টিলিং লিং!···টিলিলিং টিলিং ং ং···বাহিৰত চাইকেলৰ বেল। নিশ্চয় প্ৰতাপ আহিছে।

কিন্তু আচৰিত কথা, আজি হৰিনাথৰ মন প্ৰতাপৰ চাইকেল দেখি ঈৰ্ষাৰে ভৰি নুঠিল। নতুন নতুন মানুহ ওলাইছে। নতুন নতুন ডেকা। বুঢ়াক আঁতৰাই দিছে—চাকৰিৰ পৰা, কৰ্মক্ষেত্ৰৰ পৰা। নতুন নতুন চাইকেল ওলাইছে। চাহাবৰ চাইকেল, নেটিভৰ চাইকেল—একে কথা। ক'তা—খাঁটি ষ্টীল হৈও নিজৰখন চাইকেলৰ 'জইন' সুলকি গ'ল কিয়?

## সখা দামোদৰ

লক্ষ্মীনন্দন বৰা

পৰিবৰ্তন নহলে জীৱনটোৱে আমনি নাপায়। যদিও মুকুটে হাল বাবলৈ এৰি নতুন কামটোত সোমাই অকণো শান্তি পোৱা নাই। আগেয়ে হলে চল পুৱাতে হালখন মেলি নিয়ে। ভৰ দুপৰীয়ালৈকে বায়। তাৰ পাছত এমুঠি গুজি এঘুমটি মাৰি কোৰখন লৈ বাৰীখন চাফ কৰে। আবেলিটো আপোন মনেৰে কটায়। তেতিয়া সি স্বাধীন আছিল। ইচ্ছা কৰিলে হাল খটি কৰিব পাৰে। আবেলি জাবৰ লুৰুকিবলৈ বা গৰু চৰাবলৈ নগৈ কাবোবাৰ ঘৰত সবাহ খাবলৈকো যাব পাৰে। জেঠৰ পৰা সোনাই নৈত বৰশীত মাছ পায়। বৰশী-বোৱাটো তাৰ নিচা। বহাগৰ ভিতৰতে বাওতলি কেইডৰাত ধান সিঁচি অঁতাই জেঠৰ পহিলা চলটোতে কঠীয়া পেলাই আজৰি হৈ কেন্দুগুৰি ডুবিত বৰশীৰ চাং এখন সাজি লয়। তেতিয়াৰ পৰা তাৰ গাত গোসাঁই নোহোৱা হয়। কেৱল বৰশীৰ কথা। ঘৈণীয়েক ভানুক হবলা কম আমনি দিয়ে। শোৱাৰ পৰা উঠিয়েই তাৰ চিন্তা হ'ল বৰশীৰ ডোল পকোৱা, খলিহৈ যোগাৰ কৰা আৰু ভাল কেচু বিচৰা। কোন দিনা বৌ মাছে খোট দিব সি বতৰটো দেখিয়েই বুজি পায়। ভানুৱেও এইবোৰ কামত হাত উজান দিয়ে। বৰশীত তাৰ হাতখন পকা। কিমান মাছ ধৰিলে তাৰ লেখ জোখ নাই। ওচৰ চুবুৰীয়ায়ো তাৰ ভাগ পাইছিল। সোনাইত বৰশী বোৱাৰ নিচা, মাটি চাহ কৰি লখিমী লহপহীয়া কৰাৰ নিচা, বলধি হাল খুৱাই ধুৱাই দেখনিয়াৰ কৰাৰ নিচা, ভানুৰ মৰমৰ নিচা,—এই কেইটি নিচাতে সি ভোল গৈ আছিল। পৃথিবীত তাৰ একোৰে অভাৱ নাছিল। মনটোও মুকলিমুৰীয়া আছিল। কালৈকো কেৰেপ নকৰিছিল। কিন্তু আজি সি পোতাশালৰ বন্দী। হালকোৰ বোৱা, কাঠফুলা বাৰীত উজানৰ মাছ ধৰা আদি সোণালী দিন নাই। খেতিয়ে তাক নুশুজা হ'ল। লক্ষ্মী আয়ে তাক এৰা দিলে। ল'ৰা তিৰোতাও পুহিব নোৱাৰা হ'ল। গৰুহালো হাড়মাল হৈ পৰিল। বাবুকৈ সোন্দৰ পামত হাস্পাতালখন নোহোৱা হলে সি চলিবই নোৱাৰিলে হেঁতেন। এমুঠি অন্নৰ কাৰণে হাহাকাৰ কৰিব লাগিল হেঁতেন। সোন্দাৰ পাম তাৰ ঘৰৰ পৰা পাঁচ মাইল নিলগত। তাৰে হাস্পাতালৰ চকিদাৰ সোমাল। আঠৈ কুৰি বেতন পায়। সি তালৈ চল পুৱাতে ওলাই যায়। দিনৰ বাৰ বজালৈকে থাকে। সেই ভৰ দুপৰীয়াই ঘৰলৈ আহি ভাত এমুঠি কাণে নাকে গুঁজি আকৌ যায়। সি নাকী লগোৱা ম'হ হ'ল। এদিনো ছুটী নাই। চকিদাৰ হিচাবে চৌহদত তাতি দিয়া, দুই এজোপা ফুল গছ ৰোৱা, বননিখন চাফ চিকুণকৈ ৰখা আদি তাৰ মানত একো কাম নহয়। লেঠা আন কিছুমান কামৰ কাৰণেহে। কটাছিঙা কৰা, নেৰেঙা হোৱা, গাওঁঠি নমা আদি ৰোগীক ষ্ট্ৰেছাৰত শুৱাই ধৰি থাকিব লাগে। সিহঁতৰ কেকনি গেঠনি শুনি ধমকি দিব লাগে। বটল ছাফা কৰিব লাগে। দৰবৰ বটলত দাগ কাটিব লাগে। ডাক্তৰক ই সি বস্তু কিনি দিব লাগে। বন্দীশাল হাস্পাতালতকৈ বহুত ভাল। তাত অন্ততঃ বেমাৰীৰ কেকনি গেঠনি নাই। দৰবৰ ভেকেটাভেকেট গোন্ধে নাকত নধৰেহি। এটা মানুহ জেলত পৰিলে এদিন বাহিৰলৈ ওলাব। কিন্তু মকুট যি হাস্পাতালত চকিদাৰ হৈ সোমাল, সোমালেই। নমৰে মানে তাতে মূৰপুতি থাকিব লাগিব। পুনৰ খেতিৰে ৰোজকাৰ কৰাৰ সুবিধা নহব। বাবুকৈ তাৰ মৰমৰ ভানুজনী আৰু সৰু ল'ৰা দুটা আছে কাৰণেহে। নহলে জীয়াই থকাৰ একো কাৰণ বিচাৰি নেপালে হেঁতেন সি।

মানুহৰ গৰ্বটো বৰ বেয়া। সদায় একেদৰে থাকিম বুলি ভবা বৰ বেয়া। সি জানো কম গৰ্বত মৰা আছিল? কাকো পৰোৱাই নকৰিছিল। এবছৰৰ আগৰ দিনবোৰ তাৰ মনত বহুত বছৰৰ পুৰণি যেন লাগিছে। বাপুতা, লাহন, সৰুমন আৰু সি সোনাইত বৰশীবোৱা চাং ওচৰাওচৰিকৈ পাতিছিল। দলং চাপৰি ডুবিত। জেঠ মাহৰ পৰা সিহঁত চাৰিটা একে লগ। দুপৰীয়াৰ পৰা কানিমুনি হোৱালৈকে মাছৰ খোট চাই বগলীৰ দৰে বহি থাকিও সিহঁতে বেলিটো সোনকালে ডুবিল বুলি ভাবিছিল। বৰশী বোৱাত প্ৰতি মুহূৰ্তে উত্তেজনা। ভোক লাগিলে চাৰিওটাই এখন চাঙত গোট খাই এদা নিমখেৰে কোমল চাউল খাইছিল। ভোকত কোমল চাউল মুঠিকে অমৃত যেন লাগিছিল। সেই সময়তে সিহঁতৰ মাজত মাছ ধৰাৰ অনেক কৌশলৰ কথা আলোচনা হৈছিল। বোপাককাৰ দিনৰে পৰা চলি অহা সোনাই নৈৰ অলেখ ইতিকথা জীৱন্ত হৈ উঠিছিল। লাহনৰ ককাকে হেনো চটিয়ানা ডুবিত এবাৰ টেক্ পাতি

এগাড়ী মান চিতল মাছ ধৰিছিল। টেক দঙা মানুহবোৰক এভাৰ এভাৰ মাছ দিও মাঘৰ বিহুৰ উৰুকাৰ দিনা গোটেই গাৱঁকে বিলাইছিল।

বাপুতাই এদিন কৈছিল,—"হেৰ মুকুট, কচোন এই ভাৰতত কোন সুখী?" আগতে সৰু মনেই মাত লগাইছিল.—"এইটো বৰ শকত প্ৰশ্ন কৰিলি। যুধিষ্ঠিৰ ৰজাই বকক কৈছিল,— যাৰ ঋণ নাই, বেমাৰ নাই, যি শাকে পাঁচলিয়ে এমুঠি খাই নিশ্চিন্তে শুব পাৰে, তেৱেঁই সুখী।"

"এৰা ধৰ্মিষ্ঠি ৰজাই আচলতে ধৰিছে। হেৰ, খেতিয়কৰ সমান কোন হব পাৰে? আমিহে দেশখনক খুৱাইছোঁ। আমি নহলে সেই টাউন, গাৱঁৰ আটক ধনীয়া বাবুবোৰে খাবলৈ নাপাব। যিমানেই হাৱা গাড়ীত ফুৰক লাগে আমি নহলে উকিল হাকিমৰে টেকেলি কাতি। পৃথিৱ মতে আমিহে আচল কৃষ্ণৰ ভকত। কৃষি কৰিলেহে কৃষ্ণক পায়। ঘোষাত কৈছে—

'কৃষ' হেনো শব্দ ইটো. পৃথিৱী বাচক ভৈল

'ন' আনন্দত প্ৰবৰ্ত্তয়।

দুইৰ এক পদ ভৈল পৰম ব্ৰহ্মৰূপ কৃষ্ণ

নাম আনন্দক মাত্ৰ পায়॥

ইয়াত যে কলে পৃথিৱী বাচক, তাৰ মানে হল মাটি। আমি হালোৱাই মাটিৰ পূজা কৰোঁ।"

বাপুতা বয়সীয়াল মানুহ। ঘোষা ভাগৱতৰ কথা মুখৰ আগতে। পদ-দুলৰী বড়িয়াকৈ গায়। মকুটে লগতে এবাৰ মাতিছিল,—"ঠিক কৈছ বাপুতা দেদাই। আচল বৰ হাকিম কোন? আমিহে। ছুটী লব নালাগে। ইচ্ছা কৰিলে ফস্তি মাৰি শুই থাকিলেও কওঁতা নাই। পিছে এবাৰ পথাৰখন নগচকিলে সুত নালাগে কাৰণেহে।"

তাৰ এইবোৰ কথাত আটায়ে হয়ভৰ দিছিল। কিন্তু কি লাভ? তাৰ এইকণ বৰকথাও ঈশ্বৰে নসহিলে। দৰ্পহাৰী ভগৱান সৰ্ব্বদ্ৰষ্টা। মাটি গ'ল। বলদ গল। বাবুকৈ ভেটি উচন নহ'ল। এয়ে ঢেৰ। লাহন, বাপুতা আৰু সৰু মনেও কম কষ্টত দিন নিওৱা নাই। খেতিয়ে সিঁহতকো নেওচিলে। লাহনে মথাউৰিত খাটিছে। সৰুমনে দলঙত বং লগোৱা কাম এটা পাইছে। হৰি কথা কৈ ফুৰা বেচেৰা বাপুতাই ঘৰে ঘৰে ডি. ডি. টি. ছটিয়াই ফুৰে। দেশ কাল আৰু উলটিল। মানুহ বোৰেও আচম্বিতে



ব্যৱসায়বোৰ লৈছে। ভজনৰ পুতেক দেওবৰ যাত্ৰাপাৰ্টিৰ মেনেজাৰ আছিল। সি ঢোল ভাল বজায়। বিয়াত ঢোল বজাই বা ধনী মানুহৰ ঘৰত যাত্ৰা কৰি দুই এপইচা উলিয়াইছিল। কিন্তু আজিকালি মাইক চাইক বোৰ ওলোৱাত সি এৰা পৰিল। সি এতিয়া গাঁৱে গাঁৱে কেৰাচিন তেলৰ খালি টিন কিনি ফুৰে আৰু সেইবোৰ বেচি দুই এপইচা উলিয়ায়।

যিটো মুকুটে গৰুহাল নেদেখিলে থাকিব নোৱাৰে, ৰাতি ৰষমুণ দিলে পুৱা হাল খন নিবলৈ যাৰ মনটো লকলকাই থাকে, সি আজি গৃহিণীৰ দৰে হাস্পাতালৰ ঘৰৰখীয়া হ'ল। নিয়মমতে সি তাতে ৰাতিও থাকিব লাগে। কিন্তু ডাক্তৰজন মৰমিয়াল মানুহ কাৰণেহে এই কণ মাফ দিছে। ৰাতিৰ কাৰণে হাস্পাতালৰ চাবিটো কম্পাউণ্ডাৰে ৰাখে।

ঠিক ভাদ মাহতে সি খেতি এৰিছে। এতিয়া চ'ত পাৰ হবৰ হ'ল। পুৰা আঠ মাহ পাৰ হওঁ হওঁ। এই আঠ মাহেই তাৰ মানত আঠ বছৰ যেন লাগিছে। শাওণ, ভাদত শালিধান ৰোৱে। আঘোণ পুহত ধান কাটে। মৰণা মাৰে। মাঘৰ পৰাই হালৰ ভৰপক। এই কেই মাহতে কিমান পৰিবৰ্ত্তন। শালিধানে সাঁজাল ধৰোঁতে, আঘোণত সোণালী ধান চপাওঁতে মাঘ ফাগুনে এচেৰেঙা কোমল ৰ'দ গাত লৈ মুকলি পথাৰত বিলাপ, পয়াৰ মাতি হাল জোৰোঁতে চহা মানুহৰ কিমান তৃপ্তি। সি সেই দেহ জুৰ কৰা কাম এৰি নিজকে ধিক্কাৰ দিছে। খুব পুৱাতে হাস্পাতাললৈ আঁহোতে নাঙল যুৱলি কান্ধতে লৈ গৰু খেদি পথাৰলৈ মানুহ অহা দেখিলে তাৰ দেহা দেই পুৰি যায়—এটা হাত ভৰি ভগা মানুহৰ যেনেকৈ আনক হেলাৰঙে খোজ কাঢ়ি ফুৰা দেখি মনত লাগে।

চ'তৰ বিহুলৈ আৰু তিনিদিন বাকী। তাৰ মনত বিহু নহয় বিহহে। অৱশ্যে পিঠা-পনা বা মাছ-তাছৰ যোগাৰ দিব নোৱাৰা নহয়। পৰহিয়েই বাংখাই গাৱঁৰ পৰা দুদোন বৰাধান আনি দিছে। ভানুও বৰ কামিলা। তাই আটাইতকৈ আগতে কিনি থোৱাইছিল তিনিসেৰ সৰিয়হ। তাকে খুন্দি ভাজি শালত চেপাই পকা তেল উলিয়াই থৈছে। বিহুটোলৈ জুৰিব। বজাৰৰ তেল বৰ ভেজাল। গোন্ধটোও অকটা। ইমানকৈ পকাই তেল মাৰিলেও পাগ নুঠে। ল'ৰা ছোৱালীৰ পেটৰ গোল-মাল হৈছে। সেই তেলেৰে পিঠা ভাজিলে পিঠাৰ সোৱাদেই সুকীয়া। ভানুৰ এই কেইদিন কামত তৰণি নাই।

কানি কাপোৰ ধুইছে, বেৰ লিপিছে। বিহুৰ দিনা ঘৰৰ ভেটি মচিবলৈ ক'ৰবাৰ পৰা বগা মাটি আনি থৈছে। তুলসী কেইজোপাৰ তলখন খুঁচৰি থৈছে। তাইৰ সিমান মনৰ দুখ নাই যেন লাগে। কাজী তিৰোতা হৈয়ো তাঁত এযোৰ মাৰিবলৈ এইবাৰ ভাগ্য নহল। গিৰিয়েকক বিহুৱান দিয়া সুকীয়া কথা। জপাৰ পৰা পুৰণি বিহুৱান উলিয়াই পাল মাৰিব লাগিব। মুকুটে কোনো পধ্যেই এইবাৰ তাইক সূতাৰ যোগাৰ দিব নোৱাৰিলে। দৰমহাৰ টকাৰে কবাই ক্ৰান্তিয়ে হিচাব কৰি চলিব লাগে। বিহুটো অসমীয়া মাহৰ পহিলাতে নপৰি ইংৰাজী মাহৰ পহিলাতে পৰাহেঁতেন টানি মানি চলিও মণি আৰু ফণীৰ কাৰণে ছোলা দুটা কিনাৰ কথা ভাবিব পাৰিলেহেঁতেন। ইয়াৰ কাৰণে ভানুৰ আপচোছ নাই; এইবাৰ বিহুটো যেনিবা এনেকৈয়ে গ'ল। এইবুলি সদায় এনে হবনে? মানুহৰ দিন সদায় সমানে নাযায়। ধৈৰ্য্যৰ দৰকাৰ।

গধুলি মণি আৰু ফণীক লগত লৈ ভাতৰ পাতত বহাৰ সময়ত ভানুৱে বৈয়ামৰ পৰা জলকীয়াৰ আচাৰ উলিয়াবলৈ মাৰি এডালেৰে ঘুকটিয়াই ঘুকটিয়াই কলে—"কাইলৈ হাস্পাতালৰপৰা আহোঁতে দৰঙিয়াল গাৱঁৰ পৰা তিল ডেৰসেৰ লৈ আহিবি। নামঘৰটোৰ কাষতে সুমথিৰা বুঢ়ীৰ ঘৰ। সেই বুঢ়ীৰ ঘৰতে তিল বেচে। কিন্তু এটা কথা,—জাবৰ জোঠৰবোৰ ওজনত উঠিব পাৰে। চাইচিতি কিনিবি।"

ফণীৰ ভাত খাওঁতে নাকেদি সেঙুণ ওলাইছিল। কম জোৰেৰে ধমকি এটা দি সেঙুণ সোপা বাওঁহাতেৰে গুচাই মুকুটে কলে,—"মই নোৱাৰিম। পাৰিলে কাবোবাৰ হতুৱাই অনাই ল।"

ভানু সেই ফালেই ডঁৰক লাগিল। মুকুটে তাইক আগেয়ে এনে ব্যৱহাৰ কৰা নাছিল। আনফালে বিহু আহিলে মোৱা আলুৰ পৰা আৰম্ভ কৰি গোন্ধ তেললৈকে সকলো যোগাৰ দিয়ে। কিন্তু হাস্পাতালত সোমোৱাৰ পৰা মানুহটো কিবা ধৰণৰ হ'ল। কথাই কথাই খং। ল'ৰা-ছোৱালীক দবিয়াই হুঁকিয়াই ঘৰখনত জঞ্জাল বঢ়াই থাকে। কিন্তু তাইৰ মুকুটলৈ বৰ মৰম। সহি থাকে। ভাবে, টকা-কড়িৰ অভাৱ হলে মানুহৰ তালু গৰম হয়েই। গিৰিয়েকৰ ভাতৰ পাতত ওন্দোলোৱা মুখ দেখি তাই সুৰুকা মাৰি ভাত-চৰু পালেগৈ। অলপ পাছতে শুনিলে মণিয়ে চিঞৰিছে,—"বৌ,



মাহৰ ঘিলা এটা।" ফণীৰ ভালকৈ মাত নুফুটে। সি কৈছে,—"মানি মানি ইয়ান অলা ঐ।"

তাই পানী এবাটি ফণীক দিলেহি। মণিকো আহৰঁ ঘিলা এটা। গিৰিয়েকৰ পাততো এটা ছটিয়ালে। মুকুটে এবাৰ তাইক কলে,—"ভানু; তই যে তিল, বৰা চাউলৰ কথা ইমানকৈ কৰ, তোৰ বাৰু এটা কথা মনত পৰিছেনে? এনে দিনত মই কি কৰোঁ?"

তাইৰ ঠিক মনত পৰিছে। এনে দিনত সি গোহালি ছাফা কৰে। জাগ দিবলৈ শুকান বিহলঙনি গোটায়। তুঁহ কিমান আছে বিচাৰ লয়। এপ্যৰে পৰা পঘা বটে।

"তই নো এতিয়া কি কৰিব লাগিছে? চাকৰিটো আছেই।"

"অ' মই চাকৰি কৰিছোঁ? ইমানেই? তই বৰ নিদাৰুণ। মোৰ মনটোৰ জানো তই খবৰ পাইছ? আজি মোৰ একো কাম কৰিবলৈ নাই কাৰণেই মুৰত শনি উঠিছে। মোক আৰু বিহু চিহুৰ কথা কৈ সন্তাপ নিদিবি।"

ভানুৱে এইবাৰহে কথাটো গমি চালে। মুকুটৰ দৰে মানুহ এটাই যে বিহুত গৰু নোৱাবলৈ নেপাব এই কথা তাই কাহানিও কল্পনা কৰিব পৰা নাছিল। এইবাৰ সি হব নীৰব দৰ্শক। তাৰ বুকু পুৰিবই। খং উঠিলেও এবাৰ মাতিব নোৱাৰিব। এনেয়ে হালোৱাৰ খঙ। হালোৱাৰ যদি হাললৈ মাটি নেথাকে, গৰু নেথাকে, তেতিয়া তাৰ মুৰত শনিয়ে বাহ লবই। শুবৰ সময়ত সি কলে—"মই কাইলৈৰ পৰা চাৰিদিনলৈ ঘৰলৈ নাহোঁ। একেবাৰে মানুহ বিহুৰ পাছদিনাহে আহিম।"

মানুহ বিহৰ পাছদিনা সি কিয় আহিব খুজিছে তাৰ কাৰণটো তাইক আৰু বুজাব নালাগে। তথাপি সুধিলে,—"কিন্তু থাকিবি ক'ত?"

"ডাক্তৰ খানাত।"

"তয়ো ভাল মানুহ দে। ইমান কাঠচিতীয়া নহবিচোন। ঘৰত ল'ৰা তিৰোতা এৰি বিহুটো আঁতৰত কটাব পায়নে? মই কাক মুৰ দোৱাম? ফণী আৰু মণিয়ে তোক বিচাৰি তাল ফাল লগাব। তোৰ অৱশ্যে গৰু হাললৈ চেৰেং চেৰেং কৈ মনত পৰিব। তথাপি আমাৰ দুখলৈ নেচাৱ কিয়?

মুকুটে একো নেমাতি শুনি গ'ল। সি ভানুক বৰ দুখ দিছে। এবা,

সি বৰ কাঠচিতীয়া হৈছে। সি বিহুত নেথাকিলে ওচৰ চুবুৰীয়ায়ো বু-বু বা-বা লগাব। ভাবিব, ইহঁতৰ মতা তিৰোতাৰ মাজত কন্দল লাগিছে। নহলে নিজৰ মতাটো বিহুৰ দিনা কিয় আঁতৰি থাকিব? মুকুটৰ আন তিৰো-তাত চকু পৰিছে নেকি? মানুহ বোৰ যি তলখুচৰীয়া তেনেকুৱা কিবা এটাহে উলিয়াব। ভানুৱে শুনিবলৈ পালে ডিঙিত কলহ বান্ধি ডুবিত পৰি মৰিব।

"তই দেখোন একো নমতা হ'লি? এতিয়া তোৰ হাস্পাতালখনহে ঘৰ হ'ল।"

"টোপনিয়ে ধৰিছে অ' ভানু। তই কেপ্ কেপাই নেথাকিবিচোন। ইচ্ছা হলে আহিম, ইচ্ছা নহলে নাহোঁ। চৰুত সুধি ভাত নেবাঢ়ো। মই তিৰোতাৰ মতত নচলোঁ।"

"বাৰু নচল, নেলাগে চলিব। কিন্তু কিছু মান গিয়ানৰ কাম কৰিব লাগে। সেই দিনাতো ভাই লৰাটো আহিব। তয়ে যদি নেথাক সি কেনে পাব? কব —ভিনিদেউতো ভাল মানুহ দে। লৰা তিৰোতা এৰি বিহুৰ দিনানো চৈলাং কৈলাং কৰি ঘুৰি ফুৰেনে?"

"বচ, বচ, থাম। কোনটো ভায়েৰ আহিব?"

"সেই মেলেকটাৰীত সোমোৱাটো। দীনেশ। পৰহিয়েই হেনো আহিল। ছুটী নায়েই। সি ইয়ালৈ আহিয়েই বেৰেলীলৈ যাব।"

"অ' সেই পটলুং পিন্ধাটো? বাৰু থাকিম দেই।"

ইমান পৰৰ মুৰত ভানুৱে উশাহ পালে। মুকুটৰ মেলেকটাৰী ল'ৰা দীনেশলৈ বৰ মৰম। সি ছবছৰ মান দেশলৈ অহাই নাই। তাক চাবলৈকো তাৰ মনটো খু-দুৱাই আছিল।

উৰুকাৰ দিনা ডাক্তৰে কলে,—"মুকুট, তুমি কাইলৈ নহাকৈ নেথাকিবা। কম্পাউণ্ডাৰ আহি নোলালহিয়েই।"

"চাৰ, বিহুত জানো হাস্পাতাল বন্ধ নহয়?"

"ইমান দিন থাকিও তুমি এইটো কথা নেজানা? বিহুত জানো বেমাৰে ছুটী দিয়ে?"

"কথাটো হওঁতে হয় পিছে—"

সি জানে যে এই মাহত দিনে দিনে ৰোগী বাঢ়িছে। দেশৰ মানুহবোৰে ইমান বেমাৰী সি কামত সোমাইহে বুজিছে। কাৰোবাৰ বসন্ত। কাৰোবাৰ কফপিত্ত। জহনিয়ে এখন গাওঁ ধুইছে।



"তুমি নাহিলে নচলিব। কম্পাউণ্ডাৰ থকা হলে কথাটো সুকীয়া।"

"কিন্তু কাইলৈ বিহুৰ দিনা কেনেকৈ ইমান দূৰ আহি আকৌ উভতি যাম? ল'ৰা-তিৰোতাই খাপ পিটি থাকিব।"

"বাৰু দেখা যাওক। কম্পাউণ্ডাৰ যদি আবেলিৰ ভিতৰতে ওলায়হি, তেনেহলে কাইলৈ তুমি নাহিলেও হব।"

দিনৰ বাৰ বাজিলেই। দেওবাৰ। আবেলি হাস্পাতাল বন্ধ। সি কম্পাউণ্ডাৰ আহিছেনে নাই জানিবলৈ ভাত কেইটা খাই আকৌ আহিব লাগিব। কিন্তু কম্পাউণ্ডাৰ অহা যেনিবা গম পালেই, সেই সময়ত ডাক্তৰ নেথাকিলে ছুটী পোৱা নেযায়। সেই কাৰণেই ওচৰৰে দোকান এখনত সোমাই বিস্কুট কেইটামান আৰু পানী এগিলাচ খাই ৰৈ থাকিল। তাৰ আজিহে কামটো এৰিম এৰিম লাগিছে। সি কাইলৈ ঘৰত নেথাকিলে দীনেশে কি ভাবিব? ভানুৱে ছুটী নোপোৱাটো মিছাতে কৈছে বুলি ভাবিব।

আজি তাৰ মনটো পথাৰৰ বুকুলৈ উৰা মাৰিছে। সোনাইৰ জিল্‌মিল্ পানীয়ে তাক মাতিছে। তাতে সি মনত পৰা দিনৰে পৰা গৰু ধুৱাইছিল। আৰু কত কি? বিহুটো তাৰ কিমান আনন্দৰ আছিল! কঁড়ি খেল, হুচৰি আৰু বিহু গীতত আপোন-পাহৰা হৈছিল। গাৱঁৰ সিপাৰৰ কাজলী পথাৰত ঢোলৰ চাপৰ দিছিল। সেই কাজলী পথাৰৰ ঢোলৰ গম গম, তালৰ খন খন আৰু পেঁপাৰ কিৰিলিয়ে কত গাভৰুৰ দেহ উজনি ভাটী কৰিছিল!

* * *

এতিয়া সেই বাগো নাই, অযোধ্যাও নাই। ধনৰ অভাৱে মানুহৰ মন পেপুৱা লগাইছে। ঢোলৰ মাতে আৰু গাৰ তেজ গৰম কৰিব নোৱাৰে। বিহু-গীতৰ লয়ত ভোল যাবলৈ কোমল মন চেপা খাই শিল যেন হ'ল। পেঁপাৰ ঠেইকীয়ে আৰু মনলৈ সুৰধি বিৰহ নানে। এতিয়া বিহুৱে দাৰিদ্ৰ্যক বেছিকৈ সোৱঁৰাই মানুহক সজাগ কৰে জীৱন-যুঁজত ক্ৰূৰ হবলৈ। সি জানো আগৰ দৰে আনৰ কাৰণে কিবা ভাবিব পাৰিছে? তাক সমস্যাই চিৰলা চিৰলি কৰিছে। ওচৰ-চুবুৰীয়াৰ লগত হিয়াৰ সম্পৰ্ক নাই। এমুঠি ভাত, এখনি গাত লোৱা কাপোৰ, আৰু উৰুৱা পঁজালৈ শনখেৰ গোটোৱা নাইবা

ভগা পঁজালৈ খুটিৰ যোগাৰ কৰাৰ বাহিৰে সি আন একো চিন্তা কৰা নাই। ভানুৰ লগতো সম্পৰ্কৰ ৰসশূন্য আৰু গতানুগতিক হৈ পৰিছে। তাইক ফুৰাব চকাবলৈ বা মন খুলি এবাৰ কথা কবলৈ তাৰ আহৰি নাই। নিৰাশৰ মন বাজী অমিতাৰ ফুল।

মাটি বন্ধকত গ'ল। অতি মৰমৰ বলদ হালো বেচা পৰিল। সি কৃষি এৰিলে। কেইটামান টকাৰ চাকৰিত সোমাই এৰাল দিয়া গৰু হ'ল! বিহুৰ দিনাও দৰৱৰ ওকোটা গোন্ধ লৈ হাস্পাতাল ৰখি থাকিব লগা হ'ল। আগেয়ে হলে এই দৰমহাৰ আঢ়ৈ কুৰি টকা তাৰ মনত হাতৰ মলি যেন আছিল। ইমান নিৰাশাত সি একোৱেই বুজি নোপোৱা হৈছে।

প্ৰেম, পিতৃত্ব, সমাজৰ বান্ধোন সকলো অচিন বস্তু। আজি চ'তৰ ঊনত্ৰিশ তাৰিখ। তাৰ বলদ হাল বেচা সাত মাহেই পাৰ হ'ল। বছৰৰ আগতেই এনেকুৱা এটা চ'তত সি বলদ হাল কিনিছিল। চ'ত মাহত পথাৰত বহুত কাম। সি সেইবাৰ তিনি পুৰা মাটি আধিত লৈছিল। নিজৰ পাঁচ বিঘাতো খেতি লগাইছিল। সি নতুন এহাল গৰু কিনিবলৈ কেইবাটাও হাট ঘূৰিছিল। কেবাটাও হাটৰ পৰা মনোমত গৰু নেপাই উভতি আহিছিল। কোনোবাটো গৰুৰ জাংটো ভাল যদিও নেগুৰ ধমলা। কেতিয়াবা এটা পছন্দ হলেও লগৰটো বিচাৰি নেপায়। এদিন এহাল গৰু চকুত লাগিছিল। দাঁত নুঠোঁতেই এৰুকু ওখ। চিক্‌চিকীয়া কজলা। টাকুৰী-শিঙীয়া। সি কিনিবলৈকে চাইছিল। কিন্তু সেইদিনা হাটলৈ বাপুতা নোযোৱাহেঁতেন সি পস্তালেহেঁতেন। বাপুতাই কলে,—"এই হাল কিনাতকৈ ধন সোনাইত পেলাই দে। এই হাল হল ছিলঙীয়া গৰু। ভৈয়ামত নুসুজে। এটা ভাল গৰম পালেই আধ্যা পৰিব।"

বাপুতাই ঠিকেই কৈছিল। গুনেশ্বৰৰ পুতেক পৰভাতে এনে এহাল গৰু কিনিছিল। এবছৰেই নবল। আন এদিনো তাৰ এহাল পছন্দ হৈছিল। কিন্তু সেই হালৰ এটা অমংগলীয়া চিন দেখিলে। আগ ঠেঙেৰে এটাই মাটি খান্দি যায়। এটাৰ চকুত ফুল পৰা। আৰু এটা কথাত গৰু কিনা মানুহ সাৰধান হব লাগে। তাক সৰুমনে শিকাইছিল। কেতিয়াবা গৰুক লোদৰ পোদৰ কৰি বেচে। কাম বন নকৰাই তেজী কৰে। তেনে গৰু বৰ ধোদ হয়। চাৰি দাঁতলৈ যদি গৰুৱে কাম নকৰায় সেই গৰু বৰ ঘটীয়া হয়। সহজে বন লগাব



নোৱাৰি। বজাৰত এনে গৰু ধৰা পেলোৱা টান। এবাৰ তেনে এহাল গৰু সি পাইছিল। বেপাৰীয়ে তপিনাত এচাৰি ডাল লগাই দিওঁতেই জপিয়াই উঠিল। বেপাৰীয়ে কলে,—'চাওক কিমান চেঙা। এনে গৰু আৰু নেপাব।' কিন্তু কথা তাৰ ওলোটা। এচাৰিৰ মূৰত সিহঁতে বেজি সুমুৱাই আনে। নাইবা এচাৰি যি ঠাইত লগাব সেই ঠাইত সৰু বেজী গুজি থয়। সি গৰু দুটাৰ জাপ মৰাৰ গতিগোত্ৰ দেখিয়েই বুজি পালে। এইদৰে সি কেইবাটাও হাটৰ পৰা অধোমুখে উলটি আহিল। কোনো পধ্যে মন নেযায়। বেপাৰীক বিশ্বাস কৰিব নোৱাৰি। টকাৰ কাৰণে সিহঁতে জাউৰিয়ে জাউৰিয়ে মিছা মাতি বিশ্বাস সুমুৱাব পাৰে। তাত ভোল নগলেই ৰক্ষা। গৰু হাল কিনিব। জীৱনৰ এটা উঠন দিন লগে সংগে কটাব লাগিব। তেনে এহাল গৰু কিনিবলৈ সি অনেক হাট ঘূৰিবই। এবাৰ তাৰ কপাল ফুলিল। সেই দিনা চ'তৰ ওঠৰ তাৰিখ। মংগলবাৰ। সি কদমনি হাটলৈ গৈছিল। এহাল গৰু কিনিবলৈ সি বৰ বিয়াকুল হ'ল। দুয়োটা গৰুৰে ৰং গাঢ় ৰঙা। নোমবোৰ চুটি চুটি। ছিলঙীয়া গৰু হবই নোৱাৰে। গাটো হৰিণাৰ গাৰ দৰে তেল যেন পিছল। এটা তিন-দঁতীয়া, ইটো দু দঁতীয়া। দুয়োটাৰে একে ধৰণৰ শিং। এবেগেত মান দীঘল হব। মূৰ ডাঙৰ। কলিজাও খামী, ডাঠ। নেজো চুটি আৰু লাহী। মূৰ জোকাৰি জোকাৰি থাকে। এইটো বৰ ভাল লক্ষণ। তেনে গৰুৰ মনটোত ৰং। একো বেমাৰ আজাৰ নাই। দুয়োটা একে মাকৰ পোৱালি যেন লাগে। জোৰো জোৰ পাভ জোৰ। সি আৰু সময় নষ্ট নকৰিলে। কেৰ জেৰ কৰি বেপাৰীয়ে কোৱা দামতকৈ মাথোঁ দহ টকা কম কৰি পোন্ধৰ কুৰি এটকাত গৰুহাল কিনিলে। একুৰি পুৰা কৰি এইবোৰ জীৱলগা বস্তু কিনিব নেপায়। ৰচিদখন কটালে। তাৰ অপাৰ আনন্দ।···

গৰুহাল খেদাই আনি পদূলি মুখ পাওঁতে সন্ধিয়াই লাগিল। ভানু তেতিয়া ভিতৰত। পোনতে দুবাৰমান গৰু কিনিবলৈ যাওঁতে তাই সন্ধিয়া হলেই দুৱাৰ দলিত বৈ থাকেহি। কিজানি এহাল আনেই। কিন্তু কেবাবাৰো উলটি অহাৰ পাছত তাই তেনেকৈ বৈ থাকিবলৈ এৰিলে। মুকুটৰ মনত গৰ্ব। তাই গম পাওক বুলি হেকাৰি এটা মাৰি খেদাইছে—"যা ৰঙা যা। এই ফালে ঘূৰ।" তাই সঁহাৰি পাই উধাতু খাই বাহিৰলৈ ওলাই আহিল। তৎক্ষণাত পানী এলোটা আৰু পানী পচাৰ পৰা বুৰুলি খেৰ একোছা হাতত লৈ গৰু হালৰ

ওচৰ পালেহি। গৰু হাল থিয় দি আছে। তাই তন্ন তন্নকৈ বৰ কৌতূহলেৰে চালে। তাৰ পিছত সিহঁতৰ ঠেঙত পানী ছটিয়ালে। খুৰাৰ অকণ অকণ ধূলিমাকতি ছিটিকি পৰাত চকমকীয়া হৈ পাৰিল।…"বোপাইহঁত, একঠা খুৱাবি আৰু। আশা দশা কৰি আনিছে।" এই বুলি কৈ বুৰুলি খেৰ মুঠাত জুই লগাই সিহঁতৰ ডিঙিৰ চাৰিও ফালে ঘূৰাই ভুনভুনকৈ কিবা এটা মাতিলে। গলধনৰ পৰা নোম উঘালি ভঁৰাল ঘৰৰ মাৰলিত গুজি থলে। সিহঁতৰ নতুন আলহীক এইবোৰ নিয়ম কানুনেৰে ঘৰৰ কৰিলে। গঁৰালৰ ধানখেৰ খিনিত নিমখ পানী ছটিয়াই থৈছিল। তাৰ ওচৰলৈ মুকুটে গৰুহাল নি কলে,—"বুইছ ভানু, এইটোৰ তিনদাঁত, ইয়াৰ দু দাঁত। তিনি দঁতীয়াৰ নাম থৈছোঁ 'বৰবঙা' আৰু দু-দঁতীয়াৰ নাম থৈছোঁ 'সৰুবঙা।' ইহঁতক বহুত বাটৰ পৰা আনিছোঁ। বজাৰলৈকো কিমান দূৰৰ পৰা আনিছিল ঠিক নাই। এতিয়া দানা-পানী দে।"

ভানুৱে মাটিমাহ আৰু জাতি লাওৰ টুকুৰাৰে সিহঁতলৈ দানা সিজালে। সিহঁতৰ ঘৰলৈ দুটা নতুন প্ৰাণী আহিছে। চিৰ দিনলৈ। মনৰ হেঁপাহ পলুৱাই সিহঁতক খুৱাব লাগিব। গৰুৰ জহতেই কিমান আৰ্জন। সেইদিনা মনৰ হৰিষত মুকুট আৰু ভানুৰ টোপনিয়েই অহা নাছিল। মণিহঁত তেতিয়া ওপজাই নাই। সঁচাকৈয়ে বৰবঙা আৰু সৰুবঙাই সিহঁতক বহু আৰাম দিলে। ভালকৈ একঠা খুৱালে। সিহতঁৰ লগত কাম কৰি সুখ। সিহঁতক দানা পানী খুৱাই সুখ। এনে গৰু আৰু জীৱনত সি পোৱা নাছিল। সেইবোৰ কথা মনত পৰাত তাৰ বুক থকা সৰকা হৈছে। আবেলি হ'লহি। আৰু এঘন্টাৰ পাছত যদি কম্পাউণ্ডাৰ নাহে সি ঘৰলৈ যাব নোৱাৰিব। ধাননি, মাটি, হাবি, বন আৰু গৰুকে লৈয়ে তাৰ জীৱন। চহাৰ লৰা হৈ যদি হাল বাই আঠুলৈকে বোকা পানী লগাব নোৱাৰে, কেচা ধানৰ আৰু কেচা নৰাৰ গোন্ধ শুঙিবলৈ নেপায়, হাবিত যদি খৰি কাটিবলৈ নেপায়, চৰাই পহু মাৰিবলৈ নেপায়, চাৰ পোৱা গৰু হালৰ যদি পেটটোত হাত ফুৰাই মনৰ হেঁপাহ পলুৱাবলৈ নেপায়, তাৰ জীৱন বৃথা। চাকৰিয়ে তাক এমুঠি ভাত দিব পাৰে। কিন্তু তাৰ মাটি, বোকা আৰু গৰু-গাইহে বুকুৰ আপোন। এনে অৱস্থাতে সি শান্তিৰে উশাহ লব পাৰে।

এবাৰ এজনী পোহাৰীয়ে চহৰত মাছ বেচি থাকোঁতে ৰাতি হ'ল। তাই



ঘৰলৈ আহিবলৈ অকলে ভয় পালে। শেষত চিনি পোৱা উকীল এজনৰ ঘৰত সোমালগৈ। তাইক পাটী আৰু গাৰু এটা দিলে। কোঠাটোত আছে ধুনীয়া চকী কেখনমান, মেজ, কিতাপ, কলগান এটা, খবৰৰ কাকত, আৰু অফিচৰ কাকত আদিৰ দম এটা। তাইৰ তাত টোপনি নাহিল। কোঠাটো অপৰিস্কাৰ। গাৰুটোত এচেঞ্চৰ গোন্ধ। বোধ কৰোঁ উকীলনীৰ গাৰু। কাগজ-পত্ৰৰ গোন্ধো তাইৰ নাকত লাগিল। তাই বৰ অশান্তি পালে। আঠুৱা এখনো দিছিল। গঁৰাল গঁৰাল লাগিল। মহেনো কি কৰিব ? টোপনি গলেই হেনো তেজবোৰ তিতা হৈ যায়। মহে নেকামোৰে। তাইৰ বিশ্বাস। কিন্তু তাইৰ টোপনি নাহে। কোঠাটো ধুনীয়া। এচেঞ্চ আৰু কাকতপত্ৰৰ গোন্ধ তাইৰ কাৰণে অস্বাভাৱিক। অসহ্য। শেষত উপায় নেপাই বাৰাণ্ডাত থৈ অহা মাছৰ পাচিটো শিতানলৈ আনি ললে। মুখখন তাতে গুজি দিলে। কেঁচা মাছৰ গোন্ধটো পাই তাইৰ বৰ আৰাম লাগি গ'ল। তেতিয়াহে টোপনি আহিল। তাৰো তেনে অৱস্থা। পোহাৰীৰ কাৰণে মাছৰ গোন্ধ ; তাৰ কাৰণে মাটিৰ গোন্ধ, পকা ধানৰ গোন্ধ, গৰু-গাইৰ গোন্ধ। হাস্পাতালৰ ভেটি পকা। বেৰ চূণ দিয়া, নিমজ। বাৰাণ্ডাত ফুলকটা ৰেলিং। ৰূপালী তাৰ ৰং। এইখন ঠায়ো তাৰ অসহ্য। আনে ভালপোৱা দৰবৰ গোন্ধটোত তাৰ বমি আহিব খোজে।

সি ভাবত তন্ময়। পদূলিত চাইকেলৰ টিলিঙা বাজিছে। সি পাহৰিয়েই গৈছিল। সিতো কম্পাউণ্ডাৰৰ কাৰণেই বৈ-আছিল। কম্পাউণ্ডাৰ ভাগ্যে আহি ওলালহি। সি একে কোবে ডাক্তৰৰ ওচৰ পালেহি। দুদিনৰ ছুটী ললে।

সন্ধিয়া সি ঘৰ পাওঁতে ভানু কেৰাহীৰ ওচৰত। পিঠা ভাজিছে। মণি আৰু ফণী ওচৰতে। বাপেকৰ মাত শুনি ফণী ওলাই আহি ততাতৈয়াকৈ কলে,—"পিতাই, আমাকো গৰু এহাল লাগে ঐ। বীৰেন, বুধীন হঁতে কাইলৈ সিহঁতৰ গৰুৰ গাত মাহ হালধি সানিব। সোনাইলৈ নিব গা ধুৱাবলৈ। সিহঁতৰ কিমান ফুৰ্তি!"

বাপেকে একো কবলৈ নোপাওঁতেই আকৌ মাত লগালে,—"কাইলৈ জৰুৰ এহাল আনিবি দেই। মাখিলতি আনি থৈছোঁ।"

মুকুট শোকত অধীৰ। সিহঁতৰ দুখীয়া বাপেকে ক'ৰ পৰা এহাল গৰু আনি দিব ? গৰু এহাল বজাৰৰ পুতলা নহয়। বৰবঙা আৰু সৰুবঙাক

বেচাৰপৰা ধৰথনৰ ধৰণী লৰিল। মণিহঁতৰ বেমাৰ আজাৰ নুগুচা হ'ল। মাকৰ পিয়াহ এবাৰে পৰা সিহঁতৰ পেটত এটোপা গাখীৰ পৰা নাই। সিহঁত নিশকতীয়া নহব কিয়? গাই এজনীৰো দৰ্কাৰ আছিল। কিন্তু গাই কিনক চাৰি মাছে পুঠিয়ে ভাত এসাজো খোৱা টান হৈ পৰিছে। সিহঁতৰ কুক্ষণত জন্ম। মণি ওপজা বছৰেই বান পানী হৈছিল। বাও ধানৰ পাঁচ হাত ওপৰলৈকে পানী উঠিছিল। সেই বছৰ চ'তত পেলোৱা বাও ধানো নেবাচিল। সেই বছৰ মাকো নৰিয়াত পৰিছিল। নৰিয়া বাটোঁতেই সাঁচতীয়া ধনৰ ওৰ পৰিল। পাছৰ তিনি বছৰতো বৰ বিপদ আহিল। খাজানাৰ টকাও সোধাব নোৱাৰিলে। তিনি বিঘা মাটি নিলামত গ'ল। তাৰ ঘৰৰ ৰাজহাড় ভাগি পৰিল। আন মানুহৰ পৰা আধিলৈ মাটি পাবলৈ টান হৈ পৰিল। লৰালুৰি ডাঙৰ হোৱাৰ পাছত সিহঁতে নিজৰ মাটিতে নিজে খেতি কৰা হ'ল। দুবিঘা মাটিৰে এখন ঘৰক পোহপাল দিয়া বৰ টান।

সেইবোৰ কথা সি যিমানেই ভাবে সিমানেই চিন্তাৰ আঁত হেৰাই যায়। সি মণিক একো নকৈ বিছনাত পৰিল। ভানুৱে তাক এনেকৈ আমন জিমন কৰি বিছনাত পৰি থকা দেখি সুধিলে,—"তোৰ অসুখ নেকি?"

"অসুখনো কি হব? আজিও পুৰণা বেমাৰটোৱে উক দিছে। বৰৰঙা আৰু সৰুৰঙালৈ বৰকৈ মনত পৰিছে।"

"এস, ভাবি আৰু কি ওৰ পাম! সিহঁত আমাৰ ঘৰলৈ দেৱতা হৈ আহিছিল। দুদিন আলহী হলহি আৰু গ'লগৈ। আমাৰ দৰে মানুহৰ ঘৰত নুসুজিলে। বাৰু এতিয়া সেইবোৰ বাদ দে। গা ধো, খাবৰ হ'ল।"

কট্াঘাত নিমখ দি লাভ নাই। সি জানে। তথাপি বাৰে বাৰে বৰৰঙা সৰুৰঙালৈ মনত পৰিছে। বেচাৰ এমাহৰ পাছত সি মহাজনৰ ঘৰতে এবাৰ চাই আহিছিলগৈ। সেই মাহতে সিহঁত বেছ শকত হ'ল, দুখীয়া মানুহৰ ছোৱালী ধনীৰ ঘৰত পৰি আঁহপাহ মুকলি হোৱাৰ দৰে। তাক দেখিয়েই সিহঁত হাল পঘা ছিঙি লৰি আহিছিল। সি গাত হাত ফুৰাওঁতে সিঁহতে সাৰসুৰ নোহোৱাকৈ থিয় দি আছিল। তাৰ বুকুত মুখ লুকাই দিছিল। কোঁ কোঁ শব্দ কৰিছিল। সেয়া মৰম লোৱাৰ চিন। তাৰ কাপোৰ শুঙিছিল। সি সিহঁতৰ মুৰত হাত ফুৰাই কৈছিল,—"বৰৰঙা, সৰুৰঙা! তহঁত ইয়ালৈ আহি ভালেই কৰিলি। মই তহঁতৰ লায়ক নাছিলোঁ। মহাজনে তহঁতক ভালকৈ



খুৱাব ধুৱাব পাৰিব। মই মাথোঁ মনত পৰিলে একোবাৰ চাই যামহি। এদিন ভানুকো লৈ আহিম।"

সিহঁতে তভক মাৰি শুনিছিল। মুৰ জোকাৰি ঘোঁ ঘোঁ শব্দ কৰিছিল। সিহঁতে যেন তাৰ মনৰ সকলো দুখ বুজিছিল। সি সিহঁতক নেবেচোঁ বুলি তেৰ বছৰ ৰাখিলে। অনেক অসুবিধাতো বহুত মন বান্ধিলে। কিন্তু শেষত উপায় হেৰাই গ'ল। বতাহে ঘৰটোও ভাঙিলে। সিফালে খাবলৈ ধানে নোজোৰে। আধিলৈকো মাটি পাবলৈ নাই। কৰ্ণ মৌজাদাৰৰ বিৰাশী পুৰা মাটি। তাক আধিলৈ দুপুৰামান দিব পাৰিলেহেঁতেন। কিন্তু আজি কালি তেওঁ মৈমনচিঙীয়া কামলা লগাই নিজে খেতি কৰায়। দুবছৰমান খেতি কৰাৰ পাছত নতুন আইন মতে মাটি আধি খোৱাটোৰ হৈ যাব বুলি ভয় কৰে। সি ভাবি পালে যে নিজৰ দুবিঘা মাটিৰ কাৰণে এযোৰ ডাঙৰ বলদ ৰখাটো এক বলিয়ালি। ইফালে বতাহে এফাল উৰুৱাই নিয়া ঘৰটো নতুনকৈ সজাব লাগিব। চাউল কিনি নেখালেও উপায় নাই। ঘৰত লৰা তিৰোতা বহুত দুবলা পৰি গ'ল। গণপত মাৰোৱাৰীকে বেচি পেলালে। মাৰোৱাৰীক বেচাৰ কাৰণে অলপ শান্তিও পালে। মাৰোৱাৰীয়ে গৰুক বৰ নিয়ম কাৰণেৰে প্ৰতিপাল কৰে। গোপাষ্টমীও পতা দেখিছে।

সিহঁতক গণপতে লৈ যাবৰ দিনা তাৰ আৰু ভানুৰ যি বিলৈ। ডিঙিত সাবটি হুক্হুক্কৈ কান্দিছিল। ভানুৱে শেষ বাৰৰ কাৰণে সিহঁতলৈ খুতৰিয়া আৰু খুদকণেৰে দানা সিজাই থৈছিল। সিহঁতক শেষ বাৰৰ কাৰণে খুৱাই শান্তি পাইছিল। সিহঁতৰ পঘা দুডাল ৰাখি থৈছিল। গলধনৰ নোম কেইডাল মান উঘালি আকৌ ভঁৰালৰ ফোকামত গুজি থৈছিল। গৰুহাল চোতালৰ পৰা নিয়াৰ সময়ত তাই সিহঁতক কৈছিল, "বৰৰঙা, সৰুৰঙা! তহঁত যাগৈ আমাক শাও নিদিবি।" মুকুটে সিহঁতৰ গাত হাত ফুৰাই পদূলিলৈকে গৈছিল। সি চকুলো টুকিছিল। সি এৰি আহোঁতে সিহঁতে হেম্বেলিয়াই পাছলৈ চাইছিল।

আজি তাৰ সেইটো দৃশ্য জল্জল্ পট্পট্কৈ চকুৰ আগত ভাহি উঠিছে। সি কেবা নিশাও শোৱা নাছিল। কিন্তু বৰৰঙা আৰু সৰুৰঙাক নেবেচা-হেঁতেন ঘৰটোও সাজিব নোৱাৰিলে হেঁতেন। সিহঁতলৈ সি চিৰকৃতজ্ঞ।

তাৰ আজি ৰাতি ভাত পানীত মুখ নবহিল। শুবৰ সময়ত ভানুক কলে,

—"কাইলৈ মই গাইদনী দিয়া সময়লৈকে শুম। মোক নজগাবি। ইহঁত হালক হুল স্থুল কৰিবলৈ নিদিবি। ফৰ্মুটিয়াই সিহঁতৰ ঠেং ভাঙিম।"

ভানু আচৰিত। কালিৰে পৰা মানুহটোৰ খং কমা নাই। হাস্পাতালত সোমোৱাৰে পৰা তাৰ স্বভাৱটো বৰ খিংখিঙীয়া হ'ল। তাই কলে,—"তয়ো কিবা দিনে দিনে কেচুৱাহে হৈ গৈছ। কাইলৈ বিহু। ঠাই মচিব লাগিব। চৰু ধুব লাগিব। তই আকৌ দুপৰলৈকে শুই থাকিলে কেনেকৈ হব?"

"বাদ দে তোৰ নিয়ম-কাৰণ বোৰ। ঘৰত গৰুৱেই নাই। কাৰ কাৰণে গৰু-বিহু পাতিব খুজিছ?"

"কিন্তু হাজাৰ হওক সি হালোৱা মানুহ। টোপনি খটিত থাকিলেও চল পুৱাতে সাৰ পাব। বেৰৰ জোলোঙাইদি পোহৰে বেঙালেই চকু মুদিও বিছনাত পৰি থাকিব নোৱাৰে। বিছনাতে পৰি থাকি আনে গৰু নোওৱা সময়কণ নিশ্চিন্তে কটাম বুলি সি ভাবিছিল। কিন্তু নোৱাৰিলে। বাহিৰত গৰুৰ বিহুৰ ভৰ পক। আলিয়েদি গৰু নোৱাই লৈ লৈ নিয়াৰ শব্দ।

লাও খা, বেঙেনা খা,
বছৰি বছৰি বাঢ়ি যা।
মাৰ সৰু, বাপেৰ সৰু
তই হবি বৰ গৰু॥

প্ৰতিটো শব্দই তাৰ কাণত বিহ যেন হৈ সোমাইছে। সি ছুটী নোলোৱা-হেঁতেন ভাল আছিল। পৰৰ গৰুক নোওৱা ধুওৱা চাই ঘৰতে খবলি পিটি থাকিব নেলাগিলহেঁতেন। সি দুৱাৰৰ কাষতে পীৰা এখন পাৰি বহি গালত হাত দি বাটৰ ফালে চাই আছে। ভদৰামৰ পুতেক পৰফুলে বলদ দুহাল আৰু পোৱালিৰে সৈতে গাই এজনী নৈৰ ফালে লৈ গৈছে। 'লাও খা, বেঙেনা খা' গাই গাই গালৈ থেকাৰা, লাওৰ চকলা আৰু বেঙেনা মাৰিছে। মণিয়েও তাৰ লগত যোগ দিছে। সেইটোহে বেছি দুখৰ কথা। নিজৰ ঘৰত গৰু নাই কাৰণে সি বাপেকক চাগৈ কিমান অপাৰগ বুলি ভাবিছে। ফণীয়ে মাকৰ ওচৰত থেনথেনাই আছে। সি ভিতৰলৈ সোমাই গ'ল। ভানুৱে পতাত মাহ-হালধি বটিছে। মুকুট আচৰিত। এইৰ এইবোৰ ধুন ধুপালি কিহৰ? অভ্যাসৰ বলত? কিন্তু তাইক দোষ দি কি লাভ? তাৰো দেখোন এনে মন



হৈছে। —ভঁৰালৰ মাৰলীত গুজি থোৱা বৰবঙা আৰু সৰুৰঙাৰ নোম কেইডালকে মাহ-হালধি সানি ধুই পেলাব সিহঁতৰ কৰুণ সোঁৱৰণত।

"ভানু, এইবোৰ আকৌ কেলৈ?"

"আজি দিনটো এনেয়ে যাবনে? ভাবিলোঁ, পুৱাৰামৰ ঘৰতে গৰু নোৱাঁই আহোঁগৈ। আজি গৰু সাক্ষাৎ দেৱতা। পুণ্য হব।"

সি বহুত কিবা কৰলৈ বিচাৰিছিল। গৰু গাই পুহি ভালকৈ খেতি বাতি কৰি সুখত ৰাখিব পাৰিব বুলি সি ভানুক আনিছিল। কিন্তু তাই আজি পৰৰ ঘৰত গৰু বিহু কৰিব! তাৰ পেটৰ কথা মুখেদি ওলাবলৈ টান পালে। সিও ভাবিছে, ডাক্তৰখানাতে ডাক্তৰৰ গাইজনী নোওৱাব পৰাহেঁতেন ভাল আছিল। অজিৰ দিনটোত গাত গৰুৰ পৰশ ভাল। বসন্ত বিদুৰ হয়।

হঠাতে মণিয়ে আহি কলে,—"পিতাই, আজি কিন্তু যেনে তেনে গৰু আনিবই লাগিব। আমি হ'লে লোকৰ গৰুহে নোৱালোঁ।"

"পেৰেত, কটা! কেপ্‌কেপাই নেথাকিবি। আঁতৰ হ।"

বিহু নোহোৱা হলে এটা কাণতলীয়া চৰতে চেপেটা কৰিলোহেঁতেন। সি আকৌ জ্বলা জুইত ঘিঁউ ঢালিবলৈ আহিছে!

ভানুৱে পুৱাৰামৰ গোহালিত গৰু নোৱাই আহিলহি। তাই নাদৰ পাৰত চৰু ধুইছিল। লৰাটোক ধমক দিয়াত অলপ মুখ পাতি ললে। তাৰ পাছত গা-পা, ধুই গোসাঁইৰ আগ মচিলে। মাহ-চাউল এপোহা আৰু অৰিহণাৰে সৈতে গুৱা পানৰ বটাটো গোসাঁই থাপনাত থৈ কাকুতি ঘোষা মাতি এটি সেৱা কৰিলে। মুকুট আগৰ ঠাইতে বহিয়েই আছে। তাই এইবাৰ ওচৰলৈ আহি কোমল মাতেৰে কলেহি,—"দুপৰীয়াই হ'লহি। গা ধো। এই মাহ হালধি গাত সানি ল। এয়া গৰু নোওৱাৰ লগৰে। গাত ঘঁহিলে বছৰ-টোলৈ খৰ খুজলি নহয়। বসন্তই বল কৰিব নোৱাৰে।"

সি শ্ৰদ্ধাৰে মাহ-হালধি গাত সানিলে। গা ধুলে। ভানুৱেও জপাৰ পৰা বিহুৱান এখন উলিয়াই গিৰিয়েকক দি সেৱা কৰিলে। খোৱাবোৱা কৰাৰ পিছত মুকুটৰ মনটো অলপ ফৰকাল হ'ল। মণিৰ কাণ্ড দেখিহে আচৰিত। সি ঢেঁকীশালৰ চেপ এটাত মাখিলতি লুকুৱাই থৈছে। সি এতিয়াও ভাবি আছে যে বাপেকে ক'ৰবাৰ পৰা গৰু আনিব। ইফালে ভানুৱেও ভাবিছে ভায়েকৰ কথা। মাকৰ ঘৰ ইয়াতে আগৰ দৰে গাৱঁতে

থকাহেঁতেন মাক বাপেক বা ভায়েক ভনীয়েকহঁতৰ কাৰণে হামৰাও কাঢ়ি থাকিব নেলাগিলুহেঁতেন। কিন্তু এতিয়া সিহঁতৰ ঘৰখন উত্তৰ লক্ষীম পুৰুলৈ উঠি গ'ল। তাতে মাটিবাৰী লৈ গজগজীয়া হৈ বহিল। ইয়াতে থকা হেঁতেন সিহঁতৰ দৰেই আতুৰত পৰিল হেঁতেন। ভায়েক আজিয়েই আহিব বুলি তাই খবৰ পাইছে। ইমান পৰেই আহি নেপালেহি। তাই যা যোগাৰ কৰাত ব্যস্ত। ভায়েকে তাইক দুখত পৰা জানিব পাৰে বুলি মুৰটো ভালকৈ ফণিয়াইছে। ঘৰ-দুৱাৰ ছাফ্ চিকণ কৰিছে। ল'ৰা দুটাক ছাফা কাপোৰ-কানি পিন্ধাইছে। সিহঁতে মোমায়েকৰ কথা বাৰে বাৰে সুধিছে।—"বৌ, আমাৰ মোমাইদেউহঁত কিয় বাৰু নাহে? বুধীনৰ মোমায়েক হলে মাহে মাহে আহে।"

"তোৰ মোমায়েৰৰ ঘৰ বহুত দূৰৈত। তিনিখন জিলা পাৰ হব লাগে।"

মণি বিমোৰত পৰি যায়। তিনিখন জিলাৰ সিফালেনো কি ঠাই থাকিব পাৰে? মুকুটৰো খুলশালীয়েকক চাবলৈ বৰ হাবিয়াহ। এই চাৰি বছৰে লৰাটো দেশ-দেশান্তৰে অনাইবনাই ঘূৰি ফুৰিছে। তাৰনো ইমান দূৰৈত মেলেক্‌টাৰীত সোমাবলৈ কি চুট খৰে খাইছিল? ঘৰতো ৰোজকাৰ ভাল। খেতি খোলা কৰিয়েই বেছ চলিব পাৰিলেহেঁতেন। তথাপি মেলেক্‌টাৰী পোছাক পিন্ধা খুলশালীয়েক এটা কেতিয়া আহি এদিনলৈ হলেও ঘৰখন গহীন কৰি তোলে তাকে আশা কৰি আছে। তাৰ লগতে কথা বতৰা পাতি নিজকে ভুলাই ৰাখিব পাৰিব। খুলশালীয়েক দীনেশলৈ তাৰ বৰ মৰম। অলপ মইমত আৰু গোঙোৰা যদিও তাক বেয়া নেলাগে। ভানুক বিয়া কৰোৱা সময়ত সি বেছ সৰু ল'ৰাই আছিল। এতিয়া হেনো গাৰ পইৰা বাঢ়ি গৈছে।

মুকুটে ভানুক কলে,—"হঁয়ে, পিছে ভায়েৰক খুৱাবলৈ কি কি যতনাইছ?"

"আৰুনো কি যতনাম? পিঠা পনা আছেই। কাৰৈ মাছ কেইটা মান ভাজিব লাগিব। বৰালি মাছটো আঞ্জাত দিম।"

"পিছে এইবোৰ বস্তুত জানো তাৰ মুখ বহিব?"

"কিয় জুতি নেপাব? সিনো ক'ৰে হাকিমৰ লৰা? বহুদিনৰ মুৰত আমাৰ এইবোৰ আদত বস্তু পালে টপালি টপালি খাব।



"এৰা কিন্তু এটা কথা। তিলপিঠা কেইখন কামুৰিবলৈ টান পাব। নাৰিকলৰ লস্কৰা কেইটা মান কৰ। মই অনাই দিওঁ।"

নাৰিকল কিনিবলৈ সি মণিক পইচা দিলে। নামঘৰৰ ওচৰৰ মেৰটোত লোহিত বঙালৰ দোকান। তাতে নাৰিকল বেচে। এপোৱা চেনিও আনিবলৈ কলে। চহৰে চহৰে ফুৰা ল'ৰাই গুৰৰ চাহত গোন্ধ পায়। মিঠাও বেছি হয়।

মণিৰ কৌতূহল,—মেলেক্‌টাৰী মোমায়েকটো খঙাল নেকি? মোমোয়েকে কান্ধত বন্দুকটো লৈ আহিব নে নাহে। দুপৰলৈকে দুখত জামৰি থকা ঘৰখন সজীৱ হৈ পৰিল। দীনেশ শুবলৈ ভাল খাট এখন বাহিৰৰ কোঠাটোলৈ উলিয়াইছে। দুখনমান ফটা কঁথা তলত পাৰি কোমল কৰিছে। তাৰ ওপৰত এখন বৰকাপোৰ পাৰিছে। গাৰুত ছাফা গিলিপ এটা লগাইছে। আঠুৱাখন ভাজ কৰি তলত জাপি থৈছে। কাৰণ, দেখিবলৈ তিমান ভাল নহয়। কেবাটাও সিয়নি পৰিছে। ৰাতি শুবলৈ কি সলাব? পুৱা স'ৰা ঠাৰিৰে দাঁত ঘহিব নে এঙাৰেৰে ঘহিব, লগত দাঁত মাজোন আৰু পাউদাৰ আনিব নেকি? আজি কালি সি আৰৈ চাউলৰ ভাত ভাল পায় নেকি? ডাইল থপ্‌থাপীয়া কৰি জ্বলা বেছি দিলেহে প্ৰবাসত থকা মানুহে ভাল পায়—আদি হৰেক ৰকমৰ আলোচনা। আবেলি পাঁচ বাজিলেই। শেষ বাছখন বেবেজীয়াত ৰয়হি চাৰে পাঁচ বজাত। তাৰ পৰা এই তিনি মাইল খোজ কাঢ়ি আহিলে অতি বেছি এক ঘন্টা সময় লাগিব। মেলেকটাৰী মানুহ হলং হলং কৈ খোজ দি আহিলে বাট সোনকালে টুটিব।

মুকুট আলহীৰ কাৰণে ব্যস্ত যদিও তাৰ এটা কথা মনত বৰকৈ খেলাইছে। গণপত মাৰোৱাৰী আন দেশৰ মানুহ। সিহঁতৰ নিয়ম কাৰণবোৰ সুকীয়া। বিহু চিহ্ন নাই। তাৰ বৰৰঙা আৰু সৰুৰঙাৰ গাত আজি মাহ-হালধি অকণ নেলাগিব। সৰবজান জীৱ দুটাই গণপতক শাও দিব। গাৰোৱান যিটো সিও হ'ল বিহাৰী। তাৰ দেশতো কিজানি এইবোৰ নিয়ম নাই। সি আকৌ চৌবিশ ঘন্টা মদৰ জালতে থাকে। বৰৰঙা আৰু সৰুৰঙাক বিনা জগৰতে দুপ্‌দুপ্ পিটে। গণপতো তাৰ প্ৰতি বিৰূপ। এবাৰ মুকুটক আন এটা গাৰোৱান বিচাৰিবলৈ কৈছিল। মুকুটেও তাৰ মনৰ মতন মানুহ এটা বিচাৰি আছেই। বিহাৰী গাৰোৱানটোক নসলালে বৰৰঙা আৰু সৰুৰঙাৰ আলাই আথানি হব। বিহাৰীটোৱে গাড়ীতো বেছিকৈ বোজা দিয়াই কান্ধত

ঘা লগাই পেলাইছে। বৰ ডাব এটাত গাড়ীৰ চকা এফালে পোত খালেও যদি টানিব নোৱাৰে সি উঁৱা পিটা দিয়ে। মুকুটে এইবোৰ আলেঙে আলেঙে লক্ষ্য কৰিছে। বেচাৰ প্ৰথম মাহটোতু গৰু হাল বেছ লহপহীয়া হৈ উঠিছিল। কিন্তু কামৰ দিন পৰোঁতেই তেনেই চেৰেলা পৰিল।

সি ভানুক কলে,—"তোৰ বাৰু কথা এটা মনত খেলাইছেনে?"

"কি কথা?"

"বৰবঙা আৰু সৰুবঙাৰ গাটো আজি উকা হৈয়ে ৰ'ল চাগৈ।"

"এতিয়া সিহঁত পৰৰ হ'ল। আমিনো ভাবি কি কৰিম? সিহঁতক প্ৰতি-পালন কৰিবলৈ আমাৰ মনটোহে আছিল। যোত্ৰ নাছিল।"

"সকলো বিধিৰ লিখন ভানু। ঈশ্বৰে আমাৰ ইমানকৈ ৰং চাব নেলাগিছিল।"

ভানুৱে এটা হুমুনিয়াহ কাঢ়িলে। তাৰ কথা খিনি কৈয়ে ইমান দুৰ্ব'ল লাগি গ'ল যে মুৰটো বেৰত হলাই চকু দুটা মুদি দিলে।

সন্ধিয়া হ'লহি। আন্ধাৰ নামিল। দীনেশ ওলোৱাহি নাই। তেনেহলে খবৰটো মিছা নেকি? আজি চহৰতে থাকি কাইলৈ পুৱাতেও ওলাবহি পাৰে। মুকুটে ইবাৰ চোতাললৈ আহি চাই পঠিয়ালে। গৰু থকা মানুহবোৰৰ ঘৰত জাগ দিছে। অকোৱা পকোৱা শুব বগা ধোঁৱাবোৰ ওপৰলৈ উৰিছে। সিহঁতে চাগৈ এতিয়া নতুন পঘাৰে গৰু বান্ধিছে। মাখিলতি আৰু দীঘলতিৰে কোবাইছে।

মাখিলতি মাখি পাত

গৰু মাৰোঁ জাত জাত।

মাখিলতিৰে গৰু কোবালে বছৰটোলৈ মহ মাখিয়ে উৎপাত লগাব নোৱাৰে। সি ভিতৰলৈ সোমাই আহিল। দীনেশৰ ওপৰত খং। সি যদি আহিব নোৱাৰেই খবৰ পঠাইছিল কিয়?

ভানুক খঙেৰেই ক'লে—"কতা অ? তোৰ ভায়েৰ পাত নাহিল দেখোন?"

"নাহে আৰু। যেতিয়া আমাৰ ৰস জীপ আছিল আটায়ে লেন চেলাইছিল। এতিয়া আনে নেলাগে ককাই ভায়েও এৰিছে। সিহঁতে দুখীয়া বায়েকৰ মৰমটো কি বুজিব?"

"তই স্বৰূপ কথা কৈছ ভানু। নিজে চালছিগা হলে আটায়ে নেওচা



দিয়ে। কথাতে কয় বোলে সাঁতোৰ, সাঁতোৰ, বাহুত বল থাকে মানে সাঁতোৰ। বল নেথাকিলে ৰসাতলে যা। আমি ৰসাতলে গলোঁ। আজি আমাৰ ঘৰতে গাৱঁৰ মানুহ এটায়ো ভুমুকি মৰা নাই। আগতে হ'লে লগৰ এটাই বাঁহেই মাত এবাৰ লগায়।"

দুয়ো দুখৰ কথা আলোচনা কৰিলে। ভানু চৰুত সোমাল। ল'ৰা দুটাই ভাত লাগে বুলি জেউৰ ধৰিছে। মণি আৰু ফণী তাইৰ পাছে পাছে ফুৰিছে। ঘৰখন নিজম। মুকুট এনেয়ে এবাৰ বিছনাত পৰিল। দূৰৈৰ-পৰা বিহু-গীতৰ ৰিণি ৰিণি সুৰ তাৰ কাণত পৰিছে। হুচৰি গোৱাও শুনিছে। ৰাতি তাৰ ঘৰতো হুচৰি গাব পাৰে। দুখীয়া আৰু পইচা দিব নোৱাৰিব বুলি নেগাবও পাৰে। তথাপি হুচৰিৰ কোবত সি শুব নোৱাৰিব পাৰে। তাৰ দুখৰ কাৰণে বিহুটো বৈ নেথাকে। ভাত হয় মানে এতিয়াই এবাৰৰ মাৰি লবৰ ইচ্ছা। সি চকু হাল মুদি দিলে। অনেক ভাৱনাৰ পাছত হৰিৰ নাম স্মৰণ কৰিলে মনটো থিৰ হয়। সি গুন্‌গুনালে :

স্মৰণ মাত্ৰকে যিহেতু দুৰ্ঘোৰ

সংসাৰ দুখ হৰন্ত।

এহি হেতুতেসে ঈশ্বৰক হৰি

বোলয় যত মহন্ত॥

সি কেবাবাৰো একেটি কুটকে দোহাৰিলে। এই খিনিতে তাৰ সান্তনা। তাক সকলোৱে এৰা দিছে। ঈশ্বৰেহে তাৰ দুখ বুজিব।

হঠাতে সি চমকি উঠিল। পদুলিয়েদি গৰু সোমোৱাৰ শব্দ। কাৰ গৰু? আজি বিহুৰ দিনত কোনে গৰু উদণ্ডত দিছে? তাৰ নিজৰ কাণ দুখনকে বিশ্বাস কৰিব নোৱাৰা হ'ল। তাৰ ঘৰত খেৰ এডালো বিচাৰি পাবলৈ নাই। কি খাবলৈ গৰু সোমাব? কিন্তু সি ঠিক শুনিছে, গৰু আহি চোতালৰ মাজ পাইছেহি। গলেৰে সৰু শব্দ এটাও কৰিছে। তাক সঁহাৰি দিছে। সি জাপ মাৰি বিছনাৰ পৰা উঠিল। বৰবঙাইহে এনে শব্দ কৰে। পদুলি মুৰত আকৌ এটা হেম্বেলনি! সেইটো সৰুবঙা।

"ভানু, গৰীবৰ ঘৰলৈ অতিথি আহিছে অ'। বৰবঙা আৰু সৰুবঙা! বিহুৰ অতিথি সাক্ষাৎ দামোদৰ।"

সি মনৰ আনন্দত কথা কেইটা কৈয়ে চোতাল পালেহি। ভানুৱেও

য'ৰে ভাত, ত'তে এৰি উধাতু খাই ওলাই আহিল। তায়ো তেনে উমান পাইছিল।

সিহঁতে ঠিকেই শুনিছে। বৰৰঙা, সৰুৰঙা মাজ চোতালত থিয় দি আছে। কিনি অনাৰ দিনাও সিহঁত এনেকৈয়ে থিয় দি আছিল। সিহঁতৰ ডিঙিত একোডালকৈ পঘা। পুৰণা পঘা! সৰুৰঙাৰ পঘাডাল মাজতে ছিগা। বৰৰঙাৰ পঘাৰ মূৰত এটা খুটি। সিহঁত বান্ধ খোৱাৰ পৰা আহিছে। গিৰিহঁতক অস্বীকাৰ কৰিছে।

মুকুটৰ আনন্দত সীমা নাই। সৰ্বজান সখাই তাৰ মনৰ সকলো দুখ জানিলে। সি এবাৰ বৰৰঙাৰ ডিঙিত, এবাৰ সৰুৰঙাৰ ডিঙিত সাবটি ধৰিছে। সিহঁত একে ঠাইতে থিয় দি আছে। মাথো মাজে মাজে মূৰ জোকাৰিছে। সেয়া সিহঁত আতিথ্যত তুষ্ট হৈছে। মুকুটে লৰ মাৰি গৈ ল'ৰাটোৰে আনি থোৱা মাখিলতিৰ ঠালটো আনি সিহঁতৰ গাত বুলাই দিছে। সি অস্থিৰ হৈ কৈছে—"বৰৰঙা সৰুৰঙা, তহঁত দুটা নথকাৰ কাৰণে আজি মোৰ বিহু বিহু যেন নেলাগিছিল। তহঁত আজি বিহুৰ অতিথি। মোৰ দুখ বুজিলি। এ, সৰুৰঙা! তোৰ কান্ধত এই ডোখৰ ঘা লাগিল। ইচ্ ইচ্ বৰৰঙা, তই খীনালি অ'। তহঁতে কষ্ট পাইছ নহয়? ৰ, ৰ, মই এতিয়াই দৰব দিম। ভানু, সেই টৰ্চ লাইটৰ বেটাৰী দুটা যে আনি থৈছিলোঁ, তাকে পিহি গুড়ি কৰি পেলাই অলপ খোৱা তেল মিহলা।"

ভানুৱে ততাতৈয়াকৈ সেইমতে কান্ধৰ ঘাত দিয়া মলমেই তৈয়াৰ কৰিলে। মণি আৰু ফণীয়ে বাপেক মাকৰ কাণ্ড দেখি অবাক। ভেবা লাগি চাই আছে। কিজানি পিতাকক আনিবলৈ কোৱা গৰু এই হালেই। সিহঁতৰ ঘৰত যে এদিন বৰৰঙা সৰুৰঙা আছিল ভালকৈ মনত নাই। বেটাৰীৰ গুড়ীৰে বনোৱা মলমটো সিহঁত হালৰ চুটটোৰ ঘাত লগাই দিলে। সিহঁতে কোঁ কোঁ শব্দ কৰিলে। বোধ কৰোঁ সুত লাগিছে।

"বৰৰঙা, তহঁত আহিবি বুলি জনাহেঁতেন ধুনীয়া দুডাল পঘা তহঁতৰ ডিঙিত আঁৰি দিলোঁহেঁতেন। এতিয়া ঘৰত এডালো নাই। বেয়া নেপাবি-দেই!"—মুকুটে কলে।

ভানুৱেও কলে,—"তহঁত অকণমান পৰ ৰ। মই পিঠা কৰিছিলোঁ নহয়। খাই যাব লাগিব।"



তাই দুডোখৰমান পিঠা আনি সিহঁতৰ মুখত ভৰাই দিলে। সিহঁতে এনেকৈ গিলিলে যেন বৰ তৃপ্তি পাইছে। মুকুটে কাষতে জাবৰ গোটাই এটা জাগ পাতিলে। কাষত বিহলঙনি কেইডালমান ছিঙি তাৰ ওপৰত দিলে। ডলা এখনেৰে ধোঁৱাবোৰ বৰৰঙা, সৰুৰঙাৰ গালৈ বোৱাই দিলে। সিহঁতে ঘনে ঘনে মূৰ জোকাৰিছে। অতিথি তুষ্ট হৈছে। মুকুট আৰু ভানু কাষলৈ আহিলেই মুখখন গাত লগাই দিয়ে। কাপোৰ শুঙে। এয়া মৰমৰ চিন।

সিহঁতকেই আলহ-উদহ কৰোঁতে এঘন্টামান গ'ল। সিহঁতেও যাবলৈ অকণো মন কৰা নাই। আৰু দেৰিকৈ থাকিলে মাৰোৱাৰী ঘৰতে ওলাবহি পাৰে।

মুকুটে দুখন হাতেৰে দুয়োটাৰে গাত হাত ফুৰাই ক'লে,—"বৰৰঙা সৰুৰঙা, তহঁত যাগৈ দেই। মই এতিয়া তহঁতৰ একো নহয়। আৰু দেৰি কৰিলে ৰাতিৰ ভিতৰতে চুৰ কৰি ক'ৰবাত বেচিম বুলি গণপতে পুলিচত দিয়াব। মানুহ তহঁতৰ দৰে নহয়। কাকো বিশ্বাস নকৰে।" এইবুলি কৈ মুকুটে পদুলিৰ ফালে খোজ লওঁতে সিহঁতো পাছে পাছে আহিল। ভানুৱে এটা সেৱা কৰিলে। সেয়া সিহঁতৰ ঘৰলৈ দেৱতা আহিছিল। সিহঁতৰ দুখৰ দিন গুচিব। সিহঁত যি বাটে আহিছিল সেই বাটে গুচি গ'ল। মুকুটে বহুতো পৰলৈকে চাই ৰ'ল। সি আহি ভানুৰ ওচৰ পালেহি। চাকিৰ পোহৰত তাই দেখিলে—তাৰ গালেদি দুধাৰি চকুলো নিজৰি পৰিছে।

তাই সুধিলে,—"তই আকৌ কান্দিছহে?" সেই বুলি কৈ তাই নিজেও কান্দিলে। মুকুটে লাহে লাহে কলে,—"এয়া দুখৰ কান্দোন নহয় ভানু, সুখৰ কান্দোন। মোক চেনেহে কন্দুৱাইছে। ভাবিছোঁ কাইলৈ হাস্পাতালৰ কামটো ইস্তফা দিম। গণপতৰ গাড়োৱান হম। আন নহলেও বৰৰঙা সৰুৰঙাক পাম। সিহঁতে বৰ দুখ পাইছে। মোৰো দুখ বুজিছে।"

## জননী

### স্নেহ দেৱী

ছবিখনলৈ আদিত্যই মন কৰা নাছিল। এনেয়েহে চাই আছিল। অথচ এইখন ছবিকে আদিত্যৰ মাকে সুযোগ পালেই চাই থাকেহি বুলি আদিত্যই নাজানে।

কোলাত শিশু এটি লৈ এগৰাকী জননীৰ ছবিখনৰ তলত এটা কোম্পানীৰ নাম ঠিকানা থকা কেলেণ্ডাৰ খন।

আদিত্য বহি আছিল সৰু বাৰাণ্ডা ডোখৰত। মাৰ যাব খোজা বেলিৰ শেষ বাঙলী কিৰণ পৰিছিল বাৰাণ্ডাত, কোঠাৰ ভিতৰত। তৰলাই গ্ৰামোফোনৰ ৰেকৰ্ড তিনিখনকে উবাই ঘূৰাই বজাই যাব লাগিছে, নাকী সুৰীয়া সস্তীয়া প্ৰেমৰ গানৰ ৰেকৰ্ড। তৰলাৰ সেই এটা নিজস্ব বৈশিষ্ট্য, অভিনৱ প্ৰক্ৰিয়া; আপোন বক্তব্য প্ৰকাশ কৰিব খোজে ৰেকৰ্ড খনৰ মাধ্যমেৰে! মাজে মাজে আয়নাত নিজৰ মুখ চাই চুলি আৰু কাপোৰৰ ভাঁজ ঠিক কৰি লয়।

আদিত্যই কিন্তু একো নুবুজা ভাও ধৰি বৰ ব্যস্ত যেন দেখুৱাই কিবা এখন লিখি গৈছিল; যেন বৰ জৰুৰী কাম; দৰকাৰী কামৰ সময়ত এই কাণৰ ওচৰত ৰেকৰ্ড বজাই থকাটো যে অন্যায়, এনে এটা ভাব মুখত ফুটাই তুলিবলৈ যত্ন কৰিছিল। কিন্তু পাৰিছিল নে নাই বা এতিয়া এনেকৈ থকাই উচিত হবনে ভিতৰলৈ সোমাই যোৱাহে ভাল হব, তাকো ভাবি ঠিক কৰিব পৰা নাই। অৱশ্যে তৰলাই জানে যে আদিত্য তৰলাৰ ওচৰ এতিয়াই পাবহিয়ে, এই অলপ আগতে স্বামী-স্ত্ৰীৰ মাজত খুট্‌খাট্ লগাৰ মূলতে যে আদিত্যৰ মাকজনী, তৰলাই এই কথা আদিত্যকে ভালদৰে বুজাই দিছে।

নিন্দুক বিলাকে কয় যে তৰলাক বিয়া কৰাবৰ পৰা আদিত্য চকুত লগা ভাৱে সলনি হল। অৱশ্যে তৰলাৰ পৰাইয়ে বহুত আদব কায়দা শিকি নতুন মানুহ হ'ল সেইটো আদিত্যই নিজেও জানে। তৰলাৰ মতেতো আজি ছমাহৰ আগলৈকে আদিত্য তেনেই অঁকৰা হৈ আছিল। ট্ৰেইনিং শেষ হোৱা নাই বুলি তাই শুনায়ে থাকে আদিত্যক। নিন্দুকে প্ৰচাৰ কৰা অসংখ্য কথাৰ মাজৰ পৰা দুই এষাৰ মাৰ্জিত হিচাবে কেতিয়াবা তৰলাহঁতৰ কাণত পৰেহি। তেতিয়া মনৰ দাহত কাকো একো কৰিব নোৱাৰাৰ জ্বালাখিনি তীব্ৰভাৱে



আদিত্যৰ মাকৰ মূৰত ঢালি দিয়ে তৰলাই। বুঢ়ীয়ে শুনাকৈ আদিত্যক কয়—"এইবোৰ কথা ওলোৱাৰ মূলতে হ'ল তোমাৰ মাৰা। জানা?—বুঢ়ীৰ আৰু কাম কি?—খায়, বয়,—তাকে কৰে। মোৰ পিতাৰ বংশত হোৱা হ'লে এনে তিৰোতাক কি কৰিলোঁ হেঁতেন জানা? দুৱাৰত তলা লগাই বন্ধ কৰি থলোঁহেতেন।"

সঁচা কথা,—পুহমহীয়া ৰাতি গা ধোৱা ঘৰৰ তিতা মজিয়াত, গাত মাত্ৰ পিন্ধা কাপোৰ খনেৰেই গোটেই ৰাতিটো বন্ধ কৰি থৈ তিৰোতাক শাস্তি দিয়াৰ ৰীতি তৰলাই বাপেক, বুঢ়ীমাক, পেহীয়েক আদিৰ মুখৰ পৰা শুনিছে।

তথাপিও সৰুৰে পৰা মাকৰ বাহিৰে আনৰ ওচৰত পানও নাম পোৱা আদিত্যয়ো ঘৈণীয়েকৰ কথাষাৰ শুনি মনতে এবাৰ ভাবিছিল—সঁচাকৈয়ে মাক সেই শাস্তি পাবৰ যোগ্যা হয় নে নহয়। কিন্তু আন বহুত কথাত মতৰ অমিল হলেও তৰলাৰ লগত এই এটা বিষয়ে আদিত্যৰ মতৰ অদ্ভুত মিল আছিল। সেইবাবেই ক্ষন্তেকতে সি সেই ভাব এৰি পেলাবও পাৰিছিল।

এৰা, অলপ জনা হবৰ পৰা সি মাকৰ বাধ্য হৈ বৰকৈ পোৱা নাই। জন্ম দিলে বুলিয়েই সকলো কামতে মাকৰ ইচ্ছামতে চলিব নেকি? তাক যেনেকৈ ডাঙৰ নকৰক লাগে—এতিয়াতো মাকক সি খাবলৈ দিছে, পিন্ধিবলৈ দিছে। আৰু কি কি কৰ্তব্য আছে আদিত্যৰ?—এজনী বিধৱাক আৰু কি লাগিছে?—

অতীতৰ কথা মনত পৰিলে আদিত্যৰ খং উঠি আহে। পাৰ্থক্য,—বহুত পাৰ্থক্য; কিন্তু পাৰ হৈ গল যদিও মনৰ পৰা একেবাৰে নিঃশেষ হৈ মচ খাই নাযায়। কেতিয়াবা অনাহূত ভাবে সেই দিনবোৰৰ কথা ভুৰুংকৈ মনৰ মাজত দেখা দিয়েহি। কোনো পধ্যে আঁতৰ কৰিব নোৱাৰি। পৰাজয়ত আদিত্য ক্ষিপ্ত হৈ পৰে তেতিয়া। অতীতৰ সেই দিনবোৰৰ সাক্ষী হৈ থিয় দি আছে যেন তাৰ মাকজনী! মাকলৈ তেতিয়া ভীষণ খং উঠি যায় তাৰ। মানুহ ইমান দিন কিয় জীয়াই থাকে বাৰু?

...আদিত্য আজি কালি নতুন মানুহ—সম্পূৰ্ণ বেলেগ। কোনে কব যে এতিয়া এই পৰিস্কাৰ কাপোৰ পিন্ধি চকীত বহি থকা আদিত্যয়ে চেঙেলীয়া বয়সত কিমান উপদ্ৰব কৰিছিল, স্কুললৈ মনে মনে গৈছিল; মন গলেই স্কুলৰ পৰা পলাই আহিছিল, আৰু মাকে গম পাই টানকৈ কিবা এষাৰ কওঁতে ভাত

খাই থকা মাকৰ কাঁহীখন আদিত্যই গোৰ মাৰি দি মজিয়াখন বগা কৰি ওলাই গৈছিল ; সন্ধ্যা মাকে পুতেক ক'লৈ গ'ল বুলি ওচৰ চুবুৰীয়াৰ ঘৰে ঘৰে বিচাৰি ফুৰাৰ সুযোগত সি ঘৰ সোমাই অতি কষ্টাৰ্জিত চাউল কেইটা নি দোকানত দি চাহ মিঠাই খাইছিল। আকৌ নিজৰ চুৰিয়াখন অসাৱধানতাত ফালি মনে মনে মাকৰ ন-হতীয়া বগা কাপোৰখন লৈ গৈ বাহিৰত পিন্ধি নগৰীয়া হঁতৰ লগত ফুৰিছিল, আৰু মাকে গা ধুই আহি সলাবলৈ কাপোৰ নাপাই কঁপি কঁপি তিতা কাপোৰ গাতে শুকাইছিল। এনে অলেখ কুকৰ্মৰ মাজেদিয়ে আদিত্য ডাঙৰ হৈ আহিল, একেটা শ্ৰেণীতে তিনি চাৰি বছৰকৈ থাকি হাইস্কুলৰ দুটা শ্ৰেণী পঢ়ি আমনি পাই ওলাই আহিল।......

সেই আদিত্যকে মাকে টোপনিত মূৰত হাত ফুৰাই আশীৰ্বাদ কৰিছিল। সন্ধ্যা তুলসী তলত চাকিগছ জ্বলাই পুতেকৰ মংগলৰ অৰ্থে প্ৰাৰ্থনা জনাইছিল।

পুতেকৰ পৰা কঠুৱা মাত পালেও মাকে সদায় তাক সজ পথত চলিবলৈ পৰামৰ্শ দিছিল। কিন্তু যিদিনা আদিত্যই সন্ধ্যা সময়ত বজাৰত এজন মানুহৰ জেপৰ পৰা কঁপা হাতেৰে 'মনি বেগটো' উলিয়াই লওঁতেই ধৰা পৰি সেই মানুহজনৰ কেইটামান কাণপতীয়া চৰ খাই আলিৰ দাঁতিত পৰি গৈছিল আৰু প্ৰথম দিনা পৰাজয় আৰু গালিৰ বিষত ক্লান্ত হৈ ঘৰলৈ আহি মনে মনে কান্দিছিলহি, সেইদিনা মাকে তাকে দেখা পায়ো, সকলো জানিও, একো নকৈ মাত্ৰ আঁতৰি আহি সেই অদৃশ্য ভগৱানৰ উদ্দেশ্যে কাতৰ ভাৱে কৈ উঠিছিল —"ভগবান, মোক অৰু কি চাবলৈ জীয়াই ৰাখিছা ?—কিয়—প্ৰভু—কিয় ?"

লগে লগে মলিন বিছনা খনত মৃতৰ দৰে পৰি থাকিল তাই। জীৱনৰ সকলো অৱলম্বন হেৰুৱাই যেন তিৰোতাজনী নিঃস্ব হৈ পৰিল। ঐহিক সকলো আশা-আকাংক্ষা বিসৰ্জন দি মুক্ত হৈ পৰিল। আশা যেতিয়া হেৰাই গ'ল তেতিয়া নোপোৱাৰ বেদনাৰ তীব্ৰতাও নোহোৱা হ'ল। নবন্ধা নোখোৱাকৈ গোটেই ৰাতিটো তেনেকৈয়ে পৰি থাকি পুৱা যেতিয়া উঠি আহে, তেতিয়া ওচৰৰ আনখন বিছনাত আদিত্য লালকাল দি পৰি আছে। তাই তাৰ উখহা গাল খনলৈ চাই ৰ'ল। হাত ফুৰাই চাবৰ মন কৰি আকৌ হাতখন কোঁচাই আনি বাহিৰলৈ ওলাই গ'ল।···মনত পৰিল—কালিতো ঘৰৰ দুৱাৰো মৰা নাছিল। কিন্তু হায়, দুৱাৰখন ভালকৈ মৰা আছে। পিৰালিৰ কাষত



গাইজনীও বন্ধা আছে। আৰু তাইৰ মুখৰ আগত তেতিয়াও কিছুমান খেৰ পৰি আছে।—কোনে বান্ধিলে ? সদায় নিজে দিয়া দি, গাইজনীক খেৰেই বা দিলে কোনে ?

আদিত্যৰ মাকে তাতে থিয় হৈ ৰ'ল। লাহে লাহে চকুৰ পানী দুফোটা ওলাই গালেদি বৈ আহিল।···বাৰ ঘন্টাৰ আগৰ মনৰ ভাব পৰিৱৰ্তন হৈ এতিয়া আকৌ জীয়াই থাকিবৰ ইচ্ছা হ'ল। প্ৰখৰ সূৰ্য্যৰ তাপত শুকাই যোৱা গছপুলি এটি যেন বৰষুণৰ পৰশত সজীৱ হৈ উঠিল। আদিত্যৰ মাকে যেন ভগৱানৰ ওচৰত কালিৰ উক্তি ফিৰাই ললে,—"প্ৰভু, মই এতিয়াই মৰি গলে মোৰ অদিত্যক কোনে চাব ? সি ডাঙৰ হোৱালৈকে—তাৰ জ্ঞান হোৱালৈকে মোক জীয়াই ৰাখা !···"

সদায় দিয়াদি যেতিয়া জলপান এমুঠি আৰু চাহ এবাটি পুতেকক খাবলৈ দিলে, এটা নহয় এটা ওজৰ আপত্তি কৰা অসন্তুষ্ট আদিত্যই আজি নীৰৱে খোৱাত লাগিল। চাহ চেঁচা হোৱা বুলি সদায় খেংখেঙোৱা তাৰ স্বভাৱ। কিন্তু আজি মাকে নিজেই যেতিয়া আৰু এটোপা গৰম চাহ দিব নেকি বুলি সুধিলে, সি তেতিয়া বৰ নম্ৰ ভাৱে মূৰটো জোকাৰিলে। তাৰ অৱস্থা দেখি মাকে অন্তৰত বৰ বেজাৰ পাইছিল, কিন্তু লগে লগে তাৰ ব্যৱহাৰে আজি মাকৰ মনত এটা প্ৰশান্তিৰ ভাবো আনি দিলে।

কলৈকো ওলাই নগৈ শুই থকা পুতেকৰ ওচৰলৈ গৈ মাকে সুধিলে— "তোৰ গাটো বৰ বেয়া লাগিছে নেকি অ' ? "ও হয়" বুলি সি মুখখন প্ৰায় ঢাকি ললে। দুপৰীয়া ভাতৰ পাতত বহি সি দেখিলে আজি মাকে সি ভালপোৱা আঞ্জা এখন ৰান্ধি খাবলৈ দিছে। ঘৰৰ গাইজনীৰ গাখীৰ এফোটা-মান ঘৰত থৈ ইকণ বেচি নিদিলে নচলে ; কিন্তু আজি আগত গৰম গাখীৰৰ বাটিটো দেখি সি সুধিলে—'গাখীৰ আজি নিনিলেই নেকি ?"—মাকে মাথোঁ কলে— "তই সেইবোৰ ভাবিব নালাগে, খাই পেলাচোন গাখীৰ টোপা।"

খাই উঠি আদিত্য আকৌ বিছনাত পৰিল। মাক ওলাই গ'ল দৈনিক কামত। আজি ওচৰৰে এঘৰত আঠুৱা এখন হাতেৰে সি দিবলৈ গাত লৈছিল ; তাৰ অৰিহণাৰেই দুসাজৰ খোৰাক চলাব লাগিব।

সন্ধ্যা যেতিয়া মাক ঘৰলৈ ঘূৰি আহে তেতিয়া আদিত্যই গলিতে লগৰীয়া কেইটামানৰ লগত কথা পাতি আছিল। তাক দেখা পাই মাকৰ মনত এফালে

পুতেকে গা ভাল পাই উঠি অহা দেখি আনন্দ লাগিল, আন ফালে কিন্তু আন এটা চিন্তাই মূৰ তুলি উঠিল। অলপীয়া অসুখত আদিত্য বিছনাত পৰি থাকিলেই যেন মাক বহুত নিশ্চিন্ত থাকিব পাৰে।

কেবাটাও বছৰ বাগৰি গল। তেতিয়া ঠিকাদাৰ এজনৰ লগত সামান্য দৰমহাত মহৰী হিচাবে থাকি আদিত্যই ছল পালেই হাজিৰা চুৰকৈ, মিছাতে দোষ উলিয়াই বনুৱাৰ পৰা দুই চাৰি অনা কাটি, নিজৰ জেপত ভৰাই—দোকানৰ চাহ বিৰি আৰু চিনেমাৰ খৰচটো উলিয়াই আছিল। ক'ত থাকে ক'ত নাথাকে মাকে গম নাপায়। দুই তিন দিন অন্তৰে ঘৰলৈ আহে, আৰু মাকে আথেবেথে কৰি দিয়া চাহটোপা চেনি কম 'টেষ্ট্‌লেচ্' বুলি কয়। ভাতৰ পাতত বহি দুগৰাহ মাৰি উঠি গৈ নিজৰ বাবুগিৰি দেখুৱায়। তথাপিও মাকে পুতেকৰ বাবে বাটলৈ চাই থাকে। নিজে নাখাই বস্তু সাঁচি হয়। মাকক আদিত্যই এটি পইচাও নিদিয়ে। মাত্ৰ কেতিয়াবা ঘৰলৈ আহোঁতে আলু আধাসেৰ বা ডাইল এপোৱা আনে।

এদিন ৰাতিপুৱা আদিত্যই আলিত তহলি আছিল। আগ দিনা বহুত ৰাতি হোৱাত সি ঘৰলৈ আহিছে। তাৰ কাপোৰ যোৰ ৰাতি সলাই যেনে তেনেই পেলাই থোৱা দেখি মাকে গৈ জাৰি জোকাৰি আনি তাৰ বাকচটোত সুমাই থবৰ মনেৰে তলা নমৰা টিনৰ বাকচটো মেলি অবাক হৈ ৰ'ল! অন্যায় কাম এটা কৰা যেন লাগি চোৰৰ দৰে তৎক্ষণাত বাকচটো জপাই কাপোৰ কেইটা ওপৰতে থৈ ওলাই আহিল।

'লৰা ডাঙৰ হৈছে, ডাঙৰ হ'ল!' নাভাবোঁ বুলিও বাৰে বাৰে ভাবিলে—'ইমান সোনকালে আদিত্য ডাঙৰ হৈ গ'ল! কিয় সৰু হৈ নাথাকিল?" মনৰ পৰা মচ নোখোৱা হ'ল কেইটামান ফটো; কোনোবা বান্ধবীৰ লগত তোলা আদিত্যৰ বিশেষ ভংগীৰ ফটো। লগতে যৌবনৰ পোহাৰ মেলি থোৱা কেইজনীমান গাভৰুৰ বিকৃত ৰুচিৰ ছবি। ফটোত থকা আদিত্য যেন নিজৰ লৰা নহয়,—তেওঁৰ ল'ৰা দুষ্ট, অবাধ্য, অশিক্ষিত হয়,—এশবাৰ হয়; কিন্তু, কিন্তু নহয়;—ভাবিলে—তাৰ বয়স হৈছে। বিয়া কৰাবৰ সময় হৈছে।

এই মুহূৰ্তৰ পৰা এই এটা নতুন চিন্তাই মাকৰ মনত ঠাই ললে। মাকৰ কৰ্তব্য তাক ঘৰ পাতি দিয়া। সি ভাল নহ'ল। আদিত্য মানুহ নহ'ল। কিন্তু তাক ভাল কৰিবলৈ চেষ্টা কৰা মানুহো নাছিল। বাপেক থকা হ'লে



কিজানি সি এনে নহলহেঁতেন! তথাপি আদিত্য বেয়া কিহত? সি উপাৰ্জন কৰে, ভাল পিন্ধে, ভাল খায়। ঘৰতকৈ নিশ্চই সি ভাল খায়। সিদিনাতো সি ঘৰলৈ আহোঁতে কেইটামান পকা ফল আৰু চেনি এপোৱাও আনিছিল।

মাকে কিন্তু বেছি দিন চিন্তা কৰিব লগা নহ'ল। আৰ তাৰ মুখে গম পালেই যে আদিত্যই বিয়া কৰাবলৈ নিজেই ঠিক কৰিছে। সেই ঘৰতে প্ৰায়ে থাকেও।

তৰলাৰ বাপেকৰ মুখত সুন্দৰ মৈমনচিঙৰ গল্প শুনে। আদিত্যই ভাবে কোনোবা সপোনপুৰীৰ সোণৰ নগৰৰ মহাৰজা ভাগ্য বিপৰ্য্যয়ত হে এইখিনি পালেহি! আৰু তৰলা,…ৰাজকন্যা তৰলা!…

আদিত্যৰ পূৰ্ব পুৰুষ কোনোবা কালতে বিখন জিলাৰ পৰা আহিছিল সেই জিলাখনৰ নামৰ বাহিৰে সি একো নাজানে।

আগৰ কামকে কৰে যদিও আদিত্যই আজিকালি নিজেও কেতিয়াবা ৪০।৫০ টকীয়া একোটা কাম কৰাই ক্ষুদ্ৰ ঠিকাদাৰ হৈ পৰিছে। ঘৰৰ বাৰাণ্ডাত চ'কী মেজ এযোৰ গোটাই লৈছে। চাৰি অনীয়া পেঞ্চিলৰ ঠাইত এতিয়া দোৱাত কলম হৈছে; জেপত চিয়াহী নোহোৱা চৈধ্যঅনীয়া ফাউন্টেন পেন এটা থাকেই।…তৰলাৰ যোগ্য হব লাগিবতো!…

একমাত্ৰ পুত্ৰৰ বিয়াত মাকৰ মতামত বা কিবা কবলগা থাকিলেও তাৰ খবৰ লওঁতা কোনো নাছিল। তথাপিও মাকে সান্ত্বনা লভিলে। বোৱাৰী আহিব—কুশলীয়া ছোৱালী—কিমান আদৰৰ! কিমান হেঁপাহৰ! এটুপি পানী, এমুঠি ভাত বোৱাৰীৰ হাতেৰে দিব; আঃ কি শান্তি!

বোৱাৰীৰ মতিগতি বুজিবলৈ নৌপাওঁতেই বিয়াৰ দুদিন পিছত বোৱাৰীৰ মাক আৰু খুৰীয়েক আহিল। মাকে ৰৌজাল বৌজালকৈ যিখিনি কথা কলে তাৰ মৰ্ম এয়ে যে সেইখন ঘৰত যে তেওঁৰ ছোৱালী পৰিল নিতান্ত ভাগ্য বেয়া বুলিয়েই। নহলে তেওঁলোক কেনে মানুহ, ৰাজটোল যেন বাৰীঘৰ, টিনৰ ঘৰ, বেৰো টিনৰ; এতিয়াও অলপ দিন হওক, বাপেকেই ঘৰ এটা সজাই দিব।—নহলে ছোৱালী জনী মৰিব নেকি? বুঢ়ী থক যতে থাকে ইত্যাদি। খুৰীয়েকে অৱশ্যে বাৰে বাৰে কৈছিল—"এইখন ঘৰেইহে আচল ঘৰ। এইজনী মাকেইহে বেছি আপোন।" কিন্তু ঢোলৰ মাতৰ ওচৰত বীণৰ মাত তল পৰি গল।

আদিত্যৰ দুকোঠলীয়া ঘৰটোৰ একোঠাত শোৱা আৰু ইটো কোঠাত মানুহ বহা-মেলাৰ ব্যৱস্থা হ'ল। মাকৰ বিছনা তাত থাকিলে, মানুহ আহিলে অসুবিধা হয়—এই কথাষাৰ কেইবাদিনো বোৱাৰীৰ মুখত শুনি বাধ্য হৈ মাকে ৰান্ধনি ঘৰৰ ছালিৰ এচুকতে বিছনা কৰি ললে। তাকে দেখি আদিত্যই ৰান্ধনি কোঠাটোৰ গাতে লগাই তিনিহাত মান ঠাই বঢ়াই বেৰ এখন দিয়াই দিলে। সেইদিনা মাকে কিয় জানো কান্দিলে, উচুপি, মনে মনে। নিজকে কলে—"মোৰ ল'ৰা এতিয়াও পৰ হৈ যোৱা নাই—যাব নোৱাৰে।…"

তৰলাই ঘৰ সজালে নিজৰ অভিৰুচি মতে। মাকৰ ঘৰৰ পৰা অনা ফটা শাৰীৰ পৰ্দা লগালে। ৰঙীণ উলৰ বল সোমাই থকা সৰু মুখৰ বগা বটল মেজত থলে। চিনেমাৰ হেণ্ড্‌বিল গোটাই থৈ বেৰত লগাই সৌন্দৰ্য্য বঢ়ালে। দিনে নিশাই কৈ কৈ আদিত্যৰ হতুৱাই তিনিখন ৰেকৰ্ডে সৈতে সস্তীয়া গ্ৰামোফোনটো ইন্‌ষ্টল্‌মেণ্টত অনাই ললে। আদিত্যৰ মাকে কোনোবা যুগৰে পৰা সাঁচি থৈ বিয়াত বোৱাৰীয়েকক দিয়া পুৰণি ডিজাইনৰ আঙঠিটো আধা-মূলীয়াকৈ বেচি দি প্ৰথম কিস্তিৰ টকা দিলে।

ঘৰুৱা কামলৈ তৰলা আগ নাবাঢ়ে। কৈয়ে দিয়ে—"মই ভাত ৰান্ধনী নহয়।" শাহুৱেকে সকলো কৰে আগৰ দৰেই! ওচৰ চুবুৰীয়াই এই বিষয়ে উলিয়ালে আদিত্যৰ মাকে কয়—"বয়সো কম, কৰিব লাহে লাহে।"

বজাৰ আজি কালি নিয়মমতে কৰে আদিত্যই। ৰান্ধনি ঘৰলৈ নগৈও খৰছ বেছি হৈছে বুলি তৰলাই মন্তব্য কৰে সদায়। আধাসেৰ চেনিৰে এসপ্তাহ নগলে তৰলায়ে কয়—"দুটা মানুহে খাওঁতে ইমান খৰচ কেনেকৈ হয়?" আদিত্যয়ো আচৰিত হৈ কিবা এটা কব খোজে—"দুটা মানুহ!…" "ওঁতো। বিধৱা মানুহে এইবোৰ চেনি খাব পায় নেকি? আমি হলে দেখা নাই। তোমাৰ মাৰে খায় চাগৈ মনে মনে। নহলে কিয় ইমান খৰচ হব?" তৰলাৰ কথাৰ উত্তৰ আদিত্যয়ো বিচাৰি নাপায়।

আগৰ দৰে ইঘৰ সিঘৰত চিলাই আদি কৰি দি দুই চাৰি পইচা উলিয়াবলৈকো পো-বোৱাৰীয়ে সম্মানত আঘাত পৰে বুলি কোৱাত সিও বন্ধ হৈ গ'ল। ফলত মাকৰ কেতিয়াবা লঘোনো হয়। আগেয়ে যিবিলাকে আদিত্যৰ অসজ মতিৰ কাৰণে মাকৰ দুখত সহানুভূতি জনাইছিল এতিয়া সেইবোৰৰ আগতে



আদিত্যৰ মাকে মিছা কব লগীয়া হয়—বোৱাৰীৰ সুখ্যাতি গাব লগা হয়, নহলে উপায় নাই।

দিনটোৰ মূৰত যেতিয়া মলিন শয্যাখনত বাগৰি পৰে, তেওঁৰ চকু পানী নোলালেও ভগা মাতেৰে তেওঁ প্ৰাৰ্থনা জনায়—"হে ভগবান! বুঢ়া বয়সত মোক কিয় এই শাস্তি দিছা? এনে অশান্তি মোৰ শত্ৰুৱেও নেপাওঁক।…এইটোৱেই জানো মোৰ আদু? ইয়াকে জানো মই বুকৰ তেজ দি ডাঙৰ কৰিছিলোঁ! নে তুমি মোক এইদৰে পৰীক্ষা কৰিছা প্ৰভু? জগতৰ কোনেও মোক নুবুজিলে, বুজিবলৈ চেষ্টা নকৰিলে, আনকি নিজৰ লৰায়ো।" অজস্ৰ আক্ষেপ, এটা নিৰ্বিকাৰ উদাস হাঁহি ৰূপে বাহিৰ ওলাই আহে। অন্তৰৰ হাহাকাৰ ওলাই আহে—'আহ্‌-হা-হা!'

তৰলাৰ কাণত এই হাহাকাৰ শব্দ পৰিলে বিকৃত অৰ্থ কৰি আদিত্যক কয়—"বুঢ়ীয়ে বা কি ৰগৰ পাই অকলে অকলে হাঁহিছে!" এই বুলি নিজেই হাঁহিত বাগৰি পৰে।

কিন্তু ৰাতিৰ নীৰৱ শান্তিকণো অক্ষুণ্ণ নাথাকিল। গভীৰ ৰাতি এদিন জীৰ্ণ দুৱাৰ খনত টকা পৰিল। "কোন" বুলি দুৱাৰ মেলি আগত পুতেক বোৱাৰীয়েকক দেখি তেওঁ বিস্মিত হল। আদিত্যয়ে মাকক জেৰা আৰম্ভ কৰিলে—ওচৰ চুচুবীয়া কাৰ লগত কি কথা হৈছিল—ঘৰৰ কথা কাক কি কৈছিল, এইবিলাক!

আজি ওচৰৰে বুঢ়া এজনে আদিত্যক কৈছিল—"হেৰ আদিত্য, মাতৃ-ঋণ মানুহে জীৱনত শোধ কৰিব নোৱাৰে, কিন্তু তোৰ দৰে ঋণৰ বোজা বঢ়াই লোৱাটোও মহাপাপ; হেৰ ভুবিবি দেখোন!"

তৰলাই যেন অভিমানত কৈ উঠে—"মই কৈ দিছোঁ। এনেকৈ হ'লে মই ইয়াত থাকিব নোৱাৰোঁ, জানা? মোক থৈ আহিবাগৈ।"

পুতেকৰ কেবাটাও প্ৰশ্নৰ উত্তৰত মাকে কয়—"মই কাকো একো কোৱা নাই আদু। মইতো ঘৰতেই আছোঁ। বোৱাৰীয়ে দেখিছেই নহয়!—"

"তেন্তে মানুহে মোক নানা কথা কয় কিয়? তই খাবলৈ পোৱা নাই নে পিন্ধিবলৈ পোৱা নাই?"

মাকৰ কবৰ ইচ্ছা হৈছিল—"মানুহৰ চকু আছে আদু।"—কিন্তু তেতিয়া যে জুই জ্বলি যাব।

তৰলাই মুখ জোকাৰি কয়—"ওঁ, মানুহে এনেয়ে কয়। থয়, বয় আৰু কাম কি?—মানুহক কথা লগোৱা আৰু বাৰাণ্ডাত থিয় দি কেচুৱা ল'বাৰ দৰে ছবি চাই থকা।"

আদিত্যৰ মাকৰ অন্তৰে কৈ উঠে—"হায় পাষাণী, তই কি বুজিবি? সন্তানৰ মৰম কি বস্তু তই বুজা নাই। কিন্তু তয়ো এদিন বুজিবি! মোৰ লৰা ভাল কোনো দিনেই নহয়, মোৰেই কৰ্মফল। কিন্তু তই আজি নিঃশেষ কৰি দিলি। মই ছবি চাওঁ—কিয় চাওঁ? সন্তান কোলাত লৈ মাতৃৰ ছবি; —চাই চাই যে মোৰ হেঁপাহ নপলায়!…কি সুখ…কি শান্তি!…তই কেনেকৈ বুজিবি!"

গুজৰি গুমৰি দুয়ো ওলাই যায় আৰু চকুলো শুকাই গৈ অন্তৰত জ্বলা জুই কুৰা ফুৰাই পৰি থাকে আদিত্যৰ মাক—উজাগৰে।

প্ৰায় প্ৰতি নিশা এনে ঘটনাৰ আবৃত্তি হয়। নহলে তৰলাই যেন শান্তি নাপায়। সেই কাৰণেই সঁচাই মিছাই তিলমান কথাটোকে ডাঙৰকৈ সজাই পৰাই আদিত্যৰ কাণত পেলায়। ওচৰ চুবুৰীয়াই শুনে। গভীৰ নিশা মাকৰ ওপৰত আৰম্ভ হয় এই ককৰ্থনা—বাক্যবাণ! মাকে কেতিয়াবা কয়—"আদু, তহঁতে মোক মাৰি পেলা বাছা!"—নাচি উঠে তৰলা—শুনিছা, সাৱধান কিন্তু! কাইলৈ পুলিচ আহি ঘৰ ঘেৰাও নকৰিলেই ৰক্ষা, মানুহ মাৰি পেলাব খুজিছে বুলি।"

* * *

তিনিখন ৰেকৰ্ডৰ ছটা গান বাজি শেষ হোৱাৰ আগতেই আদিত্য ভিতৰ সোমাই আহিল। তৰলাই হাঁহি দিলে খিল খিল কৈ,—বিজয়ৰ হাঁহি। ওচৰ চুবুৰীয়াই এই হাঁহি শুনিলে কয়—"তৰলা যে তৰলাই, বৰ চঞ্চল।" কোনোৱে কয়—"তৰলা নহয় গৰলা। বিষ, বিষ, বিষৰেই ভৰা।" ভাগ্যে তৰলাৰ কাণত নপৰে।

সময় বাগৰি যায়। তৰলা এটা ল'ৰাৰ মাক হ'ল। লৰাৰ লেতেৰা কাপোৰ কানি ধোৱাৰ বাব হ'ল আদিত্যৰ মাকৰ। কোলাত লৈ বুকু জুৰ পেলাবৰ অধিকাৰ যেন তাইৰ নাই। মাকৰ কোলাত থকা কেচুৱাটো চায়েই সেই হেঁপাহ পলুৱায়। এদিন তেনেকৈ চাই থাকোঁতেই তৰলাই ডাঙৰকৈ আদিত্যক কয়?—"কেনেকৈ ডাইনীৰ দৰে চাই আছে তোমাৰ মাৰে! মোৰ ভয়েই লাগি যায়।"



মৃত্যুকে আহ্বান কৰি কৰি ভাগৰি পৰিছে যিজনী মানুহ, আঘাত পাই পাই তাইৰ সহ্য হৈ গৈছে। সেই বাবেই এনে কথা শুনিও সেইজনী মানুহ বহি থাকিব পাৰে একেদৰেই,—নিৰ্বিকাৰে!

তৰলাই কোলাত লৈ থকা কেচুৱাটোলৈ আদিত্যয়ো চাই থাকে। চাই চাই কিয় জানো তাৰ মনটোত এটা নতুন ভাবৰ উদয় হয়।—সি ভাবে—মাকে তাকো এদিন এনেকৈ কোলাত লৈ মৰম কৰিছিল। তাকো তুলি তালি ডাঙৰ কৰিছিল মাকে, একমাত্ৰ মাকে। ওপজাৰ আগতেই তাৰ বাপেক ঢুকাইছে। তৰলাই ডাইনী আখ্যা দিয়া চকুযোৰলৈ এবাৰ চায়। কিন্তু তৰলাৰ লগত যেন এক মত হব নোৱাৰে আজি। সি নীৰৱে ভাবে,—কেৱল ভাবেই। সিও চাগে মাকক কিমান আমনি কৰিছিল! কিন্তু মাকে তাক এদিনো মৰিওৱা মনত নপৰে। সৰু কালৰ পৰাই কিমান দিনলৈ মনত পৰে ভাবি চায়।—তৰলাই যেতিয়া কেচুৱাটোৱে আমনি কৰিলে মাৰে তেতিয়া তাৰ মনটো বিদ্ৰোহী হৈ উঠে।

এইবোৰ ভাবি ভাবি সি সেইদিনা তৰলাহঁতৰ ঘৰ ওলালগৈ। ইকথা সি কথাৰ পিছত খুৰী শাহুৰেক আহি সুধিলে—"তোমাৰ মাৰৰ অসুখ দেখি আহিছিলোঁ সিদিনা যাওঁতে, এতিয়া ভাল নে?" সি উত্তৰ দিব নোৱাৰে। সিতো নাজানে মাকৰ অসুখ কেতিয়া হৈছিল, মাকে ৰান্ধে বাঢ়ে, গোবৰ পেলায়, পানী আনে, কাপোৰ ধোৱে, ঘৰ মচে, সময়ত খৰিও ফালে, সিতো সদায় দেখি আছে। খুৰীয়েকে আকৌ সোধে—"ভাত পানী কোনে ৰান্ধিছে,—তৰলাই?" "ওহোঁ, মাৰ ভাল।" সি উঠি আহে। তৰলাৰ মাকৰ কণ্ঠস্বৰ কাণত পৰেহি—"মোৰ ছোৱালী ভাত ৰান্ধিবলৈ, চাকৰণী কৰি পঠোৱা নাই।"

সি ঘৰ সোমায়েই দেখে মাকক। যিজনী মাকে বিধৱা হৈ অশেষ কষ্টেৰে পুতেকক ডাঙৰ কৰিলে, পুতেক ডাঙৰ হলে দুখ কষ্ট গুচিব, এই আশা কৰি শেষত অদৃষ্টৰ চৰম পৰিহাসত ম্ৰিয়মান হৈ আজিও জীয়াই আছে, সেইজনী মাকক। চকু গাঁতত সোমোৱা, শেঁতা, হাড়-ছাল মাত্ৰ সাৰ এজনী মানুহ!

মাকে এক মনে বাৰাণ্ডাৰ ছবিখন চাই আছে। নিঃশব্দে সি পিছফালে থিয় দিলেহি। সি মন কৰিলে ছবিখন।—মাক আৰু পুতেক। হঠাৎ তাৰ মনত খেলালে,—এয়া সিহঁতো থিয় হৈ আছে—মাক আৰু পুতেক! আজি তাৰ

এটা হুমুনিয়াহ ওলাই আহিল। মাকে ঘূৰি চাই অপৰাধীৰ দৰে লাহে লাহে আঁতৰি গ'ল এখোজ দুখোজকৈ।

ভিতৰত কেচুৱাটোৱে কান্দিছে। মাক থমকি ৰল। সি তেতিয়াও একে ঠাইতে থিয় দি আছে। হঠাৎ মাকে শুনিলে—সি যেন মাতিছে—"মা!" ঘূৰি চালে মাকে—নহয়, মনৰ ভুল! আদুৱে সেইদৰে মাতিবলৈ পাহৰি গৈছে।… কিন্তু চাই আছে কিয় সি? মাক ওচৰলৈ আহিল—"আদু! পোনাটোৱে আজি অথনিৰে পৰা মাজে মাজে কান্দি আছে। এবাৰ মোৰ ওচৰলৈ আনি দিবি?"

সি যেন বোবা হৈ গৈছে।—একো কব নোৱাৰে—একো শুনা নাই! মাকে আকৌ কলে—"দে এবাৰ মই চাই লওঁ! আনি দে।" সেই মুহূৰ্ত'তে তৰলা ওলাই আহিল, ৰুদ্ৰমূৰ্তি ধৰি কলে,—"কি কৰিছা ইয়াত বৈ? ল'ৰাই ইমান আমনি কৰিছে, তুমি ফুৰি ফুৰিছাগৈ!"—মন্ত্ৰমুগ্ধৰ দৰে সি ভিতৰ সোমাই গ'ল। ৰাতি ল'ৰাৰ আমনি ক্ৰমে বাঢ়ি গ'ল। শৌচ বমি কৰিছে কেইবাবাৰো। তাৰ কান্দোনত আদিত্যৰ পাতল টোপনি ভাগি গ'ল। কান্দি কান্দি ল'ৰাটোৰ মুখখন ক'লা পৰি শুকাই গৈছে। যন্ত্ৰণাত চিঞৰা দি মাজে মাজে চিঞৰি উঠে। সি দেখে তৰলাৰ কাপোৰ কানি অসংযত, ল'ৰাৰ শৌচ বমিৰে লেতেৰা হৈ পৰিছে। বিছনা-পাতিৰ অৱস্থা নাই। এবাৰ চাৰিওফালে চাই কান্দি থকা ল'ৰাটো সি কোলাত তুলি লয়। কিন্তু নিচুকাব নোৱাৰি আকৌ তৰলাৰ হাতত দিয়ে। তাৰ মনত পৰে এবাৰ কথা—"আদু, এবাৰ তাক মোৰ ওচৰলৈ আনি দে।"

তৰলা ভাগৰি পৰিছে। মেলখোৱা চুলি কোঁচা বান্ধি লবলৈ আজৰি নাই; খণ্ডত উন্মাদ হৈ তাই সেই ছমহীয়া ল'ৰাটোৰ গালত গাৰ বলেৰে ঠাচকৈ চৰ এটা মাৰি চিঞৰি উঠে—"মৰ, মৰ, নমৰ কেলেই? তইতো মৰিবিয়েই, ডাকিনীয়ে পাইছে তোক। সোনকালে মৰ। মোক খাবলৈ আহিছ,—শেষ কৰিবলৈ আহিছ!"

হঠাৎ জাপ মাৰি উঠিল আদিত্য;—"ৰাক্ষসী, তয়ে এতিয়া তাক খাবি!" কান্দি থৰ হৈ পৰা কেচুৱাটো কোলাত লৈ সি বায়ুবেগে ওলাই আহে কোঠাৰ পৰা। যেন অগ্নিকুণ্ডৰ পৰা উদ্ধাৰ কৰি আনিছে কোনোবা হতভাগ্যক।

ৰান্ধনিঘৰৰ দাঁতিৰ সেই ক্ষুদ্ৰ কোঠাটোৰ ভগা দুৱাৰ খন ভৰিৰে ঠেলি



দিয়ে সি;—"খোল, দুৱাৰ খোল!" এক অব্যক্ত বেজাৰত তাৰ মাতটো বিকৃত হৈ ওলায়। দুৱাৰ মেলি আদিত্যৰ মূৰ্তি দেখি মাক দুখোজ পিচুৱাই যায়—"কি হ'ল মই আজি একো কৰা নাই আদু! মোৰ দোষত একো হোৱা নাই। মই ডাইনী নহয়!"

মাকৰ কথাত অন্তৰখন যেন ভাগি যায়। মাকৰ বিছনাখনতে ল'ৰটো থৈ আদিত্যই থিয় হৈ মাকক হতভম্ব কৰি দি তেওঁৰ ভৰি দুখনত গৰা মাৰি ধৰে। ভগা মাতেৰে কয়—"মা, মা, ক্ষমা কৰ মা! মোক ক্ষমা কৰ, তই মোক ক্ষমা কৰ; ক্ষমা কৰ মা!"

তাৰ কঠুৱা হিয়াত আজি প্ৰথমবাৰ নমা শোকৰ চলবোৰ অনুতাপৰ অজস্ৰ চকুলোবোৰ ওলাই আহি মাকৰ ভৰিৰ পতা দুখন তিয়াই পেলালে। মূৰটো মাকৰ ভৰিত ঘঁহাই ঘঁহাই সি কৈয়ে আছে—"মা! ক্ষমা কৰ, ক্ষমা কৰ!!"

সপোন নে দিঠক?—মাকে প্ৰথমবাৰ বুজিব পৰা নাছিল। কেচুৱাটোৱে আকৌ কান্দি উঠাত লাহেকৈ তাক তুলি লৈ বুকুৰ মাজত চেপি ধৰিলে!… আনন্দত, বিস্ময়ত, আবেগত, বেদনাত বাকৰোধ হোৱা মাকৰ চকুৰ পৰা কেইটোপামান পানী পূত নিৰ্মালি ৰূপে আদিত্যৰ শিৰত পৰিলহি!

পৰিশিষ্ট

# লেখকসকলৰ সংক্ষিপ্ত পৰিচয়

**লক্ষ্মীনাথ বেজবৰুৱা** ( ১৮৬৮—১৯৩৮ )

হাস্যৰসাত্মক ৰচনা, নাটক, উপন্যাস, কবিতা প্ৰভৃতিৰে অসমীয়া সাহিত্যৰ ভঁৰাল চহকী কৰা লেখক লক্ষ্মীনাথ বেজবৰুৱা আধুনিক অসমীয়া গল্প—সাহিত্যৰো জন্মদাতা। "সাধুকথাৰ কুঁকি", "সুৰভি", "জোনবিৰি" প্ৰভৃতি গল্প-পুথি সমূহে তেওঁৰ কাৰণে অসমীয়া গল্প-সাহিত্যত এখন বিশিষ্ট আসন ৰাখিছে। বেজবৰুৱাৰ প্ৰতিভা বহুমুখী। হাস্যৰস-সৃষ্টিত তেওঁৰ নৈপুণ্য অসামান্য। অসমীয়া সমাজৰ দোষ-দুৰ্বলতাৰ প্ৰতি সদায় সচেতন হৈ আৰু এই দোষ-দুৰ্বলতা দূৰ কৰাৰ মানসে যি দক্ষতাৰে তেওঁ হাস্যৰস আৰু ব্যংগৰ প্ৰয়োগ কৰিলে তাৰ প্ৰভাৱ পৰৱৰ্তী কোনো কোনো লেখকৰ ওপৰত পৰিছে। বেজবৰুৱাৰ গল্প-ৰীতি সৰল, কাহিনীৰ উপস্থাপন কালানুক্ৰমিক কিন্তু হাস্যৰস-সৃষ্টিৰ বক্ৰতাৰে কথনভংগী সমুজ্জ্বল।

ইং ১৮৬৮ চনত লক্ষ্মীনাথ বেজবৰুৱাৰ জন্ম হয়। শিৱসাগৰ উচ্চ ইংৰাজী স্কুলৰপৰা প্ৰবেশিকা পৰীক্ষা পাছ কৰি তেওঁ কলিকতা বিশ্ববিদ্যালয়ৰ তলত বি. এ. উপাধি লাভ কৰে। বংগ-দেশৰ বিখ্যাত ঠাকুৰ পৰিয়ালৰ লগত তেওঁৰ বৈবাহিক সম্বন্ধ স্থাপিত হোৱাত কবিগুৰু ৰবীন্দ্ৰনাথ ঠাকুৰৰ লগত তেওঁৰ সম্পৰ্ক হয় ঘনিষ্ঠ। ইং ১৯৩৮ চনত তেওঁ ডিব্ৰুগৰত স্বৰ্গী হয়।

**শৰৎচন্দ্ৰ গোস্বামী** ( ১৮৮৭—১৯৪৪ )

"গল্পাঞ্জলি", "ময়না", "বাজিকৰ", "পৰিদৰ্শন" প্ৰভৃতি গল্প-পুথি প্ৰণেতা শৰৎচন্দ্ৰ গোস্বামীৰ আছে পীড়িত আৰু পতিতৰ প্ৰতি সহানুভূতিৰে উদ্বেলিত এখনি অন্তৰ। শিক্ষাবিদ্ গোস্বামীয়ে আন সামাজিক সমস্যাৰ দৰে জৈৱিক সমস্যাকো চিত্ৰিত কৰিবলৈ যত্ন কৰিছে। হাস্যৰস অৱতাৰণাৰ প্ৰতি তেওঁৰ আগ্ৰহ কম। ঠায়ে ঠায়ে তেওঁৰ লেখাত ব্যংগাত্মক মনোভাৱ নোহোৱা নহয় কিন্তু ই সদায় গৌণ। গোস্বামীৰ ৰচনা-শৈলীৰ মাজত সৰল মাধুৰ্য্য আছে।

ইং ১৮৮৭ চনত শৰৎ চন্দ্ৰ গোস্বামীৰ জন্ম হয় কামৰূপ জিলাৰ নলবাৰী সত্ৰত। গুৱাহাটী উচ্চ ইংৰাজী স্কুলৰ পৰা প্ৰবেশিকা পৰীক্ষা পাছ কৰি তেওঁ কলিকতা বিশ্ববিদ্যালয়ৰপৰা বি. এ. উপাধি লাভ কৰে। চাকৰি জীৱনত তেওঁ বি. টি. পৰীক্ষাও পাছ কৰে। প্ৰথমতে ডেপুটি ইন্‌স্‌পেক্‌টৰ কামত নিযুক্ত হৈ শেহত অসম উপত্যকাৰ স্কুল ইন্‌স্‌পেক্‌টৰ হিচাবে তেওঁ কামৰ পৰা অৱসৰ গ্ৰহণ কৰে। ইং ১৯৪৪ চনত তেওঁ দিল্লীত স্বৰ্গী হয়।

**নগেন্দ্ৰ নাৰায়ণ চৌধুৰী** ( ১৮৮১—১৯৪৭ )

গোৱালপাৰাৰ এক সম্ভ্ৰান্ত জমিদাৰ বংশত জন্মলাভ কৰা ব্যক্তি নগেন্দ্ৰ নাৰায়ণ চৌধুৰী মধ্যবিত্ত আৰু গাওঁবাসী লোকৰ আশা আৰু আকাংক্ষাৰ প্ৰতি সহানুভূতিশীল। সমাজপ্ৰিয়তাই তেওঁক জনসাধাৰণৰ প্ৰতি আকৃষ্ট কৰে। কলা-কৌশলৰ ফালৰপৰা চৌধুৰীৰ গল্পৰ বৈশিষ্ট্য চকুত লগা নহলেও জীৱনলৈ আহি পৰা নানান সমস্যাৰ প্ৰতি তেওঁ সজাগ। চৌধুৰীৰ সৰহ ভাগ গল্প "আৱাহন"ৰ পাতত প্ৰকাশিত হৈছিল। অসম সাহিত্য সভাই "নগেন্দ্ৰ নাৰায়ণ চৌধুৰীৰ গল্প" নাম দি তেওঁৰ কেইটামান গল্প পুথিৰ আকাৰত প্ৰকাশ কৰিছে।

ইং ১৮৮১ চনত মেচপাৰাৰ জমিদাৰ পৰিয়ালত নগেন্দ্ৰ নাৰায়ণ চৌধুৰীৰ জন্ম। স্কুলীয়া শিক্ষা লাভ কৰি তেওঁ কলিকতালৈ যায়। গয়া, দেওঘৰ, ঢাকা প্ৰভৃতি ঠাইতো শিক্ষা-লাভৰ উদ্দেশ্যে তেওঁ কিছুদিন থাকে। চৌধুৰীৰ প্ৰধান আকৰ্ষণ সাহিত্য আৰু সংগীত। ইং ১৯৪৭ চনত তেওঁ পৃথিৱীৰ পৰা মেলানি মাগে।

**মহীচন্দ্ৰ বৰা** ( ১৮৯৫—১৯৬৭ )

লোকক সহজে আপোন কৰি লব পৰা ব্যক্তি মহীচন্দ্ৰ বৰাৰ কথোপকথনৰ মাজত যি আকৰ্ষণ আছে তেওঁৰদ্বাৰা ৰচিত গল্প-সমূহৰ মাজতো সেই আকৰ্ষণ বৰ্ত্তমান। বৰাৰ ওজস্বী ভাষাৰ ক্ষিপ্ৰ গতিৰ প্ৰবাহত পাঠকে নিজৰ মনক উটুৱাই তৃপ্তি লাভ কৰে। বৰাৰ সৰহ ভাগ গল্পতে ব্যংগাত্মক মনোভাৱ আছে। কোনো কোনো গল্পৰ ওপৰত হাস্যৰসিক বেজবৰুৱাৰ প্ৰভাৱো পৰিছে। কিন্তু মহী বৰাৰ কথনভংগীৰ বৈশিষ্ট্য অননুকৰণীয়। তেওঁৰ গল্পবোৰ এতিয়াও আলোচনীৰ পাততে আছে।



স্কুলীয়া শিক্ষা শেষ কৰি বৰাই কলিকতা বিশ্ববিদ্যালয়ৰ তলত বি. এ. আৰু বি. এল্‌ উপাধি লাভ কৰে। নগাওঁ আদালতত বৰাই ওকালতি ব্যৱসায় কৰি ছিল।

**লক্ষ্মীনাথ ফুকন** ( ১৮৯৭—  )

সংবাদসেৱাৰ কামত খ্যাতি লাভ কৰা ব্যক্তি লক্ষ্মীনাথ ফুকন অকল বাতৰি কাকতৰ যোগ্য সম্পাদকেই নহয় কিন্তু এজন আজীৱন সাহিত্য সেৱীও। তেওঁৰ গল্প আৰু কবিতাৰ সমাদৰ সুধীসমাজত আছে। "মালা", "ওফাইদাং", "মৰমৰ মাধুৰী" প্ৰভৃতি পুথিত প্ৰকাশিত গল্পবোৰৰ মাজেদি ফুকনৰ হাস্যৰস আৰু ব্যংগৰ সফল প্ৰয়োগ পৰিস্ফুট হৈছে। ফুকনৰ চৰিত্ৰাংকন স্পষ্ট। হাস্যৰস আতিশয্য-বিবৰ্জিত। জীৱনৰ ব্যাপক অভিজ্ঞতাৰ পৰা তেওঁৰ গল্পবোৰৰ উদ্ভৱ। চোকা বাক্যবাণৰ যাতনাকো হাস্যৰসৰ প্ৰলেপেৰে আবৃত কৰাৰ কৌশল ফুকনৰ বৈশিষ্ট্য।

সাংবাদিক হিচাবে লক্ষ্মীনাথ ফুকনে ভিন ভিন সমাজৰ লগত পৰিচিত হোৱাৰ সুযোগ পায়। ধীৰ, স্থিৰ প্ৰকৃতিৰ মানুহজনৰ অন্তৰত লুকাই থকা হাস্যৰসৰ সমল প্ৰথম দৃষ্টিত চকুত নপৰে কিন্তু ঘনিষ্ঠতাৰ কাষ চপাৰ লগে লগে ফুকনৰ অভিজ্ঞতাপুষ্ট মনৰ দাপোণত ই প্ৰতিফলিত হৈ উঠে। কৃতী সাংবাদিক ফুকন এজন কৃতী গল্প-লেখকো। ১৯৭০ চনত তেওঁ সাহিত্য অকাদেমীৰ বঁটা লাভ কৰে।

**হলীৰাম ডেকা** ( ১৯০১—১৯৬২ )

গুৱাহাটী হাইকোৰ্টৰ একালৰ মুখ্য ন্যায়াধীশ হলীৰাম ডেকাৰ গল্প, উপন্যাস আৰু ব্যংগ ৰচনাৰ মাজত পাৰদৰ্শিতাৰ স্বাক্ষৰ আছে। ডেকাৰ গল্প-বোৰ আজিও ভিন ভিন আলোচনীৰ পাততে পৰি আছে। জৈৱিক সমস্যাৰ ওপৰত যথোচিত গুৰুত্ব দি গল্প লিখে দুজন লেখকে। এজন হলীৰাম ডেকা আৰু আন জন লক্ষ্মীধৰ শৰ্মা। ডেকাই কেইটামান হাস্য-ৰসাত্মক গল্পও লিখিছে। এইবোৰৰ মাধুৰ্য্যৰ উপৰিও তেওঁ জৈৱিক সমস্যা-চিত্ৰণত নতুন দিক্‌দৰ্শনৰ পৰিচয় দিবলৈ সক্ষম হৈছে। ডেকাৰ বৰ্ণনা আৰু সংলাপৰ মাজত হিউমাৰ থকাৰ কাৰণে তেওঁৰ গল্পবোৰ সুখপাঠ্য।

ইং ১৯০২ চনত কামৰূপ জিলাৰ অন্তৰ্গত সৰ্থেবাৰী গাৱঁত হলীৰাম ডেকাৰ জন্ম। সাধাৰণ পৰিবেশৰ মাজত ডাঙৰ দীঘল হৈ তেওঁ কলিকতা বিশ্ববিদ্যালয়ৰ তলত এম্. এ. আৰু বি. এল্. উপাধি লাভ কৰে। কেই বছৰমান তেওঁ কলিকতা হাইকোৰ্টৰ এড্ভোকেট আছিল। বিভিন্ন পদত অধিষ্ঠিত হৈ তেওঁ লাহে লাহে জীৱনৰ জখলাত আগুৱায়। শেষত তেওঁ গুৱাহাটী হাইকোৰ্টৰ মুখ্য ন্যায়াধীশ হিচাবে কামৰপৰা অৱসৰ গ্ৰহণ কৰে। কিন্তু অলপ দিনৰ ভিতৰতে ইং ১৯৬২ চনত মৃত্যুৱে তেওঁক সাৱঁৰি লয়।

**লক্ষ্মীধৰ শৰ্ম্মা ( ১৮৯৮—১৯৩৪ )**

'ব্যৰ্থতাৰ দান"ৰ সুযোগ্য ৰচক লক্ষ্মীধৰ শৰ্মাৰ গল্পৰ মাজেদি প্ৰকাশিত হৈছে লেখকৰ নিৰ্ভীকতা আৰু সংস্কাৰকামী ভাবধাৰা। ব্যক্তি স্বাতন্ত্ৰ্যৰ প্ৰতি অনুৰাগী লেখক শৰ্মাই জৈৱিক সমস্যা চিত্ৰণতো পৰোক্ষভাৱে ব্যক্তি স্বতন্ত্ৰতাৰ মূল্য স্বীকাৰ কৰিছে। তেওঁৰ কেইবাটাও নাৰী-চৰিত্ৰই জীৱনৰ পদস্খলনৰ অন্তত সাহস আৰু নিৰ্ভীকতাৰ পৰিচয় দি সামাজিক অন্যায়, অবিচাৰৰ বিপক্ষে মূৰ তুলি থিয় দিছে। সংযত বৰ্ণনাৰ যোগেদি চৰিত্ৰৰ মানসিক দ্বন্দ্ব পৰিস্ফুট কৰাৰ ক্ষেত্ৰত তেওঁ সাৰ্থকতাৰ দাবী কৰিব পাৰে।

ইং ১৮৯৮ চনত দৰঙৰ তাৰাপুৰ গাৱঁত লক্ষ্মীধৰ শৰ্মাৰ জন্ম হয়। গুৱাহাটী কলেজিয়েট স্কুলৰপৰা প্ৰবেশিকা পৰীক্ষা পাছ কৰি তেওঁ কলিকতা বিশ্ববিদ্যালয়ৰ তলত এম্. এ. আৰু বি. এল্. উপাধিৰ অধিকাৰী হয়। কিছু কাল গুৱাহাটী আৰু তেজপুৰ আদালতত ওকালতী কৰাৰ পাছত ক্ষয় ৰোগত আক্ৰান্ত হৈ ইং ১৯৩৪ চণত তেওঁ স্বৰ্গী হয়।

**বীণা বৰুৱা ( ১৯০৮—১৯৬৪ )**

বীণা বৰুৱা বিৰিঞ্চি কুমাৰ বৰুৱাৰ ছদ্ম নাম। কৰ্ম্মনিষ্ঠ আৰু প্ৰতিভাশালী ব্যক্তি বিৰিঞ্চি কুমাৰ বৰুৱাৰ কাপৰপৰা উপন্যাস, চুটিগল্প, আলোচনা গ্ৰন্থ প্ৰভৃতি ভালেমান পুথি ওলাইছে। "পট পৰিবৰ্ত্তন" আৰু "আঘোনী বাই"ত সন্নিবিষ্ট গল্পবোৰৰ মাজেদি লেখকৰ অৱলোকন ক্ষমতা আৰু সহজ সৰল ভাষাৰে ভাব প্ৰকাশৰ কুশলতা পৰিস্ফুট হৈছে। বৰুৱাৰ কেইটামান গল্প-চৰিত্ৰ সজীৱ। উপন্যাস লেখক হিচাবে বৰুৱাৰ খ্যাতি সুপ্ৰতিষ্ঠিত।



ইং ১৯০৮ চনত বৰুৱাই জন্মলাভ কৰে নগাওঁত। নগাওঁ চৰকাৰী হাই-স্কুলত শিক্ষা সাং কৰি তেওঁ কলিকতালৈ যায় আৰু তাতে এম্. এ. আৰু বি. এল্. উপাধি লাভ কৰে। তেওঁ ইংলণ্ড, আমেৰিকা, চুইডেন প্ৰভৃতি দেশ ভ্ৰমণ কৰে আৰু লণ্ডন বিশ্ববিদ্যালয়ৰ তলত পি. এইছ. ডি. উপাধি লাভ কৰিবলৈ সমৰ্থ হয়। গুৱাহাটী বিশ্ববিদ্যালয়ৰ অসমীয়া বিভাগৰ তেওঁ মুৰব্বী আছিল। ১৯৬৪ ইংৰাজী চনত হৃদৰোগত আক্ৰান্ত হৈ তেঁও নশ্বৰ দেহ ত্যাগ কৰে। এই বছৰতে তেওঁক সাহিত্য অকাদেমীৰ বঁটা দিয়া হয়।

**ৰাধিকামোহন গোস্বামী ( ১৯০৬ — )**

ঔপন্যাসিক হিচাবে খ্যাতি লাভ কৰা ৰচক ৰাধিকামোহন গোস্বামী এজন চুটিগল্প লেখকো। তেওঁৰ সমাজ চেতন মনে নিপীড়িত শ্ৰেণীৰ প্ৰতি দৃষ্টি নিক্ষেপ কৰি সিহঁতৰ দুৰ্বলতা আৰু অসহায়তাৰ চিত্ৰ বাস্তৱ ৰূপত তুলি ধৰিছে। গোস্বামীৰ আছে সহানুভূতিৰে উদ্বেলিত এখনি অন্তৰ। নিষ্কৰ্ম্মা আৰু শ্ৰমবিমুখ লোকৰ ওপৰত তেওঁৰ ক্ৰোধ। তেওঁৰ ভাষা সৰল, উক্তি নিৰ্ভীক।

ৰাধিকামোহন গোস্বামীয়ে ইং ১৯০৬ চনত নগাওঁত জন্ম লাভ কৰে। কলিকতা বিশ্ববিদ্যালয়ৰ পৰা বি. এ. আৰু বি. এল. উপাধি লাভ কৰি এতিয়া তেওঁ নগাওঁ আদালতত ওকালতী কৰে। তেওঁ এসময়ত "গাৱঁৰ কথা" নামৰ মাহিলী আলোচনীৰ যুটীয়া সম্পাদক আছিল। পিছলৈ তেওঁ হৈছিল সাপ্তাহিক "আলোক"ৰ সম্পাদক।

**ৰমা দাশ ( ১৯০৯ — )**

কলা-কৌশলৰ প্ৰতি বিশেষভাৱে সচেতন লেখক ৰমা দাশে ৰচনা কৰা গল্পৰ মাজত কাব্যধৰ্মী গদ্যৰ প্ৰয়োগ আছে। ৰচকৰ ৰোমাণ্টিক ভাবধাৰাৰ লগত এনে গদ্যৰ মিলনত আছে আকৰ্ষণৰ চুম্বক। বাস্তৱতাৰ চাৰিবেৰৰ মাজতে ৰমা দাশে বিচাৰি পায় জীৱনৰ ৰোমান্স। ইয়াৰ মাদকতাত তেওঁৰ চৰিত্ৰবোৰ হৈ পৰে অভিভূত, তন্ময়। জৈৱিক বাসনাৰ দুৰ্দমনীয় ক্ষুধাৰ পৰিতৃপ্তিৰ আশাত সিঁহত হৈ পৰে আত্মহাৰা। খন্তেকৰ বাবে নায়ক নায়িকাই পাহৰি যায় বাস্তৱ পৰিবেশ আৰু এই পাহৰণিৰ মাজতে সিঁহতে লাভ কৰে তৃপ্তি।

ইং ১৯০৯ চনত ৰমা দাশৰ জন্ম হয় গুৱাহাটীত। কলিকতা বিশ্ববিদ্যালয়ৰ পৰা তেওঁ বি. এ. উপাধি লাভ কৰে। বৰ্ত্তমানে অসম চৰকাৰৰ অধীনত তেওঁ এজন অৰ্থবিভাগৰ বিষয়া।

**ত্ৰৈলোক্যনাথ গোস্বামী ( ১৯০৬ — )**

সমাজৰ অন্যায় অবিচাৰৰ প্ৰতি বিশেষভাৱে সচেতন গল্পকাৰ ত্ৰৈলোক্য-নাথ গোস্বামীৰ গল্পৰ মাজত আছে বাস্তব দৃষ্টিভংগীৰ প্ৰকাশ আৰু বাক্-সংযমৰ নিদৰ্শন। চুটি, অৰ্থ-প্ৰকাশক আৰু ধ্বন্যাত্মক বাক্য-সংযোগৰ সহায়ত অপ্ৰকাশিত ভাবৰ ইংগিত দিয়াৰ চেষ্টা তেওঁ কৰে। তেওঁৰ ৰচনাৰীতি সৰল আৰু অনেক ক্ষেত্ৰত অলংকাৰ-বিহীন। তেওঁৰ প্ৰকাশিত গল্প পুথি "অৰুণা", "মৰীচিকা," "শিল্পীৰ জন্ম" আৰু জীৱনৰ জীয়া জুই'।

ইং ১৯০৬ চনত ত্ৰৈলোক্যনাথ গোস্বামীয়ে কামৰূপ জিলাৰ নলবাৰী গাৱঁত জন্ম গ্ৰহণ কৰে। স্থানীয় হাইস্কুলৰ পৰা মেট্ৰিকুলেছন পৰীক্ষাত উত্তীৰ্ণ হৈ তেঁও কলিকতা বিশ্ববিদ্যালয়ৰ তলত এম্. এ. আৰু বি. এল্ উপাধি লাভ কৰে। তেইশ বছৰকাল নলবাৰী কলেজৰ অধ্যক্ষ হিচাবে কাম কৰি এতিয়া বিশ্ববিদ্যালয় আয়োগৰ পৰা বৃত্তি লাভ কৰি তেওঁ গৱেষণা কাৰ্যত লাগি আছে। ১৯৬৭ চনত তেওঁ সাহিত্য অকাদেমীৰ বঁটা পায়।

**কৃষ্ণ ভূঞা—**

গল্প-লেখক হিচাবে কৃষ্ণ ভূঞাই "আৱাহনৰ" পাতত প্ৰতিভাৰ পৰিচয় দি শেহলৈ গল্প লিখিব এৰিলে। ভূঞাৰ শিল্পী মনে সাধাৰণ ঘটনাৰ মাজতে গল্পৰ সমল বিচাৰি পাইছিল। বস্তু-নিৰ্বাচন আৰু প্ৰকাশৰ কৌশল এই দুয়ো ফালৰ পৰা ভূঞাৰ ভালেমান গল্পত এটা বৈশিষ্ট্য চকুত পৰে। এই বৈশিষ্ট্য সুস্পষ্ট হোৱাৰ আগতে তেওঁৰ মনযোগ আন ক্ষেত্ৰলৈ আকৰ্ষিত হল।

**দীননাথ শৰ্মা ( ১৯১৪ — )**

ঔপন্যাসিক হিচাবে খ্যাতি লাভ কৰা লেখক দীননাথ শৰ্মা ভালেমান চুটি গল্পৰো লেখক। "দুলাল," "কোৱা ভাতুৰীয়া ওঠৰ তলত," "কল্পনা আৰু বাস্তব," "অকলশৰীয়া," "পোহৰ" প্ৰভৃতি গল্প-পুথিৰ মাজেদি শৰ্মাৰ গাল্পিক প্ৰতিভা প্ৰকাশিত হৈছে। সাধাৰণ পৰিবেশৰ মাজত মানুৰ জীৱনৰ হৰ্ষ বিষাদৰ চিত্ৰ অলংকাৰবিহীন ভাষাৰ মাধ্যমেৰে তুলি ধৰাৰ চেষ্টাৰ মাজতে লুকাই আছে কলাকাৰ শৰ্মাৰ সাৰ্থকতা ?



ইং ১৯১৪ চনত দীননাথ শৰ্মাৰ জন্ম হয়। সৰুৰেপৰা শৰ্মাই সাহিত্য চৰ্চাত ব্ৰতী হয়। তেওঁৰ কাপৰপৰা কেইবাখনো উপন্যাস ওলাইছে। শৰ্মাৰ লেখাৰ মাজত প্ৰতিবিম্বিত হৈছে তেওঁৰ সৰল স্বভাৱৰ সহানুভূতি-সূচক মনোভাব আৰু মানবতা বোধ।

**প্ৰবোধচন্দ্ৰ গোস্বামী ( ১৯১৫— )**

নলবাৰী কলেজৰ অৰ্থনীতিৰ অধ্যাপক প্ৰবোধচন্দ্ৰ গোস্বামীয়ে শিক্ষা, সংস্কৃতি-মূলক প্ৰবন্ধ লিখাৰ উপৰিও কিছুমান গল্প লিখিছে। তেওঁৰ গল্প-পুথি "বকুল যেতিয়া সৰে"ৰ মাজেদি প্ৰকাশিত হৈছে লেখকৰ সংযত বাক্‌ভংগী আৰু অৰ্থনৈতিক অভাৱেৰে নিপীড়িত জীৱনৰ কেইটামান সমস্যা।

ইং ১৯১৫ চনত প্ৰবোধচন্দ্ৰ গোস্বামীয়ে জন্মগ্ৰহণ কৰে নলবাৰীত। তেওঁ কলিকতা বিশ্ববিদ্যালয়ৰ তলত বি. এ. আৰু ঢাকা আৰু গুৱাহাটী বিশ্ব-বিদ্যালয়ৰ তলত এম্ এ. উপাধি লাভ কৰে। চাকৰি জীৱনত তেওঁৰ বি. টি. উপাধি লাভ হয়। তেওঁৰ অৰ্থনীতি আৰু শিক্ষা-সম্বন্ধীয় কেইখন মান পুথি প্ৰকাশিত হৈছে। বৰ্ত্তমানে তেওঁ মংগলদৈ কলেজৰ অধ্যক্ষ।

**জমিৰ উদ্দিন আহমদ্ ( ১৯১৬ — )**

কবিতা আৰু উপন্যাসৰ মাজেদি সাহিত্য সেৱাৰ স্বীকৃতি লাভ কৰা লেখক জমিৰ উদ্দিন আহমদৰ গল্প পুথি "জেৰিনা" আৰু "আন্ধাৰ নিশাৰ জুই"। এই দুয়োখন পুথিৰ মাজেদি অবহেলিত আৰু দৰিদ্ৰ জীৱনৰ প্ৰতি লেখকৰ সহানুভূতি মূৰ্ত হৈ উঠিছে। আহমদৰ কোমল অন্তঃকৰণৰ মাজত অৰ্থনৈতিক পীড়ন আৰু সামাজিক বৈষম্যই সহজে প্ৰতিক্ৰিয়াৰ সৃষ্টি কৰে।

জমিৰ উদ্দিন আহমদৰ জন্ম কামৰূপ জিলাৰ অন্তৰ্গত পকোৱা গাৱঁত। অভাৱ অনাটনৰ অসুবিধাই উচ্চ শিক্ষা লাভৰ বাটৰপৰা তেঁওক আঁতৰাই

আনিলেও তেওঁৰ সাহিত্য সেৱাৰ প্ৰতি থকা নিষ্ঠা কমাব পৰা নাই। তেওঁৰ কেইবাখনো উপন্যাস আৰু কবিতাৰ পুথি প্ৰকাশিত হৈছে।

**সুপ্ৰভা গোস্বামী ( ১৯১৭ — )**

সুপ্ৰভা গোস্বামীয়ে এসময়ত কেইটামান গল্পৰ মাজেদি প্ৰতিভাৰ পৰিচয় দিছিল। "অৰিহণা" এটি গল্প সংগ্ৰহ। সুপ্ৰভা গোস্বামীয়ে ইং ১৯১৭ চনত যোৰহাটত জন্মলাভ কৰে। তেওঁ কেইবাটাও সাংস্কৃতিক অনুষ্ঠানৰ লগত সক্ৰিয় ভাবে জড়িত আছে।

**উমাকান্ত শৰ্মা ( ১৯১৮ — )**

অসমৰ শিক্ষা বিভাগৰ উচ্চ পদত অধিষ্ঠিত সাহিত্যানুৰাগী আৰু লেখক উমাকান্ত শৰ্মাই নাটক, উপন্যাস আৰু সাহিত্য বিষয়ক আলোচনা গ্ৰন্থ লিখাৰ উপৰিও "ধূৰণীয়া পৃথিৱীৰ বেঁকা পথথ" নামৰ এখন গল্প-পুথি প্ৰকাশ কৰিছে। পুথিত সন্নিবিষ্ট গল্পবোৰৰ ওপৰত শৰ্মাৰ দাৰ্শনিক চিন্তাধাৰাৰ প্ৰভাৱ পৰিছে।

কামৰূপ জিলাৰ ককয়া গাৱঁত শৰ্মাই জন্মলাভ কৰে ইং ১৯১৮ চনত। নানান অভাৱ অসুবিধাৰ মাজেদি শৰ্মাৰ ছাত্ৰজীৱন অতিবাহিত হলেও তেওঁ কলিকতা বিশ্ববিদ্যালয়ৰ পৰা প্ৰথম বিভাগত এম্. এ. উপাধি লাভ কৰিবলৈ সক্ষম হয়। ১৯৪০ খৃষ্টাব্দত তেওঁ আমেৰিকালৈ যায় আৰু ইলিনয় বিশ্ববিদ্যালয়ৰ পৰা এম্. এড্. উপাধি লাভ কৰে।

**চৈয়দ আব্দুল মালিক ( ১৯১৯ — )**

কবিতা, উপন্যাস আৰু গল্প সকলোতে পাৰদৰ্শিতাৰ পৰিচয় দিয়া ব্যক্তি আব্দুল মালিক এজন কৃতী গল্পলেখক। "ৰঙা গৰা," "পৰশমণি", "মৰহা পাপৰি", "এজনী নতুন ছোৱালী", "শিখৰে শিখৰে" প্ৰভৃতি তেওঁৰ কেইবা খনো গল্প-পুথি প্ৰকাশিত হৈছে। বিভিন্ন স্তৰৰ লোক চৰিত্ৰৰ লগত তেওঁৰ পৰিচয় ঘনিষ্ঠ। বস্তু-উত্থাপন ৰীতিৰ বৈচিত্ৰ্যৰ কাৰণে তেওঁৰ গল্পৰ প্ৰতি পাঠকৰ আকৰ্ষণ।

১৯১৯ খ্ৰীষ্টাব্দত শিৱসাগৰ জিলাৰ নাহৰণিত আব্দুল মালিকে জন্ম-গ্ৰহণ



কৰে। যোৰহাট চৰকাৰী হাইস্কুলৰ পৰা মেট্ৰিকুলেশন পৰীক্ষা পাছ কৰি তেওঁ কলিকতা বিশ্ববিদ্যালয়ৰ তলত বি. এ. আৰু গুৱাহাটী বিশ্ববিদ্যালয়ৰ তলত এম. এ. উপাধি লাভ কৰে। তেঁও ভালেমান ঠাই ভ্ৰমণ কৰিছে। এতিয়া তেওঁ যোৰহাট জে. বি. কলেজৰ অধ্যাপক।

**বীৰেন্দ্ৰ কুমাৰ ভট্টাচাৰ্য্য ( ১৯২৪ — )**

ঔপন্যাসিক হিচাবে সাহিত্য অকাদেমিৰ পৰা বঁটা লাভ কৰা লেখক বীৰেন্দ্ৰ কুমাৰ ভট্টাচাৰ্যই আজীৱন সাহিত্য-সাধনা কৰি আছে। "কলঙ আজিও বয়" আৰু "সাতসৰী" তেওঁৰদ্বাৰা ৰচিত দুখন গল্প পুথি। বৈজ্ঞানিক দৃষ্টি-ভংগীৰ প্ৰতি বিশেষভাৱে আকৃষ্ট লেখক ভট্টাচাৰ্যই জীৱনৰ সমস্যা চিত্ৰণতো বৈজ্ঞানিক মতবাদৰ প্ৰভাৱেৰে পৰিচালিত হৈছে। কিন্তু এই প্ৰভাৱে তেওঁৰ সৃজনী-শক্তি সদায় দুৰ্বল কৰা নাই। বৰ্ণনা আৰু অনুভূতিৰ আতিশয্যৰ পৰা তেওঁ মুক্ত। তেওঁৰ ভাষা সৰল আৰু সংযত।

১৯২৩ খ্ৰীষ্টাব্দত বীৰেন্দ্ৰ নাথ ভট্টাচাৰ্য্যৰ জন্ম হয় শিৱসাগৰ জিলাৰ এখন গাৱঁত। যোৰহাট হাই স্কুলৰপৰা মেট্ৰিকুলেশন পৰীক্ষা পাছ কৰি তেওঁ কলিকতা বিশ্ববিদ্যালয়ৰ তলত বি. এছ্. ছি. আৰু গুৱাহাটী বিশ্ববিদ্যালয়ৰ তলত এম. এ. উপাধি লাভ কৰে। তেওঁ কেইবছৰমান "ৰামধেনু" আৰু সাপ্তাহিক "নবযুগ"ৰ সম্পাদক আছিল।

**গোবিন্দচন্দ্ৰ পৈৰা ( ১৯১৭ — )**

এফালত "আৱাহন", "জয়ন্তী", "বাঁহী" প্ৰভৃতি আলোচনীত গল্পৰ যোগান ধৰা লেখক গোবিন্দচন্দ্ৰ পৈৰাই জন্মগ্ৰহণ কৰে কহিমাত। সৰু কালিতে পিতৃ-বিয়োগ হোৱাৰ কাৰণে তেওঁ ককাদেউতাক ৺ধনীৰাম কাকতিৰ ঘৰত ডাঙৰ দীঘল হয়। তেওঁৰ গল্পবোৰ এতিয়াও পুথিৰ আকাৰত প্ৰকাশিত হোৱা নাই। এসময়ত তেওঁ স্কুলৰ শিক্ষক আছিল। এতিয়া তেওঁ স্বাধীন ব্যৱসায়ত যোগ দিছে।

**যোগেশ দাস ( ১৯২৭ — )**

উপন্যাস আৰু গল্প-সাহিত্যলৈ নিয়মিত ভাবে অৰিহণা যোগোৱা লেখক

যোগেশ দাসৰ গল্প-পুথি তিনি খন—"পপীয়া তৰা", "আন্ধাৰৰ আঁৰে আঁৰে" আৰু "ত্ৰিবেণী"। যোগেশ দাসে দীঘল আৰু চুটি দুয়ো ধৰণৰে গল্প লিখিছে। সৰল বাক্‌ভংগীৰ মাজেদি বিষয়বস্তুৰ বিন্যাস দাসৰ বৈশিষ্ট্য।

১৯২৭ খ্ৰীষ্টাব্দত লক্ষীমপুৰ জিলাৰ অন্তৰ্গত হাঁহচৰা গাৱঁত যোগেশ দাসৰ জন্ম। ডিব্ৰুগড় হাই স্কুলৰপৰা মেট্ৰিকুলেছন পৰীক্ষাত উত্তীৰ্ণ হৈ তেওঁ গুৱাহাটী বিশ্ববিদ্যালয়ৰ পৰা এম্. এ. উপাধি লাভ কৰে। বৰ্ত্তমানে তেওঁ গুৱাহাটী বি. বৰুৱা কলেজৰ অধ্যাপক।

## হোমেন বৰগোহাঁঞি ( ১৯৩১ — )

কবিতা, গল্প আৰু আলোচনাৰ ক্ষেত্ৰত মৌলিকতাৰ পৰিচয় দিয়া লেখক হোমেন বৰগোহাঁঞিৰ প্ৰকাশিত গল্প-পুথি "বিভিন্ন কোৰাছ" আৰু "প্ৰেম আৰু মৃত্যুৰ কাৰণে"। এই দুয়োখন পুথিত সন্নিবিষ্ট গল্পৰ তুলনাত পৰবৰ্তী কালত ৰচনা কৰা আৰু ভিন ভিন আলোচনীত প্ৰকাশিত হোৱা সৰহ ভাগ গল্পৰ মাজেদিয়ে লেখকৰ জীৱনৰ প্ৰতি থকা দৃষ্টিভংগীৰ প্ৰকাশ হৈছে। বৰগোহাঁঞিৰ ৰচনাৰীতিৰ লালিত্যৰ লগতে গল্প-চৰিত্ৰৰ সবলতা চকুত পৰে।

১৯৩১ খ্ৰীষ্টাব্দত উত্তৰ লক্ষীমপুৰ জিলাৰ ঢকুৱাখানা গাৱঁত হোমেন বৰগোহাঁঞিৰ জন্ম হয়। ইংৰাজীতে অনাৰ্ছ লৈ তেওঁ গুৱাহাটী বিশ্ব-বিদ্যালয়ৰ পৰা বি. এ. উপাধি লাভ কৰে। তেওঁ এজন অসম চৰকাৰৰ বিষয়া আছিল। এতিয়া তেওঁ সাপ্তাহিক নীলাচলৰ সম্পাদক।

## নিৰুপমা বৰগোহাঁঞি ( ১৯৩২ — )

গল্প আৰু উপন্যাস দুয়োপিনে সমানে মনোযোগ দিয়া লেখিকা নিৰুপমা বৰগোহাঁঞিৰ গল্প কোৱা এটা নিজস্ব ভংগী আছে। জীৱনৰ সৰু সৰু ঘটনাৰ মাজতো বিচিত্ৰতা বিচৰাৰ প্ৰয়াস তেওঁৰ বিশেষত্ব। তেওঁৰ ৰচনাৰীতি সৰল। তেওঁৰ প্ৰকাশিত গল্প পুথি "অনেক আকাশ"। "সেই নদী নিৰবধি" নামৰ উপন্যাস এখনো তেওঁ প্ৰকাশ কৰিছে।

১৯৩২ খ্ৰীষ্টাব্দত নিৰুপমা বৰগোহাঁঞিৰ জন্ম হয় গুৱাহাটী নগৰত। কলিকতা বিশ্ববিদ্যালয়ৰ তলত ইংৰাজী বিষয়ত তেওঁ এম. এ. উপাধি লাভ কৰে। এওঁ হোমেন বৰগোহাঁঞিৰ পত্নী।



## মহিম বৰা ( ১৯২৬ — )

নগাওঁ কলেজৰ অসমীয়া সাহিত্যৰ অধ্যাপক মহিম বৰাৰ প্ৰতিভাই বিকাশ লাভ কৰিছে কবিতা ৰচনা, গল্প প্ৰভৃতিৰ মাজেদি। তেওঁৰ প্ৰকাশিত গল্পপুথি "কাঠনিবাৰী ঘাট"। হাস্যৰসৰ অৱতাৰণা আৰু পটভূমি স্পষ্টীকৰণ বৰাৰ বৈশিষ্ট্য। স্বাভাৱিক গতিত বৈ যোৱা ভাষাৰ মাধ্যমেৰে বৰাই জীৱনৰ একো একোটি মুহূৰ্তৰ ছবি গল্পবোৰত তুলি ধৰিছে।

১৯২৬ খৃষ্টাব্দত মহিম বৰাৰ জন্ম হয় দৰং জিলাৰ ঘোপসাধাৰু চাহ বাগানত। কলিয়াবৰ হাইস্কুলৰ পৰা মেট্ৰিকুলেছন পৰীক্ষা পাছ কৰি তেওঁ গুৱাহাটী বিশ্ববিদ্যালয়ৰ অধীনত এম. এ. উপাধি লাভ কৰে। বৰ্ত্তমানে তেওঁ নগাওঁ কলেজৰ অধ্যাপক।

## চন্দ্ৰপ্ৰসাদ শইকীয়া ( ১৯২৭— )

একালৰ "অসম বাতৰি"ৰ সম্পাদক চন্দ্ৰপ্ৰসাদ শইকীয়াই উপন্যাস আৰু চুটি গল্প দুয়ো ক্ষেত্ৰতে প্ৰতিভাৰ পৰিচয় দিছে। তেওঁৰ প্ৰকাশিত গল্পপুথি "মায়ামৃগ"ৰ মাজেদি লেখকৰ সংবেদনশীল মন আৰু কলাচাতুৰ্য্যৰ পৰিচয় পোৱা যায়। সৰল অথচ বৈ যোৱা বাক্যৰীতিৰ মাজে মাজে লেখকৰ মানবতা-বোধ আৰু আদৰ্শপুষ্ট মনৰ পৰিচয় আছে। নগৰীয়া-জীৱনৰ সমস্যাৰ প্ৰতি তেওঁৰ আকৰ্ষণ।

১৯২৭ খ্ৰীষ্টাব্দত শিৱসাগৰ জিলাৰ অন্তৰ্গত আমগুৰি গাৱঁত চন্দ্ৰপ্ৰসাদ শইকীয়াৰ জন্ম। কলিকতা বিশ্ববিদ্যালয়ৰ পৰা তেওঁ ইংৰাজী সাহিত্যত এম্. এ. উপাধি লাভ কৰে। ছাত্ৰজীৱন শেষ হোৱা দিনৰেপৰা তেওঁ সংবাদ সেৱাৰ লগত জড়িত। এতিয়া তেওঁ প্ৰকাশন পৰিষদৰ প্ৰধান সচিব।

## ভবেন্দ্ৰ নাথ শইকীয়া ( ১৯৩২— )

পদাৰ্থবিজ্ঞান বিভাগত বিদেশত উপাধি লাভ কৰা লেখক ভবেন্দ্ৰনাথ শইকীয়াৰ গল্প কোৱা ভংগীৰ মাজত আছে এটা বিশেষত্ব। শব্দচয়নৰ লালিত্য আৰু বাক্যৰ পাৰস্পৰিক সংলগ্নতাৰ দৃঢ় বান্ধোনে তেওঁৰ গল্পবোৰ কৰি তুলিছে সুখপাঠ্য। উপস্থাপন ৰীতিৰ ক্ষেত্ৰতো শইকীয়াই নতুনত্বৰ অৱতাৰণা কৰিছে। তেওঁৰ প্ৰকাশিত গল্পপুথি "প্ৰহৰী"। ইংলণ্ডত তেওঁৰ পি. এইচ.

ডি. উপাধি লাভ হয়। এতিয়া এওঁ গুৱাহাটী বিশ্ববিদ্যালয়ৰ অধ্যাপক। নাট্যকাৰ হিচাবেও শইকীয়াই খ্যাতি লাভ কৰিছে।

**লক্ষ্মীনন্দন বৰা (১৯৩১—)**

যোৰহাটৰ চৰকাৰী কৃষি-কলেজৰ অধ্যাপক লক্ষ্মীনন্দন বৰাৰ কাপৰপৰা ওলাইছে উপন্যাস আৰু গল্প। এতিয়ালৈকে তেওঁৰ দ্বাৰা প্ৰকাশিত গল্প-পুথি হল সাত খন। এইবোৰ পুথিৰ মাজেদি অসমৰ গ্ৰাম্য জীৱনৰ নানা তৰহৰ চিত্ৰ ফুটাই তোলা হৈছে। নতুনৰ হেচাত আৰু অৰ্থনৈতিক পীড়নৰ ফলত কেনেকৈ পুৰণিয়ে নতুনৰ বাবে ঠাই খালি কৰি দিয়ে তাৰ বাস্তৱ ছবি কিছুমান গল্পৰ মাজত আছে। বৰাৰ দৃষ্টিভংগী যথাৰ্থবাদী।

১৯৩১ খ্ৰীষ্টাব্দত নগাওঁ জিলাৰ অন্তৰ্গত কুঁজিদাঁহ গাৱঁত লক্ষ্মীনন্দন বৰাৰ জন্ম। মেট্ৰিকুলেছন পৰীক্ষাত উত্তীৰ্ণ হৈ তেওঁ কলিকতা বিশ্ববিদ্যালয়ৰ পদাৰ্থ বিজ্ঞনত এম্. এছ্. ছি. উপাধি লাভ কৰে। এতিয়া তেওঁ যোৰহাট কৃষি কলেজৰ অধ্যাপক।

**স্নেহ দেৱী**

স্নেহ দেৱীৰ সৰহ ভাগ গল্পই আলোচনীৰ পাতত আছে। নাৰী-চৰিত্ৰৰ বিশ্লেষণৰ ক্ষেত্ৰত তেওঁ কিছু পৰিমাণে দক্ষতাৰ পৰিচয় দিব পাৰিছে। স্নেহ দেৱীৰ ৰচনা ভংগীৰ বৈচিত্ৰ্য কম কিন্তু কথাবস্তুৰ মাজত নতুনৰ সন্ধানৰ প্ৰচেষ্টা থকা বাবে গল্পবোৰে পাঠকক আকৰ্ষণ কৰে।

—

nanda talukdar